# গুৰুচৰিত

[ শ্ৰীমন্ত শঙ্কৰদেৱৰ লীলা-চৰিত ]

ৰামচৰণ ঠাকুৰ বিৰচিত




সম্পাদক ঃ

হৰিনাৰায়ণ দত্তবৰুৱা সাহিত্যৰত্ন

নলবাৰী ঃ অসম

প্ৰকাশক :
শ্ৰীমুনীন্দ্ৰনাৰায়ণ দত্তবৰুৱা এম-এ
দত্তবৰুৱা এণ্ড কোম্পানী
গুৱাহাটী—১



This book has been printed on concessional paper made available by the Govt. of India.

তৃতীয় সংস্কৰণ
৫২৯ শকাব্দ
মূল্য—২৪·০০ টকা মাত্ৰ

মুদ্ৰণ
ঊষা প্ৰেছ
নলবাৰী : অসম

# মুখবন্ধ

ৰামচৰণ ঠাকুৰদেৱৰ ৰচিত বুলি প্ৰচাৰিত গুৰুচৰিত পুথিখনক কোনো কোনোৱে "বৰচৰিত" বোলে আৰু ইয়াকেই বেছি প্ৰামাণ্য বুলি কয়।

ৰামচৰণ ঠাকুৰৰ পুত্ৰ দৈত্যাৰি ঠাকুৰ দেৱৰ আন এখন গুৰুচৰিত আছে। কিছুমানে কয়—পিতৃ ৰামচৰণৰ বিৰচিত গুৰুচৰিত থকাত আকৌ আন এখন চৰিত পুথি পুত্ৰেকে সঙ্কলন কৰাৰ আৱশ্যক কি আছিল? পণ্ডিতে ৰামচৰণ "বৰচৰিত"ৰ পৰবৰ্ত্তী কালত আন কোনোৱে লিখিহে প্ৰচাৰ কৰিছে।

কিন্তু সন্ত-সাধুৱে এই "বৰচৰিত"ৰ ওপৰত যি অপৰিসীম আস্থা দেখুৱায়, তাৰপৰা অনুমান হয়—ই ৰামচৰণ ঠাকুৰ দেৱৰেই ৰচিত। এই বৰচৰিতত শ্ৰীমন্ত শঙ্কৰদেৱৰ উপৰি পুৰুষ, সেই সময়ৰ দেশৰ সমাজ, সভ্যতা, কৃষ্টি আদি আৰু দেশৰ পুৰাতত্ত্ব যিদৰে বৰ্ণনা কৰিছে, আন কোনো চৰিত পুথি বা ভাষাৰ আন কোনো সাহিত্যত পাবলৈ নাই। এই চৰিতত শ্ৰীমন্ত শঙ্কৰদেৱৰ লীলা যিদৰে বৰ্ণিত হৈছে, আন কোনো চৰিত পুথি বা ভাষাৰ আন কোনো সাহিত্যত পাবলৈ নাই। এই চৰিতত শ্ৰীমন্ত শঙ্কৰদেৱৰ লীলা যিদৰে বৰ্ণিত হৈছে, আন কোনো চৰিতত তেনে ভাৱে বৰ্ণনা কৰা নাই। এই চৰিতত শ্ৰীমাধৱদেৱৰ বিষয় বহলাই লিখা নাই; দৈত্যাৰি ঠাকুৰ বিৰচিত চৰিত পুথিত শ্ৰীমাধৱদেৱৰ বিষয় বহলকৈ লিখিছে; দুয়োজন মহাপুৰুষৰ বৰ্ণনা প্ৰায় সমানে আছে। শ্ৰীমাধৱদেৱৰ বিষয় বহল কৰি লিখাও দৈত্যাৰি ঠাকুৰৰ চৰিত পুথিখন লিখাৰ আন এটা উদ্দেশ্য হব পাৰে।

ইয়াৰ উপৰি ৰামচৰণ ঠাকুৰৰ বিৰচিত গুৰুচৰিত সম্পূৰ্ণভাৱে পাবলৈ নাই। আজি প্ৰায় পঞ্চলিশ বছৰ আগত নগাঁৱৰ কলিয়াবৰ

অকলৰ এখন সত্ৰত ৰবচৰিত এখন পোৰা হৈছিল, এতিয়া তাৰ নাম শুনা নাযায়। আমি অনুসন্ধান কৰি কেৱল ১ম—৫ম খণ্ডহে গুৰু-চৰিত পাইছোঁ। ৬ষ্ঠ আৰু ৭ম খণ্ড ঠাকুৰ হৰিৰাম মহন্ত দেৱেহে সংগ্ৰহ কৰিছিল। সুন্দৰীদিয়া সত্ৰৰ দীননাথ অধিকাৰীদেৱৰ ঘৰত এখন ৰামচৰণ ঠাকুৰ বিৰচিত গুৰুচৰিত পোৰা হৈছে; তাত কেৱল বেলগুৰিলৈকেহে লিখা আছে। আমি দুখন পুথি মিলাই এই "গুৰুচৰিত" সম্পাদন কৰিলোঁ।

আমাৰ দেশৰ বহুত সাঁচীপতীয়া পুথিত বিশেষকৈ চৰিত পুথিবোৰত পৰবৰ্ত্তীকালত বহুতো প্ৰক্ষিপ্ত হৈছে। আমি নিজে পুথি অনুসন্ধান কৰি ফুৰোঁতে নগাওঁৰ কোৰচুং সত্ৰত থকা এখন ঠাকুৰ দেৱৰ চৰিতত কেইশাৰীমান পুৰণি পদ কাটি নতুন পদ লিখা দেখি প্ৰশ্ন কৰাত অধিকাৰে কলে—"অমুক সত্ৰৰ গোসাঁয়ে পঢ়িবলৈ নিছিল—তেখেতেই এই কাণ্ড কৰিছে।"

ৰামচৰণ ঠাকুৰ বিৰচিত গুৰু-চৰিতৰ ১ম—৫ম খণ্ডতো দুই চাৰিটা পদ প্ৰক্ষিপ্ত থকা অনুমান হয়। ৬ষ্ঠ আৰু ৭ম খণ্ডত বিশেষকৈ শ্ৰীগুৰু প্ৰয়াণৰ পাচত শ্ৰীশ্ৰীমাধৱদেৱৰ আৰু শ্ৰীশ্ৰীদামোদৰ দেৱৰ বিষয়ে বিৰোধ কথা আছে, তাৰ বেছিভাগেই প্ৰক্ষিপ্ত—আধুনিক পদ। আমাৰ দেশৰ সুধীসকলে অলপ চেষ্টা কৰিলেই চৰিত পুথিবোৰত চালি-জাৰি উলিয়াব পাৰিব।

আমাৰ দেশৰ শ্ৰীমন্ত শঙ্কৰদেৱৰ দ্বাৰা প্ৰকাশিত বৈষ্ণৱ ধৰ্ম্ম ভাৰতৰ আন বৈষ্ণৱ ধৰ্ম্মৰ লগত তেনেই মিলি নাযায়। আমাৰ ধৰ্ম্মৰ বীজমন্ত্ৰ, উপাসনাৰ পদ্ধতি, আচাৰ-ব্যৱহাৰ ভাৰতৰ আন বৈষ্ণৱ ধৰ্ম্মৰ লগত নিমিলে। এই কাৰণেই বোধকৰোঁ ইয়াক মহাপুৰুষীয়া একশৰণ ধৰ্ম্ম বা কামৰূপীয় বৈষ্ণৱ নাইবা ভাগৱতী ধৰ্ম্ম বোলে।

শ্ৰীমদ্ভাগৱতত মহাপুৰুষ অৰ্থে এক পৰমেশ্বৰকেই বুজাইছে। আমাৰ দেশত প্ৰচলিত হোৱা বৈষ্ণৱ ধৰ্ম এক ঈশ্বৰ—সেৱা ধৰ্ম ; এই কাৰণে আমাৰ ধৰ্মক মহাপুৰুষীয়া ধৰ্ম বোলা কাৰণ হব পাৰে। আমাৰ মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মত ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰাধান্য নাই ; ইয়াৰ আচাৰ্য্য যেই সেই বৰ্ণৰ লোকেই হব পাৰে, সকলো বৰ্ণৰ ধৰ্মাচাৰ্য্যৰ সমান আসন—বৰ্ণ তৈ উচ্চ-নীচ নই। আমাৰ দেশৰ মহাপুৰুষীয়া-সকল সামিষভোজী—তেওঁলোকে একাদশী-অমাৱস্যাত ফলাহাৰ কৰি ব্ৰত কৰে।

আমাৰ এই ভাগৱতী ধৰ্ম পৰৱৰ্ত্তী কালত প্ৰচাৰকৰ নামানুসৰি কেইবাটাও নামত নামকৰণ হয়। যেনে—

দামোদৰী ( শ্ৰীশ্ৰীদামোদৰ দেৱৰপৰা বঢ়া )

হৰিদেৱী ( শ্ৰীশ্ৰীহৰিদেৱৰপৰা বঢ়া )।

ঠাকুৰীয়া ( শ্ৰীশ্ৰীগোপাল আতাৰপৰা বঢ়া )।

এইবোৰ আকৌ কেইটামান সংহতিত বিভক্ত হয় ; যেনে—পুৰুষ সংহতি, ব্ৰহ্মসংহতি, কালসংহতি ইত্যাদি।

মহাপুৰুষীয়া ধৰ্ম-প্ৰকাশক শ্ৰীমন্ত শঙ্কৰদেৱ—তেওঁ হিন্দুশাস্ত্ৰবোৰ মন্থন কৰি এই দেশৰ হাৱাপানী মতে বৈষ্ণৱ ধৰ্ম প্ৰকাশ কৰে। তেওঁ গোটেই ভাৰতবৰ্ষৰ প্ৰধান প্ৰধান তীৰ্থস্থানবোৰ ঘূৰি অনেক সাধু-সন্ন্যাসীৰ লগত আলাপ-আলোচনা কৰি বিভিন্ন দেশৰ গীত-নাট সুৰ-সঞ্চাৰ, বাদ্য শিকি আহি এই দেশত পূৰ্বৰ পৰা চলি অহা কৃষ্টিৰ লগত সংমিশ্ৰণ কৰি প্ৰচলন কৰে ; অৰ্থাৎ এই দেশত আগৰপৰা চলি থকা ভাগৱতী ধৰ্মত বহুগুণ দি নতুন ধৰ্মৰ ৰূপে প্ৰচাৰ কৰিছিল। ধৰ্মত যিবোৰ আবৰ্জনা পৰিছিল, তেওঁ সেইবোৰ গুচাই নতুন উদাৰ ভাব দি তাত প্ৰাণ দিছিল আৰু তাৰে ফলত সেই সময়তেই নতুন

সত্যতাৰ যুগ আৰম্ভ হৈছিল। বিজয় শঙ্কৰৰ বিজয় দুন্দুভিত শ্ৰীশ্ৰীদামোদৰদেৱে বেহাৰৰ ওচৰৰ অনুন্নত * লোকক দৃষ্টি কৰি গুৰু কৰে। আৰু তেওঁৰ ঘৰত—

........................প্ৰভু দামোদৰে
আনন্দে ভোজন কৰি।
কতিপয় দিন তাহান গৃহত
ৰৈলা সন্তৰূপে হৰি ॥ ৬১৪ ( গুৰুলীলা )

শ্ৰীশ্ৰীমাধৱদেৱ শ্ৰীমন্তশঙ্কৰদেৱৰ শৰীৰৰ ছাঁৰদৰে আছিল আৰু গুৰুক নানা ভাৱে সেৱা-শুশ্ৰূষা কৰি গুৰুসেৱাৰ আদৰ্শ দেখুৱাইছিল।

শ্ৰীশ্ৰীদামোদৰদেৱে শ্ৰীমন্ত শঙ্কৰদেৱৰ লগত পাটবাউসীত একেলগে প্ৰসঙ্গ কৰা, ভাগৱত পাঠ কৰা, শাস্ত্ৰালাপ কৰা গুৰুচৰিত আৰু শ্ৰীশ্ৰীদামোদৰদেৱৰ চৰিতত পোৱা যায়। শ্ৰীশ্ৰীদামোদৰদেৱ শ্ৰীমন্ত শঙ্কৰদেৱৰ লগত এইদৰে মিলি গৈছিল যে—নীলকণ্ঠৰ শ্ৰীশ্ৰীদামোদৰ দেৱৰ চৰিতত এইদৰে লিখিবলগীয়া হৈছিল—

"শঙ্কৰ মাধৱ দামোদৰ একে কায়।
তিনিও মূৰ্তিৰ একো ভিন-পৰ নাই ॥"৫

এই চৰিতত শ্ৰীগুৰুৰ বিষয় এইদৰে লিখিছে—

"ঈশ্বৰ মহিমা যাৰ লীলা বিপৰীত।
তাহান চৰিত্ৰ কোনে পাৰয় বৰ্ণিত ॥
নামধৰ্ম্ম ভকতিক কৰিয়া প্ৰচাৰ।
যাক আচৰিয়া সুখে তৰয় সংসাৰ ॥ "১২

---

* সি ৰাজ্যৰ লোকে, ঘৰে পুৰে সবে, কুকুট হংস শূকৰ ॥৬০৫

শ্ৰীগুৰুৰ লগত প্ৰীতিভাৱ—

"দামোদৰ শঙ্কৰৰ প্ৰীতি বাঢ়ি যায়।
যেন এক দেহ দুই ভিন তাৰ নাই ॥" ২৬৭

( নীলকণ্ঠ )

শ্ৰীগুৰুৰ ভবিষ্যৎ বাণী—

"দামোদৰ পাৱে লোক ভজিবে অপাৰ।
যত মেধি ভক্ত হুইবে সকলে আমাৰ ॥" ৩১৫

( নীলকণ্ঠ )

শ্ৰী শঙ্কৰ-সূৰ্য্যই যে কামৰূপীয় ভাগৱতী-ধৰ্ম বা এক শৰণ নামধৰ্ম প্ৰকাশ কৰিছিল—সেই কথা, শ্ৰীশ্ৰীদামোদৰ দেৱৰ প্ৰধান সেৱক ভট্টদেৱৰ কথা-ভাগৱতৰ দশম স্কন্ধ, তাৰ পৰৱৰ্ত্তী ধৰ্মাচাৰ্য্য গোপাল-চৰণৰ তৃতীয় স্কন্ধ ভাগৱতত আৰু মহাভাৰতৰ বহুতো পৰ্বত কবিসকলে উল্লেখ কৰি গৈছে। নামঘোষাতো এই বিষয়ে শ্ৰীশ্ৰীমাধৱদেৱে বহুতো কথা লিখি গৈছিল।

শ্ৰীগুৰুৰ প্ৰয়াণৰ পাচত শ্ৰীশ্ৰীদামোদৰগুৰু শ্ৰীগুৰুৰ থানৰ নিকটতেই বাস কৰিছিল আৰু আই-নাতিসকলৰ খা-খবৰ কৰি আছিল।

ইয়াৰ উপৰি শ্ৰীশ্ৰীদামোদৰদেৱে শ্ৰীগুৰুৰ আহিঁকে লৈ শেষ কালত গৈ কোচবিহাৰত বাস কৰিছিল আৰু তাতে প্ৰয়াণ লাভ কৰিছিল। আজিলৈকে শ্ৰীমন্ত শঙ্কৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ আৰু শ্ৰীশ্ৰীদামোদৰদেৱৰ প্ৰয়াণ কৰা ঠাই তিনিখনে কোচবেহাৰত পূৰ্বৰ স্মৃতি জীয়াই ৰাখিছে।

শ্ৰীশ্ৰীহৰিদেৱেও শ্ৰীগুৰুৰ সঙ্গলাভ কৰিছিল। তেওঁ আছিল—মানেৰিত। মানেৰিৰ পৰা পাটবাউসী প্ৰায় চাৰি মাইল দূৰ। শ্ৰীশ্ৰীহৰিগুৰু নিতৌ মানেৰিৰপৰা আহি পাটবাউসীত শ্ৰীগুৰুৰ লগত প্ৰসঙ্গ কৰিছিল আৰু ভাগৱত চৰ্চ্চা কৰিছিল।

"মানেৰিৰপৰা, এহিসে কাৰণে, আনন্দ কৰিয়া যান্ত।
শঙ্কৰক আদি, কৰিয়া যতেক, শুনে ৰঙ্গে ভাগৱত ॥"

শ্ৰীশ্ৰীহৰিদেৱ চৰিতৰপৰা জনা যায়—এসময়ত শ্ৰীমন্ত শঙ্কৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱে শ্ৰীশ্ৰীহৰিগুৰুৰ সন্মান বঢ়াবলৈ ভকতসকলৰসৈতে মানেৰিলৈ গৈ সাত দিন, সাত ৰাতি কীৰ্ত্তন কৰি শ্ৰীহৰিগুৰুক মান কৰিছিল; সেই সময়ৰপৰা সেই ঠাইৰ নাম মানেৰি হয়।

শ্ৰীশ্ৰীহৰিদেৱ চৰিতত স্পষ্টভাৱে লিখিছে—

"শ্ৰীশঙ্কৰ নামে আসি অৱতাৰ হৈব।
জ্ঞান ভক্তি উপদেশে লোক নিস্তাৰিব ॥
লোক তৰিবাৰ হেতু পৃথিবীত আসি।
হৰিদেৱ ব্ৰাহ্মণত কহিব প্ৰকাশি" ॥

ৰামচৰণ ঠাকুৰ গুৰুচৰিতত লিখিছে—

"গুৰু বোলে আত কিছু নকৰা সন্দেহ।
মোৰে দামোদৰে ভিন্ন নাই মাত্ৰ লেশ ।৩১৩৯

এই চৰিততেই শ্ৰীগুৰু প্ৰয়াণ কৰোঁতে তেৰাৰ হতুৱাই ৰামানন্দ ঠাকুৰ দেৱক কোৱাইছে—

"দামোদৰ গোসাঁইক যে ভেদ নকৰিবা।"

চৰিত পুথিবোৰত এই বিচিনা প্ৰীতিভাৱৰ বহুতো পদ আছে।

যেনে—

"এহি বুলি যেনে বৈলা দামোদৰ সেৱা কৈল
দূৰ ভৈল যত পাপৰাশি।
কৃতকৃত্য মানিলন্ত দামোদৰে বুলিলন্ত
কিনো মোৰ ভাগ্য ভৈল আসি ॥"২৯৮৮

শ্ৰীশ্ৰীদামোদৰদেৱে একশৰণ নামধৰ্ম্ম প্ৰচাৰ কৰিছিল আৰু বৰ্ত্তমান চলিত ৰীতিমতেই নাম-কীৰ্ত্তন, ভাগৱত পাঠ আদি কৰিছিল।

ৰামৰায় ভণিত গুৰু-লীলাত আছে—

(১) তীৰ্থক সেৱন দেৱী উপাসন
ধৰ্ম্ম কৰ্ম্ম যাগ যোগ।
ৰাম কৃষ্ণ নামে সকলো সিজয়
নলাগে একো উদ্যোগ ॥৪৮৫

(২) সত্য যুগে ধ্যান ত্ৰেতা যুগে যজ্ঞ
দ্বাপৰে পূজা সম্প্ৰতি।
কলিত কৃষ্ণৰ নাম ব্যতিৰেকে
নাই নাই আন গতি ॥৪৮৮

(৩) পঞ্চভূতি দেহা যাৱত থাকয়
তাৱত নাম নেৰিবো।
ইদেহ পৰিলে যেহি যোনি পাওঁ
জন্মে জন্মে নাম লৈবো ॥৪৮৯

(৪) অন্য দেৱ নভজিবা ভক্তদ্ৰোহ নচাবিবা
কৰিবাহা শ্ৰৱণ-কীৰ্ত্তন ॥৫৮০

শ্ৰীশ্ৰীদামোদৰদেৱে খোল-কীৰ্ত্তন পচন্দ নকৰা কথা ৰামৰায় ভণিত গুৰুলীলাত আছে—

"শুনা ভক্ত যত কথা শ্ৰৱণত
আছো আমি একমনে।
হৰি মন্দিৰত কীৰ্ত্তন পাতিলা
খোল-কীৰ্ত্তনীয়াগণে।
সিও একবিধ ভকতি কৃষ্ণৰ
তথাপি জানা নিশ্চয়।

কথা শ্রৱণৰ প্ৰতিকূল হোৱে
কথাক যেন ভাজয় ॥৫৭৫
খোল কীৰ্ত্তনৰ শব্দে আমাৰ
শৰীৰে উঠিল জ্বৰ।
গাৱৰ বিৱত তৈলা শ্ৰুতি হৃত
আসিলো উঠি সত্বৰ॥"৫৮৬

এনে অৱস্থাতো এই চৰিতবোৰতেই অৰ্থাৎ নীলকণ্ঠদাস আৰু ৰামৰায়ৰ ভণিত চৰিতত শ্ৰীশ্ৰীদামোদৰদেৱক শ্ৰীচৈতন্যদেৱৰ পৰা ধৰ্ম্ম লোৱা দেখুৱাবলৈ যত্ন কৰিছে। সেইদৰে শ্ৰীশ্ৰীহৰিদেৱ চৰিততো তেওঁক শ্ৰীচৈতন্যৰ পৰা ধৰ্ম্ম লোৱা দেখুৱাবলৈ যত্নৰ ক্ৰটী কৰা নাই।

কামৰূপীয় বৈষ্ণৱ ধৰ্ম্ম দাস্য ভাৱৰ—এক কৃষ্ণৰ নাম, ৰূপ, গুণ, চিন্তা আৰু কীৰ্ত্তন কৰা। শ্ৰীচৈতন্যদেৱৰ ধৰ্ম্ম প্ৰেম ভাৱৰ—ৰাধা-কৃষ্ণ যুগলমূৰ্ত্তি উপাস্য বিগ্ৰহ। মহাপুৰুষীয়া বীজমন্ত্ৰ চাৰিনাম—শ্ৰীচৈতন্য দেৱৰ যোল নাম ইত্যাদি। গতিকে চৰিত পুথিত শ্ৰীচৈতন্যদেৱৰ পৰা শ্ৰীশ্ৰীদামোদৰদেৱে আৰু শ্ৰীশ্ৰীহৰিদেৱে ধৰ্ম্ম লোৱা বুলি কলে খাপ নাখায়। চৰিত পুথি দুখনৰ এই কথা প্ৰক্ষিপ্ত বুলি ধৰিলেহে সত্য প্ৰকাশ কৰা হব।

আমাৰ প্ৰকাশিত এই গুৰু চৰিতত পোৱা যায়—শ্ৰীগুৰুৰ তিথি মহোৎসৱত শিষ্য-প্ৰশিষ্যসকলে। শ্ৰীগুৰুৰ থান পাটবাউসীত তিথি মহোৎসৱ সম্পন্ন কৰিছিল। শ্ৰীগুৰু প্ৰয়াণ কৰা সময়ত ধৰ্ম্মৰাজ্যৰ ভাৰ শ্ৰীশ্ৰীমাধৱদেৱৰ ওপৰত অৰ্পণ কৰি যায়। শ্ৰীগুৰুৰ সাম্বৎসৰিক তিথিত শ্ৰীশ্ৰীমাধৱদেৱে সেই কথা ঘোষণা কৰিবলগীয়া হোৱাত শিষ্য-প্ৰশিষ্যৰ অনুৰোধ মতে বৰপেটাত সাম্বৎসৰিক তিথি পালন কৰিবলৈ ঠিক কৰে আৰু সকলো সাধু-সন্ত, শিষ্য-প্ৰশিষ্যক তাত উপস্থিত হবলৈ

আহ্বান জনায় । শ্ৰীগুৰুৰ জ্যেষ্ঠপুত্ৰ ৰামানন্দ ঠাকুৰে ইয়াত যোগ দিয়ে । কিন্তু কিছুমান সাধুৱে ইয়াক পছন্দ নকৰিলে । বিশেষকৈ শ্ৰীশ্ৰীদামোদৰ গুৰুক আহ্বান কৰোঁতে গুৰুৱে উত্তৰ দিয়ে—

"হেন শুনি বুলিলন্ত গুৰুতৰ আগে ।
আমাৰ অহিতে বাপু বহিবাক লাগে ॥৩১৫৮

( ৰামচৰণ ঠাকুৰ )

পাচত শ্ৰীশ্ৰীমাধৱদেৱৰ আদেশত ৰামানন্দ ঠাকুৰ নিজে গৈ আহ্বান কৰোঁতে উত্তৰ দিয়ে—

"হেন শুনি ৰামানন্দ মাতিবাক গৈলা ।
মাধৱৰ আজ্ঞা দামোদৰত কহিলা ॥
দামোদৰে বোলন্ত ঠাকুৰ শুনিয়োক ।
অহিতে ( পাটবাউসীত ) বসিবো তৈক নামাতিবা মোক ॥৩১৬০

( ৰামচৰণ ঠাকুৰ )

এই কথা নীলকণ্ঠ দাসে শ্ৰীশ্ৰীদামোদৰ চৰিত্ৰত লিখিছে এইভাৱে— শ্ৰীশ্ৰীদামোদৰদেৱে কৈছে—

"পিতৃকৰ্ম্ম কৰিবাক লাগে নিজ ঠাই ।
ৰামানন্দ গৈলা তাক কিবা অভিপ্ৰায় ॥
নিজ স্থানে কৰ্ম আৰে কৰোক আসিয়া ।
কৰো মহোৎসৱ থানে সবেয়ো মিলিয়া ॥৪৬১
তৈতে যদি তাৰা দুই কৰ্মক কৰয় ।
থানে মহোৎসৱ আমি কৰিবো নিশ্চয় ॥

× × ×

শুনিয়া মাধৱে মাতিলন্ত ক্ৰোধে চাই ।
লঙ্ঘনধাৰীত কিছু বিশ্বাসক নাই ॥

×　　×　　×　　×

শুনি দামোদৰে সব ভকত মিলাই ।
কৰিলন্ত মহোৎসৱ থানত তথাই ॥
সভাতে লগাইলা যত বস্তু কৰিছিল ।
যত্নে হৰিচৰণে সভাক বিসর্জিলা ॥
এহিমতে শঙ্কৰৰ কৰ্ম সাঙ্গ ভৈলা ।
পাটবাউসী নিজস্থানে দামোদৰ গৈলা ॥৬৬৫

শ্ৰীগুৰুপ্ৰয়াণৰ পাচৰপৰা শ্ৰীশ্ৰীমাধৱদেৱ, শ্ৰীশ্ৰীহৰিদেৱ আৰু শ্ৰীশ্ৰীহৰিদেৱৰ আজ্ঞাপৰ শিষ্যসকলৰ একোটা বেলেগ সম্প্ৰদায় হয়। আনকি শ্ৰীশ্ৰীগোপাল আতাৰ আজ্ঞাপৰ সত্ৰবিলাকেও "ঠাকুৰীয়া" উপাধিৰে ভূষিত হয়। ইয়াৰ উপাধি এইবোৰ বিষয়েই বেলেগ নাম হৈ বহিছে, সিমানেই ভেদ ভাৱ বাঢ়িলৈ কিছুমানে যত্ন কৰে। ইয়াৰ ফলতেই গুৰুচৰিতবোৰত নানা ভাবে নানা কথা সোমায়। আনকি—যি শ্ৰীশ্ৰীদামোদৰ গুৰুদেৱে ব্ৰাহ্মণ ভগবানদেৱৰ লগত কায়স্থ মনোহৰক শৰণ দি "সঙ্গী" বান্ধি দিছিল; সেই গুৰুৱেই শ্ৰীশ্ৰীশঙ্কৰক ব্ৰাহ্মণেতৰ বুলি বহাৰ ইঙ্গিত দিয়ে।*

গুৰুচৰিতবোৰত প্ৰক্ষিপ্ত হোৱা দুই চাৰিটা কথা মাত্ৰ ইয়াত উল্লেখ কৰি থলো; সুধীসকলে পঢ়ি চিন্তা কৰিলেই আচল কথা উদ্ধাৰ কৰিব পাৰিব।

---

*ভগবান সঙে তান সঙ্গী বান্ধি দিলা।
ভজায়োক লোক বুলি আদেশ কৰিলা॥
নীলকণ্ঠ

আমাব এই গুরু-চবিত লিখক বামচবণ ঠাকুবব বিষয় আ
তলত উল্লেখ কবিলোঁ।—

বামচবণ ঠাকুবব বংশলতা।—

১
চক্রপাণি
|
২
হবি সবস্বতী বা কবিবত্ন সবস্বতী
|
৩
হবিপাল
|
৪
বামপাল
|
৫
জয়পাল
৬
কৃষ্ণপাল
|
৭
কৃপাল
|
৮
গয়াপাল বা বামদাস ভাঃ উর্বশী
শ্রীশ্রীমাধবদেবব ভনী
|




শ্ৰীশ্ৰীমাধৱদেৱৰ ভগ্নী উৰ্ব্বশীৰ ৯টা সন্তান উপজি নষ্ট হোৱাৰ পাচত ৰামচৰণৰ জন্ম হয়। মাসাশৌচ যোৱাৰ পাচতেই ভগ্নী উৰ্ব্বশীয়ে সদ্যজাত বালকটিক লৈ শ্ৰীশ্ৰীমাধৱদেৱৰ ওচৰত উপস্থিত হৈ আগতে পেলাই দিয়ে। বংশাৱলীত আছে তেতিয়া শ্ৰীশ্ৰীমাধৱদেৱৰ নিজৰ গোত্ৰ ভাগিনিয়েকক দি ভনীয়েকক সুন্দৰীত বাস কৰিবলৈ দিয়ে; ৰামদাস তেতিয়াৰপৰা পাটবাউসীত গৈ বাস কৰে।

ৰামচৰণ সুন্দৰীতেই ডাঙৰ হয়। এওঁক শ্ৰীশ্ৰীমাধৱদেৱে লালন-পালন কৰা দেখি সকলোৱে 'ঠাকুৰ'' বুলিবলৈ ধৰে। শ্ৰীশ্ৰীমাধৱদেৱে তেওঁক নিজে লিখা পঢ়া-শিকায়। শ্ৰীশ্ৰীমাধৱদেৱৰ অন্তিম সময়তো ঠাকুৰ তেৱাৰ লগত বাস কৰিছিল।

ৰামচৰণে এই গুৰু-চৰিত, ভক্তি-ৰত্নাকৰৰ পদ, বহুতো বড়গীত আৰু কংসবধ নাট ৰচনা কৰে। ৰামচৰণ ঠাকুৰৰ বংশধৰ সুন্দৰীদিয়া, বামুনা, দলগোমা, খেকাপাৰা, ছয়গাওঁ, গৌৰাপুৰ আদি বহুত ঠাইত আছে।

নলবাৰী
১৫ মাঘ
৫০৬ শঙ্কৰাব্দ

বিনীত—
শ্ৰীহৰিনাৰায়ণ দত্ত বৰুৱা

# সুচীপত্র

শ্ৰীকৃষ্ণায় নমঃ

# গুৰু-চৰিত

## প্ৰথম খণ্ড

—•—

### শ্ৰীমন্তশঙ্কৰদেৱৰ আৱিৰ্ভাৱ আৰু ভক্তসকলৰ আগমন

পদ

জয় জয় অনাদি ঈশ্বৰ দেৱহৰি।
শঙ্কৰ স্বৰূপে পৃথিৱীত অৱতৰি॥
অংশ কলা বিভূতিৰ যত শক্তিচয়।
ছন্মৰূপে এথাক আনিলা কৃপাময়॥১
দৈৱকীনন্দন প্ৰভু জগতৰ পতি।
অৱতাৰ বাৰে বাৰে কৰা লীলাগতি॥
ভক্তক কৃপায়ে প্ৰভু আসিয়া ইবাৰ।
ভক্তি প্ৰচাৰিয়া লোক কৰিলা নিস্তাৰ॥২
দানৱদমন দামোদৰ আদিদেৱ।
তযু পাদপঙ্কজত সদা কৰো সেৱ॥
তোমাৰ পাৱত লৈলো শৰণ সম্প্ৰতি।
তুমিসে মাধৱ মোৰ অগতিৰ গতি॥৩

শঙ্কৰ স্বৰূপে হৰি হৈয়া অৱতাৰ।
আপুনাৰ যশ ধৰ্ম্ম কৰিলা প্ৰচাৰ॥
সাতো বৈকুণ্ঠৰ যিটো নাথ আতিশয়।
দয়া কৰি এথাক আসিলা কৃপাময়॥৪
উপাস্যসৱক আনিলন্ত জগন্নাথ।
বৈকুণ্ঠপুৰক প্ৰভু কৰিলা অনাথ॥
ভাৰত লোকক কৃপা কৰি দেৱহৰি।
কায়স্থ কুলত প্ৰভু আছা অৱতৰি॥৫
ৰাম অৱতাৰে যত ভালুক বানৰ।
কৃষ্ণ অৱতাৰে গোপগণ নিৰন্তৰ॥
যাদৱ পাণ্ডৱ কুলে যত ভক্তগণ।
সবাহাকে ইথানে আনিলা নাৰায়ণ॥৬
ব্ৰহ্মা হৰ আদি যত ভক্তগণমানে।
কৃপাময় গুৰুৱে আনিলা এহিথানে॥
জন্মি যেন যেন প্ৰভু লীলা কৰিলন্ত।
অনুক্ষণ ঈশ্বৰৰ লীলা দৰশান্ত॥৭
কতো কেলি দেখাৱন্ত মনুষ্যৰ নয়।
হেনমতে লীলাগতি কৈলা কৃপাময়॥
যত যত মহাজন বৈষ্ণৱ আছিলা।
অন্তে অন্তে এহি কথা আনন্দে কহিলা॥৮
সবাহাকে লৈয়া গুৰু গৈলা নিজথানে।
সিসব কথাক আৰে শুনা সাৱধানে॥

তাৰাসকলক নমস্কাৰ কৰি মনে।
শঙ্কৰৰ যত গুণ বৰ্ণাইবো যতনে ॥৯
ভকত জনৰ শঙ্কৰেসে নৱনিধি।
তাহাঙ্ক স্মৰণে আৰম্ভৰ হৌক সিদ্ধি ॥
হৃদয়পদ্মত শঙ্কৰক মনে ধৰি।
বৰ্ণাইবোহো লীলা তান শুনা কৰ্ণভৰি ॥১০
শঙ্কৰৰ জন্মকথা পাচত কহিবো।
প্ৰথমতে উপৰি বংশৰ লেখা দিবো ॥
ভক্তসকলক মই কৰো নমস্কাৰ।
বঢ়া টুট দোষ যত ক্ষমিবা আমাৰ ॥১১
মমা হেন বুলি মোৰ নধৰোক মন।
মাধৱত পৰে নাহি মহন্ত গহন॥
মোহোৰ সৎসঙ্গ মাধৱত পৰে নাই।
ৰচিবোহো পদ মই তান আজ্ঞা পাই ॥১২
তাৱাসে বান্ধৱ মোৰ আন নাই নাই।
কৃপাময় নিজগুৰু দিলন্ত দেখাই ॥
বঢ়া টুটা যত দোষ ক্ষমিবাহা মনে।
একেবাৰে প্ৰণামোহো সবাৰ চৰণে ॥১৩
যৈতে তৈত হৌক জন্ম মোৰ কৰ্ম্মফলে।
পশিলো শৰণ নাথ তযু পদতলে ॥
সত্তকুলে জন্মি ভৈলো ভত্তো দুৰাশয়।
কৃপাময় গুৰুত নভৈলো পৰিচয় ॥১৪

কৰা দয়া দয়াময় ভৃত্যক সম্প্ৰতি ।
তুমি বিনে আৰব নাহিকে মোৰ গতি ॥
শুনা সৰ্ব্বজনে আবে শঙ্কৰ চৰিত্ৰ ।
তান যশচয়ে কৰে পাপীক পবিত্ৰ ॥১৫
সংসাৰ তাপত পৰি আছে যিটো জন ।
গুৰুবিনে নাহি জানা সংসাৰ তৰণ ॥
যদি কোনো জনে গুৰুপাদক সেৱয় ।
তান কৃপা ভৈলেসে পাতক নিস্তৰয় ॥১৬
সাধন সৎসঙ্গ জানা ফলক দেখায়ে ।
তেবেসে জানিবা ফল সৎসঙ্গক পায়ে ॥
সাধন সৎসঙ্গ নৰে পায়ে তেবে যাই ।
তিনিয়ো সৎসঙ্গ আবে কহিবো বুজাই ॥১৭
প্ৰথমে গুৰুক যিবাজনে চিনায়য় ।
সাধন সৎসঙ্গ গুৰু তাহাক কহয় ॥
ফল সৎসঙ্গৰ আদি জানিবা শঙ্কৰ ।
গুৰু ৰূপ ধৰি আইলা প্ৰভু গদাধৰ ॥১৮
একান্ত ভকতসব সাধৰ্ম্মী সৎসঙ্গ ।
কৰি সেৱা তাসম্বাৰ মাগো আমি সঙ্গ ॥
গুৰুৰ চৰণে আৰে মোৰ ৰতি হৌক ।
মাধৱক আদি যত আছে ভক্তলোক॥১৯
তাসম্বাৰ সঙ্গ মোৰ নহাৰোক মনে ।
কৰোহো প্ৰণাম মই ভকত চৰণে ॥

## শ্ৰীমন্তশঙ্কৰদেৱৰ বংশাৱলী

ইসব কথাক আৰে এহিমানে থওঁ।
শুনা শঙ্কৰৰ বংশ সাৱধানে কওঁ ॥২০
তাসম্বাৰ উৰ্দ্ধ বংশে যত আছিলন্ত।
সবেয়ো গহন আতি পণ্ডিত মহন্ত ॥
ঈশ্বৰৰ অংশে আসি সবেয়ো জন্মিলা।
বাদ কৰি বহুবিপ্ৰ পণ্ডিত জিনিলা ॥২১
অগ্নি চণ্ডীদেৱ চন্দ্ৰে ভৈলা চণ্ডীবৰ।
বৰুণ জয়ন্ত কৈলো বায়ু ৰাজধৰ ॥
কুবেৰৰ শক্তি হলায়ুধ আসিলন্ত ॥২২
দেৱতা বুলিয়া তাসম্বাক সুবুজিবা।
বিষ্ণুৰেসে অংশ বুলি মনত ধৰিবা ॥
জগত কাৰণ হৰি যাতো অৱতাৰ।
ভক্তি প্ৰচাৰিয়া লোকে কৰিলা নিস্তাৰ ॥২৩
ছদ্মৰূপ ধৰি হৰি যাতো আসিলন্ত।
সিকাৰণে দেৱঅংশ বুলি কহিলন্ত ॥
বংশসকলক ছদ্ম কৰিয়া আনিলা।
আপুনি কায়স্থকুলে জন্মক ধৰিলা ॥২৪
ৰাজধৰ নন্দন ভৈলেক নৰহৰি।
আছিলেক সিন্ধদেৱ সিচৌ নামধৰি ॥

যাৰ ধিবা পুত্ৰ ভৈল কহিলো বুজাই।
সিসব কথাক আবে শুনা অভিপ্ৰায় ॥২৫
প্ৰকৃতি আসিয়া ঐত অকণী ভৈলন্ত।
গন্ধৰ্ব্বগিৰিয়ে তাঙ্ক পাচে বিহাইলন্ত ॥
অসুন্দৃয়া ইন্দুনী তাহাৰ ভাৰ্য্যা তিনি।
তিনি নগৰৰ হন্তে আনিলন্ত জিনি ॥২৬
দুৰ্ভগা ভৈলন্ত পাচে ইন্দুনী সুন্দৰী।
পতিব্ৰতা ধৰ্ম্মক সদায়ে থাকা ধৰি ॥
পুষ্প উৎসৱৰ দশ বৰিষ যে ভৈলা।
দিনেক তাহান স্বামী পাশক নগৈলা ॥২৭
মহাশুদ্ধমতী কন্যা মনত গুণিলা।
পুত্ৰ জীউ নাই দেখি চিন্তিবে লাগিলা ॥
স্বামী নাসে সঙ্গে পুত্ৰ লভিবো কেমনে।
পুত্ৰ ভৈলে মোক হাসিবেক সৰ্ব্বজনে ॥২৮
একবাৰ মোৰ পাশে স্বামী যদি আসে।
সিটো বাদ বিবাদক এৰাইবো ভেবেসে ॥
একদিনা স্বামী তান শয্যা লাগি গৈলা।
সেইদিনা তান মনোৰথ সিদ্ধি ভৈলা ॥২৯
এৰাইলোহো লোকবাদ ভৈল বঞ্জন।
চিন্তিবে লাগিলা পাচে শিৱৰ চৰণ ॥
মনত বোলন্ত সতী পুত্ৰ যদি হয়।
হেন কথা আলটি থাকিলা আতিশয় ॥৩০

পুৰুষৰ বন্ধ্যা গুচে যদি পুত্ৰ পায়।
জীউ ভৈলে স্ত্ৰী ভেবে বন্ধ্যাক এৰাই ॥
হৃহিতা হৈৱন্ত বুলি শিৱক চিন্তন্ত।
কাকুতি দেখিয়া হৰে বেকত ভৈলন্ত ॥৩১
কিক আৰাধস সতী মোক আৰ তই।
যেন লাগে খোজ আৰে বৰ দিবো মই ॥
ইন্দুনী বোলয় যদি বৰ দিবা মোক।
তোমাৰ চৰণে প্ৰাৰ্থো জীউ এক হোক ॥৩২
সিদ্ধি হোক বুলি হৰ অন্তৰ্দ্ধান ভৈলা।
হেন বৰ পাইয়া সতী গৃহে চলি গৈলা ॥
যেবে তান গৰ্ভ আসি ভৈলা অষ্টমাস।
পূৰ্ণশক্তি ধাৰায়ে গৰ্ভত লৈলা বাস ॥৩৩
পেট পকাই একদিনা আসিলেক ৰাত্তি।
উপজিলা কন্যা পাচে নামে কৃষ্ণকান্তী ॥
কৃষ্ণৰ শক্তিয়ে যিটো জন্ম লৈলা আসি।
সিকাৰণে অজনিকা কহিলো প্ৰকাশি ॥৩৪
মহা ৰূপৱতী কন্যা পৰম সুন্দৰী।
শৰীৰৰ কান্তি জলে সূৰ্য্য সমসৰি ॥
নাহি পটন্তৰী কন্যা ৰূপে বিত্তোপনী।
হৰৰ পাৰ্ব্বতী যেন জগত জননী ॥৩৫
ঈশ্বৰক চিন্তি সতী থাকে সৰ্ব্বদায়।
বোলে মাধৱত পৰে মোৰ স্বামী নাই ॥

গন্ধৰ্ব্বগিৰিয়ে বিহা দিবাক চাহয় ।
কৃষ্ণকান্তী বোলে মোৰ স্বামী নালাগয় ॥৩৬
ঈশ্বৰ মাধৱ পিতৃ আছে মোৰ স্বামী ।
তাঙ্ক এৰি আন পতি নধৰিবো আমি ॥
হেন শুনি গিৰি পাচে গুণিয়া মনত ।
কিছু বুবুলিয়া ভেবে ৰহিলা গৃহত ॥৩৭
একদিনা হৰক চিন্তিয়া মহাসতী ।
মাগিলন্ত পুত্ৰ বৰ কৰি স্তুতি নতি ॥
হৰে তুষ্ট ভৈল শুনি কন্যাৰ কাকুতি ।
বৰ দিয়া চলি গৈলা পাৰ্ব্বতীৰ পতি ॥৩৮
গৰ্ভগোট ভৈলা তাৰ মহা জ্যোতিৰ্ম্ময় ।
সুতিকা গৃহক অতিশয় প্ৰকাশয় ॥
উপজিল পুত্ৰ পাচে নামে লণ্ডাদেৱ ।
বলে বীৰ্য্যে পৰাক্ৰমে সম নাহি কেৱ ॥৩৯
বুলিবাহা কাৰ বীৰ্য্যে ভৈলন্ত তনয় ।
তাঙ্ক কৃপা কৰিলন্ত কৃষ্ণ কৃপাময় ॥
হৰৰ বচন শুনি প্ৰভু লক্ষ্মীপতি ।
গৰুড়ৰ স্কন্ধে আইলা কৰি লীলাগতি ॥৪০
আকাশত থাকি হৰি বীৰ্য্য এৰিলন্ত ।
উৰ্দ্ধ দৃষ্টি কৰি কৃষ্ণকান্তী দেখিলন্ত ॥
শুক্লবৰ্ণ বীৰ্য্য চন্দ্ৰ সম প্ৰকাশয় ।
আকাশক প্ৰকাশিয়া দৈৱত্ত আসয় ॥৪১

সেৱা কৰি সতী মুখপাতি ধৰিলন্ত।
সিকাৰণে সণ্ডাদেৱ নামত দিলন্ত॥
দেৱবীৰ্য্য আসি শুদ্ধা যাতো জন্ম লৈলা।
এতেকেসে জানা আন দেৱ নাম ভৈলা॥৪২
গন্ধৰ্ব্বগিৰীত যাত জন্ম আসি ভৈলা।
যিবা হেতু তাহান গন্ধৰ্ব্ব নাম থৈলা॥
নাভি নামে গন্ধৰ্ব্ব পূৰ্বত আছিলন্ত।
বিষ্ণুক চিন্তিয়া পাচে বৰ মাগিলন্ত॥৪৩
তোমাৰ বংশত জন্ম হৌক নাৰায়ণ।
চৈধ্য ভুৱনৰ লোক কৰা নিস্তাৰণ॥
তাহাক চাহিয়া পাচে হৰি বুলিলন্ত।
পূৰ্ব্বতৰ সাধনৰ জন্মৰ দিব অন্ত॥৪৪
চন্দ নামে দ্বিজ তই আছিলি গহন।
যজ্ঞ কৰি সেৱিলিহি মোহোৰ চৰণ॥
তুষ্ট হুয়া তোক মই দেখা দিলো যাই।
মাগিলিহি বৰ পাচে মোক ভেট পাই॥৪৫
মোক বৰ দিয়া আবে প্ৰভু নাৰায়ণ।
তোমাৰ বংশৰ মাজে হওঁ একজন॥
মাধৱে বোলন্ত আবে শুনিয়ো ব্ৰাহ্মণ।
দ্বিতীয় বাঞ্ছাক জানো মোৰ আছে মন॥৪৬
দেৱৰ ভোগক জানো বাঞ্ছা কৰা মনে।
কত কাল ভুঞ্জ ভোগ দেৱৰ ভুৱনে॥

গন্ধৰ্ব্ব স্বৰূপে পুনু আৰাধিবি তই।
তোত তেবে যেকত হুইবোহো যাই মই ॥৪৭
সেহি বাক্য সাফলিবে আসিলো এখন।
মোহোৰ বংশত তেবে হৈবি উৎপন ॥
সদানন্দ নাম সিটো বিষ্ণুপুৰী নাম।
হেমন্ত গিৰিক দেখি উপজিলা কাম ॥৪৮
একদিন লক্ষ্মীপুৰী হেমন্তক গৈলা।
পাৰ্ব্বতীৰ পিতৃ পাচে দৰশন ভৈলা ॥
সেহি বীৰ্য্যে গন্ধৰ্ব্ব যে গিৰীক লভিলা।
শঙ্কৰৰ ঊৰ্দ্ধ পিতা আতেসে জন্মিলা ॥৪৯
ইটো কথা সম্প্ৰতি থাকোক এহিমানে।
শঙ্কৰৰ বংশাৱলী শুনা একমনে ॥
লণ্ডাদেৱ নামে যিটো পুৰুষ অদ্ভুত।
অস্ত্ৰ-শস্ত্ৰ শাস্ত্ৰত যে বৰই পাৰ্গত ॥৫০
পৰম গম্ভীৰ ধীৰ বুদ্ধিত সাগৰ।
পৃথিবীত নাহি লণ্ডাদেৱ সমসৰ ॥
বঙ্গাল মাৰিবে গৌড়েশ্বৰে পাঠি দিলা।
সমস্ত ৰাজ্যক জিনি একত্ৰ কৰিলা ॥৫১
সৈন্তৰ শোণিতে এক নদী বহি যায়।
তক তৰি শোণিতক লৈলা সেহি ঠাই ॥
সেহি তেজে লণ্ডাদেৱ পূজিলন্ত চণ্ডী।
দিলা বৰ যাৰ বক্যা নাম ৰাউক খতি ॥৫২

ত্র্যম্বক আম্রর ডালে করি এক ঠাঁই।
অগনিত আহুতি দিলন্ত পাছে যাই ॥
তুষ্ট হয়্যা চণ্ডী মাত্র মোক দিয়া বর।
একগুটি পুত্র হৌক তবু সঙ্গসর ॥৫৩
সিদ্ধি হৌক বুলি সতী গৈলা দিয়া বর।
ভৈল পুত্র তান সেবে নামে চণ্ডীবর ॥
সর্ব্বগুণান্বিত মহা বীর্য্যবন্ত মতি।
গৌড়েশ্বরে দায়্যা পাছে করিলা সম্প্রতি ॥৫৪
কনৌজপুরত বাসা জানা তাসম্বার।
দেবীপূজা কর্ম্ম তেন্তে করন্ত বিস্তর ॥
ভক্তি করি দেবীক করিলা দাসী প্রায়।
দেবীদাস নাম ভৈলা এহি কার্য্যে যাই ॥৫৫
পণ্ডিতালী গুণ দেখি পাছে নরেশ্বর।
দুর্ল্লভনারায়ণে দায়্যা করন্ত বিস্তর ॥

## রাজা দুর্ল্লভনারায়ণর বংশাবলী

শুনিয়োক কথা আরে আত পরে আর।
বংশাবলী কহো আরে দুর্ল্লভ রাজার ॥৫৬
আদি নিরঞ্জন পূজি প্রাথিলন্ত বর।
সান্ধি নাম কন্যা তান পরম সুন্দর ॥
বিষ্ণুর কুক্ষিত সান্ধি কন্যা জন্মিলন্ত।
নারায়ণ চিন্তি তেবে পুত্র মাগিলন্ত ॥৫৭

সন্ধ্যাত জন্মিলা পাদে ভৈলা সন্ধ্যা নাম।
পাইলা মনোনীত বৰ সিদ্ধি ভৈলা কাম ॥
যিহেতু বৰত ভৈলা তাতে একেশ্বৰ।
পৰম ধৰ্ম্মিষ্ঠ সিটো ভৈলা গৌড়েশ্বৰ ॥৫৮
তাহান তনয় পাচে ভৈলা সিন্ধুৰায়।
ইলাৱতী গৰ্ভে পাচে জন্মিলন্ত যাই ॥
ভৈলা সিন্ধুপতি পাচে ৰাজ ৰাজেশ্বৰ।
ৰূপ নাম ভৈলা পাচে সিন্ধুৰ পুত্ৰৰ ॥ ৫৯
ৰূপৰ যশস্যা দ্বীপ-দ্বীপান্তৰে গৈলা।
সিংহধ্বজ নামে তান তনয় যে ভৈলা।
প্ৰতাপধ্বজ নামে তান আছে মহামন্ত্ৰী।
লাহাৰিয়া নামে তান আনিলেক পিতৃ ॥৬০
কায়স্থ কুলত তেহে মহাবুদ্ধিমন্ত।
সিংহধ্বজে মাৰি তান ৰাজ্যক লৈলন্ত ॥
প্ৰতাপধ্বজ ভৈলা সিটো নগৰৰ ৰাজা।
মহাধৰ্ম্ম প্ৰতিপাল কৰে নিতে প্ৰজা ॥৬১
পৰ্বাৱতী নামে আছে প্ৰতাপৰ ভাৰ্য্যা।
দুৰ্লভনাৰায়ণ ভৈলা তান গৰ্ভে ৰাজা ॥
সাত জন ভাৰ্য্যা লৈলা মুখ্য পটেশ্বৰী।
ৰূপে গুণে একোজনী যেন বিদ্যাধৰী ॥ ৬২
ইন্দুমতী ইন্দুমনী আৰো বিহা লই।
উগৰী জানকী আৰো জানিবা তিনোই ॥

সেবতী সহিতে এহি কন্যা সাতজন।
সূর্য্য তনাবায়ণ সেবা কবে সর্বক্ষণ ॥৬৩
গৌড়েশ্ববে বাজ্য পাচে পাইলা কত্তোদিন।
খবিলন্ত সিটো মহা নৃপতিব চিন ॥

চণ্ডীবৰৰ বৰপ্ৰাপ্তি

তান পাশে বাত্তে চণ্ডীবব মহামতি।
দুর্লভ বাজায়ে দয়া কবন্ত সম্প্রতি ॥৬৪
শুনা যেন যেন কথা ভৈলা তাত পাচে।
গগবিয়াপুৰ নামে নগবেক আছে।
ব্রহ্মপুত্র জল বাঢ়ি আক ডুবায়য়।
সিটো বিলাতব শস্য দায়ে নপায়য় ॥৬৫
গৌড়েশ্বৰ আগে লোকসবে খল দিল।
শুনি গৌড়েশ্ববে ধব বান্ধিবে লাগিল ॥
জানব কাষত্তে বসি বাজা আছে চাই।
দেখন্ত প্রচণ্ড জল সব বহি যাই ॥৬৬
হেন দেখি বাজাব মনত মহা ক্লেশ।
পাত্রক মন্ত্রীক চাই কবিলা আদেশ ॥
বাজাব আদেশ পাই পাত্র মন্ত্রীগণে।
বান্ধিবে লাগিলা জান অনেক যতনে ॥৬৭
মাটিক পেলান্ত ভাত লেকে অসংখ্যাত।
বাজায়ো বসিয়া চাই আছন্ত তথাত ॥

একোয়ে প্ৰকাৰে জান বান্ধিব নোৱাৰে।
চণ্ডীবৰে আসিলা ৰাজাক নমস্কাৰে ॥৬৭
তাঙ্ক দেখি ৰাজা বোলে সুপ্ৰসন্ন বিধি।
কহিয়ো উপায় যেন কাৰ্য্য হোৱে সিদ্ধি॥
চণ্ডীবৰে কহিলন্ত নৃপতিৰ আগে।
জানক বান্ধিবে বহু কাষ্ঠক যে লাগে ॥ ৬৯
ঘৰিয়াল প্ৰকাৰে বৃন্দাক কাটায়োক।
কাষ্ঠক জোঙ্গালি গোজ প্ৰকাৰে পোতক॥
সোলোখা প্ৰকাৰে চৌতি দিয়োক উপৰে।
পেলায়োক মাটি তাত জলৰ ভিতৰে ॥৭০
এতেকে ৰহিবে জল কৈলো নিষ্ঠ কৰি।
দিয়ো মাটি তাত সবে চণ্ডীক সুমৰি॥
হেন শুনি জয় ঘোষ কৰিলা সমাজে।
চণ্ডীবৰ বসিলন্ত সমাজৰ মাজে ॥৭১
দুৰ্লভ ৰাজায়ে দেখি মনে গুণিলন্ত।
পাত্ৰ কৰিবাক যোগ্য মহা বুদ্ধিমন্ত॥
ধৰ গোট বান্ধিলন্ত মহা বিপৰীত।
এৰাইল প্ৰমাদ তোক ভৈল কৃতকৃত্য ॥৭২
জান বান্ধি সাঙ্গ যেবে কৰিলন্ত ৰাজা।
জয় চণ্ডীবৰ বুলি ঘুষিলন্ত প্ৰজা॥
হৰিষ মনত ভৈলা দেখিয়া ৰাজাৰ।
লোকৰ কৰিলা তুলি আপদ উদ্ধাৰ॥৭৩

মোৰ মনোৰথ সিদ্ধি ভৈলা মহাশয়।
শুনি আছো তোমাৰ তনয় নাহিকয় ॥
বুলিলো নিশ্চয় কৰি হোক দিলো বৰ।
মহা পৰাক্ৰমী পুত্ৰ হৈবে বংশধৰ ॥৭৪
এহি বুলি ৰাজা চলি গৈলা নিজ ঘৰ।
শুনিয়োক কথা আৰে আত অনন্তৰ ॥
বৰ পায়া চণ্ডীবৰ গৃহক গৈলন্ত।
সেহিবেলা ভাৰ্য্যাৰ যে ঋতু মিলিলন্ত ॥৭৫
সন্ধ্যা নামে ভাৰ্য্যা তাৰ মহা শুদ্ধমতী।
সৰ্ব্বদায়ে কৰে তেহে বিষ্ণুত ভকতি ॥
ভাদ্ৰ মাসা শুক্লা যে দ্বাদশী তিথি ভৈলা।
সেহিবেলা চণ্ডীবৰ তান পাশে গৈলা ॥৭৬
উদয় মাসৰ পাঞ্চদিন বহি গৈল।
তেবে ৰাজধৰ পুত্ৰ চণ্ডীবৰে পাইল ॥
হেন দেখি চণ্ডীবৰ ভৈলা ৰঙ্গমন।
ব্ৰাহ্মণসবক আনি দিলা বহুধন ॥৭৭
সপ্তম বৰিষ যেবে গৈল তান বহি।
মহাসুখ ভোগ ভুঞ্জি আছে তথা ৰহি ॥

গৌড়েশ্বৰ-কামেশ্বৰৰ যুদ্ধ আৰু মিত্ৰতা

হেন সময়ত পাচে ভৈলা দিন মন্দ।
গৌড়েশ্বৰে কামেশ্বৰে লাগিলেক দ্বন্দ ॥৭৮

প্ৰজা কয়ন্তৰ হেতু লাগিল বিৰোধ।
যুজিলন্ত দুয়ো ৰাজা কৰি মহাক্ৰোধ॥
জল জয় নভৈলেক দুয়ো সম যুদ্ধ।
দৈৱ বশে দুইৰো পাচে ভৈল চিত্ত শুদ্ধ॥৭৯
দুইকো দুই শান্ত ভাৱে সুধিলেক কথা।
কি কাৰণে আমি আৰে যুদ্ধ কৰো বৃথা॥
গৌড়েশ্বৰে বোলে ওৰা শুনিয়ো বচন।
কামেশ্বৰে মাতি পাচে কৈলা সম্বোধন॥৮০
অন্যো অন্যে গৈলা পাচে ভৈলা এক ঠাই।
কামেশ্বৰে বোলে ৰাজা শুনা অভিপ্ৰায়॥
দুইৰো একে নাম আমি কৰো আসা মিত্ৰ।
কহিলন্ত পূৰ্ব্বাপৰ কথাক বিচিত্ৰ॥৮১
সাৱটিয়া ধৰিলন্ত তাঙ্ক আঙ্কোৱালি॥
সখি কৰিলন্ত পাচে মহামিত্ৰ ভাৱে।
কৰিলোহো মিত্ৰ ইটো দেহা থাকে যাৱে॥৮২

কনৌজপুৰীৰা কায়স্থ-ব্ৰাহ্মণৰ আগমন

মিত্ৰ কৰি দুহান্তে আনন্দে আছে তথা।
কামেশ্বৰে বোলে সখি শুনা এক কথা॥
কায়স্থ-ব্ৰাহ্মণ চৌদ্ধ ঘৰ লোক দিয়া।
মোক লাগি ভেৰেসে জানোহো শুদ্ধ হিয়া॥৮৩

হেন শুনি গৌৰেশ্বৰে হৰিষ ভৈলন্ত।
সাত ঘৰ কায়স্থ মতাই আনিলন্ত ॥
সাত ঘৰ ব্ৰাহ্মণক আনিলন্ত আৰো।
ঘৰ ঘৰ কৰি শুনা লেখা দিবো তাৰো ॥৮৪
লক্ষ ঘৰ বাছি এক ঘৰ আনিলন্ত।
গৌৰেশ্বৰে কামেশ্বৰ আগত দিলন্ত ॥
কামেশ্বৰে বোলে মিত্ৰ আমি দিবো কিবা।
অল্প কৰি দিবো কিছু ঘৰে আছে যিবা ॥৮৫
শুনি হৰষিত ভৈল পাচে কামেশ্বৰ।
মন্ত্ৰীক চাহিয়া বোলে শুনা মন্ত্ৰীবৰ ॥
খাট পালঙ্গক তুলি বালিচক আন।
জাবি খুবি কাহি বেলা আনিয়ো ইথান ॥৮৬
গুৱাৰ সম্ফুৰা টেমি কটাৰী আনিয়ো।
সুৱৰ্ণৰ শৰাই আনি সখি আগে দিয়ো ॥
কৰা ক্ৰীড়া বাটি আৰো বস্তু নানা মত।
ৰাজাৰ আগত আনি দিলন্ত সমস্ত ॥৮৭
আশীখন নৌকা আনি যোগাইলন্ত আগে।
তাতে চলিলন্ত পাচে ৰাজা মহাভাগে ॥
সখিক চাহিয়া পাচে বুলিলা বচন।
তোমাৰ আগত দিলো লোক চৈধ্য জন ॥৮৮
পৰম স্নেহৰ মোৰ এন্তে চণ্ডীবৰ।
আসিবে আমাৰ পাশে বৎসৰ অন্তৰ ॥

-২

এহি বুলি গৌৰেশ্বৰে দিলন্ত বিদায়।
লবিল কমণ্ডেশ্বৰ সেহি আজ্ঞা পাই ॥৮৯
নৌকাত চৰিয়া ব্ৰহ্মপুত্ৰে উজাইলন্ত।
কতোদিনে আপোনাৰ ৰাজ্যক পাইলন্ত ॥
ঘৰঘাটে গৈয়া পাচে নৌকা চপাইলন্ত।
তাম্ৰধ্বজে শুনিলেক পিতৃ আসিলন্ত ॥৯০
পৰম আনন্দে আগবাঢ়ি আসিলন্ত।
চৰণত পৰি নমস্কাৰ কৰিলন্ত ॥
বাদ্য ভাণ্ড আন্দোল কৰিয়া উঠি গৈলা।
নগৰীয়ালোকে মহা আনন্দক পাইলা ॥৯১
উৰণী অঙ্গনে আগ বাঢ়িয়া নিলন্ত।
আমডালি ঘট হাণ্ডি লৈয়া লবিলন্ত ॥
আছন্ত বিংশতি জন ৰাজপাটেশ্বৰী।
লবিল সকলে মকৰাক আগ কৰি ॥৯২
ৰাজাৰ আনন্দ ভৈলা তাসম্বাক দেখি।
প্ৰণামিলা তেসম্বেয়ো খানিক নাপেখি ॥
সিংহাসনে বসিলন্ত পাচে নৰপতি।
নট ভাট গায়নে কৰন্ত স্তুতি নতি ॥৯৩
নগৰৰ লোক সবে ভেট কৰিলন্ত।
সবাহাকে নৃপতিয়ে তাম্বুল দিলন্ত ॥
চণ্ডীবৰ মহন্তক আনিলন্ত মাতি।
ভাল বাছি লৈবে থান দিলা অনুমতি ॥৯৪

চাৰিগোটা চেৰুটিয়া তান লগে দিলা।
ৰাজ আজ্ঞা মন কৰি তেখনে লৰিলা।
বসিবাক লাগি কৈত নপাইলন্ত থান।
বিচাৰি ফুৰিয়া ৰাজা নৰ থান মান॥৯৫
লেঙ্গামাগুৰিয়া নামে বিল এক আছে।
বিচাৰি ফুৰন্তে সবে দেখিলন্ত পাচে॥
বাতা কাটি তাহাৰ তীৰত বাসা দিলা।
তাৰ মৎস্য মাৰি সবে ভোজন কৰিলা॥৯৬
বিচাৰি ফুৰন্তে থান নপাইলন্ত ভাল।
তাহাৰ তীৰক আসিলন্ত তত কাল॥
শস্য মৎস্যে সমস্তে তথাতে মিলিলেক।
জানিলো আমাৰ থান এথাতে হৈবেক॥৯৭
চেৰুটিয়াগণে আনো লোক আনিলন্ত।
তাসম্বাক লাগি তৈতে ঘৰ সাজিলন্ত॥
বাৰী পাতি কলা-পুলিসকল কৰাই।
কমতেশ্বৰৰ আগে জনাইলন্ত যাই॥৯৮
নাহৰ টগৰ সক্ৰধন একজন।
তিতা নামে চেৰুটিয়া এহি চাৰিজন॥
জাম্বুপাৰি নৃপতিৰ আগে জনাইলেক।
বাৰী ঘৰ হৈবে শুনি হৰিষ হৈলেক॥৯৯
চৌদ্ধ শত ধান পাচে তাসম্বাক দিল।
একো হাল বৃষ আনি সবাকে যোগাইল॥

দেখিয়া সবাৰে মনে ভৈল হৰষিত।
মাগুৰিয়া গ্ৰামে গৈলা হুয়া আনন্দিত ॥১০০
এথাতে পৰম ৰঙ্গে ৰৈল কতো দিন।
লণ্ডাদেৱৰ আয়ু সব জানা ভৈল ক্ষীণ ॥
উজাইবাৰ পৰা সাত মাস যেবে ভৈল॥
পালটিয়া চণ্ডীবৰ কনৌজক গৈল ॥১০১
যত পৰিয়াল তৈত এৰি আসিলন্ত।
তাক আনিবাক প্ৰতি নৌকাত গৈলন্ত ॥
কতোদিনে কনৌজপুৰক যাই পাইলা।
পিতৃক দেখিয়া পাচে প্ৰণাম কৰিলা ॥১০২
চৌদ্ধয় ঘৰৰ জানা আছে গৈয়া লোক।
পিতৃ নাপৰিয়া শুনি বৰ ভৈল শোক॥
হৰি হৰি পিতৃ জানো মোক এৰি যায়।
তুমি হেন পিতৃ আৰু কহিত নাপায়॥১০৩
পৰম সন্তাপে আতি কান্দে দেৱীদাস।
পৰম সন্তাপে আতি তেজন্ত নিশ্বাস॥
হেন শুনি লণ্ডাদেৱে তাঙ্ক বাধিলন্ত।
পিতৃৰ বচন শুনি দুখ তেজিলন্ত॥১০৪
শোক তেজি চণ্ডীবৰে সুস্থ লভি যায়।
সংস্কাৰ কাষ্ঠচয় কৰি এক ঠাই ॥
মাঘ মাসা একাদশ দিন যেবে গৈল।
কৃষ্ণা চতুৰ্দ্দশী তিথি সোহি দিনা ভৈল॥১০৫

ৰবিবাৰ দিনা চাৰিদণ্ড ভাটিবেলা।
বিষ্ণু স্মৰি লণ্ডাদেৱে শৰীৰ এৰিলা॥
কান্ধে কৰি চণ্ডীবৰে চিতাত তুলিলা।
মুখাগ্নিক দিয়া তাৰ শৰীৰ দহিলা॥১০৬
কৃষ্ণ পণ্ডিততে তান ক্ৰিয়া কৰিলন্ত।
ক্ষীৰ কলক কঙ্কাই পিতৃক দিলন্ত॥
কনৌজপুৰত যত আছা বিপ্ৰবৰ।
দান লৈবে প্ৰতি সবে আসিলা সত্বৰ॥১০৭
যত টকা সৰ্ব্বস্বক ব্ৰাহ্মণক দিলা।
আনিবে নপাৰি গৰু সমস্তে বিলাইলা॥
বসন সুবৰ্ণ ধন আনিলন্ত যত।
সমস্তক দিলা দান পিতৃৰ শ্ৰাদ্ধত॥১০৮
নৱগুটি মাত্ৰ জ্ঞাতি তৈত ভাত দিল।
মাস ক্ৰিয়া কৰি পুনু সিথানে লৰিল।
চৌদ্দয় ঘৰৰ যত লোক আছিলেক।
স্বকি স্বকি নৌকাতে আপুনি তুলিলেক॥১০৯
দেৱীদাস লোক বিত্ত যত আছে মানে।
দাসী-দাসসকলক নিলা নিজ থানে॥
লেঙ্গামাগুৰিক লাগি সবে লৈয়া গৈল।
ব্ৰহ্মপুত্ৰে উজাই চৌধ্যদিনে গৈয়া পাইল॥১১০
যত সৰ্ব্বস্বক মানে তৈতে তুলিলন্ত।
নৰেশ্বৰে পাচে সিটো কথা শুনিলন্ত॥

দীপ নামে কটোৱাল ৰাজাত জনাইল।
সৰ্ব্বস্বক সবে নিল তযু পাশে লইল ॥১১১
চণ্ডীবৰ নামে সিটো পৰম প্ৰচণ্ড।
তাক আসি তুমি এবে কৰিয়োক দণ্ড ॥
গৌৰেশ্বৰে বোলে মই সিটো কথা পাইবো।
বৰিষেক মান তাক বাটক চাহিবো ॥১১২
তথাপিতো নাসে যদি আমাৰ থানক।
ছল কৰি তেবে মই আনিব তাহাক ॥
এহিমতে ৰাজ্য পালি আছা তথা ৰহি।
দেখি ৰাজা বৰিষেক পাচে গৈল বহি ॥১১৩
বৰিষ চৰাই পাচে গৈল দুই মাস।
মনত গুণন্ত ৰাজা কৰি অসন্তোষ ॥
ছল কৰি আনি সবে কৰিবোহো বন্দী।
কৰিবো অনেক তিৰস্কাৰ কৰি নিন্দি ॥১১৪
দুই দূত পাঞ্চিলন্ত নিৰবান সুদাম।
তোৰা দুইজনে মোৰ সাধা মনকাম ॥
লেঙ্গামাগুৰিক লাগি যাহা শীঘ্ৰ কৰি।
মিত্ৰ কৰো বুলি চণ্ডীবৰক আনা ধৰি ॥১১৫
আশীজন বাটচা তাহান লগে দিলা।
বিদ্যুত সঞ্চাৰে তেতিক্ষণে চলি গৈলা ॥
বাহু দিনা অন্তৰে পাইলন্ত উজাই।
চণ্ডীবৰ মহামতি আছা সেহি ঠাই ॥১১৬

দূতক দেখিয়া সবাহাবে বঙ্গমন।
বসিবাক লাগি পাচে দিলন্ত আসন ॥
বাজাশীষ পায় চণ্ডীবৰ আগে দিল।
চালাম কৰিয়া চলা পাণ্ডৰি পিন্ধিল ॥১১৭

চৰিত্ৰকাৰৰ প্ৰাৰ্থনা

শুনা সৰ্ব্বজন আক কৰি একমন।
শঙ্কৰৰ বংশৰ ভৈলেক দেখা কেন ॥
দৈৱ দোষ এৰাইবাক দেৱে নপাৰন্ত।
লক্ষ্মণকো দেখা কালে কেন কৰিলন্ত ॥১১৮
সামান্য মনুষ্য কোনে এৰাইবন্ত তাক।
খণ্ডিবাক পাৰে কোনে বিধি লিখি তাক ॥
জানিয়া বিষয় সুখ ভোগ সব তেজি।
শ্ৰৱণ কীৰ্ত্তন কৰা কৃষ্ণপাৱে ভজি ॥১১৯
উত্তম বংশত জন্ম লভি মূৰ্খ ভৈলো।
কৃপালু গুৰুক পাই পাপী নিচিনিলো ॥
সিংহৰ নাদক শুনি ভুকয় কুকুৰ।
সই পাণ্ডকীৰ প্ৰভু সেহি পটন্তৰ ॥১২০
ঘৰচিৰিকা পক্ষী থাকে গৃহস্থৰ ঘৰে।
হংসৰ গমন সিটো মনে ইচ্ছা কৰে ॥

শৃগালসকল যেন অৰণ্যে থাকয়।
সিটো অৰণ্যত সিংহ অনেক আছয়॥১২১
সিংহ যাৰ ধৰিবাৰ মনে কৰে ইচ্ছা।
মই দৰিদ্ৰৰ মনোৰথ সবে মিছা॥
নানান কৰিয়ে নানা শাস্ত্ৰ কৰিছন্ত॥
সবাৰো সাৰক উদ্ধাৰিয়া আনিলন্ত॥১২২
পুৰাণ ভাৰত টীকা গীতা ভাষ্যচয়।
সবাৰো ৰসক আনিলন্ত কৃপাময়॥
তাহান প্ৰভাৱ দেখি মই মনে চাওঁ।
গৰুড়ৰ উড়ায় টিপচি হুয়া ধাওঁ॥১২৩
নমো নমো মোৰ গুৰু কৃপালু শঙ্কৰ।
ভৃত্য গোষ্ঠী বুলি দয়া কৰা দামোদৰ॥
গুৰুৰ চৰিত্ৰ কৰিবাক ইচ্ছা মনে।
সমুদ্ৰক দেখি যেন ভয় সৰ্ব্বক্ষণে॥১২৪
কোনবা জন্মৰ মোৰ আছে হৈবে ভাগ।
মাধৱ হেন বান্ধৱক পাইলো আসি লাগ॥
ভক্তসকলক মই কৰো নমস্কাৰ।
মই অধমৰ দোষ ক্ষমিবা শঙ্কৰ॥১২৫
মূৰ্খতো অধম মই পৰম অজ্ঞানী।
কৰা কৃপা মোক আৰে প্ৰভু চক্ৰপাণি॥
তোমাৰ চৰণে মোৰ নিমজোক মতি।
শৰণ পশিলো দয়া কৰা যদুপতি॥১২৬

গুৰুৰ চৰিত্ৰ শুনি হুয়োক সন্তোষ।
নকৰিবা সাধুসব আত অসন্তোষ।
কহে ৰামচৰণে এৰিয়ো আন কাম।
গুৰুক হৃদয়ে ধৰি বোলা ৰাম ৰাম ॥১২৭

---

### ঝুলড়ী

চণ্ডীবৰৰ কামেশ্বৰৰ ওচৰলৈ গমন

আত অনন্তৰে শুনা সব নৰে
চণ্ডীবৰে যেন কৈলা।
কি কাৰ্য্যে তোমাক পঠাইলন্ত ৰাজা
কৌতুক মনে পুছিলা ॥
সুদাম বোলয় শুনিয়োক তুমি
কহিবো স্বৰূপ কথা।
তোমাক নিবাক পঠাইলন্ত ৰাজা
কৰিয়া পৰম বেথা ॥১২৮
মহামিত্ৰ মোৰ পূৰ্ব্বত তেহেন্তে
আসিয়োক মোৰ ঠাই।
সখি কৰিয়োক বুজি আছা একে
যাইবাৰ কৰা উপায় ॥

শুনি চণ্ডীবৰে ৰাজাৰ আদেশ
কৰিলা আনন্দ মতি।
যাইবো বুলিয়া দূতক সম্বোধি
নৌকাত কৰিলা গতি ॥১২৯
দিনা আঠ দশে পাইলা ৰাজদ্বাৰে
দেখিয়া উঠিলা ৰাগ।
চণ্ডীবৰ দেখি ৰাজা বুলিলন্ত
আসিলি কিসক আগ॥
নিহুল লগাই \গোটা দিয়া আক
প্ৰবন্ধে থৈয়োক বান্ধি।
সপ্ত জাপ কৰি টাটি গড় কৰি
কণ্টক দিবি নিসন্ধি ॥১৩০
চাৰিয়ো কাষৰে গড়ৰ পাঞ্জৰে
থাকিবেক লোক ৰাখি॥
মিত্ৰ বন্ধুগণে চাহিবাক আক
যেন নেদেখয় আখি॥
গাত্ত খানি গোড়া দিয়া থৈলা তাঙ্ক
উপৰে পাৰিয়া পাট।
ছুয়ো ভৰি জুন্টি লগাইলেক পাছে
লোহাৰ নিহুল ভাট॥১৩১
ছুই কুৰি লোক ৰাখিবাক তাঙ্ক
দিলা ভাল ভাল বাছি।

নিদ্ৰাক এৰিয়া উজাগৰে বসি
থাকা ভালমতে কাছি ॥

**পণ্ডিতৰ লগত বাদ কৰিবৰ অৰ্থে চণ্ডীবৰৰ যুক্তি**

পাচে দশ মাস আছা যেবে ভৈতে
শুনা কথা তাত পৰে ।
নদীয়াৰ হন্তে আসিল পণ্ডিত
গৌৰেশ্বৰে দেখি পৰে ॥১৩২
নামে চন্দ্ৰকবি পণ্ডিত গহন
মুখে অগ্নি বাজ হয় ।
ৰাজাৰ সভাত প্ৰবেশ ভৈলন্ত
বিপ্ৰবৰ মহাশয় ॥
যাঠিজন ছাত্ৰ তাহান লগত
বসিলন্ত তাঙ্ক বেঢ়ি ।
দেখি ৰাজা পাচে অৱনত ভাৱে
পুছিলন্ত আগবাঢ়ি ॥১৩৩
মোত কিবা কাম আছে গুৰু বাপ
কহিয়োক তাৰ কাজ ।
শুনি চন্দ্ৰকবি কহিবে লাগিলা
শুনা আৰে মহাৰাজ ॥
বহুতৰ ৰাজ্য ফুৰিয়া আসিলো
মোক সম কেহো নাই ।

তথু ৰাজ্যে যত আছয় পণ্ডিত
দিয়োক মোহোৰ ঠাই ॥১৩৪
শুনি ৰাজা পাচে মহা শীঘ্ৰ কৰি
পাঞ্চি দিলা দুতগণ।
সব পণ্ডিতক কহ মোৰ কথা
আসোক কৰি যতন ॥
বাদ কৰিবাক আসিয়া আছন্ত
পণ্ডিত মহা গৰিষ্ঠ।
তাৰা লাজ ভৈলে আমি লাজ হওঁ
সবে যেন নহো ভ্ৰষ্ট ॥১৩৫
হেন শুনি পাচে দশ পাঞ্চ দিনে
আলোচিলা একমতি।
বলধে পুস্তক জোড়ায়া সবেয়ো
প্ৰাৰম্ভে কৰিলা গতি ॥
ৰাজাৰ নগৰ পাইলন্ত সত্বৰ
হুয়া সবে একসাজু।
ৰাজাৰ আগত বাদ কৰিবাক
পণ্ডিতে পাতিলা বাজু ॥১৩৬
যত যত বিপ্ৰে দিলা সংস্কৃত
নদীয়াৰে খণ্ডিলন্ত।
নানান শাস্ত্ৰৰ মতক দেখায়া
ৰাজাক বিপ্ৰে বোলন্ত ॥

খায়া দায়া সবে নৱ দিন ভৈতে
কৰিলন্ত যেবে বাদ।
নদীয়াৰ বিপ্ৰে ভঙ্গাইল সবাকে
দেখায়া কৰি উচ্ছাদ ॥১৩৭
বিপ্ৰসকলৰ ভঙ্গ দেখি ৰাজা
পৰম লজ্জিত ভৈলা।
থকি থকি স্থানে যত বিপ্ৰমানে
সবে ঘৰাঘৰি গৈলা ॥
বহুতৰ বটা দিলা কন্দলীক
বস্ত্ৰ অলঙ্কাৰ যত।
আপুন পণ্ডিত ভঙ্গ ভৈল দেখি
ৰাজাৰ দুখ মনত ॥১৩৮
ৰাজা যিবা তাঙ্ক ঘোটক দিলন্ত
তাহাতে ৰঙ্গে চড়িয়া।
আপুন দেশক লৰিলন্ত বিপ্ৰ
পণ্ডিতগণ জিনিয়া ॥
হেন সময়ত দেখি চণ্ডীবৰে
সংস্কৃত তাঙ্ক দিলা ॥
চন্দ্ৰকবি শুনি কিছোক দুবুলি
বাসাত গৈয়া ৰহিলা ॥১৩৯
অসুখ অশান্তি কৰি সিটো ৰাতি
নিদ্ৰাক সিটো নপাইলা।

শুণন্তে গান্থন্তে উঠন্তে বৈসন্তে
ৰজনী গোট পোহাইলা ॥
প্ৰভাতত্তে বিপ্ৰে স্নান দান কৰি
ৰাজদ্বাৰে চলি গৈলা ।
মহাকোপ মনে ৰাজাক দেখনে
ব্ৰাহ্মণে বুলিবে লৈলা ॥১৪০
বৰ পণ্ডিতক আৰ কৰি আবে
থৈলাহা তুমি কিসক ।
আমি কালি পথে চলিয়া যাহন্তে
সংস্কৃত দিলা মোক ॥
বন্দীশালে এক আছন্ত পণ্ডিত
অনায়ো তাক সম্বৰে ।
সিটো কোন জন পণ্ডিত গহন
বাদে যদি মোক পাবে ॥১৪১
তেবে তাঙ্ক মই কৰিবোহো সেৱা
বুলিয়া বাক্য অশেষ ।
মহাদৰ্প কৰি ৰাজাৰ আগত
কৰে বহু উপহাস ॥
শুনি শুণি ৰাজা সুধিবে লাগিলা
কথা কাণি কৰি তথা ।
বন্দীয়াৰ বড়া হেঙ্গায়াৰে পাচে
কহিলা সমস্ত কথা ॥১৪২

শুনি ৰাজা পাছে তাহাঙ্ক তেখনে
বুলিলন্ত হাস্য কৰি।
বাদ কৰিবাক আনা গৈয়া তাঙ্ক
মোৰ আজ্ঞা শিৰে ধৰি ॥
ৰাজ আজ্ঞা যত কহিলা সমস্ত
চণ্ডীবৰ আগে যাই।
নিহল কাটিবে দিলন্ত কমাৰ
চল দেৱীদাস ঠাই ॥১৪৩
আপুন নাপিত আৰো পঠাইলন্ত
ডাঢ়ি নখ কাটিবাক।
শুনিয়া পৰম নাপিত চলিল
নৃপতিৰ লৈয়া বাক ॥
ৰঘুৰ নন্দন মহা সুলক্ষণ
ৰাজাৰ কৰন্ত কাম।
ঘোড়াত চৰিয়া কৰিলা গমন
যাহাৰ পৰম নাম ॥১৪৪
হৰি ভণ্ডাৰিক আদেশ কৰিলা
জামা জোৰা নিয়া দিয়ো।
বসন পিন্ধায়া চণ্ডীবৰে গৈয়া
সভাৰ মধ্যে আনিয়ো ॥
কাৰে নাম মৰ্দ্দ নিয়াক বুলিলা
কৰায়োক ভই স্নান।

তৈল হৰিদ্ৰাক মাস ঘহি গাৱে
আনিয়ো আমাৰ ঠান ॥১৪৫
কানু চেৰটিয়া চল তই আৰে
হাৰ কুণ্ডলক লৈয়া।
ৰাজ অলঙ্কাৰ পিন্ধায়া তাহাক
সভা মধ্যে আন গৈয়া ॥
লক্ষ্মী কমাৰে কাটিয়া নিহল
গৰ্ত্তৰ কৰিলা ৰাজ।
পৰমে খুড়াইলা ডাঢ়ি গোক নখ
চলিয়ো ৰাজ সমাজ ॥১৪৬
মৰ্দ্দনিয়া কামে মাজিলন্ত গাৱ
হৰিও বস্ত্ৰ পিন্ধাইলা।
চেৰটিয়া কানু কুণ্ডল কঙ্কণ
পিন্ধাইলা কৰিয়া লীলা ॥
চণ্ডীবৰে বোলে তোৰাসব ঐৰ
খানিতেক হোৱা ৰাজ।
মহা গুৰুতৰ কাৰ্য্য এক মোৰ
চিন্তো দেৱী হৃদি মাজে ॥১৪৭
ভেৰেণ্ডা কাষ্ঠক আনি আথে বেথে
অগনি কুণ্ড জ্বালিলা।
আপুন গাৱৰ লোমসব ছিণ্ডি
সৰস্বতী পূজা কৈলা ॥

নমো ভগৱতী কাত্যায়নী মাৱ
হুয়োক তুমি প্ৰসন্ন ।
মাধৱৰ জায়া কৰা মোক দায়া
পূৰিয়ো আমাৰ মন ॥১৪৮
কেশ লোমচয় ভ্ৰুৱ আদি কৰি
গাৱত যত আছয় ।
সবাকে উভাৰি মহা স্তোত্ৰ কৰি
সৰস্বতী উপাসয় ॥
তুষ্ট হুয়া দেৱী অগ্নিত উঠিলা
ধৰি ৰূপ চমৎকাৰ ।
কৰযোৰ কৰি বৈলা চণ্ডীবৰ
হৰিষৰ নাহি পাৰ ॥১৪৯
সৰস্বতী বোলে লৈয়ো এবে বৰ
তোৰ যেন অভিমত ।
চণ্ডীবৰে নামি বোলে মাৱ তুমি
থাকিয়ো মোৰ কণ্ঠত ॥
এহি হৌক বুলি অন্তৰ্দ্ধান ভৈলা
তৈতে মাৱ সৰস্বতী ।
ৰাজ দপদ্বাৰে কৰিলা গমন
লভিয়া পূজাৰ গতি ॥১৫০
সাত গোটা মন্ত্ৰে তুষ্ট কৰিলন্ত
পণ্ডিত জিনিবে প্ৰতি ।

ৰাজ সমজ্যাক চলি গৈলা পাছে
চণ্ডীবৰ মহামতি ॥
সাদৰে কম্বল বসিবাক দিলা
ৰাজাৰ নিকটে নিয়া।
অৱনত গাৱে হুয়া নম্র ভাৱে
বসিলন্ত তাতে গৈয়া ॥১৫১
দেখি ৰাজা তান্ক বুলিলন্ত হাসি
আসিলাহা চণ্ডীবৰ।
এতকাল তুমি ভুঞ্জিলাহা দুখ
লৈয়োক তাম্বুল মোৰ ॥
কৰা ৰঙ্গমন শুনিয়ো বচন
মনে ত্যজি দুখ তাপ।
বিধিৰ লিখিত আছে কপালত
এৰাইবেক কাৰ বাপ ॥১৫২
শুনি চণ্ডীবৰে বুলিলন্ত পাচে
মধুৰ বচনে হাসি।
ইটো দুখ যত পাইলো ৰাজা আমি
তোমাৰ পাশক নাসি ॥
হেন শুনি পাচে বুলিলন্ত ৰাজা
শুনিয়োক এক কথা।
পণ্ডিতৰ লগে বাদ কৰিবাক
বাক্য নকৰিয়ো বৃথা ॥১৫৩

বহু মান্য কৰি বুলিলন্ত ৰাজা
শুনা শুনা চণ্ডীবৰ।
ইটো মন তাপ যত আছে বাপ
মৰষিয়ো সবে মোৰ ॥
শুনা সবে নৰ শঙ্কৰদেৱৰ
চৰিত্ৰ ইটো প্ৰধান।
যেন অৰণ্যক অগনি দহয়
দেখি তাক বিদ্যমান ॥১৫৪
অগ্নিৰ সদৃশ জানিবা শঙ্কৰ
মাধৱ বতাসে পাই।
কলিৰ লোকৰ পাপৰ বাসনা
দহিয়া কৰিলা ছাই ॥
শঙ্কৰ মাধৱ ভক্তৰ বান্ধৱ
ভজিয়ো হুইবো পাৰে।
মহা কালসৰ্পে যাৰে নতো ধৰে
ধৰিয়ো সুদৃঢ় ভাৱে ॥১৫৫
ভক্তৰ চৰিত্ৰ মহা ভাগৱত
বুলিয়া শাস্ত্ৰত কয়।
এতেকে ইহাকে শুনিয়োক সবে
পুণ্যৰ হৌক উদয় ॥
সমুদ্ৰ সমান চৰিত্ৰ গহন
অমৃত ইটো সাক্ষাতে।

পৰম সৰ্ব্বস্ব ভক্তৰ চৰিত্ৰ
হুৱাই আবে হাতত ॥১৫৬
হৰি হৰি কিনো পৰম অজ্ঞানী
মই মহামতি মূঢ় ।
ভাৰত বৰিষে নৰতনু পাই
আৰো পাইলো গুৰু গূঢ় ॥
মাধৱ সৎসঙ্গে পায়া তভো মোৰ
নভৈল কিছো ভকতি ।
গুৰুদেৱ নাম ভক্তকো চিনাই
দঢ়াইলো মোক সম্প্ৰতি ॥১৫৭
উপদেশ পাই তভো জ্ঞান নাই
গুৰুত নকৰো ৰতি ।
ভক্তৰ কুলত জন্মিয়া মোহোৰ
তভো ভৈল কুৰমতি ॥
জানি বুধজন কৰি এক মন
কৰিয়া একান্ত মতি ॥
গুৰুৰ চৰণে পশিলো শৰণে
ৰক্ষা কৰা যদুপতি ॥১৫৮
জানিয়া যতনে একচিত্ত মনে
ভৰিবাৰ কৰা কাম ।
মূঢ়মতি ৰাম চৰণে কহয়
ডাকি বোলা ৰাম ৰাম ॥১৫৯

চন্দ্ৰকবিৰ লগত চণ্ডীবৰৰ বাদ আৰু চন্দ্ৰকবিৰ পৰাজয়

পদ

শুনা সভাসদ গুৰুপদ শিৰে ধৰি ।
চণ্ডীবৰে পণ্ডিত জিনিলা কেন কৰি ॥
অনন্তৰে ৰাজাক প্ৰণামি দেৱীদাস ।
মাতিলন্ত পণ্ডিতক কৰি অল্পহাস ॥১৬০
এহি বুলি পণ্ডিতৰ ভৈলন্ত সমুখ ।
শুনি আছো পণ্ডিতসবক দিলা দুখ ॥
কোন শাস্ত্ৰমতে আছা পণ্ডিত ভঙ্গাই ।
আনিয়োক শ্লোক আবে বুজো মুনি যাই ॥১৬১
পণ্ডিতে পুছিলা পাছে গ্ৰামৰ কাহিনী ।
কহিলন্ত চণ্ডীবৰে তাৰ কথা শুনি ॥
গোগৰিয়া* নামে শুনা আমাৰ নগৰ ।
এহি বুলি চণ্ডীবৰে দিলন্ত উত্তৰ ॥১৬২
উপহাস কৰি যেবে ব্ৰাহ্মণে বুলিলা ।
গৰিয়া অধম বুলি হাসিবে লাগিলা ॥
কুৎচিত গ্ৰামত থাকা গৰু যেন-বুদ্ধি ।
তাতেসে ইসব কথা কহিলা বিবুদ্ধি ॥১৬৩
হাসিলে ব্ৰাহ্মণগণে দূষিবাক মনে ।
চণ্ডীবৰে বিপ্ৰক মাতিলা তাৰক্ষণে ॥
শুনা গুৰু তোৰাসব থাকা কোন ঠাই ।
গ্ৰামৰ কাহিনী মোত কহিয়ো আতাই ॥১৬৪

---

* গোগৰিয়া—গোৰ' বুলি অনুমান কৰিব পাৰি ।

বিপ্ৰে বোলে পণ্ডনিত আমাসাৰ বাস।
হেন শুনি দেৱীদাসে তুলিলন্ত হাস ॥
শুনা শুনা শুকসব যত বিপ্ৰপাল।
কথাতে জানিলো সিটো গ্ৰাম নহে ভাল ॥১৬৫
আমাৰ দেশত আছে ধনৱন্ত জন।
বিত্ত দিয়া তেসবে কিনয় বান্দীগণ ॥
বান্দীক লাগিয়া পাছে বন্ধা চপাৱয়।
প্ৰপঞ্চিয়া কহো শুনা তাহাৰ নিৰ্ণয় ॥১৬৬
তাৰ বীৰ্য্যে তাহ ৰ তনয় বাঢ়ি যায়।
গৃহস্থসকলে ভাত পানী বৈত খায় ॥
ওটাৰ কাখৰে তাক কৰুৱাত কৰি।
বান্দীয়ে খোৱয় ভাত পানী দিয়া ভৰি ॥১৬৭
সেহি ভাত মধ্যে পাচে চিকা যাই পৰে।
তাৰ ঘ্ৰাণ পায়া জানা বাস্তি আসে ঘৰে ॥
বান্দীৰ ছৱালে তাক খ ই সবে বেঢ়ি।
অৱশেষ পণ্ডনি তথাতে কাকে পৰি ॥১৬৮
গৰিয়াৰ লাদ আনি মিসলায়ে পানী।
সিঞ্চিল মাত্ৰকে শুদ্ধ হোৱে ভূমি খানি ॥
কমনে উত্তম ভৈল তোমাৰ নগৰ।
চণ্ডীবৰে বোলে ইটো বাক্য অবিচাৰ ॥১৬৯
ভাতভেসে হস্তে হোৱে হেনয় পাণ্ডনি।
তাহাক উত্তম বুলি কহি আছা কুনি ॥

সামান্য যোড়াত পণ্ডিতৰ ভঙ্গ ভৈল।
উচ্চ কৰি সমজ্যায়ে হাঁসিবাক লৈল॥১৭০
জয় জয় চণ্ডীবৰ জয় দেৱীদাস।
বাৰম্বাৰে সৰ্ব্বলোকে কৰিলেক হাস॥
ৰাজাৰ মনত ভৈল পৰম হৰিষ।
সিসব যশস্যা উঠি গৈলা দশো দিশ॥১৭১
হাতক মেলিয়া ৰাজা যেন পাইলা স্বৰ্গ।
আশীৰ্ব্বাদ কৰিলা ৰাজাৰ ঋষিবৰ্গ॥
বুজিলা বচন ৰাজা কৰি মন ৰঙ্গ।
চণ্ডীবৰ খ্যাতি পাচে গৈলা গৌড়-বঙ্গ॥১৭২
যিহেতু গৰিয়া বোলে শুনা বিপ্ৰস্বৰ্গ।
নিজিজ্ঞাসি কেনে কৰি বোলা বিপ্ৰবৰ্গ॥
গৰিয়াৰ অন্বয়ক শুনা কহো আমি।
দম্ভভাৰ এৰি কৰ্ণপাতি শুনা তুমি॥১৭৩
গম্ভীৰ সাগৰ যিটো গৰিয়া গৰিষ্ঠ।
শুনা শুনা কহো সিটো বচন বিশিষ্ট॥
গহীন সবাতো কৰি গৰিয়া যিহেতু।
তাহাক গৰিয়া শুনা বুলি এহি হেতু॥১৭৪
গিৰিৰ সদৃশ যেন গদি বৰ সিটো।
বৃন্দাবনে কৃষ্ণ গৰু চাৰিলন্ত যিটো॥
এহি পাঞ্চ অন্বয় কহিলো আৰে আমি।
আৰৰ আছয় পাছে শুনা আৰে তুমি॥১৭৫

এহিমতে বিপ্রে যেবে নমাতিয়া আছে।
শুনা বুলি দেৱীদাসে মাতিলন্ত পাচে ॥
গৰিয়াৰ লাঞ্জ শৃঙ্গ মুখৰ ব্যৱস্থা।
শুণি চাবা শাস্ত্ৰৰ প্ৰসিদ্ধ ইটো কথা ॥১৭৬
লাঞ্জ গোটে লজ্জা আদি সমস্তকে ৰাখে।
দূৰ কৰে বাসনা তৰয় মহাসুখে ॥
লঘু হোৱে দেহ গোট পাপকৰ্ম্ম এৰে।
অগ্নি যেন দহি যত বিপক্ষক পাৰে ॥১৭৭
লাঞ্জ দুইবিধ কাৰ্য্য সাধয় লোকৰ।
আৰে দুই লক্ষণক শুনিয়ো শৃঙ্গৰ ॥
শ্ৰীপদ দেন্ত আৰ সমস্ত লোকক।
কৰন্ত সুন্দৰ শুনা মহা কদৰ্য্যক ॥১৭৮
মুখ গোটে দেন্ত আৰে পৰম মুকুতি।
হেন গৰিয়ায়ে শুনা কেন কৰে গতি ॥
ভুকুতি মুকুতি মহা মোক্ষক সাধন্ত।
পৰম গৰিষ্ঠ সিটো গৰিয়া মহন্ত ॥১৭৯
দুই কৰ্ণে যেন কৰে শুনা তাৰ মৰ্ম্ম।
অনাদি জন্মৰ সবে অন্ত কৰে কৰ্ম্ম ॥
কৰন্ত কৃষ্ণৰ সেৱা হুয়া শুদ্ধমতি।
ইয়ো দুই বিধ কৈলো কৰ্ণৰ বুগুতি ॥১৮০
চক্ষুৰ কৰ্ণৰ কহো শুনা যেন যেন।
দিয়ন্ত চক্ষুৱে দান হৰিভক্তি ধ্যান ॥

হৰ গৌৰী চিনে যাতো লোক যত যত ।
চক্ষুৰ দৃষ্টান্ত এই জানিবা সাক্ষাত ॥১৮১
শুনা বিপ্ৰ কহো গৰিয়াৰ চাৰি পদ ।
উৰ্দ্ধবাহু কৰি কহো শুনা সভাসদ ॥
কালচক্ৰে মুণ্ড জানা সবাৰো মুণ্ডত ।
এতেকেসে খুৰা চক্ৰ বুলিয়া কহন্ত ॥১৮২
ৰা পদে ৰিপুগণ জীৰন্ত যিহেতু ।
ইয়ো আশয়ক কহো শুনা আৰ হেতু ॥
আ পদে অনাদি ব্ৰহ্মক দেখায়য় ।
থূল গায় গোটে সৰ্ব্বলোকক পালয় ॥১৮৩
গৰিয়াৰ পটন্তৰ ইটো সবে দিলো ।
সৰস্বতী মায় কণ্ঠে ধৰিয়া কহিলো ॥
লজ্জা হুয়া সকলে পণ্ডিত যেবে আছে ।
বিবৰ্ণ বদনে চাই মাতিলন্ত পাচে ॥১৮৪
নবাধিক আশী ব্ৰাহ্মণৰ ভৈলা ভঙ্গ ।
আঠ আশী ৰাজাৰ পণ্ডিত ভৈল ৰঙ্গ ॥
চন্দ্ৰকবি মাতিলন্ত কৰি হাতযোৰ ।
শুনা চণ্ডীবৰ তুমি বচনক মোৰ ॥১৮৫
কিনো তুমি পণ্ডিত গহন ধন্য ধন্য ।
সবেয়ো ব্ৰাহ্মণে হেৰা কৰো বহু মান্য ।
এহি বুলি আশীৰ্ব্বাদ কৰিলন্ত উঠি ।
চলি গৈল চন্দ্ৰ কবি মনে অসন্তুষ্টি ॥১৮৬

গৌড়েশ্বৰ ৰাজা চাই মাত্তিলন্ত পুত্ৰ ।
লজ্জাক ৰাখিয়া দয়া কৰিলাহা কিনো ॥
একলক্ষ টাকা আনিলন্ত তাত্ত পৰে ।
দাসী দাস গ্ৰাম দেশ দিলন্ত সত্বৰে ॥১৮৭
একশত্ত বাছুকক ৰাজা দিলা পাছে ।
ৰাজাৰ ভিত্তিক চণ্ডীবৰে চাহি আছে ॥
ইটো বিত্ত সৰ্ব্বস্বক আমাক নালাগে ।
হেন শুনি মাত্তিলন্ত ৰাজা মহাভাগে ॥১৮৮
দেহ থাকে মানে কৰিবোহো প্ৰতিপাল ।
ইমত্ত কাৰ্য্যাক নকৰিবো কোনো কাল ॥
চণ্ডীবৰে বুলিলন্ত বচনক ভালে ।
ৰাজাক প্ৰণামি লৰিলন্ত ততকালে ॥১৮৯
যাওঁ বুলি আশীৰ্ব্বাদ কৰিলন্ত ৰাজা ।
জয় জয় ঘুষিলন্ত নগৰৰ প্ৰজা ॥
দেৱীদাস বসিলন্ত নৌকাৰ উপৰে ।
দুই কুৰি লোকে বাই লৈ যান্ত সত্বৰে ॥১৯০
কত্তোদিনে পাইলা সেই আপুনাৰ ঘৰ ।
বন্ধু বান্ধৱক দেখি আনন্দ অপাৰ ॥
ৰহিলন্ত চণ্ডীবৰে নিস্তাৰি আপদ ।
শঙ্কৰৰ বংশাৱলী শুনা সভাসদ ॥১৯১

চণ্ডীবৰৰ ভোটৰ লগত ৰণ

একচিত্তে শুনিলে পৰম পদ পাই ।
পাপৰ বাসনা পুৰি সবে হোৱে চাই ।

আত অনন্তৰে সবে শুনা এককথা ।
ভোটৰ মাৰণা আসি মিলিলেক তথা ॥১৯২
নগৰ মাৰিলা যেবে কামতেশ্বৰ ।
পৰম দৰ্পিষ্ঠ ভোটগণ নিৰন্তৰ ॥
কামেশ্বৰ দেখি দিলা তাক ঘোৰ যুদ্ধ ।
ভোটেয়ো মাৰিবে লৈলা কৰি মহাক্ৰোধ ॥১৯৩
যুদ্ধ হাৰি পলাইলেক পাচে কামেশ্বৰ ।
পুৰিলেক যাই তেবে সমস্ত নগৰ ॥
লেঙ্গামাগুৰীক পাচে ভোটে পাইলা যাই ।
চণ্ডীবৰ আছা তথা ধানক কটাই ॥১৯৪
লুড়ি লুড়ি ধন বিত্ত যাই সবে লৈয়া ।
সবলোক গ্ৰামৰ পলাইল ফাট দিয়া ॥
নৱ জন লোক সমে আছা ধান দাই ।
বিত বিত কৰি ভোটে পাইলা সেহি ঠাই ॥১৯৫
পলাইল সমস্ত লোকসব নৰবিয়া ।
চণ্ডীবৰো পলাইলেক মহাত্ৰাস হুয়া ॥
ৰাজধৰে বান্ধি তথা আছয় ডাঙ্গৰি ।
চাৰি জন লোক সমে নিলা তাক ধৰি ॥১৯৬
বান্ধিলন্ত হাত ভৰি পিঠি পথা বান্ধে ।
দেৱীদাসে তাক চাৰি আৰ্তবাৰে কান্দে ॥
হৰি হৰি ৰাজধৰ কৈত হেৰুৱাইলো ।
কোন দৈৱে বন্ধিলে কিকাম কৰিলো ॥১৯৭

ভোটৰ হাতত মোৰ পুত্ৰ যাই কাটা।
চণ্ডী মাৱ পাৱে মোৰ ভৈল সেৱা টুটা॥
এতেকে জানিলো মোৰ বিধি ভৈল বাম।
তই হেন পুত্ৰ বাপু মই কৈত পাম॥১৯৮
গৃহ হন্তে দুইদণ্ড অন্তৰত যাই।
হেনয় থানত তেহো আছা ধান দাই॥
মনত আলচি তেন্তে চণ্ডীক আৰাধি।
এহি কাৰ্য্যখানি মাৱ হৌক মোৰ সিদ্ধি॥১৯৯
এহি বুলি চণ্ডীবৰ আসিলন্ত গ্ৰাম।
পাঞ্চদশ লোক লৈয়া মহা মুখ্যতম॥
ঢাল তৰোৱাল কাণ্ড ধনু হাতে যাঠী।
বয়নৰ স্ত্ৰী দেখে পথে আছে কাটি॥২০০
মহাসতী গৰ্ভৱতী তৰুণী যে নাম।
তাক দেখি খেদি গৈল সবে যেন যম॥
গৰ্ভৰ ভৰত তেহে হাঠিত্তে নাপাৰে।
সেহিদোষে কাটিলেক ভোট দুৰাচাৰে॥২০১
ছয়জন লোক যেবে পাচ পৰি বৈল।
হাঠিত্তে নপাৰে লাসে লাসে চলি গৈল॥
এক ৰাত্ৰি ভোট যেবে পথত ৰহিল।
পাইল খেদি চণ্ডীবৰ যেন যম কাল॥২০২
তিনি শত দুই বিংশ ভোট ৰহিয়াছে।
নৱজন লোকে ভেটিলেক আগে পাছে॥

চণ্ডীবৰে বান্ধি গতি বীৰ কাচে কাচি।
শপাইবাৰ খাণ্ডাসৱ লৈয়া আছা বাছি ॥২০৩
অগনিৰ মাজে যেন দিল গৈয়া জাম্প।
দেখিয়া ভোটৰ লাগি গৈল হৃদিকম্প ॥
শ্ৰমে মহেশ্বৰ সম যেন চণ্ডীবৰ।
লুটি পয়াণতে কাটে ভোট নিৰন্তৰ ॥২০৪
চালত সুজান ধনুৰ্দ্ধৰ পাইবা যিটো।
ভঙ্গাইবাক পাৰে জানো গৰিসিত সিটো॥
ক্ৰোধে একজনক যে কুড়িখণ্ড কৰি।
ছিৰিলা খাণ্ডৱ আৱে হৃদয় বিদাৰি ॥২০৫
কাটিলেক সবে আছিলেক যত যত।
পাঞ্চকো খেদিলা পাচে ভোটৰ মাজত ॥
ওচৰ চাপিয়া পাচে গৈয়া চণ্ডীবৰ।
আথে বেথে বান্ধ পাচে কাটিলা পুত্ৰৰ ॥২০৬
বয়ন লোহাৰ ৰূপধৰ যে মথুৰা।
আনিলা মেলায়া ঘোৰ আপদৰ পৰা॥
নিগুটি কৰিয়া সবে ভোট কাটি আসি।
ৰাজাৰ আগত কথা কহিলা হৰিষি ॥২০৭
দেখিয়া ৰাজায়ে পাচে কৰিয়া সৎকাৰ।
দিলন্ত আনিয়া আৰো ৰাজ অলঙ্কাৰ॥
ভোট মাৰি এৰিয়া আসিল ধন মাল।
তাক আনিবাক ৰাজা দিলা ভতকাল ॥২০৮

যত ধন মাল তাক বন্দধি জৰাই।
পুনৰপি গৈয়া সব আনিলেক যাই ॥
নৃপতিৰ আগে আনি যোগাইলেক তাক।
প্ৰসংশিয়া ৰাজা বুলিলন্ত বহুবাক ॥২০৯
ধন্য চণ্ডীবৰ বুলি বচনে আশ্বাসি।
গৃহক মেলানি পাছে দিলা ৰাজা হাসি ॥
ৰণ জিনি চণ্ডীবৰ হৰষিত ভৈল।
পুত্ৰ সমন্বিতে ভেবে নিজ গৃহে গৈল ॥২১০

চণ্ডীবৰ আদি ভুঞাসকলৰ পূৰ্ব্বাঞ্চললৈ গমন

মহাসুখে কতোদিন আছা তথা ৰহি।
বৃদ্ধ ভৈল দেৱীদাস আয়ু গৈল বহি ॥
মনদুখে বোলে চণ্ডীবৰ মহামতি।
আমাৰ বংশত দেখো নভৈল সন্ততি ॥২১১
ৰাজধৰে বোলে পিতৃ শুনা আবে তুমি।
মাগো পুত্ৰবৰ সূৰ্য্য আৰাধিয়া আমি ॥
পূজাৰ সম্ভাৰ যত কৰি এক ঠাই।
ঘৃত তিল তণ্ডুলক সবে মিসলাই ॥২১২
ইক্ষু আখৈ চিড়া কল ধূপ দীপ যত।
সূৰ্য্যক আৰাধি পূজা কৰিলা তাৰত ॥
হেন দেখি সূৰ্য্যৰ আনন্দ ভৈল মন।
আকাশত থাকি বোলে কশ্যপ নন্দন ॥২১৩

ৰাজধৰে শুনিলন্ত বচন সূৰ্য্যৰ।
পঞ্চগোটা মন্ত্ৰে কৈলা স্তুতি বাৰম্বাৰ॥
দিলা বৰ তেতিক্ষণে হুৱ মন তুষ্টে।
হৈবে তযু পুত্ৰ বুলিলোহো নিষ্টে নিষ্টে॥২১৪
এহি বুলি সূৰ্য্য গৈলা কৰি লীলা গতি।
ৰাজধৰ ৰৈলা তথা কৰি স্তুতি নতি॥
তান ভাৰ্য্যা আছে তেহে মহা শুদ্ধমতী।
সৰ্ব্বদায়ে কৰে তেন্তে স্বামীত ভকতি॥২১৫
শ্ৰাৱণ মাসৰ দশ দিন যেবে গৈল।
সেহিবেলা ৰাজধৰে পুত্ৰক লভিল॥
সূৰ্য্যবৰ নাম হেন প্ৰসিদ্ধ লোকত।
পুত্ৰ পাই ৰাজধৰে ভৈলা কৃতকৃত্য॥২১৬
এহিমতে আনন্দে তথাতে যেবে আছে।
ভোটে কৰিলেক ভৈত শুনা যেন পাচে॥
চণ্ডীৱৰে মাৰি আছা যত ভোটগণ।
দেৱীদাসে মাৰিবাক চান্ত ৰাত্তি দিন॥২১৭
পিতৃ পিতামহ যত কাটিলা আমাৰ।
আমি সবে গৈয়া শিৰ ছেদিবো তাহাৰ॥
ৰবিষৰ পৰা ভোট কৰিছে যতন।
চণ্ডীবৰে শুনিলন্ত সিসব বচন॥২১৮
তেতিক্ষণে চলি তেবে গৈলা ৰাজদ্বাৰ।
কহিলা ৰাজাৰ আগে কথা অথন্তৰ॥

শুনি ৰাজা দুই দূত দিলা তান আগে।
থান চাহিবাক পাচে গৈলা মহাবেগে ॥ ২১৯
অনেক দিতন থান চাহিলেক যায়।
মহাদুখে ফুৰন্ত মুখত পানী বাই ॥
অনন্তৰে পাইলা ঋষ্যশৃঙ্গৰ আশ্ৰম।
গোপেশ্বৰ গোসাই আসা ক্ষেত্ৰ অনুপাম ॥২২০
তথাতে বসিয়া দেখিলন্ত শিৱলিঙ্গ।
চিন্তা দুখ গুচি কিছো মনে ভৈল ৰঙ্গ ॥
এক ৰাত্ৰি ৰহি সবে জিৰাইলন্ত গাৱ।
পাচ ভৈল দক্ষিণে শিৱৰ নমি পাৱ ॥২২১
সেহি দিনা যাই যেবে পাইল কাল শিলা।
বিচাৰি ফুৰন্তে টেম্বুৱানি জান পাইলা ॥
দিন কতিপয় উজাই জানৰ ভিতৰে।
মহা বিতোপন থান পাইলা চণ্ডীবৰে ॥২২২
তথাতে ৰহিয়া পাচে দিন পাঞ্চ ছয়।
পুনৰপি মাগুৰিক সবে চলি যায় ॥
ভোট আসে বুলি হিয়া কৰে দুৰদুৰ।
বিদায় লইয়া গৈলা আগত ৰাজাৰ ॥২২৩
পূৰ্ব্বৱতে দুই দূত দিলন্ত লগত।
যত ধন সৰ্ব্বস্বক তুলিলা নৌকাত ॥
শীঘ্ৰ বেগ কৰি ভেবে আসিলা উজাই।
মহাসুখে ৰইল আসি টেম্বুৱানি পায় ॥২২৪

ত্রিতয় বরিষ দুই মাসব ছয়ালে।
সূর্য্যবরে লয়রি ফুবয় কুতুহলে॥
হিরণ্য হামির দুই দূত বব কাজি।
দিলা তাসম্বাক তৈতে বাসা ঘব সাজি॥২২৫
চণ্ডীবরে বাজবরে মিলাই লোকক।
মাত্তি প্রবোধিলা পাচে সমস্তে তুক্রাক॥
ইপারে সিপারে গ্রাম নির্ম্মিলা প্রবন্ধে।
বঞ্চিলন্ত তৈতে জেবে পবম আনন্দে॥২২৬
চণ্ডীবব মবি তৈতে স্বর্গে চলি গৈলা।
বাজধরে দেখি প্রেতকার্য্য সঙ্কলিলা॥
শস্য মৎস্য পাই সবে লোক ভৈল সুখী।
একেখানি কার্য্যে মাত্র ভৈল লোক দুখী॥২২৭
ডুবারয় জলে শস্য বটত্রয়া গতি।
তাক দেখি লোকব নাহিকে সুখ শান্তি॥
দুইবিধ বাজধব বৎসব যে বোঠি।
দেখে জল সবে শস্য সবে কবে নাঠি॥২২৮
আলিপুখুরী যে নামে গ্রাম এক আছে।
সবে লোকে তহিতে গৈলন্ত উঠি পাচে॥
ব্যাধিব সকাশ যেন পাইল সবে লোক।
বাজধব প্রসাদে তবিল দুখ শোক॥২২৯
থান দেখি বজ ভৈল সকল লোকব।
বন্ধু বান্ধব ভৈল হবিষ বিতব॥

মহাতত্ত্বসব লগাই সাজি আছা ঘব।
কতো দুব জুবি তৈতে পাতিলা নগব ॥২৩০
আজি পদূলিক নিৰক্ষিলা ঠাৱে ঠাৱে।
পিতৃ বাক্য শুনি ভজো কটাক্ষে নচাৱে ॥
মহা আড়ম্বব কবি বহিলন্ত তথা।
তাত পবে শুনা যেন ভৈল পাচ কথা ॥২৩১
প্রেতকার্য্য মাত্র চণ্ডীবৰব কৰিলা।
হেন সময়ত হলায়ুধ জন্ম ভৈলা ॥
নবহবি বোলে দাদা কবো কোন কার্য্য।
কিনো সময়ত কিনো মিলিল অকার্য্য ॥২৩২
সেহিসে কাৰণে তৈতে নেদিলন্ত ভাত।
ভাত দিলে দূষিবেক জ্ঞাতি বন্ধু যত ॥
কিছো সুবুলিয়া বহিলন্ত বাজধব।
আলিপুখুৰীত যেবে ভৈলা বাসা ঘব ॥ ২৩৩
হেন কথা শুনি বাজাধব মহামতি।
জ্ঞাতি ভূঞাসকলক আনিলন্ত মাতি ॥
বসিয়া সমস্ত ভূঞা পাতিলা সমাজ।
বাজধবে বোলে মোৰ কহো এক কাজ ॥২৩৪
যি কার্য্যে মতাইলো এবে শুনা তাৰ কথা।
লণ্ডাদের চণ্ডীৱৰ মৰিলন্ত তথা ॥
অন্ন দিবে খোজো সবে দিয়ো অনুমতি।
পিতামহ পিতৃ হুইবো হৌক সদগতি ॥২৩৫

জ্ঞাতিগণে বোলে তুমি করা যেন লাগে।
বুলিলন্ত আরো রাজধর মহাভাগে॥
তোরাসব কিছো মোর হৈয়োহা সহায়।
ভাল বুলি চলি গৈল জ্ঞাতি বন্ধুচয়॥২৩৬
সমস্ত ভূঞাত্তে যাই করিলা আলচ।
ভোজর সম্ভার দিলা পছু কাছ মাছ॥
রাজধরে সম্ভার করিলা এক ঠাই।
অনাইলন্ত পাচে সবে জ্ঞাতিক মতাই॥২৩৭
জ্ঞাতি মিত্র বন্ধু আনিলন্ত যত ভেটি।
রাজধরে সবাকো দিলাহা বাটি বাটি॥
চাউল ডালি তৈল শস্য লোণ চক যত।
ভাণ্ডারে ভাণ্ডার দ্রব্য বস্তু নানা মত॥২৩৮
ভূঞা সমস্তকো ঘর দিলা নানা ভাৱে।
ধরিলন্ত আউর রাজধরে গাৱে গাৱে॥
আপুনার ধন ধান্য বস্তু অসংখ্যাত।
ভূঞার ভেটিয়ে আরো ঘর পুতিলন্ত॥২৩৯
ব্রহ্মভোজ করিলন্ত যত বিপ্রচর।
পরম হরিষ মন ভৈলা রাজধর॥
ভুঞ্জি খায় সবে লোক বসিলন্ত সঙ্গে।
তাম্বুল পাণক দিয়া রাজধরে রঙ্গে॥২৪০
একশত ধেনু ব্রাহ্মণক দিলা দান।
বস্ত্র ধন বিলাইলেক লক্ষেক প্রমাণ॥

বিদায় করিয়া সবে ঘরে চলি গৈলা।
আত অনন্তরে শুনা যেন কথা ভৈলা ॥২৪১
রাজধর ভার্য্যা যিটো দেহুতি সুন্দরী।
জন্মিলন্ত দুই পুত্র দুই নাম ধরি ॥
জ্যেষ্ঠ ভৈলা জয়ন্ত যে মাধব কনিষ্ঠ।
যমজে জন্মিলা দুয়ো পরম বিশিষ্ট ॥২৪২
পুত্রমুখ দেখি রাজধর মহামতি।
ব্রাহ্মণ দৈবজ্ঞ আনি করিলা গণতি ॥
পঞ্চিশ বরিষ টেম্বুরানিত আছিল।
তিনি জীউ দুই পুত্র তথাতে মরিল ॥ ২৪৩
জয়ন্ত মাধব দুয়ো আলিপুখুরীত।
রাজধরর তিনি পুত্র পরম বিচিত্র ॥
জ্যেষ্ঠ ভৈল সূর্য্যবর মহা শুদ্ধমতি।
যাহার বংশত জানা জগতর পতি ॥২৪৪
সূর্য্যবর আদিত্যর কি কহিবো কথা।
সূর্য্য যেন প্রকাশিয়া ফুরে যথা তথা ॥
মহা প্রতাপিত তেজে যেন সূর্য্য প্রায়।
নাম শুনিলাতে লোক কম্পিয়া পলায় ॥২৪৫
পরম পণ্ডিত তেজে মহা অগ্রগণি।
পলায় পণ্ডিতগণ যার নাম শুনি ॥
বেদ শাস্ত্র ধর্মত নিপুণ অতিশয়।
বারভূঞা আদি করি সমস্তে থাটয় ॥২৪৬

হেন সূৰ্য্যবৰ মহা প্ৰচণ্ড প্ৰতাপী।
যাৰ যশৰাশি দেখা আছয় অত্তাপি॥
তাহান যশস্যা ৰাশি কহিবোহো কত।
ভূঞাৰ মধ্যত ভূঞা ভৈলন্ত প্ৰখ্যাত॥২৪৭
ইসব কথাক তাবে এহিমানে থওঁ।
সূৰ্য্যবৰ ভাৰ্য্যাৰ মহিমা কথা কওঁ॥
ৰামগিৰি নামে এক আছিলা চৌধাৰী।
তান ভাৰ্য্যা ৰোহিণী যে মহা বৰনাৰী॥২৪৮
তাহান গৃহত এক জন্মিলেক কন্যা।
অল্প কৰি কহো তাৰ নাম-গুণ শুনা॥
এক দিনা ৰোহিণী প্ৰসৱ কাল ভৈলা।
স্বামী সঙ্গ এৰি আন শয্যাত শুতিলা॥২৪৯
সেহিদিনা এক কথা অকাৰ্য্য মিলিলা।
তুলি পাটি আছে যত কুকুৰে ছুইলা॥
হেন দেখি ৰোহিণীয়ে মনত অসুখে।
খেৰ পাৰি তথাতে শুনিলা মন দুখে॥২৫০
সেহিদিনা জন্মিলেক দিব্য এক কন্যা।
যেহেন পাৰ্ব্বতী ৰূপে গুণে মহা ধন্যা॥
খেৰত জন্মিলা তাতে ভৈল খেৰসুতি।
তাঙ্ক সেৱা কৰিলে পাতক যাই টুটি॥২৫১
ৰূপে গুণে তাহাঙ্ক যে কেহু নহে সৰি।
সূৰ্য্যবৰে নিয়া বিহা দিলা ৰামগিৰি॥

উছৰ্গিয়া দিলা যত দাস দাসী গ্ৰাম।
পাইলা সূৰ্য্যবৰে মহা কন্যা অনুপাম ॥২৫২
মহা বিত্তোপনী কন্যা মহা সুলক্ষণী।
মহা পতিব্ৰতা শান্তী যেহেন পদ্মিনী ॥
কন্যা লইয়া সূৰ্য্যবৰে আসিলন্ত ঘৰ।
দেখি বন্ধু বান্ধৱৰ হৰিষ অন্তৰ ॥২৫৩
শুনিয়োক আৰে হলায়ুধৰ যে বিয়া।
সুভদ্ৰা যে নামে কন্যা দিলেক আনিয়া ॥
তাত পাচে জয়ন্ত মাধৱ দুয়ো ভাই।
শুটিমালী সুভাগীক বিহাইলেক যাই ॥২৫৪
কতো দিন আছন্ত তথাতে ৰঙ্গে ঢঙ্গে।
জ্ঞাতি বন্ধু বান্ধৱ সমস্তে এক সঙ্গে ॥
ইসব কথাক আৰে এহিমানে থৈলা।
শুনা শঙ্কৰৰ পিতৃ যেনমত ভৈলা ॥ ২৫৫
ৰাজধৰে বোলে বাপু শুনা সূৰ্য্যবৰ।
সন্ততি নভৈল দেখো তোমাৰ বংশ ॥
চাৰিয়ো ভ্ৰাতৃৰ মাজে পুত্ৰ কাৰো নাই।
যেনমতে পুত্ৰ হোৱে চিন্তিয়ো উপায় ॥২৫৬
শুনি সূৰ্য্যবৰে পাচে মহা ৰঙ্গমনে।
অমোঘ মন্ত্ৰক জপিলন্ত তেতিক্ষণে ॥
ইন্দ্ৰ চন্দ্ৰ কুবেৰ বৰুণ বায়ু যত।
যজ্ঞ কৰি সবাহাকে পূজিলা ভাৰত ॥২৫৭

দশদিগপালে মাতিলন্ত মন্ত্ৰ কৰি।
থাকি বৈল সূৰ্য্যবৰ কৃতাঞ্জলি কৰি॥
তুষ্ট হুয়া দিগপালে আশীৰ্ব্বাদ কৰি।
পাৰিজাত পুষ্প মাথে দিলা ভৰি পূৰি॥২৫৮
তাহাৰ মাথাত যেবে কুসুম পৰিল।
দেখি মৃত্যুঞ্জয় তাক বুলিবাক লৈল॥
পাইবা পুত্ৰ আউৰ তুমি নকৰিবা শঙ্কা।
দেৱ পূজা কৰি যিবা ভাঙ্গি আছা টঙ্কা॥২৫৯
হেন শুনি সূৰ্য্যবৰ গৃহক গৈলন্ত।
দেৱ পাৰিজাত নিয়া ভাৰ্য্যাক দিলন্ত॥
পুষ্প পায়া ভৃগস্থতী ভৈলা ৰঙ্গমন।
হেন শুনি আনন্দিত যত বন্ধুগণ॥২৬০
মাঘ মাসা সূৰ্য্যবৰ ভাৰ্য্যা সঙ্গে গৈল।
ভৃগস্থতী গৰ্ভত উত্তম বীৰ্য্য বৈল॥
আঠ মাস তৈতে মাতৃ গৰ্ভক ধৰিলা।
আহিনৰ এক দিন আছন্তে জন্মিলা॥২৬১
শুকুলা দশমী তিথি ভৈলা সিবেলাত।
দুখ শোক গুচি সুমঙ্গল বহে বাত॥
হেন সময়ত আসি ভৈলা তান জন্ম।
দৈৱজ্ঞ ব্ৰাহ্মণে নাম দিলেক কুসুম॥২৬২
গণি পঢ়ি দৈৱজ্ঞ কহিলা যশৰাশি।
সূৰ্য্যৰে জলে স্নান কৰিলা হৰিষি॥

স্নান কৰি গৃহক আসিলা শীঘ্র কৰি।
দিলা দান দক্ষিণা বিপ্রৰ মন পূৰি ॥২৬৩
কুসুমৰ জন্মে সৰ্ব্বলোক ভৈলা সুখী।
বংশে সকলৰ ৰঙ্গ ভৈল তাঙ্ক দেখি ॥
কি কহিবো কুসুমৰ মহা ৰূপ গুণ।
মদন সদৃশ দেহা শৰীৰ সুঠান ॥২৬৪
গৌৰবৰ্ণ শৰীৰ সুন্দৰ তাৰ কায়।
দীৰ্ঘতৰ বাহু দুই অধিক সুহাই ॥
বহুল জঙ্ঘন মাথাগোট চক্রাকৃত।
কুসুম নামক কহো শুনা দিয়া চিত্ত ॥২৬৫
দেৱতাসকলে যাতো কুসুম সিঞ্চিলা।
সেহি কাৰ্য্যে তাহান কুসুম নাম দিলা ॥
পৰম আনন্দে তেন্তে আছে কতোদিন।
ৰাজধৰ পণ্ডিতৰ ভৈল আয়ু ক্ষীণ ॥২৬৬
চলিবাৰ সময় ভৈলেক তান আসি।
কিছুমান কহো শুনা যশক প্রকাশি ॥
ব্রাহ্মণ সজ্জনে শুনি প্রাৰ্থকে প্রাৰ্থন্ত।
যেই যিবা খোজে বস্তু সমস্তকে দেন্ত ॥২৬৭
প্রহৰেক পথ হন্তে আসে লোক খেদি।
মৃত্যুঞ্জয় ভাত তেহো অতিথিক নেদি ॥
গোধূলি সময় ভৈলে হোৱে যেন সভা।
কহিবেক কোনজনে তাহাৰ সুপ্রভা ॥২৬৮

দানী মানী অতিথিক কৰন্ত শুশ্ৰূষা।
দেৱ সমস্তৰ ভজ নকৰন্ত আশা॥
হেন ৰাজধৰ মহামানী আছিলন্ত।
তাহাৰ যশস্যা কীৰ্ত্তি কহিবোহো কত॥২৬৯
পৰম গম্ভীৰ ধীৰ বুদ্ধিৰ সাগৰ।
হেন ৰাজধৰ কিনো মহিমা অপাৰ॥
কতোদিন থাকি পাচে ভৈল পৰলোক।
বন্ধু বান্ধৱৰ দেখি ভৈল মনে শোক॥২৭০
সূৰ্য্যবৰে কান্দে পৰি মহা দীৰ্ঘৰাৱে।
কান্দে সমজ্যাৰ লোকে বিহ্বল স্বভাৱে॥
হৰি হৰি ৰাজধৰ কৈক গৈলা বাপ।
কেনমতে সহিবোহো তোমাৰ সন্তাপ॥২৭১
এহি বুলি সূৰ্য্যবৰে কান্দে দুখে পৰি।
হৰি হৰি বাপ মোক কৈক যাহা এৰি॥
পুত্ৰ ভাৰ্য্যা আদি যত বান্ধৱসকলে।
কান্দে নানা স্থানে সবে পৰিয়া নিধালে॥২৭২
সুস্থ হুয়া কতোবেলি ধৰি তিনি ভাই।
লৌহিত্যৰ কাষৰক নিলা সবে যাই॥
চাৰিয়ো কাষৰে লোক যাই অসংখ্যাত।
ঠাই ঠাই কান্দে আন লোক যত যত॥২৭৩
চিতাখান নিৰ্ম্মিলন্ত অগৰু চন্দনে।
তিনি ভাই তাতে তুলিলন্ত ততিক্ষণে॥

মৃত্যুঞ্জয়ে আজ্ঞা পাচে দিলা বিধি চাই।
মনক নিয়ম কৰি সূৰ্য্যবৰে যাই ॥২৭৪
দহিলন্ত অগ্নি সৰ্ব্বলোকে আছে চাই।
ৰাজধৰ দেহগোট ভৈল সবে ছাই ॥
তাত অনন্তৰে সবে গৈলা ঘৰাঘৰি।
অধোমুখে তিনি ভাই ৰৈল দুখ কৰি ॥২৭৫
তিনি দিন অন্তৰে কৰিলা এক শুদ্ধি।
মৃত্যুঞ্জয়ে কৰাইলন্ত চাই শাস্ত্র বিধি ॥
তাত পাচে প্ৰবেশ ভৈলেক দিন দশে।
কৰাইলন্ত মৃত্যুঞ্জয়ে দশাক হবিষে ॥২৭৬
মাসপূৰ্ণ ভৈল যেবে তাত অনন্তৰে।
সূৰ্য্যবৰে মাতিলন্ত জ্ঞাতিক সত্বৰে ॥
মৃত্যুঞ্জয়ে কৰিলন্ত বেদমন্ত্র তুলি।
তিনি ভাই দিলন্ত পিতৃৰ জলাঞ্জলি ॥২৭৭
দধি কলা তণ্ডুল তিনিকো মিসলাই।
ৰাজধৰ হবিষ ভৈলন্ত তাক খাই ॥
তিলোদক অৰ্পিয়া কৰ্ম্মক কৰি সাঙ্গ।
ব্ৰাহ্মণক মিলাইলন্ত নৱকুড়ি গাঙ্গ ॥২৭৮
জ্ঞাতি বন্ধু বান্ধৱক ভুঞ্জাই অন্নে পানে।
তুষিলা সবাবো মন বসনে ভূষণে ॥
দিলা ভাত ভোজ কোনে কৰিবেক লেখা
ব্ৰহ্মভোজ কৰিলেক ব্ৰাহ্মণেয়ো দেখা ॥২৭৯

মৃত্যুঞ্জয়ে গুৰুক ভুঞ্জাইলা আনি জিনে।
বাৰভূঞা সবে খাইলে লেখা দিবে কোনে
আদি অন্ত নাহিকয় যতেক সম্ভাৰ।
পদ বাহুল্যাক ভয়ে নকহিলো আৰ ॥২৮০
দান দক্ষিণাক বহু কৰিলা উছৰ্গ।
সঙ্কৰায়ে পিতৃৰ কৰিলা বৃষোৎসৰ্গ॥
ৰাজধৰ গৈয়া তেবে থাকিলা স্বৰ্গত।
তিনি ভাই ৰৈলা তাতে হৈয়া কৃতকৃত্য ॥২৮১
ইসব কথাক আৰে এহিমানে খণ্ড।
শুনা সৰ্ব্বলোক পূৰ্ব্বকথা এক কণ্ড॥
যেন কৃষ্ণে যদুবংশে হুয়া অৱতাৰ।
সেহি ভাব বুজিবাহা কথা তাসম্বাৰ॥২৮২
কেন কথা দেখা ইটো মহা গুৰুতৰ।
দিলোহো দৃষ্টান্ত শুনা শঙ্কৰ সূৰ্য্যৰ॥
অজ্ঞান আন্ধাৰ দূৰ লোকৰ কৰিলা।
তাতে সাধুসবে তাঙ্ক সূৰ্য্য বুলি কৈলা॥২৮৩
অঘ বক, কেশী, কংস বধিলাহা হৰি।
শঙ্কৰেয়ো দমিলা পাষণ্ড যত বৈৰী॥
হেন জানি শঙ্কৰত কৰিয়ো কাকূতি।
কায়বাক্য মনে কৰা তাহাত ভকতি॥২৮৪
দেৱচেষ্টা নৰচেষ্টা ধৰা কতো বেলি।
অজ্ঞান শিশুৰ ভাৱে কৰা কতো কেলি॥

এহিমতে কতো কতো অজ্ঞানীক ভাণ্ডি।
হৰিভক্তি প্ৰচাৰিলা বুদ্ধমত খণ্ডি ॥২৮৫
হেন শঙ্কৰৰ আৰে শুনা বংশাৱলী।
ইহাক শুনিলে যাইবা বৈকুণ্ঠক চলি ॥
সংসাৰৰ পথ মহাকাল সৰ্প বলি।
ইহাৰ শ্ৰৱণে পলাইলেক পাপ কলি ॥২৮৬
দেৱ দেৱ শঙ্কৰ বুলিয়া মনে স্মৰা।
শঙ্কৰৰ পাৱে ভক্তি সৰ্ব্বদায়ে কৰা ॥
শঙ্কৰেসে সমস্ত দেৱৰ আদি দেৱ।
নাহি বন্ধু সংসাৰত তাহ্ত বিনে কেৱ ॥২৮৭
কলিৰ লোকৰ জানা শঙ্কৰেসে গতি।
শঙ্কৰ বুলিয়া পাইবা বৈকুণ্ঠ সম্প্ৰতি॥
দৈৱকী নন্দন কৰা পতিতৰ গতি।
মোত পৰে নাই আৰ পতিত সম্প্ৰতি ॥২৭৮
মাধৱ মমাক মই কৰো নমস্কাৰ।
শঙ্কৰত বিনে গুৰু নাহিকে আমাৰ ॥
কহে ৰামচৰণে অজ্ঞানী শিশুমতি।
হৰি হৰি বুলি তৰা কলিত সম্প্ৰতি ॥২৮৯

## ছবি

### কুসুম্বৰ শিৰোমণি ভূঞাৰ বিয়াহ

আত্তপৰে অনন্তৰে শুনিয়োক সব নৰে
সূৰ্য্যবৰ কুসুম্বৰ কথা ।
শঙ্কৰৰ পিতৃ জন্ম যেন যেন কৰ্ম্ম কৈলা
তাক আৰে শুনিয়ো সৰ্ব্বথা ॥
বালকৰ ভাৱ ধৰি ফুৰা নানা ক্ৰীড়া কৰি
সপ্তম বৰিষ যেবে ভৈল ।
মহাৰঙ্গ কৰি মন সূৰ্য্যবৰ মহাজন
ভাৰ্য্যাক বুলিবে পাচে লৈল ॥২৯০
শুনা প্ৰাণেশ্বৰী তই কহো একে কথা মই
পুত্ৰৰ কৰাইবো ক্ৰিয়া কৰ্ম্ম ।
মাৰ্গ মাস শুভ ভৈল পুত্ৰৰ বয়স হৈল
কৰিবোহো ক্ৰিয়া সব ধৰ্ম্ম ॥
খেৰসূতী বোলে স্বামী ভাল কথা কৈলা তুমি
ইসব কৰিবো ব্যৱহাৰ ।
পণ্ডিত দৈৱজ্ঞসব আনায়োক এতিক্ষণে
মিলায়োক যজ্ঞৰ সম্ভাৰ ॥২৯১
পণ্ডিত দৈৱজ্ঞ পাচে সেহি গ্ৰামে যত আছে
সবাহাকে আনিলন্ত মাতি ।
ৰাশি দিন বাৰ গণি বামধন মহামানী
কৰ্ণ্ণৰ দিলন্ত সবে পাতি ॥

নৱ দিনা যেবে যাই সেহি দিনা তিথি পাই
কৈলা সবে বিধিৰ লক্ষণ।
সূৰ্য্যবৰ মহামতি বাক্যত কৰিয়া ৰতি
সম্ভাৰক মিলাইলা তেখন ॥২৯২
আনি সব ঘৃতচয় আহুতি দিলন্ত তয়
আই সবো ভৈলা প্ৰজ্জ্বলিত।
উৰুলি মঙ্গল বোল উৎসৱ কৰিল সবে
সভাত আছিল লোক যত ॥
ব্ৰাহ্মণগণক অন্ন ভূঞ্জায়া দিলন্ত দান
পাৰিলন্ত যিমান শকতি।
পৰম আনন্দে আসি ভোজন কৰিলা বসি
আপোনাৰ যত বন্ধু জ্ঞাতি ॥২৯৩
সূৰ্য্যবৰ গুণি মনে আনিলন্ত তেতিক্ষণে
বসন ভূষণ নানা মত।
সবাহাকে দিলা পাচে যত জ্ঞাতি বন্ধু আছে
তাক আৰে কহিবোহো কত ॥
গৈলা পাচে ঘৰাঘৰি শুনা আৰে যেন কৰি
কুসুমক কৰিলা বিবাহ।
তাহান চৰিত্ৰচয় শুনিয়োক সমস্তয়
মনে সবে কৰিয়া উৎসাহ ॥২৯৪
যাহাৰ গৃহত জন্মি আদি দেৱ সনাতন
বিশ্বম্ভৰ জগতৰ পতি।

তাতে এক আছিলন্ত নামে শ্ৰীহৰি পাত্ৰ
তান ভাৰ্য্যা নামে মালাকান্তী ॥
তাহান তনয় আৰো নামত হৃদয়ানন্দ
তানে পুত্ৰ ভৈল ৰামপুৰি।
অনিৰুদ্ধ পুত্ৰ জানা ৰামপুৰিয়াৰ তেহো
ৰূপে গুণে বিদ্যাধৰ সৰি ॥২৯৫
তান ভাৰ্য্যা শৈব্যাসতী পৰম ধৰ্ম্মত মতি
ৰূপে গুণে জগততে ধন্যা।
তাহান গৰ্ভত থিতি ঈশ্বৰৰ সৰ্ব্ব শক্তি
তাতে সত্যসন্ধ্যা নামে কন্যা ॥
অনিৰুদ্ধ মহামতি আলিপুখুৰীক প্ৰতি
গৈলা চলি মহা আৰম্ভৰে।
দেখিয়া তাহাক পাচে বসিবাক দিলা থান
মহা আনন্দতে সূৰ্য্যবৰে ॥২৯৬
সুধিলন্ত কৰি তাক কিবা কাৰ্য্যে আসিলন্ত
কহিয়োক বচন আমাত।
শুনি অনিৰুদ্ধে পাচে বোলে এক কন্যা আছে
দিবে চাওঁ তোমাৰ পুত্ৰক ॥
সূৰ্য্যবৰে বোলে হাসি চলি যায়ো মহাৰথী
আনিয়ো কন্যাক তুমি যাই।
ভাৰ্য্যা স্বামী আলোচিয়া আসিলন্ত কন্যা লৈয়া
ৰূপে গুণে তাৰ সম নাই ॥২৯৭

সত্যসন্ধ্যা সতী আই আনন্দৰ সীমা নাই
পাইলা মহা বিভোপন স্বামী।
উছর্গিলা টঙ্কা আৰ গো তুমি হেমহাৰ
আছে তৈত যত লোক গ্ৰামী॥
পিতৃৰ উছর্গা যত কৰিবোহো সীমা কত
বস্ত্ৰ ধন দিলা দাস দাসী।
কাহালী মহৰী ভেৰী উকলি মঙ্গল কৰি
বাদ্য ভাণ্ড বাৱয় অশেষ॥২৯৮
জয় জয় সুমঙ্গল কৰে মহী টলবল
শুনি ৰব লোকৰ মঞ্চাল।
বহুতৰ লোক যত সীমা সংখ্যা নাই তৈত
সুশুনয় কাৰো মাত বোল॥
বহুতৰ ভূঞা বেঢ়ি কৰে সুমঙ্গল খেড়ি
জয় জয় বাৱয় চাপৰি।
কৰ্ণে যেন হানে তাল বোলে সবে ভাল ভাল
চিৰজীৱ হুয়ো আজি ধৰি॥২৯৯
মৃত্যুঞ্জয়ে স্রুৱ ধৰি অগ্নিত আহুতি কৰি
পূর্ণাহুতি দিলা মন্ত্ৰ পঢ়ি।
অগ্নিকুণ্ড আলি লৈলা বিহাৰ উছর্গা ভৈলা
বৰক নমিলা কন্যা পৰি॥
মৃত্যুঞ্জয় আদি কৰি যত সমজ্যাৰ লোক
হাদিখায়ো কৰিল উছর্গ।

আনো ভূষণ সমস্তেয়ো সুৱৰ্ণ ৰজত দিলা
সামাজিক যত বিপ্ৰবৰ্গ ॥৩০০
বিবাহৰ কাৰ্য্য যেবে এহিমতে ভৈলা সাঙ্গ
শুনা আবে পাচৰ বৃত্তান্ত।
যাৰা খুড়া বেলা ভাটি দিলা বহুতৰ কৰি
যাঠি ধেনু যৌতুক পাইলন্ত ॥
যেবে তান বিহা ভৈল আগবাঢ়ি ঘৰে গৈল
পাচে কুসুমৰ মাতৃ বুঢ়ী।
সবে বন্ধুগণ মানে চলি গৈল থানে থানে
সূৰ্য্যবৰ নমি পাৱে পৰি ॥৩০১
শুনিয়োক সভাসদ হুয়া আতি নিশবদ
শঙ্কৰ চৰিত কথা সাৰ।
নকৰা জন্মক বৃথা শুনিয়ো গুৰুৰ কথা
সংসাৰ নদীৰ হৈবা পাৰ ॥
গুৰুপাৱে কৰা ৰতি বৈকুণ্ঠে লভিবা থিতি
সৎসঙ্গত কৰিয়ো বিশ্বাস।
সৎসঙ্গক ধৰা ভাটি বাসনা পেলায়ো কাটি
নকৰিবা আপুনাৰ নাশ ॥৩০২
তান মন কোপ ভৈলে সবে কৰ্ম্ম বৃথা হৈবো
জানিবাহা তৰণ নযায়।
তান আজ্ঞা শিৰে ধৰি ভজিয়োক গুৰু হৰি
সৎসঙ্গ তৰণ মুখ্যোপায় ॥

যেন বাণিজ্যাৰগণ বেহাই আনে বহু ধন
প্ৰচণ্ড বতাহে লাগ পাই।
ডুবাৱয় নাও তাৰ নপাৱয় পাৰ তৰ
ভাসি বুৰে যেন মাজে যাই ॥৩০৩
পাক লাগি সৎসঙ্গত যিটো মহাপাসৰে
পাপ সাগৰত যাই তল।
নাহিকে নিস্তাৰ আৰ শুনা সবে কথা তাৰ
গলত বান্ধিয়া যেন শিল ॥
কৰিয়ো বিশ্বাস তাত সৎসঙ্গ যে মুখ্য পথ
ধৰা তান চৰণত চাপি।
তেবেসে হৈবেক সিদ্ধি হৰি গুণ নৱনিধি
শীঘ্ৰ কৰি ভজিয়ো অদ্যাপি ॥৩০৪
দৈৱকীনন্দন দেৱ গুৰুপদে কৰো সেৱ
দিয়ো মোক চৰণত বাস।
তৈলোহো ভৃত্যৰো ভৃত্য আৰে মই কৃতকৃত্য
মোক বাপ কৰিয়োক দাস॥
শঙ্কৰ মাধৱ নাম স্তুতোক অবিশ্ৰাম
সিদ্ধি কৰা মোৰ মনকাম।
কহে ৰাম মূঢ়মতি গুৰু বিনে নাহি গতি
নিৰন্তৰে বোলা ৰাম ৰাম ॥৩০৫

# গুৰু-চৰিত

## দ্বিতীয় খণ্ড

### শ্ৰীশঙ্কৰদেৱৰ আবিৰ্ভাৱ

### ( আদ্য লীলা )

পদ

জয় জয় ঈশ্বৰ অনাদি দেৱ হৰি।
শঙ্কৰ স্বৰূপে পৃথিবীত অৱতৰি॥
কোটি কোটি ব্ৰহ্মাণ্ডৰ দেৱ ভগৱন্ত।
ব্ৰহ্মা হৰে নপাৱন্ত যাৰ আদি অন্ত॥৩০৬
যাৰ কটাক্ষত হোৱে সৃষ্টি স্থিতি লয়।
হেনয় কৃষ্ণৰ কথা কোনে অন্ত পায়॥
পৰম ঈশ্বৰ প্ৰভু দেৱ পিতা মাতা।
তুমি বিনে বান্ধৱ নাহিকে আন হিতা॥৩০৭
হেনয় শঙ্কৰ তুমি অনাথৰ নাথ।
প্ৰণামোহো প্ৰভু চৰণত থৈয়া মাথ॥
হংসৰূপে আসি তুমি নৰ ৰূপ ধৰি।
তাৰিলা সকল প্ৰভু পামৰ সংহৰি॥৩০৮

সনাতন ব্ৰহ্মহৰি যিটো নিৰাকাৰ।
তাহান মহিমা কহি কোনে পাৱৈ পাৰ ॥
নিতে নৱ নৱ কৰি গাৱন্ত অনন্তে।
হেনয় কৃষ্ণৰ পদ স্মৰিয়ো সন্ততে ॥৩০৯
দৈৱকীনন্দন গোকুলত অৱতৰি।
খণ্ডিলা ভূমিৰ ভাৰ অসুৰ সংহৰি ॥
সেহি কৃষ্ণ আসিলা শঙ্কৰ নাম ধৰি।
নিস্তাৰিলা নিজ কুল যশক বিস্তাৰি ॥৩১০
কুসুমৰ গৃহে আসি জন্মিলা যিমতে।
সিসব কথাক আবে শুনিয়ো সমস্তে ॥
মই মহা অজ্ঞানী পাতকী মূঢ়মতি।
শঙ্কৰৰ পাৱে কৰো সহস্ৰ প্ৰণতি ॥৩১১
মাধৱাদি ভকতক কৰো নমস্কাৰ।
ক্ষেমিবাহা দোষ সবে মই অধমৰ ॥
পৰম পাতকী মই মহা অহঙ্কাৰী।
কৰোহো কাতৰ শঙ্কৰক মনে স্মৰি ॥৩১২
শুনা সাৱধানে সবে কৰি এক চিত্ত।
কৃপায়ে মাধৱে কথা কহিলা বিদিত ॥
পৰম বিচিত্ৰ ইটো কথা মনোহৰ।
গুণ নাম জন্ম আবে শুনা শঙ্কৰৰ ॥৩১৩
পিতা পুত্ৰে কুসুম আছন্ত ৰঙ্গমনে।
কেনমতে হোৱে পুত্ৰ চিন্তা ৰাত্ৰিদিনে ॥

সূৰ্য্যবৰে এক কথা কহিলেক পাচে।
শিঙ্গৰিকা নামে শুনা শিৱলিঙ্গ আছে ॥৩১৪
অনেক সম্ভাৰ দিয়া পূজা তাঙ্ক তুমি।
পাইবা পুত্ৰ এহিমতে কহিলোহো আমি ॥
হেন শুনি কুসুমে মনত পাচে গুণি।
পূজাৰ সম্ভাৰ কচাই আনিলা আপুনি ॥৩১৫
উপবাস কৰিলন্ত মহা মন তুষ্টি।
প্ৰাতসন্তে স্নান দান কৰিলন্ত উঠি॥
পিতৃৰ চৰণে সেৱা কৰিলন্ত পৰি।
মাতৃক নমিলা পাচে গৈয়া কৰযোৰি ॥৩১৬
পূজাৰ সম্ভাৰ কৰাইলন্ত গায়ে গায়ে।
লোহিত্যৰ পাৰে গৈলা কুসুম যে নায়ে ॥
শিঙ্গৰিক গৈলা তেবে কৰি মনৰঙ্গ।
গহ্বৰে পশি দেখিলন্ত শিৱলিঙ্গ ॥৩১৭
নমস্কাৰ কৰি বসিলন্ত এক পাশে।
দেউৰী সবে চাহি পুছিলা হৰিষে ॥
কিবা কাৰ্য্যে তুঞ্চা তুমি আসি আছা ঐক।
তোমাৰ মনৰ কথা সবে কহিয়োক ॥৩১৮
কুসুম বদন্তি তুমি শুনিয়োক কথা।
পুত্ৰবৰ আশে আসি আছো এথা ॥
শুনিয়োক দেউৰী লোকে কৰিয়া সংকাৰ।
শিৱৰ প্ৰসাদ দিলা আগে কুসুমৰ ॥৩১৯

ভাত পাচে শুনা যেন আরম্ভিলা পূজা ।
কুসুমে বুলিবে গৈলা দ্বিজ সবে বজা ॥৩২০
হোম করি দ্বিজসবে দিলন্ত আহুতি ।
দণ্ডবতে পরিয়া কুসুমে করে স্তুতি ॥
নমো নমো ত্রিনয়ন নমো পশুপতি ।
দিয়ো পুত্রবৰ কৰো সহস্র প্রণতি ॥৩২১
নমো পার্ব্বতীৰ নাথ নমো শূলধাৰী ।
নমো নমো নাথ জগতৰ অন্তকাৰী ॥
নমো নমো মহেশ্বৰ দেৱ সদাশিৱ ।
নমো নমো জগতৰ পতি তুমি দেৱ ॥৩২২
নমো ভূতনাথ তুমি জগতৰ জীৱ ।
পতিত পাৱন তুমি বিনে নাহি কেৱ ॥
আনো স্তুতি নতি অতি কৰিলা বিস্তৰ ।
বহু স্তুতি দেখি তুষ্ট ভৈলন্ত শঙ্কৰ ॥৩২৩
শিৱৰ মুণ্ডৰ মালা মাথাত পৰিল ।
বিদায় কৰিয়া পুনু গৃহক চলিল ॥
এহিমতে আনন্দতে আছে তেতে যেবে ।
/সত্যাসন্ধ্যা আইৰ কথা শুনা কহো এবে ॥৩২৪
কুসুমৰ ঘৰে দেৱী দিনেক আছন্ত
সূতিকা গৃহত থাকি স্বপ্ন দেখিলন্ত ॥
মাথে জটাজুট শিৰে অৰ্দ্ধচন্দ্ৰ কলা ।
গলত শোভয় মনুষ্যৰ মুণ্ডমালা ॥৩২৫

দশ গোট বাহু তান দশখান অস্ত্র।
কটিত বান্ধিয়া আছা বাঘছাল বস্ত্র॥
দশ গোট কর্ণ কপালত ত্রিলোচন।
ভস্ম ধূলা কবিলন্ত গাত্রব ভূষণ॥৩২৬
মহা চমৎকাব ৰূপ দেখি সতী ভৈল।
কিছু সুবুলিয়া চাই আছন্ত তথাত॥
আবো সপোনক সতী দেখিলন্ত পাছে।
শঙ্খ চক্র গদা পদ্ম হাতে ধবি আছে॥৩২৭
মহা বিপৰীত ৰূপ দেখিতে বিস্ময়।
কোটি সূর্য্য সম নহে অধিকে জ্বলয়॥
তাহান আগত মহাদেৱ ক্ষুদ্র সম।
সূতিকা গৃহত যেন সূর্য্যব প্রকাশ॥৩২৮
মহাদেৱ কান্তি যত সমস্তে টুটিল।
পূর্ব্বদিশে আসি যেন ভাস্কব উঠিল॥
স্বপ্ন দেখি আছা সতী বিমোহিত হই।
সুকোমল কমল চৰণ তল দুই॥৩২৯
চৰণ বাজুল তহু সুকোমল ধ্বনি।
জানু জঙ্ঘা সুবলিত বাধকল বেনি॥
পাট পীত তুনিক দেখন্তে মনোনীত।
বান্ধি আছা বত্নময় মেখলা কটিত॥৩৩০
চাৰু শ্যাম বক্ষ-স্থল দেখন্তে সন্তোষ।
কঙ্কালত কিঙ্কিণী পদ কবে ভুষ॥

আৰকত উদৰত তিনি ৰেখা জ্বলে ।
সুকোমল পান্তি তাত শোভে বক্ষস্থলে ॥
মুখপদ্ম কৰে যেন কোটি সূৰ্য্য কান্তি ।
দন্তক দেখিয়া ডাৰিম্বৰ বীজ পান্তি ॥৩৩১
নাসা তিলফুল মহা ৰুচিৰ চিবুক ।
দীৰ্ঘতৰ বাহু দুই অলে মোলানেক ॥
আঙ্গুলিত উজ্বান্তি অৰুণ নখ কান্তি ।
চম্পাৰ পাকৰি নয় আঙ্গুলিৰ পান্তি ॥৩৩২
কঙ্কণ বলয়া হাতে কণ্ঠত কৌস্তুভ ।
চূৰ্ণ হোৱা দেখি তাঙ্ক মদনৰ দম্ভ ॥
সিংহবন্ধ কণ্ঠত উত্তৰী নবগুণ ।
ৰত্নময় কুণ্ডলে প্ৰকাশে দুই কৰ্ণ ॥৩৩৩
চক্ৰাকাৰ মাথা তাতে কপোল সুন্দৰ ।
চক্ৰাকাৰ কেশসৱ দেখি নিৰুপম ॥
ৰত্নৰ কিৰিটি তাতে জ্বলন্তে আছয় ।
কোটি শশী সম সিটো ৰূপ প্ৰকাশয় ॥৩৩৪
হেন মনোহৰ ৰূপ চাহি আছা সতী ।
লাগিল ধিয়ান নচাৱয় একো ভিতি ॥
অনন্তৰে নিয়া তাঙ্ক মহাদেৱে ধৰি ।
সতীৰ মাথাত বৈসাইলন্ত লাস কৰি ॥৩৩৫
যেতিক্ষণে তুলি মাথে বৈসাইলেক যাই ।
লুকাইবাক দুই বাহু আছা সতী চাই ॥

শিবভাগে বসি তান গৰ্ভত পশিল ।
ৰহিলা বুলিয়া তাকে সতী নজানিল ॥৩৩৬
অনন্তৰে থান পাচে খুজিল হৰে ।
থাকিবোহো মই থান দিয়া তযু ঘৰে ॥
মহা ভয় হুয়া সতী চাহিয়া আছন্ত ।
ত্ৰাস হুয়া তৈতে সতী জানি বসিলন্ত ॥ ৩৩৭
নিদ্ৰাভঙ্গ হুয়া সতী চেতন লভিলা ।
আসিলন্ত স্বামী পাচে তাহাক্ষে কহিলা ॥
শুনিয়োক স্বামী দেখিলো সপোন ।
আমাৰ গৃহত থান খোজে ত্ৰিনয়ন ॥৩৩৮
কুসুমে বোলন্ত শুনা সতী অনুপাম ।
কি কাৰ্য্যে পূজিলো হৰ সিদ্ধি হৈবো কাম ॥
কুসুমে বুলিলা আৰো বচন সম্বোধি ।
থাকিয়োক ৰঙ্গে পুত্ৰ পাইবা নৱনিধি ॥৩৩৯
এহিমতে হৰিষতে আছা কথা মাতে ।
শুনা সভাসদসব সাৱধান চিত্তে ॥
যিমতে শঙ্কৰদেৱ গৰ্ভে ভৈলা স্থিতি ।
সভাসদ লোক শুনিয়োক এক চিতি ॥৩৪০
মাঘমাসে দশদিন যেবে বহি গৈল ॥
শুক্ৰবাৰ তথাতে দ্বিতীয়া তিথি ভৈল ॥
সেহিবেলা শুক্ৰ যাই গৰ্ভে লৈলা বাস ।
যত লোক সকলৰ দুখ কৈলা নাশ ॥৩৪১

এহিমতে বহি যেবে গৈল অষ্ট মাহ।
দেখি কুসুমৰ মহা মনত উৎসাহ ॥৩৪২
যেহেন কৃষ্ণক গৰ্ভে ধৰিয়া দৈৱকী।
তাত পাচে শুনা আৰো কথাক উৎসুকি ॥
দশদিগপাল যত দেৱতা আছন্ত।
ছদ্মৰূপে কুসুমৰ ঘৰে আসিলন্ত ॥৩৪৩
আকাশত দেৱগণ বৈল আসি ব্যাপী।
আইলা পৃথিবীক সনাতন ব্ৰহ্মৰূপী॥
আৰম্ভিলা স্তুতি পাচে ব্ৰহ্ম ত্ৰিপুৰাৰি।
ইন্দ্ৰ চন্দ্ৰ কুবেৰ বৰুণ হুয়া শাৰী ॥৩৪৪
দশ দিগপাল যত দেৱতা সমস্ত।
শঙ্কৰক কৰে স্তুতি হুয়া অৱনত ॥
কৰিলন্ত নানা স্তুতি কৃতাঞ্জলি ধৰি।
বৰষিলা পুষ্পচয় মাথো ভৰি পূৰি ॥৩৪৫
সত্যসন্ধ্যা গৰ্ভ হন্তে যেবে ভৈলা বাজ।
দেখিলা কৃষ্ণক যত দেৱতা সমাজ ॥
হে ব্ৰহ্মা হে হৰ হে চন্দ্ৰ পুৰন্দৰ।
সবাকে শুনায়া হেন দিলন্ত উত্তৰ ॥৩৪৬
পূৰ্ব্বে বৈকুণ্ঠত কৈলো যিসব বচন।
সেহি বাক্য সাফলিবে আইলো দেৱগণ ॥
হে হৰ শুনা তুমি মোৰ প্ৰিয়তম।
অৱতাৰ হৈব মই ধৰি তযু নাম ॥৩৪৭

একান্ত ভকত ধর্ম্ম কৰিয়া বেকত ।
কলিৰ লোকক মই তাৰিবো বহুত ॥
তোৰা সবে অংশৰূপে থাকা মোৰ সঙ্গে ।
হেন শুনি জোকাৰ কৰিলা দেৱ ৰঙ্গে ॥৩৪৮
জয় বুলি দেৱক মাতিলা দেৱহৰি ।
দেৱসবে মাতিলন্ত জয় জয় কৰি ॥
কৰিলা কৃষ্ণক দেৱে নানা স্তুতি নতি ।
বিদায় কৰিয়া সবে স্বৰ্গে কৈলা গতি ॥৩৪৯
দেৱতাসকল আবে গৈলা এহিমতে ।
সত্যসন্ধ্যা আই শুতি আছন্ত তথাতে ॥
পুনৰপি গৰ্ভত পশিলা দামোদৰ ।
অদৃশ্য স্বৰূপে নেদেখিলা এক নৰ ॥৩৫০
সত্যসন্ধ্যা সতী যেন দেখিলা সপোন ।
হেনয় প্ৰকাৰে কৈলা সিসব বচন ॥
সপোনৰ মতে কথা কহিলন্ত সতী ।
দেৱতাসকলে যেন কৰিলন্ত স্তুতি ॥৩৫১
শুনিয়া কুসুমে পাচে দিলন্ত উত্তৰ ।
কেন কথা কহ তই আগত আমাৰ ॥
হেনয় সপোন তই কিমতে দেখিবি ।
যদি ভাগ্য আছে পুত্ৰ অৱশ্যে লভিবি ॥৩৫২
হেন কথা কহিয়া কুসুম ৰৈলা তথা ।
কহিলন্ত সতী যেন সপোনৰ কথা ॥

শুনিয়োক সাধুসব বচন স্বৰূপ ।
কুম্ভৰ ভিতৰে যেন জ্বয়া আছে দীপ ॥
অগনিক বেঢ়ি যেন ভস্মে ঢাকিলন্ত ।
সেহিমত ভাৱে জানা শঙ্কৰ আছন্ত ॥৩৫৩
সত্যসনাতন প্ৰভু নিত্য নিৰঞ্জন ।
কোটি কোটি ব্ৰহ্মাণ্ডৰ নাথ নাৰায়ণ ॥
জয় জয় জগতৰ যিটো পিতা-মাতা ।
জয় জয় জগতৰ বান্ধৱ বিধাতা ॥৩৫৪
ব্ৰহ্মা মহেশ্বৰ যাৰ নপাৱয় সীমা ।
আমি কেনে জানিবোহো তোমাৰ মহিমা ॥
জয় জয় কৃষ্ণ প্ৰভু অনাথৰ নাথ ।
জয় জয় অব্যক্ত নমো নমাই মাথ ॥৩৫৫
হেন হৰি আইলা কেন কুসুমৰ ঘৰ ।
বাৰে বাৰে অৱতৰি হৰা ভূমিভাৰ ॥
কথামাত্ৰে স্বামী সঙ্গে আছা সতী যেবে ।
সেহিবেলা শুভ লগ্ন আসি ভৈল তেবে ॥৩৫৬
নদী নদ প্ৰসন্ন পঙ্কজে জ্যোতি কৰে ।
নিৰ্ম্মল গহন নাহি মেঘৰ সঞ্চাৰে ॥
ভৈলা সুস্থ সিবেলাত সজ্জনৰ মন ।
আকাশক স্তুতি কৰে সিদ্ধ মুনিগণ ॥৩৫৭
বজাৱে গন্ধৰ্ব্ব অপেস্বৰা গায়ে গীত ।
দেৱগণ সমে অপেশ্বৰা কৰে নৃত্য ॥

স্বৰ্গমধ্যে সুমঙ্গল ভৈলেক বহুত।
ৰোহিণী নক্ষত্র মিলিলেক সিবেলাত ॥৩৫৮
পুষ্প বৰষিলা দেৱে কৰি জয় জয়।
গম্ভীৰ শবদে মেঘ সকলে গৰ্জ্জয় ॥
দেৱতাৰ সুমঙ্গল ভৈলেক যতেক।
সিসব কথাক আৰে কোনে কহিবেক ॥৩৫৯
পৃথিবীত সুমঙ্গল মিলিল অপাৰ।
তাক কহিবাক আছে শকতি কাহাৰ ॥
সাগৰ নগৰ গ্ৰাম দেশ যত যত।
অসংখ্যাত লোক যত আছে পৃথিবীত ॥৩৬০
নদী নদ সবে তথা ভৈলেক নিৰ্ম্মল।
জলজন্তু সৱে ৰঙ্গে কৰে কোলাহল ॥
গিৰি গুহা পৰ্ব্বতো ভৈলেক সচলিত।
মাতিবাক লেলা সবে জীৱা জন্তু যত ॥৩৬১
দুখ শোক গুচি সুমঙ্গল বহে বাত।
লোকৰ হৃৰিষ বিপৰীত সিবেলাত ॥
আশ্বিন প্ৰবেশি পাঞ্চদিন বহি গৈল।
সেহি দিনা শঙ্কৰ দেৱৰ জন্ম ভৈল ॥৩৬২
শুকুলা দশমী আসি ভৈল শুক্ৰবাৰে।
ধৰ্ম্ম কহি পাপ নষ্ট কৈলা জগতৰে ॥
গুৰুৰ জনমে সবে কৈলা জয়ঘোষ।
খণ্ডি যাউক জগতৰ সংসাৰৰ দোষ ॥৩৬৩

জয় জয় শব্দ করে সকল সমাজে।
আকাশ চাহিয়া সবে দেব বাদ্য বাজে ॥
ইন্দ্র চন্দ্র কুবের বরুণ দিগপাল।
জয়ধ্বনি করি সবে বোলা ভাল ভাল ॥৩৬৪
দেবতাসকলে করিলেক জয়ধ্বনি।
ঝিণি ঝিণি বাজে দেব রথর কিঙ্কিণী ॥
মহা আমোদিত গন্ধ উঠিল বিশেষ।
ঘ্রাণ পায়া সমাজর হরিষ অশেষ ॥৩৬৫
ছায়া মায়া দেখি চায়ে উর্দ্ধদৃষ্টি করি।
দেখে কতো দেৱে যেন আছে ছত্র ধরি ॥
কতোজনে দেখে তাক কতো নেদেখয়।
বিমোহিত হয়া কতো চাহিয়া আছয় ॥৩৬৬
জন্মি যেবে প্রভু পৃথিবীত পরি আছে।
পাক গোটা হাঙ্কি গুরু মারিলেক পাচে ॥
অরুণ চরণ কান্তি দেখি আতিশয়।
অন্ধকার ফেরি যেন আদিত্য উদয় ॥৩৬৭
জগতর গুরু উপজিল নিজ রূপে।
তিনিজন স্ত্রীয়ে পাচে দেখি আছে চুপে ॥
নাড়ী আরো তিনিগোটা মেচ়াই আছা পারে।
পরিয়া আছয় জগতর আদি দেৱে ॥৩৬৮
কুসুমর ঘরে মহা ভৈল মহোৎসৱ।
নন্দর গৃহত যেন জন্মিল মাধৱ ॥

চাৰিদণ্ড ৰাত্তি যেবে গৈল সিদ্ধিনাৰ।
তেবেসে জানিবা জন্ম ভৈল শঙ্কৰৰ ॥৩৬৯
বামধাঁয়ে দিয়া আছে হাৰাতল বাত্তি।
তেতিক্ষণ সমস্তে পৰিল হুয়া কাটি॥
ঘুমাইলন্ত তেতিক্ষণ বাত্তি ঝাঁত কৰি।
সমজ্যাৰ লোকে স্মৰয় হৰি হৰি ॥৩৭০
সমস্ত ভৃত্যাৰ লাগি গৈল মন কষ্ট।
অসংখ্যাত বাত্তিসব কিনো ভৈল নষ্ট॥
সমজ্যাৰ লোক যত সবে নিৰানন্দ।
হা হা আই দেৱী ভৈল কিনো দিন মন্দ॥৩৭১
এহি বুলি সবে পাচে কৰি নানা স্তুতি।
আন অগ্নি জ্বালিয়া লগাইলা পাচে বাত্তি॥
কুসুমেও যেন পাচে কৰিলন্ত কাম।
পুত্ৰমুখ দেখি জলে কৰিলন্ত স্নান॥৩৭২
ভাত পাচে স্ত্ৰীসবে হুয়া পৰিপাটি।
কুসুমৰ গৃহক লবিলা ধৰি বাত্তি॥
লৰবা লৰবি কৰি হুয়া এক ঠাই।
অনন্তৰে কুসুমৰ ঘৰ পাইলা যাই॥৩৭৩
নবাধিক এক আলী নাৰীসব আসি।
জোকাৰ দিলন্ত বসি পৰম হৰিষি॥
জলহন্তে স্নান কৰি কুসুমেও আসি।
ধেনু দান ব্ৰাহ্মণক কৈলা মহাহৰ্ষী ৩৭৪॥

সুবৰ্ণ ৰজত দান কৈলা বহুতৰ।
দান পাই ভৈলা তুষ্ট বিপ্ৰ নিৰন্তৰ॥
বন্ধু বান্ধৱক বস্ত্ৰ অলঙ্কাৰ দিল।
ভৈল পুত্ৰ কুসুমৰ সবেয়ো শুনিল॥৩৭৫
কুসুমে বোলন্ত আৰে চন্দৰী শুনিয়ো।
স্নান কৰাই পুত্ৰ খানি কোলে তুলি লৈয়ো॥
ৰজতৰ ঝাৰি গোট পৰম বিচিত্ৰ।
আনিলন্ত আৰো মহা সুবৰ্ণৰ পাত্ৰ॥৩৭৬
সেহি পাত্ৰ ভৰি চন্দৰীয়ে জল আনি।
তাতে তুলি ধৰিলন্ত দেৱ চক্ৰপাণি॥
দিলা পানী বাকিয়া মাধৱী হাতে ধৰি।
নাৰীগণে উৰুলি দিলন্ত উচ্চ কৰি॥৩৭৭
জয় জয় শবদে প্ৰজায়ে কৰে বোল।
প্ৰজাৰ ভিৰত ভূমি কৰে উলবল॥
বাদ্যভণ্ড আন্দোল মেদিনী উলবল।
জয় জয় কৰি লোকে কৰে কৌতূহল॥৩৭৮
যেতিক্ষণে শঙ্কৰদেৱৰ জন্ম ভৈলা।
উলবল কৰি মহী মন্দৰ লৰিলা॥
সত্যসন্ধ্যা আই জন্মিবাৰ নেদেখিল।
দেখয় মাটিত শুতি আছয় ছৱাল॥৩৭৯
যেন দৈৱকীৰ গৰ্ভে উপজিল হৰি।
খণ্ডিলা ভূমিৰ ভাৰ অসুৰ সংহৰি॥

কৃষ্ণৰ জন্মত পাইলা মহা আনন্দক।
সেহিমত তাৰে ঐতো দেখা শঙ্কৰক ॥৩৮০
পৰিপূৰ্ণ ভৈলা গোকুলৰ লোক যত।
তেহ্নয় প্ৰকাৰ কৰি দেখিয়ো অহিত ॥
দশদিগপাল যত বিমানত বসি।
পুষ্পবৃষ্টি কৰি চলি গৈলন্ত হৰিষি ॥৩৮১
বাঢ়ভূঞা আদি সবে গৈলা ঘৰাঘৰি।
পাচে কথা শঙ্কৰৰ শুনা কৰ্ণ ভৰি ॥
সণ্ঢৰা দলৈক মাতি কুসুমে আনিল।
শস্ত্ৰবিধি চাই পাচে গণিতে লাগিল ॥৩৮২
ধূপ দীপ কদলী তাম্বুল উপহাৰে।
আনিলন্ত বস্ত্ৰ যত বিবিধ প্ৰকাৰে ॥
দীপ ঘট ডুণী পাতি ধৰিলন্ত খৰি।
কহিবাক লাগিলা সণ্ঢৰা বিধি পঢ়ি ॥৩৮৩
ৰাশি যোগ জন্মবাৰ নক্ষত্ৰ গণিলা।
গ্ৰহ কুঠি লেখি কুসুমৰ হাতেদিলা ॥
শুনিয়োক ৰাশিফল তোমাৰ পুত্ৰৰ।
সুকীৰ্ত্তি হইবন্ত আন দ্বীপ দ্বীপান্তৰ ॥৩৮৪
গুণে নাৰায়ণ সম গম্ভীৰে সাগৰ।
প্ৰতাপে আদিত্য যেন শ্ৰমে মহেশ্বৰ ॥
হইবে তমু পুত্ৰ এন্তে মহা খ্যাতিমন্ত।
প্ৰচাৰিবে যশ আন সকলো ৰাজ্যত ॥৩৮৫

ভাগৱত গ্ৰন্থ পদবন্ধে নিবন্ধিব।
ভাষ্য পয়াৰাদি শাস্ত্ৰ বিস্তৰ কৰিব॥
ভঙ্গাইব পণ্ডিতগণ কৰি বাদ ব্যাখ্যা।
ভকতি ধৰ্ম্মক আৰো কৰিবন্ত ৰক্ষা॥৩৮৬
একান্ত ভকতি প্ৰচাৰিব জগতত।
জগন্নাথে দিয়া পঠাইবন্ত ভাগৱত॥
নানা শাস্ত্ৰ বখানিব ভাৰত পুৰাণ।
নুহিবে পণ্ডিত আৰো ইহান সমান॥৩৮৭
একোৰাজ্যে পণ্ডিত নুহৈব আৰ সম।
পাষণ্ডসবৰ এন্তে হৈব কাল যম॥
নিজ গুণ যশ কীৰ্ত্তি কৰিব প্ৰচাৰ।
যাৰ মায়াপাশে বন্দী সমস্তে সংসাৰ॥৩৮৮
মহাগুণে গুণৱন্ত যেন যদুপতি।
ইহান প্ৰসাদে পাইবা ভুকুতি মুকুতি॥
যেন বাঞ্ছা সেই সিদ্ধ কৰিবে সকল।
তযু ঘৰে আইলা জগতৰ আদি মূল॥ ৩৮৯
সেহি যদুপতি জানা এন্তে আসি আছা।
পৰম পদক পাইব সিদ্ধি হুইব বাঞ্ছা॥
এতেকে জানিবা এন্তে পৰম পুৰুষ।
জানিবাহা এহেন্তেসে জগতৰ ঈশ॥৩৯০
অন্তকৰো অন্তক কালৰো এহি কাল।
আৰ মায়া নজানয় দশদিগপাল॥

ব্ৰহ্মা হৰ আদি যাৰ মায়াপাশে বন্দী ।
ব্যাপক স্বৰূপে আছা জগতক ছান্দি ॥৩৯১
মৎস্য কূৰ্ম্ম নৰসিংহ আদি যত নাম ।
জগতক ব্যাপি আছা যাৰ মূৰ্ত্তি শ্যাম ॥
হেন শুনি জয় জয় কৰিলা সমাজে ।
চতুৰ্ভিতি বেঢ়ি জয় শব্দ সব বাজে ॥৩৯২
জয় জয় উৰুলী মঙ্গল লোকে কৰে ।
যাহাক স্মৰণে ঘোৰ সংসাৰক তৰে ॥
অনন্তৰে কুসুমে পুছিলা এক কথা ।
বুঢ়াৰ্থাৰ বাতি ঘৰে ভৈল কেন এথা ॥৩৯৩
আৰো শুনা পাঞ্চ গোটা হাঞ্চি মাৰিলন্ত ।
তিনি গোটা নাড়ী গাৱে মেঢ়াই বৈসন্ত ॥
ৰোহিণী চান্দৰী মাধৈ তিনি হস্তে যায় ।
চাৰিখান হস্ত দেখিলন্ত সেহি ঠাই ।৩৯৪
ইহাৰ বৃত্তান্ত গুৰু আবে কোৱা তুমি ।
কিছু তাৰ মহিমাক নজানোহো আমি ॥
সন্তৰায়ে বোলো শুনা কহিবো স্বৰূপে ।
তোমাৰ গৃহক হৰি আইলা নিজৰূপে ॥৩৯৫
হেন শুনি সন্তৰায় পাঞ্জি পুথি মেলি ।
কহিবে লাগিলা কথা শুনা শুনা বুলি ॥
আজি বাঢ়ি পুথুৰীক কৰয় উৎসৰ্গ ।
তাৰ ফলে লোকসবে পাৱে গৈয়া স্বৰ্গ ॥৩৯৬

পৰপুত্ৰ পৰজীউ কতো দেই বিহা ।
যাগ যোগ সকলক নকৰোক স্পৃহা ॥
এহি পাঞ্চ অম্বয় হাঞ্চিৰ কথা গৈল ।
তিনিখান হাৱাল বাতিৰ কথা কৈল ॥৩৯৭
তপ জপ সন্ন্যাসাদি কৰিবেক দূৰ ।
শুদ্ৰ পুত্ৰে বিপ্ৰৰ কৰিবে গৰ্ব্ব চূৰ ॥
তিনিগোটা নাড়ী যিটো মহা বিভোপন ।
বিপৰীত কথা তাৰ শুনিয়ো লক্ষণ ॥৩৯৮
সণ্টৰায়ে বোলে সবে কৰা জয় জয় ।
তেবেসে ইহাক কহিবাক যোগ্য হয় ॥
হেন শুনি জয় জয় কৰিলা সমাজে ।
কহিবাক লাগিলা সণ্টৰা দলৈ ৰাজে ॥৩৯৯
নিস্তে নিস্তে শুনা এন্তে দৈৱকীৰ সুত ।
কৰিবেক লীলা এন্তে পৰম অদ্ভুত ॥
নিজ গাৱ গোটে গুৰু হৈবা জগতৰ ।
তিনি গোটা নাড়ীৰ কাৰণ শুনা তাৰ ॥৪০০
প্ৰথম নাড়ীয়ে জানা দেখাৱে দেৱক ।
আউৰ দুই নাড়ী কৰৈ নাম ভকতক ॥
কহিলা বিস্তৰ দলৈ কথা প্ৰপঞ্চিয়া ।
শুনিয়া আছয় লোকে নিজম পাৰিয়া ॥৪০১
আদি অন্ত কথা যত সমস্তে কহিলা ।
বস্ত্ৰ বিত ধেনু সণ্টৰাৰ আগে দিলা ॥

বহু কথা কহি কুসুমক মাতি বুলি ।
বৃষ ধেনু লভিয়া গৃহক গৈলা চলি ॥৪০২
জ্ঞাতি বন্ধু সমস্তে গৈলন্ত ৰঙ্গে ঢঙ্গে ।
থাকিলা আপুন গৃহে কুসুমেও ৰঙ্গে ॥
আৰো শুনা কুসুমৰ ঘৰে এক কথা ।
পৰম হৰিষে সবে শুনিয়ো সৰ্ব্বথা ॥৪০৩
কপিলৰ মাৱ যিটো দেৱহুতি আই ।
ধেনুৰূপ ধৰি জন্মিলেক সেহি ঠাই ॥
পূৰ্ব্বত কপিলে তাস্ত জ্ঞান কহিলন্ত ।
পুত্ৰ বুদ্ধি কৰি শুনা তাঙ্ক মাতিলন্ত ॥৪০৪
কপিলে বোলন্ত মাৱ শুনা কহো আমি ।
সৎসঙ্গত পুত্ৰবুদ্ধি কেন কৈলা তুমি ॥
হেন শুনি দেৱহুতি বুলিবাক লৈলা ।
মই পাপিষ্ঠীৰ বাপু গৰু বুদ্ধি ভৈলা ॥৪০৫
পুত্ৰ বুলি তোমাক মানিলো দুৰাচাৰী ।
যেন লাগে কৰা বাপু নিয়োক নিস্তাৰি ॥
কপিল বদন্তি মাৱ শুনা মোৰ বাণী ।
কুসুমৰ ঘৰে কৃষ্ণ জন্মন্ত যৈসানি ॥৪০৬
শঙ্কৰ স্বৰূপে হৰি নৰৰূপ ধৰি ।
তাৰিবা কলিত লোক যশক বিস্তাৰি ॥
ধেনুৰূপে তান গৃহে জন্মিবাহা তুমি ।
ইসব বৃত্তান্ত আবে কহিলোহো আমি ॥৪০৭

সেহি কাৰ্য্যে আসি দেৱহুতি ছদ্ম কৰি ।
কুসুমৰ ঘৰে আসা ধেনুৰূপ ধৰি ॥
যত যত আছে গৰু ঘৰে কুসুমৰ
সবাতো অধিক তেন্তে মহা শ্ৰেষ্ঠতৰ ॥৪০৮
পাঞ্চ বৎসৰেসে তান এক বৎস পাই ।
ঘটশ্ৰৱা ধেনু আন তাঙ্ক সম নাই ॥
গোহালিত বান্ধে তাঙ্ক মহা যত্ন কৰি ।
মুণ্ড সোলোকাৰে পাঘা থাকে তাতে পৰি ॥৪০৯
হাস্ফলা দুইতে লোহিতক হোৱে পাৰ ।
যিবা কাৰ্য্যে যাই শুনা বৃত্তান্ত তাহাৰ ॥
মহাদেৱ লিঙ্গ আছে শিঙ্গৰীৰ থান ।
এক ঘট দুগ্ধ নিতে কৰে গৈয়া দান ॥৪১০
কপিলীৰ গাই সিটো কুসুমৰ ধেনু ।
লোহিতক পাৰ হুয়া আসে পুনু পুনু ॥
জৰী গাছি আসি পুনু লোৱয় গলত ।
নজানয় কেহো শুতি থাকে গোশালত ॥৪১১
একো একো ঘট দুগ্ধ দেন্ত কুসুমক ।
প্ৰপঞ্চিয়া কহো আবে শুনা সবে তাক ॥
ঐটো এক ঘট পান্ত তৈতো এক ঘট ।
পূৰ্ব্বৰ প্ৰাচীন কথা আছে ফট ফট ॥৪১২
একদিন কুসুমে প্ৰভাতে দেখিলন্ত ।
তিতা গাৱে ধেনু গোট বান্ধন্তে আছন্ত ॥

গুণি গাস্থি কুসুম ৰহিলা পাচে তথা ।
আত অনন্তৰে আৰো শুনা যেন কথা ॥৪১৩
চতুর্ভুজ বুঢ়াখাঁক দুইকো লগে লৈয়া ।
গোহালিৰ আৰ হুয়া নিকটত হুয়া ॥
নিদ্রা পাৰি ৰহিয়া তিনিয়ো আছা চাই ।
মুণ্ড সোলকাই পাচে ধেনু পলাই যাই ॥৪১৪
হেন দেখি তিনিয়ো চলিলা তাইৰ কাছে ।
লৌহিত্যত নামি দেখে পাৰ ভৈলা পাছে ॥
নাৱে চৰি তিনিয়ো খেদয় পাচে পাচে ।
উঠিলেক ধেনু গৈয়া শিঙৰীৰ কাছে ॥৪১৫
ঘোৰমোষা হুয়া তেৱে ৰহিলা তথাত ।
লৰবন্তে শ্রান্ত ভৈলা চূর্ত্তি নাহি গাত ॥
কপিলীও গহ্বৰত পশিলন্ত গৈয়া ।
দেউৰীসকলে আছে আনন্দে চাহিয়া ॥৪১৬
থিয় হুয়া ধেনু পাছে ৰহিলন্ত আগে ।
নমিলন্ত হৰক কপিলী মহাভাগে ॥
বহিবাক লাগিলা আছয় দুগ্ধ যত ।
ঘৰ্ ঘৰ্ কৰি পৰে হৰৰ মুখত ॥৪১৭
সেহিদিনা হন্তে তাইৰ পায়া সবে ভেদ ।
কিনো ভাগ্য এইৰ বুলি কৰে বহু খেদ ॥
তিনি হন্তে কতো বেলি বাহিৰত আছি ।
কিছো মুবুলিয়া তৈৰ আসিলন্ত গুচি ॥৪১৮

তাসম্বাৰ পাচতে আসিলা তেবে ধনু ।
কপিলীৰ বাক্য আবে কহো শুনা পুনু ॥
শঙ্কৰৰ জন্ম তৈত মুহে মানে যাৱে ।
হৰক যোগাইবা দুগ্ধ শুনা মাতৃ তাৱে ॥৪১৯
ইসব বচন বুলি আছয় কপিলে ।
তাতেসে কহিলো ইটো কথাক সকলে ॥
কপিলীৰ কথা আবে এহিমানে খণ্ড ।
ৰামৰ্থাৰ যেন কথা শুনা তাক কণ্ড ॥৪২০
যেতিক্ষণে তহিতে শঙ্কৰ জন্মিলন্ত ।
ভাৰ্য্যা স্বামী ৰামৰ্থায়ে শৰণ লৈলন্ত ॥
যুগ যাঠি হাজাৰ উপৰে তেন্তে দুয়ো ।
ৰাজাৰাণী আছিলন্ত তাহাক শুনিয়ো ৪২১
নাৰায়ণ ঈশ্বৰে বুলিলা দুইকো দেখি ।
ব্ৰহ্মাডিম্ব গুটিক থাকিয়ো ঐত ৰাখি ॥
যি বেলাত বামনে কটাহ ফুটাৱন্ত ।
মহা বৰ প্ৰসাদক তেহেন্তে দিবন্ত ॥৪২২
হেন শুনি দুয়ো পৰি প্ৰনাম কৰিলা ।
সৰ্ব্ব অৱতাৰৰ কাৰণ চলি গৈলা ॥
নাৰায়ণ বাক্য যেবে যুগ সীমা ভৈল ।
বামনেয়ো সেহিবেলা কটাহ ফুটাইল ॥৪২৩
পৰম বিচিত্ৰ জল বহিবাক লৈল ।
বামনক দেখি দুয়ো মহা ৰঙ্গ ভৈল ॥

দণ্ডৱতে পৰি পাছে কৰিলন্ত তুতি।
বামনেয়ো তুষ্ট হুয়া বুলিলন্ত মাত্তি ॥৪২৪
কুসুমৰ ঘৰে কৃষ্ণ জন্মিৱন্ত গৈয়া।
কলা যে বিভূতি যত অংশ সবে লৈয়া ॥
অৱতৰি শঙ্কৰ থাকিবা সেহিথানে।
জন্মিলন্ত তান পাৱে পশিবি শৰণে ॥৪২৫
ৰূপৰ্থাৰ পুত্ৰ ৰামৰ্থা যে তান নাম।
ৰাধা ভাৰ্য্যা যিটো তান শান্তী অনুপাম ॥
ইসব কথাক আৱে থৈয়ো এহিমানে।
শঙ্কৰদেৱৰ কথা শুনা সাৱধানে ॥৪২৬
পৰম পৱিত্ৰ ইটো কথা মনোৰম।
শঙ্কৰদেৱৰ আৱে শুনা গুণ কৰ্ম্ম ॥
একমনে শুনিলে পাতক হোৱে ক্ষয়।
সংসাৰক তৰি মহা মোক্ষক পাৱয় ॥৪২৭
গণতি কৰিলা যেবে প্ৰথমৰ দিনা।
দ্বিতীয়ৰ দিনা যেন কৰিলেক শুনা ॥
সত্যসন্ধ্যা আই তাঙ্ক কোলে কৰি লই ॥
মহাসুখে পুত্ৰ মুখে স্তন দিলা গই ॥৪২৮
মুখে ছুপি স্তনক ধৰিলা চক্ৰপাণি।
একন্নাইবে নপাৰে স্তনক টানি টানি ॥
মহাশ্ৰান্ত ভৈলা সতী আজুৰি পিজুৰি।
ঘোৰমোৰ কৰি পাচে ৰহিলা ভাগৰি ॥৪২৯

মাধৱী চান্দৰী দুয়ো বল দিয়া টানে।
জগতৰ গুৰুৰ প্ৰভাৱ জানে কোনে॥
এৰিলেক দুয়ো পাচে হুয়া অতি ত্ৰাস।
ত্ৰিজগত পতি কুসুমৰ ঘৰে বাস॥৪৩০
পুনৰ্ব্বাৰ মাধৱী ধৰিলা লাম্ফ দিয়া।
আসিলেক তাইৰ কোলে স্তনক এৰিয়া॥
তৃতীয় দিনত থৈলা শয্যাত শুৱাই।
চাহি আছা ৰঙ্গে সতী গাৱক জুৰাই॥৪৩১
কতোবেলি দেখে শিশু নাহিকে শয্যাত।
আগ পাচ চাহি সতী ফুৰাৱয় হাত॥
মহাত্ৰাস হুয়া সতী বিচাৰে তথাত।
অনন্তৰে আছে শুতি দেখয় শয্যাত॥৪৩২
হেন বিপৰীত কৰ্ম্ম দেখি মনে ডৰি।
শুনে মানে সবেয়ো সুমৰে হৰি হৰি॥
চতুৰ্থৰ দিনা আৰো কৰিলন্ত মায়া।
গুৰুক হৃদয়ে ধৰি শুনা মন দিয়া॥৪৩৩
খাটৰ দুইপাশে লগাই আছে দুই বাতি।
তাকো নিবাৰিয়া কান্তি জলে তক্ তকি॥
কতো বেলি অনন্তৰে নিমাইল দুয়ো বাতি।
চাহি আছা সতী কিবা দিন কিবা ৰাতি॥৪৩৪
সূৰ্য্যৰ প্ৰকাশ কিবা চন্দ্ৰৰ প্ৰকাশ।
চতুৰ্দ্দিকে চান্ত সতী হুয়া মহাত্ৰাস॥

চান্দবী মাধৱী শুতি আছন্ত তথাতে।
কি ভৈল কি ভৈল বুলি উঠিল ত্ববিতে ॥৪৩৫
বিস্ময় দেখিয়া সবে কৰে মাতামাতি।
মহা ৰঙ্গে চাহি আছে জগতৰ পতি ॥
কাণাকাণি কৰি কথা কহে লাসে লাসে।
সবেও বসিলা পাচে শঙ্কৰৰ পাশে ॥৪৩৬
যত বন্ধু বান্ধৱ সমস্তে আসিলন্ত।
হেন দেখি প্ৰভু সিটো ৰূপ ঢাকিলন্ত ॥
সত্যসন্ধ্যা আই সবে কহিলন্ত কথা।
বুঢ়াখাঁক আদি ভক্ত বসি আছে তথা ॥৪৩৭
সমস্তৰে শুনিয়া হৰিষ ভৈল মন।
কুসুমে দৰৈক প্ৰশংসিলা ঘনে ঘন ॥
বালক ক্ৰীড়াৰ কথা শুনা সৰ্ব্বজন।
গুৰুৰ চৰিত্ৰ ইটো মহা বিত্তোপন ॥৪৩৮
যিটো জনে আক একচিত্তে পান কৰে।
তাৰিবেক নিষ্টে নিষ্টে কৃপালু শঙ্কৰে ॥
গোকুলত লীলা যেন ভৈল মাধৱৰ।
তেহ্নমাত্ৰ লীলা ইটো দেৱ শঙ্কৰৰ ॥ ৪৩৯
অমৃততোধিক ইটো গুৰুৰ চৰিত্ৰ।
স্মৰণ মাত্ৰকে কৰে তেখনে পৱিত্ৰ ॥
যাৰ মহিমাৰ ব্ৰহ্মা হৰে নপাই পাৰ।
যায় বাঞ্ছা তাকে লাগি পাপীৰ আমাৰ ॥৪৪০

কুতা হুয়া সমুদ্ৰক তৰিবাক চায়।
গৰুড়ৰ উৰাক টেপচি হুয়া ধায়॥
ধিক ধিক ধিক মই পৰম অজ্ঞান।
বান্ধৱ গুৰুক পাই তভো খোজো মান॥৪৪১
বান্ধৱ মাধৱ গুৰু দিলন্ত দেখাই।
হুকৱাওঁ বুদ্ধি দোষে হেন গুৰু পাই॥
পৰম পাতকী মই দুৰ্বুদ্ধি প্ৰধান।
নাহিকে অধম আউৰ মোহোৰ সমান॥৪৪২
হেন প্ৰাণবন্ধু প্ৰভু তুমি মোৰ গুৰু।
কৰা কৃপা মোক ভকতৰ কল্পতৰু॥
কৰোহো কাতৰ তুৱা পাৱে ৰতি হৌক।
তযু ভকতৰ সঙ্গ আম্মাক দিয়োক॥৪৪৩
হৰি হৰি হৰি মই কিনো মন্দমতি।
তযু পদে প্ৰভু মোৰ নভৈল ভকতি॥
কৰা অনুগ্ৰহ মোক বান্ধব মাধৱ।
শৰণাগতক আবে নেৰিবা বান্ধৱ॥৪৪৪
সত্যে সত্যে সত্যে মই পশিলো শৰণে।
মই পাতকীক ৰক্ষা কৰিয়ো চৰণে॥
হে প্ৰাণনাথ হৰি দেৱ নাৰায়ণ।
তযু পদপঙ্কজে মজোক মোৰ মন॥৪৪৫
বিষয়ত পৰি ভৈলো পাতকী পৰম।
সংসাৰত নাই জানা পাপী মোৰ সম।

কৃপাৰ ঠাকুৰ গুৰু বিনে আন নাই।
গুৰু ৰূপে আইলা প্ৰভু তুমি যদুৰায় ॥৪৪৬
সন্তৰ সঙ্গত প্ৰীতি ৰহোক আমাৰ।
সৎসঙ্গত বিনে ভক্তি সবে চাৰখাৰ॥
মন এক জানি কৰি সৎসঙ্গত ভজা।
যতেক দুৰ্ব্বুদ্ধি আছে সবে তাক তেজা ॥৪৪৭
কৰোহো কাকুতি গুৰু চৰণত ধৰি।
হে প্ৰাণবন্ধু মোক নিয়োক নিস্তাৰি॥
কৰোহো কাকুতি গুৰু চৰণত ধৰি।
কাতৰ কৰোহো তুৱা চৰণত পৰি ॥৪৪৮
হে প্ৰাণবন্ধু ভকতৰ ভয়হাৰী।
দুৰ্জ্জনৰ সঙ্গ মোক নেদিবা মুৰাৰি॥
অনাদি ঈশ্বৰ প্ৰভু নিত্য নিৰঞ্জন।
সত্যে সত্যে পাপী মই পশিলো শৰণ ॥৪৪৯
কহে ৰামচৰণে অজ্ঞানী মই পাপী।
গুৰু পদ-পঙ্কজে ধৰিও সবে চাপি॥
মোৰ পদ বুলি সবে নধৰিবা দোষ।
শঙ্কৰ মাধৱ বুলি হুৱোক সন্তোষ ॥৪৫০
দৃঢ় কৰি ধৰা সবে হৰিগুৰু পাৱে।
কাল অজগৰে আসি নতু ধৰে যাৱে॥
সমস্ত ভকত বোলো কৰিয়া কাকুতি।
বোলা ৰাম ৰাম হৌক সবাৰ সদগতি ॥৪৫১

শঙ্কৰদেৱৰ পচতি উৎসৱ

## ছুলড়ী

অনন্তৰে আৰে শুনিয়োক সবে
শঙ্কৰৰ যেন কথা।
পৰম ৰহস্য যিটো ভক্তি বস্তু
কুসুমৰ ঘৰে তথা ॥
অৱতৰি হৰি নৱলীলা কৰি
দেখাইলা মনুষ্য ছলে।
পঞ্চদিনে যেন কৰ্ম্ম কৰিলন্ত
কহিব তাক সকলে ॥৪৫২
পঞ্চদিনে যেন মহোৎসৱ ভৈল
শঙ্কৰ দেৱৰ তথা।
যত বিপ্ৰসব আসিল সমস্ত
শুনি পচতিৰ কথা ॥
সণ্ঢৰা দলৈক আনিলন্ত পমু
আছা বন্ধুগণ যত।
বাড়ভূঞা আদি আসিল সমস্ত
আন লোক যত যত ॥৪৫৩
অসংখ্যাত নাৰী আসি শাৰী শাৰী
ৰঙ্গ চাহিবাক লাগি।
শিশু বৃদ্ধ যত আসিল সমস্ত
পৰিল জগত ভাগি ॥

মহা ৰম্য কৰি কুসুমেয়ো থান
থৈয়া আছে যত্ন কৰি।
যতেক ব্ৰাহ্মণ বসিল আগত
হুয়া সবে শাৰী শাৰী ॥৪৫৪
এক লাজ্ঞি কৰি ভূঞাসবে তৈতে
বসিলন্ত ঠাৱে ঠাৱে।
আনো লোক যত বসিল সমস্ত
হেঁচা-হেচি কৰি সৱে ॥
পঞ্চ খানি ধনু সাজিল প্ৰথমে
জোৰ গাচি দিলা মাজি ।
কাণ্ড পাঞ্চ গুটি দিলা তাৰ মাজে
মহাৰম্য কৰি সাজি ॥৪৫৫
কলসে কলসে তৈল হৰিদ্ৰাক
পানী সঙ্গে মিসলাই।
থৈলা আগে ভৰি মহা যত্ন কৰি
তাৰ লেখা-জোখা নাই ॥
নোৱাইবাৰ ঠাইত কইলা কলপুলি
পৰম বিচিত্ৰ কৰি।
চৌৰা গৃহে পশি সণ্ডবায়ে হাসি
বোলন্ত কুসুমগিৰি ॥৪৫৬
বাহিৰক লাগি আনা পুত্ৰ খানি
দেখোক সকলে বাইজে।

হেন শুনি গিৰি আনিলা তেখনে
দেখিল সবে সমাজে ॥
জয় জয় বুলি দিলন্ত জোকাৰ
উঠি গৈল উৰ্ম্মি ৰোল ।
ছদ্মৰূপে হৰি হাসে ৰঙ্গ কৰি
লোকৰ শুনি আন্দোল ॥৪৫৭
চন্দৰী মাধৱী কোলে লৈয়া যায়
সৰ্ব্বলোকে আছে চাই ।
জয় জয় বুলি বজায় চাপৰি
ঢুলিয়া ঢোল কোবাই ॥
শঙ্কৰক দেখি যত বিপ্ৰ ভূঞা
ঝাঁত কৰি ভৈল থিয় ।
আশীৰ্ব্বাদ কৰি বিপ্ৰসবে বোলে
হুয়ো বাপু চিৰজীৱ ॥৪৫৮
সবাৰো চকুত ধৰৱিল তেজে
সূৰ্য্যৰ যেহেন ৰূপ ।
দেখি বিপৰীত লোক শত শত
সমস্তে ভৈলন্ত চুপ ॥
উঠিলো বুলিয়া মনত নাছিকা
তথা দি আছয় চাই ।
যেন স্বপ্ন দেখি তথাতে ছুনাই
বসিলা চেতন পাই ॥৪৫৯

কুসুম বসতি দলৈ সঞ্চৰাক
মাতিলন্ত হাসি হাসি ।
শাস্ত্র বিধি চাই গণিয়ো আটাই
ইটো বালকৰ ৰাশি ॥
হেন শুনি পাচে সঞ্চাৰ দলৈয়ে
বুলিলা মনন্ত গুণি ।
গণিবোহো আৰ শুনিয়োক তাক
চায়া থাকো কন্তো খানি ॥৪৬০
লাগিল ধিয়ান নভাসয় আন
যত সমজ্যাৰ লোক ।
পৰম সুন্দৰ ৰূপ মনোহৰ
তাক আৰে শুনিয়োক ॥
সবাৰো মধ্যন্ত শুতিয়া আছন্ত
মহা দিব্য আসনন্ত ।
মোহ হুয়া সবে চাহিয়া আছন্ত
মিলিলা ৰঙ্গ মনন্ত ॥৪৬১
সিংহবক্ষ স্কন্ধ চৰণ সুঠাম
গম্ভীৰ নাভি কমল ।
জানু জঙ্ঘা ঊৰু কটি মনোহৰ
সুদীর্ঘ হৃদি কোমল ॥
বাহুল কমল মুখ-পদ্ম পুষ্প
নাসিকা ৰুচিৰ কান্তি ।

৭

নয়ন দুভয় মহা শুভনয়
গাৱে শুক্ল লোম পান্তি ॥৪৬২
দুই খানি হস্ত আঙ্গুলি চম্পক
কৰ্ণ দুই বিতোপন।
কপাল সুসম ছত্ৰাকাৰ মাথা
কেশ মহা সুশোভন ॥
চতুৰ্ভুজ ৰূপ দেখিলেক কতো
নেদেখিলে কতো জনে।
যিটো ব্ৰহ্মৰূপী অনাদি ঈশ্বৰ
যাক চিন্তে যোগীগণে ॥৪৬৩
ব্ৰহ্মা আদি কৰি দশ দিগপালে
নপাৱয় যাৰ সীমা।
মনুষ্য বুদ্ধিয়ে তাক আৰে শুনা
জানিবে কোনে মহিমা ॥
চতুৰ্ভিত্তি বেঢ়ি জয় জয় কৰি
কৰে লোকে শুভ শুভ।
শঙ্কৰৰ শিৰে নাৰীগণে সিঞ্চি
দিলন্ত অক্ষত দূৰ্ব ॥৪৬৪
সণ্ডাৰ দলৈয়ে বূঢ়া পাঞ্জি মেলি
গণিবাক ৰঙ্গে লৈলা।
ভিত্তি এক বান্ধি চাৰি গুটি ঘট
আঁম ডালি দিয়া থৈলা ॥

নৌকা এক খানি সাজিলন্ত আৰো
তাক শুচৰতে থৈল।
বহুতৰ পানী ঢালি গাত খানি
উকলি মঙ্গল কৈল ॥৪৬৫
কলসে কলসে দধি দুগ্ধ যত
থৈলা তাকে শাৰী শাৰী।
অসংখ্যাত লোক বেঢ়িয়া তথাত
আছে পাত পাৰি পাৰি ॥
আখৈ লাৰু গুণ্ডি জালুক জৰনি
দিলা লোণ তাত ভৰি।
কুসুমক চাই সণ্ঢৰা দলই
বুলিলন্ত হাস্য কৰি ॥৪৬৬
ইটো বস্তু জাত বাজক আনিয়ো
পূৰিয়া লোকৰ মন।
শুনিয়া তেখনে পাঞ্চিলা কুসুমে
বহুতৰ লোকগণ ॥
শুনি আথে বেথে উঠিলেক সবে
কঙ্কালত বস্ত্র বান্ধি।
মহা ৰঙ্গ মনে আনিলা তেখনে
লোক ৰস মায়া সান্ধি ॥৪৬৭
তৈল হৰিদ্রাক বেলাত কৰিয়া
দিলা আৰে বাছি বাছি।

আথৈ লাক গুণ্ডি আগত থৈলন্ত
ভৰি সবে পাচি পাচি ॥
বহুতৰ ঝৰা ভৰায়া ভৰায়া
গাৱে মুণ্ডে দেই বাকি।
সোঁত যাই বই ঝোত ঝোত কৰি
হাসে লোকে ঝাকি ঝাকি ॥৪৬৮
ভূঞা সবে আউল ভৈলা যেন বাউল
মহা ৰঙ্গে খেলে খেড়ি।
ভৈল হৰিদ্রাক মোট ভৰি ভৰি
কেহো কাকো মাৰে বেড়ি ॥
নানা ভাৱে নানা আনন্দ কৰয়
ভৈলে পঙ্কময় ভূমি।
যতেক আনন্দ ভৈল সিটো থানে
কহিবোহো তাক আমি ॥৪৬৯
সন্তাৰ মধ্যত শিশুৰূপে হৰি
আছা যেন মত্ত সিংহ।
শুভ শুভ বুলি বজায়া চাপৰি
প্ৰজায়ে পাৰয় ৰিঙ্গ।
সণ্চৰায়ো ৰঙ্গ চাহিয়া আছন্ত
মনত আনন্দ কৰি ॥
হেন দেখি পাছে কুসুমে বুলিলা
বচনে তাক সাদৰি ॥৪৭০

আবোবাৰ পুত্ৰ গণিবাক লৈলা
সাৱধানে বিধি চাই।
দীপ ঘট হুনি পাতি ভাল কৰি
মনত নিয়মি যাই॥
সণ্ডাৰ দলই বুলিলা হুনাই
কুসুমক চাই চাই।
তোম্মাৰ তনয় যেন যেন কৰ্ম্ম
কৰিবেক এহি ঠাই॥৪৭১
ঈশ্বৰ শকতি দেখাইবে সম্প্ৰতি
লোকৰ চিন্তিবে হিত।
বৃন্দাবনে কৃষ্ণ কৰিলন্ত যেন
বাল্যক্ৰীড়া বিপৰীত॥
তেহ্ময় স্বৰূপে কৰিবন্ত ক্ৰীড়া
তোম্মাৰ ইটো তনয়।
অনাদি জন্মৰ যতেক বাসনা
লোকৰ কৰিবে ক্ষয়॥৪৭২
শিৱ দেৱী পূজা খণ্ডিব সমস্ত
পূৰ্ব্বৰ যত কাৰণ।
কৃষ্ণ দেৱ নাম ধৰ্ম্মক চিনাই
কহিবে এক শৰণ॥
আম্মিয়ো ইহাত্তে লৈযোহোঁ শৰণ
আনো লোক যতমান।

আন মুখে মহা জ্ঞানক লভিয়া
বৈকুণ্ঠ পাইবন্ত থান ॥৪৭৩
মঙ্গলবাসৰে পূৰ্ণিমা তিথিত
ৰাশি যোগ গণিলন্ত।
গ্ৰহ নক্ষত্ৰক মঙ্গল কেতুক
কহিলা সবাবো অন্ত ॥
গুচৰ চাপিয়া বসিলা সণ্ঢৰা
শঙ্কৰৰ ভৰি পাচে।
হাত পাৱ খানি চাইলা লুটিয়াই
দেখে লক্ষণেক আছে ॥ ৪৭৪
পুৰুষ লক্ষণ দেখি সণ্ঢৰায়
গাৱ গোট সিহৰিলা।
দুই হাতে দুই পদ্ম প্ৰকাশয়
আনন্দে তাক দেখিলা ॥
দীৰ্ঘবাহু দুই আণ্ঠুমান হুই
দেখন্ত পৰিয়া আছে।
সমস্ত গাৱক চাহন্ত নিহালি
মহা চিহ্ন সব আছে ॥৪৭৫
দলৈয়ে বোলন্ত পুৰুষ লক্ষণ
আছে ইটো বালকৰ।
তোমাৰ পুত্ৰৰ কাহবোহো কত
গুণ নাম নিৰন্তৰ

মহা পুৰুষ যে এক নাম হৈব
গঙ্গাধৰ আৰ নাম।
প্ৰসিদ্ধ হৈবেক নাম যে শঙ্কৰ
প্ৰচাৰিব নিজ ধৰ্ম্ম ॥৪৭৬
যত অৱতাৰ আছে নিৰন্তৰ
অংশ কলা বিভূতিৰ।
সবে শক্তিচয় আনিয়া আছয়
দেখন্তে মহা গম্ভীৰ ॥
অনাদি ঈশ্বৰ যিটো মহেশ্বৰ
যাত পৰে নাহি কেৱ।
নাই নাই নাই আন্ত পৰে জানা
পৰম ঈশ্বৰ দেৱ ॥৪৭৭
মহা পুৰুষৰ এহি কাৰ্য্য বুলি
শুনিয়ো সবে সমাজ।
আৰো এক কহো পুৰাতন কথা
কহিবো তাহাৰ কাজ ॥
লক্ষ্মী সৰস্বতী বাদ কৰি পূৰ্ব্বে
দুই হন্তে দিলন্ত ৰাগ।
চতুৰ্ভুজ ৰূপ ধৰি নাৰায়ণ
ভৈলন্ত লক্ষ্মীৰ আগ ॥৪৭৮
এক ৰূপে প্ৰভু সৰস্বতী আছে
জৱ জল হুয়া বৈলা।

আউৰ এক ৰূপে তৈত্তে তেতিক্ষণে
ব্ৰহ্ম ডিম্বগোট ভৈলা ॥
ত্ৰয় জল সিটো কৰিলা ৰক্ষণ
ব্ৰহ্মা যিটো ৰাখিলন্ত।
সেহিসে নিমিত্তে জানিবাহা আহ্ম
গঙ্গাধৰ বুলিলন্ত ॥৪৭৯
আৱৰ আশয় শুনিয়োক আবে
সাৱধান কৰি মন।
হৰৰ শিৰত কৰিলন্ত বাসা
গঙ্গাদেৱী যি কাৰণ ॥
হৰৰ প্ৰসাদে যিটো পুত্ৰ পাইলা
ওহি ব্ৰহ্মা নিৰাকাৰ।
তাতে গঙ্গাধৰ নামে শুনা আন
কহিলোহো কথা সাৰ ॥৪৮০
যিবা ৰাজা ৰাণী আছিলন্ত শুনা
তাহাৰ কহো কাৰণ।
চন্দ্ৰকেতু ৰাজা চন্দ্ৰাৱতী ভাৰ্য্যা
আছিলেক দুইজন ॥
একাদশী দিনা ৰাজা মত্ত হুয়া
কৰিলা ভাৰ্য্যা আলাপ।
যেন কামাতুৰে আন ঋতুকালে
নচাৱয় কিছো পাপ ॥৪৮১

সেহি ভাবে পাপ সিজিলা ৰাজাৰ
দেখি তাক চন্দ্ৰাৱতী ।
লাগিল জনম জানিলা স্বামীৰ
কাৰ্য্য ভৈলা বিসঙ্গতি ॥
হেন মনে গুণি পূজি ঈশ্বৰক
কৰিলা মহা ভকতি ।
তুষ্ট হুয়া বিষ্ণু বুলিলা বচন
পাইবি তুয়ো মহা গতি ॥৪৮২
সত্য লোকে গৈয়া থাক বহু কাল
ৰাখিবি ব্ৰহ্ম ডিম্বক ।
নাৰায়ণ হৰি বৰ নিষ্ঠ কৰি
দিবেক কহিলো তাক ॥
তাতে আসি ঐত শৰণ লৈলন্ত
শঙ্কৰৰ চৰণত ।
উপজিল মাত্ৰ সেহি তুয়োজন
থিত ভৈল বৈকুণ্ঠত ॥৪৮৩
শুনি হেন বাণী কৈলা জয়ধ্বনি
যত সমজ্যাৰ লোক ।
শঙ্কৰ দেৱৰ মহিমা অদ্ভুত
তাকে আৰ শুনিয়োক ॥
গঙ্গাধৰ নাম গুপ্ত ভৈল তাকে
ইটো কথা গুহ্যতৰ ।

যাতো বহুকাল গুপুতে আছিলা
দ্রব জল নিৰন্তৰ ॥৪৮৪
অদ্যাপিও তাতে গঙ্গাধৰ নাম
গুপুত হৈব নিশ্চয় ।
শঙ্কৰ যে নাম হৈবেক প্রসিদ্ধ
সর্ব্বলোকে ঘুষিবয় ॥
বেদৰ গোপনি কথা হেন শুনি
কৰিলন্ত জয়ধ্বনি ।
ইসব কথাক কহিলা সকলে
সণ্টৰায়ে গণি গণি ॥৪৮৫
শুনিয়া কুসুম শঙ্কৰৰ বৰে
পাইলা পুত্র গুণৱন্ত ।
তাতেসে শঙ্কৰ নাম থৈলা আৰ
বিচাৰ কৰিয়া অন্ত ॥
সণ্টৰা দলৈক সুবর্ণ ৰজত
দিলা বস্ত্র অলঙ্কাৰ ।
জলপাত্র লৈলা কাহিক লণ্ডিয়া
হৰিষৰ নাহি পাৰ ॥৪৮৬
আখৈ লাক চিনি খণ্ড মিঠৈ ফেনি
কৰি আছা নানা ভাৱে ।
বিপ্র আদি কৰি ভুঞ্জা যত লোক
দিলা সবে গাৱে গাৱে ॥

জয় জয় কৰি দেৱীক স্মৰি
কৰিলন্ত জয়ধ্বনি।
উঠিলেক ৰোল বাজে ঢাক ঢোল
গৈলা স্বৰ্গলোক ছানি ॥৪৮৭
অনন্তৰে চাই সণ্ডাৰ দলৈ
বুলিলন্ত কুসুমক।
পাঞ্চ খানি ধেনু আনিয়োক আৰে
আনা চাৰি বালকক ॥
এক খানি ধনু সত্যসন্ধা আই
ধৰাউক পুত্ৰৰ হাতে।
ভাল বাছি চাই চাৰি গোটা শিশু
মিলায়ো আনি এথাতে ॥৪৮৮
চাৰিৰ হাতত দিলা চাৰি ধনু
খেপোক চাৰি দিশক।
হেন শুনি পাচে আনিলা তেখনে
মাতি চাৰি বালকক ॥
প্ৰথমতে ধনু ধৰাই শঙ্কৰক
সত্যসন্ধ্যা টঙ্কাৰিলা।
ঠাণ্ডকাৰ কৰি উঠিলা শবদ
কৰ্ণত ভাল হানিলা ॥৪৮৯
বিজুলী চমক যেহেন দেখিল
সমজ্যাৰ যত জন।

কেস্তাইখাঁ যত্ন বামধন ৰাম
দাসে যাই তেতিক্ষণ ॥
চাৰি দিশে চাৰি হানিলন্ত কাণ্ড
শৰদ ভৈল প্ৰচণ্ড ।
ঢোল কৰতাল শৰদ আস্ফাল
বাজে নানা বাদ্যভণ্ড ॥৪৯০
বদৰী ফলক আনি এক গুটি
নাৱৰ উপৰে দিলা ।
কল পাঞ্চ গুটি দুগ্ধ সমন্বিতে
নৌকাৰ মাজে তুলিলা ॥
যত বিপ্ৰ ভূঞা দানক লভিয়া
সবে ঘৰা ঘৰি গৈল ।
এহিমতে তৈত শঙ্কৰ দেৱৰ
জন্মোৎসৱ সাঙ্গ ভৈল ॥৪৯১
শুনা সভাসদ হুয়া নিশৱদ
শঙ্কৰ চৰিত্ৰ কথা ।
বিষয় বাসনা মোহ পাশ ছেদি
তাহাঙ্ক চিন্তা সৰ্ব্বথা ॥
সাধু গোবিন্দৰ চৰিত্ৰ বিস্তৰ
গীতা ভাগৱতে কয় ।
অৰ্জ্জুনৰ আগে কৈলা নাৰায়ণে
যিটো সাধু সঙ্গ লয় ॥৪৯২

এতেকে জানিবা সাধুৰ সঙ্গেসে
ভকতি সুখৰ পন্থ।
ভকতৰ চিত্ত ভকতিসে জানা
কহে ভাগৱত গ্ৰন্থ॥
গৃহবাস বন্দী বন্দীশালা ঘোৰ
আছে মোহ পাশে চান্দি।
ঘোৰ নৰকত যমৰ যাতনা
ভুঞ্জাইবেক দুতে বান্ধি॥৪৯৩
ইটো পুত্ৰ ধন আত মোৰ মন
বন্দি হয়া পৰি ৰৈলোঁ।
তোমাৰ চৰণে নৈভেল ভকতি
পাপী অধোগতি গৈলোঁ॥
সংসাৰ সাগৰে তল গৈলো নাথ
তোমাৰ ভকতি এৰি।
নিবে যম ঘৰে দাৰুণ কিঙ্কৰে
গলত লগায়া জৰী॥৪৯৪
এবে কৃপাময় হয়োক সদয়
চৰণে কাকুতি কৰোঁ।
দিয়ো উপদেশ হে হৃষীকেশ
হেনবা পাপী নিস্তৰো॥
পতিত পাৱন তুমি গুৰু বিনে
মোহোৰ বান্ধৱ নাই।

শৰণাগতক মই পতিতক
ভাবিবে প্ৰভু মুৰাই ॥৪৯৫
হে জগন্নাথ নকৰা অনাথ
মই মহা আত্মঘাতী।
বান্ধৱ গুৰুৰ সেৱাক তেজিলোঁ
কিনো মই অন্ত্যজাতি ॥
শঙ্কৰৰ সঙ্গে যত যত ভক্ত
কৰোঁ মই নমস্কাৰ।
কৰা আশীৰ্ব্বাদ এৰাওঁ প্ৰমাদ
তেবেসে গতি আমাৰ ॥৪৯৬
তাসম্বাৰ সঙ্গ হৌক সৰ্ব্বক্ষণ
গুৰুপাৱে মোৰ গতি।
বোলো নিষ্ঠ কৰি গুৰু পাৱে ধৰি
ৰৌক তান পাৱে ৰতি ॥
উত্তম কুলত লভিলোহো জন্ম
ভক্তিৰ নভৈলো পাত্ৰ।
ভৈলো যেন কুণ্ড নাহিকয় জল
নাম সৰোবৰ মাত্ৰ ॥ ৪৯৭
আপুনি ঈশ্বৰে গুৰু শিষ্য ৰূপে
ভৈল আসি অৱতাৰ।
তাহান ভাগিন হুয়া ভজো মই
ভৈলো কিনো দুৰাচাৰ ॥

মাধৱৰ মনে শঙ্কৰত ভিনে
আন গুৰু নকৰিল।
ফুৰোহো খেলাই তভো নিষ্ঠা নাই
তাহান মায়া মোহিল ॥৪৯৮
ৰামচৰণ নাম অতি অনুপাম
কৃপা কৰি গুৰু দিলা।
মাধৱেয়ো ইটো দাম নখণ্ডিল
গুৰু আজ্ঞা নলাৰিলা॥
কিনো কৃপাময় শ্ৰীমন্ত শঙ্কৰ
গুণে নাহি পটন্তৰ।
শঙ্কৰ মাধৱ পদ শিৰে ধৰি
হৰি হৰি বোলা নৰ ॥৪৯৯

---

শঙ্কৰৰ শিশু-লীলা

পদ

আত অনন্তৰে আৰে শুনিয়ো সম্প্ৰতি।
সণ্ঢবায়ে সব কথা কৈলা প্ৰতি প্ৰতি॥
পাচৰ কথাক কহোঁ এক চিত্ত কৰি।
শঙ্কৰৰ শিশু-লীলা শুনা কৰ্ণ ভৰি॥৫০০

স্বপ্ন-ৰূপে আছা প্ৰভু কুসুম্বৰ ঘৰে ।
ছয় দিন কৰ্ম্ম আৰো শুনা অনন্তৰে ॥
একদিনা সত্যসন্ধ্যা খাটত শুৱাই ।
মহা ৰঙ্গে আছে সতী পুত্ৰ মুখ চাই ॥৫০১
চন্দৰী মাধাই বসি আছয় তথাত ।
এক বিপৰীত প্ৰভু দেখাইলন্ত তাত ॥
তুলি এক খানি তাতে আৰো গাণ্ড পাটি ।
তাৰ হস্তে বাগৰিয়া পৰিলন্ত মাটি ॥৫০২
ভৰি আছাৰিয়া দেখে শঙ্কৰে কান্দিল ।
চৰণ লাগিয়া খাট উভৰি পৰিল ॥
সত্যসন্ধ্যা, মাধৱী, চন্দৰী আছে চাই ।
কিনো কথা দেখিলোহোঁ বোলে মোৰ মাই ॥৫০৩
ছয় মুনিষেসে খাট দাঙ্গিবে পাৰয় ।
চৰণৰ প্ৰহাৰত বাগৰি পৰয় ॥
তাসম্বাৰ আটাস শুনিয়া তেতিক্ষণ ।
ত্ৰাস হুয়া লৰৰি আসিল লোকজন ॥৫০৪
চতুৰ্ভুজ কৰ্ণপুৰ বুঢ়াখায়ে গৈলা ।
কি ভৈল কি ভৈল বুলি পুছিবাক লৈলা ॥
সত্যসন্ধ্যা, চন্দৰী, মাধৱী কথা কৈলা ।
উলটিয়া খাট দেখে পৰি আছে তথা ॥৫০৫
হেন দেখি সবাহাৰে কম্পমান তনু ।
পূৰ্ব্বৰতে খাটক তুলিলা গৈয়া পুনু ॥

পুনর্ব্বার তুলি পাটি তাতে পাৰিলন্ত।
সত্যসন্ধ্যা আই তুলি শুৱাই থৈলন্ত ॥৫০৬
আপুন গৃহতে শুতি থাকিলা শঙ্করে।
সবে বন্ধু বান্ধৱ গৈলন্ত ঘৰে ঘৰে।
মহাৰঙ্গে কুসুমে পুত্রক লৈলা কোলে।
হাসি হাসি চাই নানা বচনক বোলে ॥৫০৭
মহাস্নেহ কৰি পুত্র শিৰত আঘ্রাণিল।
কোলা হন্তে দেখে পাচে হোসকি পৰিল॥
হাত মেলি ধৰি তুলিবাক দোঙ্গা দিলা।
আছোক দাঙ্গিবে লৰিবাক নপাৰিলা ॥৫০৮
আৰোবাৰ কুসুমে ধৰিয়া দিলা দোঙ্গ।
মহদ সদৃশ বৰ যেন মেৰু শৃঙ্গ ॥
পুনৰপি ধৰিলন্ত আসা আসা বুলি।
তুলসী পাতক যেন আলগাইলা তুলি ॥৫০৯
মনত গুণন্ত কিনো আশ্চর্য্য অদ্ভুত।
হেন মায়া কৰে আঠ দিনেকৰ সুত॥
এহি কথা কুসুমে সবাতো কহিলন্ত।
শুনিয়া সমস্ত লোকে আনন্দ কৰন্ত ॥৫১০
আৰো এক কথা কহো শুনা সবে নৰে।
সর্প এক কাটিলা কুসুমে ভাত পৰে।
গৃহন্তে সেহিদিনা গৈলন্ত ওহলাই।
হাতে খাণ্ডা মাথে ছাতি কুৰা খেত চাই ॥৫১১

গণ্ড মহিষ পশু আছা সেহি থানে।
নেৰন্ত হাতৰ খাণ্ডা জানা সিকাৰণে॥
যৰত আসিলা পুনু ৰৌদ্ৰৰ হাপাসে।
চোতালত ভৈল থিয় পীড়িলা পিয়াসে॥৫১২
হেন সময়ত আসি মিলিলেক সৰ্প।
একগোটা গৰুক খেদন্ত কৰি দৰ্প॥
সাপ দেখি চান্দেৰী আসিলা বৰ বেগে।
কুসুমৰ আগে জান দিলা সেহি হেগে॥৫১৩
সেহি খাণ্ডা জাপিক কুসুমে হাতে ধৰি॥
খেদি গৈল সৰ্পক মনত ক্ৰোধ কৰি।
ফেট তুলি গৰুক খেদন্তে যেবে আছে।
ভয়ঙ্কৰ সৰ্পক খেদিলা গৈয়া পাচে॥৫১৪
গুঞ্জা হেন দুই চক্ষু ফুৰাৱে সঘনে।
গৰু এৰি কুসুমক ধাইলা ক্ৰোধ মনে॥
খাণ্ডা ধৰি মহাবেগে পাত্তিলন্ত জাপি।
ফেট তুলি সৰ্পগোট আসিলন্ত চাপি॥৫১৫
চক্ৰাকাৰ কৰি খেদে পাক ফুৰি ফুৰি।
হেগ চাই কুসুমেয়ো ফুৰে ঘুৰি ঘুৰি॥
দুই চক্ষু জ্বলে তাৰ দেখি ভৱাঙ্গণি॥
জাত জাত কৰি যেন নিকলে অগনি॥৫১৬
হাৰাহাণ্ডি হুয়া আতি ফোকাই সৰ্পগোট।
কুসুমৰ জাপিত মাৰিলা খেদি খোট॥

হেন দেখি কুসুমে খাণ্ডাক তুলি ধৰি।
কাটিলন্ত সৰ্পগোট তিনিখণ্ড কৰি ॥৫১৭
একধাৰা তেজ গৈল ঘৰৰ ভিতৰ।
পৰিলন্ত তেজ সিটো পায়ে শঙ্কৰৰ ॥
সেহি তেজ শঙ্কৰৰ পাৱে লীন গৈল।
সেহি দিনা হন্তে বৈকুণ্ঠত থিত ভৈল ॥৫১৮
সৰ্পৰ বৃত্তান্ত কহো শুনা পাছু কথা।
নাৰদত হন্তে ভৈল হেনয় অৱস্থা ॥
পূৰ্ব্বত গন্ধৰ্ব্ব ইটো আছিলেক শুনা।
মহাঋষি নাৰদে শপিলে আক জানা ॥৫১৯
অজগৰ হয়া ভৈতে নন্দক গিলিল।
নাৰদৰ প্ৰসাদেসে কৃষ্ণক সেৱিল ॥
কৃষ্ণক সেৱিয়া যাতো স্বৰ্গত ৰহিল।
সেহি বাসনায়ে জানা ইঠাইক আসিল ॥ ৫২০
সুদৰ্শন নাম তান আছিলেক তথা।
এহিমানে থৈলো ইটো বিদ্যাধৰ কথা ॥
আৰো এক কথা সবে শুনা সবে নবে।
শঙ্কৰে কৰিলা যেন কুসুমৰ ঘৰে ॥৫২১
নবম দিৱসে এক কৰিলন্ত মায়া।
পৰম অদ্ভুত কথা শুনা মন দিয়া ॥
মহাদিব্য আসনত আছন্ত শঙ্কৰ।
পুত্ৰক চাহিবে মন ভৈল কুসুমৰ ॥৫২২

সত্যসন্ধ্যা চান্দেবী বসিছা তান পাশে।
কুসুমেয়ো তৈকে চলি গৈল লাসে লাসে॥
দেখি ভয়ঙ্কর সর্প আছে ছত্র ধরি।
তাক দেখি কুসুমে সুমরে হরি হরি॥৫২৩
ভথা দিয়া চাই তৈতে বসিল চমকি।
অল্প অল্প করি পাচে মেলিলন্ত আখি॥
কতো বেলি চায়া আছে দেখি তিরিমিরি।
নানা মণি রত্নে জলে দেখি শুক্ল গিরি॥৫২৪
হেন দেখি কুসুমে ধরিলা চক্ষু আতি।
মেলিবে নপারে যেন যাই চক্ষু ফুটি॥
খানিহেক থাকি সর্প হৈল অন্তর্দ্ধান।
কুসুম পরিয়া আছে নাই চুর্ত্তি জ্ঞান॥৫২৫
চেতন লভিয়া বসি মনে অনুমানি।
শঙ্করক চাই হেন বুলিলন্ত বাণী॥
দেখা দেখা সত্যসন্ধ্যা কিনো বিপরীত।
ভালমতে থাকিবা পুত্রতে দিয়া চিত্ত॥৫২৬
সণ্ডরা দলৈয়ে কথা কৈল যত যত।
সিটো বাক্যসব মোর লাগিল মনত॥
এহিমতে কুসুমে আছন্ত মনরঙ্গে।
আনন্দ করন্ত বসি পুত্র ভার্য্যা সঙ্গে॥৫২৭
এহিমতে আরে সিদিনার গৈল কাম।
দশম দিনর কথা শুনা অনুপাম।

নগৰা পৰিল যেবে দেৱতা শঙ্কৰ ।
ওহলাইলেক লুটি তান ভৈলা দুৰ জৰ ॥ ৫২৮
কোলে লৈয়া কুসুমে দিলন্ত মুখে চুম ।
নেথৰ মুখৰ লাগিলেক চুম চুম ॥
শঙ্কৰৰ মুখে কুসুমৰ দুই ওঠে ।
সুতৰে জোৰাইলে যেন আনি কাঠে কাঠে ॥৫২৯
চক্ৰবাতে কুকক নিলন্ত যেন ৰবি ।
তেনমতে বহিলা শঙ্কৰে হৰ্ষ কৰি ॥
উলসিয়া দুই পাৱে লোটিয় হাটিত ।
তাত পাচে দেখে শিশু আছয় পাটিত ॥৫৩০
এহিমতে কুসুম আছয় আনন্দতে ॥
আৰো এক কথা কহো শুনা একচিত্তে ॥
একাদশ দিনৰ শুনিয়ো যেন কৰ্ম্ম ।
শুনা শঙ্কৰৰ কথা সাফলিয়ো জন্ম ॥৫৩১
কুসুম বদতি সত্যসন্ধ্যা তুমি শুনা ।
শুদ্ধ হইবে লাগে কেনে মনত সুগুণা ॥
ভিতৰৰ কাৰ্য্য সত্যসন্ধ্যাক বুজিলা ।
বাহিৰৰ কাৰ্য্যক লাগি আপুনি চলিলা ॥৫৩২
নিকালন্ত বৰৰ চোতাল পৰ্য্যন্তে ।
কুসুমেয়ো ৰভাক সাজিলা ভালমতে ॥
জান দিয়া লোকক পঠাইলন্ত গ্রামে গ্রামে ।
আসিলন্ত বাৰভুঞা শুনি অনুক্রমে ॥৫৩৩

বসিলন্ত বিপ্ৰ ভুঞ্জা হৈয়া শাৰী শাৰী।
আনো বসিলন্ত লোক যেৰ পাত পাৰি॥
বুঢ়াখাক আদি বসিলন্ত বন্ধু জ্ঞাতি।
দেশে দেশে ব্যাপিলন্ত শঙ্কৰৰ খ্যাতি॥৫৩৪
ঘৃত চুৰা জৈন ভিৰা বাথৰক দিয়া।
নানা ভাৱে খণ্ড লাড়ু আছয় সাজিয়া॥
বহুত কৰিছা সাজ নৈবেদ্যক লাগি॥
শঙ্কৰৰ পিতৃ যে ভুঞ্জায়ে তেন্তে ষাগি॥৫৩৫
নৰোত্তম গুৰু দেখি পূজা আৰম্ভিলা।
কৰ্ণপূৰে চতুৰ্ভুজে মন্ত্ৰ উচ্চাৰিলা॥
পঞ্চশব্দ কৰি লোকে কৰে জয়নাদ।
আকাশ ছানিয়া দেৱে কৰয় সম্বাদ॥৫৩৬
স্বৰ্গত মিলিল বৰ আনন্দ উৎসৱ।
সিবেলাত লোকসবে কৰে জয়ৰৱ॥
বহুতৰ নাৰী কুসুমৰ ঘৰে আসি।
উকলি মঙ্গল সবে কৰে হাসি হাসি॥৫৩৭
নৰোত্তম গুৰু দিয়া অগ্নিত আহুতি।
কৰন্ত দেৱীক বিপ্ৰে নানা স্তুতি নতি॥
চতুৰ্ভুজ কৰ্ণপূৰ আদি বিপ্ৰ যত।
কৰন্ত দেৱীক স্তুতি লেখা দিবো কত॥৫৩৮
আশীৰ্ব্বাদ কৰে যত বিপ্ৰে হৈয়া থিৰ।
আৰোগ্যতা হৌক শিশু হৌক চিৰজীৱ॥

কুসুমেয়ো ভাৰ্য্যা সমে দণ্ডৱতে পৰি ।
শঙ্কৰৰ কল্যাণ সাধন্ত তুতি কৰি ॥৫৩৯
পৃথিবীত পৰি পৰি দেৱীক প্ৰণামি ।
হুয়ো দশভুজা তুষ্ট বৰ মাগো আমি ॥
তুষ্ট হয়া দশভুজা অগ্নিত উঠিলা ।
ভাৰ্য্যা স্বামী কুসুমেয়ো তাহাক দেখিলা ॥৫৪০
পৰম তৃপিতি হয়া বোলে তুতি নতি ।
পুত্ৰৰ কল্যাণ হৌক কৰোহো প্ৰণতি ॥
এহিমতে থাকিলা কুসুম মহামতি ।
সভাৰ বৃত্তান্ত কহো শুনিয়ো সম্প্ৰতি ॥৫৪১
সূৰ্য্যবৰে বুলিলন্ত কুসুমক চাই ।
চাউল কল সাজ বস্ত্ৰ দিয়োক যোগাই ॥
জয়ন্ত মাধৱ হুয়ো বসি আছা তথা ॥
তাৰা হুয়ো কহিলন্ত কুসুমন্ত কথা ॥৫৪২
ব্ৰাহ্মণসবক তুমি কৰা আগে দান ।
ভূঞা জ্ঞাতি বান্ধৱক পাচে ধৰা মান ॥
সূৰ্য্যবৰে বোলে মোৰ কথাক শুনিয়ো ।
নৰোত্তম গুৰু আগে অৰ্চ্চনা কৰিয়ো ॥৫৪৩
পঞ্চসেৰ ঘৃতে যজ্ঞ কৰিলন্ত সাজ ।
ব্ৰাহ্মণক দিলা দান বহুতৰ গাজ ॥
তাসম্বাৰ কথাক কুসুমে অনুমানি ।
জলপাত্ৰ সুৱৰ্ণৰ দিলন্ত তাক আনি ॥৫৪৪

কনক ভূষণ আৰো দিলা বৃষ ধেনু ।
সংকাৰ কৰিয়া পাৰৰ লৈলা ৰেণু ॥
আনো ব্ৰাহ্মণক অৰ্চ্চিলন্ত পাৱে পাৱে ।
ভূঞা বন্ধু সমস্তক দিলা নানা ভাৱে ॥৫৪৫
সভাসদ লোকসব যতেক আছিলা ।
বস্ত্ৰ অলঙ্কাৰ দিয়া সবাকো তুষিলা ॥
বুঢ়াখাক * আদি কৰি যত জাতি আছে ।
তাসম্বাক বস্ত্ৰ ধন দিলা আনি পাচে ॥৫৪৬
জয়ন্ত মাধৱে সূৰ্য্যবৰক নমিলা ।
বিদায় কৰিয়া দুয়ো গৃহক চলিলা ॥
হলায়ুধ আদি কৰি যত বন্ধুগণে ।
পৰি প্ৰণামিলা সূৰ্য্যবৰৰ চৰণে ॥৫৪৭
বাৰভূঞা যত লোক কৰি নমস্কাৰ ।
গৃহক চলিলা সবে আনন্দ অপাৰ ॥
দান পায়া বিপ্ৰ যত পৰম আনন্দে ।
জাত কৰি উঠিল বোকতি লৈয়া কান্ধে ॥৫৪৮
জয় জয় কৰি বিপ্ৰে আশীৰ্ব্বাদ কৰি ।
জাকে জাকে লোকসব গৈলা ঘৰা ঘৰি ॥
শঙ্কৰৰ বিপৰীত লীলা শুনা সবে ।
গৃহবাসে থাকি মহামোক্ষ পাইবা তেবে ॥৫৪৯

* বুঢ়াখা—দেৱহুতীৰ জোৱাই, শঙ্কৰদেৱৰ পেহায়েক। বুঢ়াখাৰ পুত্ৰ কেতেৰা ; কেতেৰাৰ মাতৃ অৰুণী, এওঁৱেই কুসুম্বৰৰ ভগ্নী ।

সেহি রাত্রিমধ্যে পাছে দেখিলা সপোন ॥
সত্যসন্ধ্যা কুসুমে নিদ্রাত হুয়োজন ॥
দেখা দিয়া দেৱী দুইকো বুলিলন্ত বাণী ।
তোমার গৃহক আসি আছে চক্রপাণি ॥৫৫০
আসিলন্ত আপুনি দেৱর আদিদের ।
আত্ত বিনে অপর নাহিকে আন কের ॥
আমারো বন্দনি এত্তে জানা সারে সার ।
এহি বুলি শঙ্করক কৈলা নমস্কার ॥৫৫১
হেন বাক্য বুলি দেৱী অন্তর্দ্ধান ভৈলা ।
নিদ্রা জাগি কুসুমেও বুলিবাক লৈলা ॥
শয্যাত বসিয়া কথা কহে দুয়োজন ।
সপোনন্ত দেৱী যত কহিলা বচন ॥৫৫২
কথা মাতে দুহান্তরো পুহাইলা রজনী ।
ওলাইলেক পূবে সূর্য্য অরুণ বরণী ॥
সেহি দিনা শঙ্করর বাঢ়ে দিন ভৈল ।
সিয়ো দিনা এক বিপরীত কর্ম্ম কৈল ॥৫৫৩
কেতেখার মাতৃ কুসুমবর খুলঞ্জী ।
সন্দেশ করিলা কিছো দিয়া জিয়া জৈনি ॥
তিনি জনা বান্দীর মাথাত বোজা দিয়া ।
শঙ্করক দেখিবাক আসিল লবিয়া ॥৫৫৪
তাক দেখি পীরা আনি দিলা বান্দীগণে ।
প্রণামিলা আগে পিতৃ মাতৃর চরণে ॥

অনন্তৰে বসিলন্ত শঙ্কৰৰ কাছে ।
সামান্য বালক যেন প্ৰভু শুতি আছে ॥৫২৫
নিহালি নিহালি চান্ত শঙ্কৰৰ মুখ ।
তাঙ্ক দেখি সতীৰ মনত মহাসুখ ॥
পৰম গম্ভীৰ আতি সুশীতল ভাৱ ।
দেখিলাতে সবাৰো হৰিষ ভৈল গাৱ ॥৫৫৬
সত্যসন্ধ্যা আদি কুসুম্বৰ ভাৰ্য্যা দুই ।
কৰন্ত আনন্দ শঙ্কৰৰ আগ হুই ॥
শিশু হেন দেখি তাঙ্ক বয়সে গম্ভীৰ ।
জগতৰ আদি যিটো দেৱ মহাবীৰ ॥৫৫৭
কেতেখাৰ মাতৃ পাচে মেলিলন্ত হাত ।
তুলা হেন শঙ্কৰক লৈলন্ত কোলাত ॥
সাৱটি বুকুত বান্ধি বাপ বাপ বুলি ।
মাথাত চুম্বন দিলা উপৰক তুলি ॥৫৫৮
ঘনে ঘনে ঘ্ৰাণে শিৰ সাৱটি ধৰিয়া ॥
সেহিবেলা প্ৰভু পাচে গুণয় বসিয়া ॥
কতো বেলি দেখে শিশু গধিৰ লাগয় ।
মাটিক লাগিয়া পুনু নমাইবে খোজয় ॥৫৫৯
যেন পৰ্ব্বতেক কোলে ধৰিলেক জাপি ।
নমাইবে নপাৰি কৰে অনেক আক্ৰাপি ॥
ধৰিলে হেৰাই তাঙ্ক যেন মেৰু শৃঙ্গ ।
বড় বড় ধুলিয়া গিলেক আসে বিঙ্গ ॥৫৬০

খেৰশুতি দেখিয়া ধৰিলে দিয়া চাম্প।
বল দিয়া টানয় কৰিয়া কাম্প জাম্প॥
সত্যসন্ধ্যা উঠি ধৰিলেক এক পাৱে।
হাইফুই কৰয় নেৰয় একো ভাৱে॥৫৬১
কুসুমেয়ো ধৰিয়া টানয় এক পাৱে।
চাৰি পাকে টানয় ধৰিয়া হাতে গাৱে॥
মনত তৰাসে পাচে বসিল অৰুণী।
নামিলা কোলাৰ পাচে প্ৰভু মনে গুণি॥৫৬২
হেন দেখি সবেয়ো মনত গুণে ডৰি।
শিশুৰূপে মনত গুপত দেৱহৰি॥
বিপৰীত বিপৰীত কিনো বিপৰীত।
আচৰিত আচৰিত কিনো আচৰিত॥৫৬৩
যত কথা কহিলা সণ্টৰা মহামানী।
সবে সত্য কথা এক তিল নহে হানি॥
সবে বন্ধু বান্ধৱত হেন কথা কৈল।
অনন্তৰে অৰুণীয়ো ঘৰে চলি গৈল॥৫৬৪
বুঢ়াখাৰা আগত কহিলা সিটো কথা।
বৰভো অদ্ভুত স্বামী দেখিলোহো তথা॥
বুঢ়াখায়ো বোলে আৰে কেমন দেখিলা।
শঙ্কৰ মনুষ্য নহে তাহাক জানিলা॥৫৬৫
শঙ্কৰৰ কাষে বসি আছা সূৰ্য্যবৰ।
সিটো যত কথা সবে শুচিল মনৰ॥

যেন যশোদাক কৃষ্ণে মায়ায়ে মোহিলা ।
শঙ্কৰেয়ো সেহি ভাৱ ইঠাৰে কৰিলা ॥৫৬৬
লুণ্ডি-ঘুণ্ডি সত্যসন্ধ্যা পুত্ৰ কোলে লই ।
মুখে স্তন দিয়া সতী আনন্দে আছয় ॥
কুসুমেয়ো বসিলন্ত পুত্ৰৰ ওচৰে ।
উলস মালস চিত্ত আনন্দে নধৰে ॥৫৬৭
খেৰসুতী বুঢ়ীআই মুখে চুমা দিল ।
কুসুমৰ সক ভাৰ্য্যা সাৰটি ধৰিল ॥
চান্দেৰী মাধৱী হাত মচৰি সামৰি ।
ওচৰতে বৈলা হুয়া কৃতাঞ্জলি কৰি ॥৫৬৮
কুসুমৰ ওচৰৰ গাঞা লোকে আসি ।
বেঢ়ি বেঢ়ি চাই সবে বিঙ্গজোট হাসি ॥
বিচিত্ৰ খাটত শুতি থাকিলা শঙ্কৰ ।
ওচৰৰ লোক মানে গৈলা ঘৰা ঘৰ ॥৫৬৯
শঙ্কৰৰ হেন কথা অন্যো অন্যে বঢ়ে ॥
যাহাক স্মৰণে মহাপাতকক তৰে ॥
হেন পৰম ব্ৰহ্ম আসি কুসুমৰ ঘৰে ।
যাৰ গুণ নাম পাপ-সাগৰে নিস্তৰে ॥৫৭০
যাক সদা উপাসয় দশোদিকপালে ।
মহাপাপীগণে তাক পাৱে কোন কালে ॥
দ্বাদশ দিনৰ কথা এহিমানে থওঁ ।
শিশুলীলা শঙ্কৰৰ শুনা আৰো কওঁ ॥৫৭১

তেবয় দিনব কথা শুনা এক চিত্তে।
শঙ্কবব প্ৰভাৱ বাঢ়ন্ত নিতে নিতে॥
হংসতুলি সমান খাটত আছা শুতি।
অম্রাৱতী পুৰে যেন পুৰন্দৰ স্থিতী॥৫৭২
মহা মনোৰঙ্গে প্ৰভু তৈতে আছা বসি।
প্ৰকাশে শৰীৰ যেন কোটি পূৰ্ণ শশী॥
নেদেখন্ত কেহো আৱ কৰিছন্ত ৰূপ।
চিত্তে আপুনাক তেন্তে জানিবা- স্বৰূপ॥৫৭৩
খেবন্নতী বুঢ়ী আই আছে হাণ্ডিশালে।
সত্যসন্ধ্যা আই ফুৰিছন্ত আলে জালে॥
সেহি সময়ত দেখে চান্দেৰীয়ে আসি।
মাণিক জ্বলয় যেন অন্ধকাৰ নাশি॥৫৭৪
কি দেখিলো কি দেখিলো বোলে আই ধাই।
বিমোহিত হয়া পৰিলন্ত মূৰ্চ্ছা হায়॥
অনাদি ঈশ্বৰ যিটো জগতৰ পতি।
তান ৰূপ চাহিবেক কাহাৰ শকতি॥৫৭৫
পুনৰপি চান্দেৰী হুনাই চাহিলন্ত।
আই আই বুলি গোসানীক মাতিলন্ত॥
সত্যসন্ধ্যা বুঢ়ীআই লৰৰি আসিলা।
শঙ্কৰক দেখি ঢাক কৰিয়া পৰিলা॥৫৭৬
চান্দেৰীত কথা পাচে সুধিলন্ত বুঢ়ী।
সবন্ধু বান্ধৱে আইলা শঙ্কৰৰ ওৰি॥

সূর্য্যবর কুসুম বসিল পুত্র কোলে।
বাপ বাপ বুলি মাতি সূর্য্যবরে বোলে ॥৫৭৭
সত্যসন্ধ্যা আই পাচে মুখে দিলা স্তন।
অনন্তরে চান্দেবীয়ে বুলিলা বচন ॥
হেন মায়ারন্ত শিশু নতু দেখি শুনি।
বিস্ময় দেখিয়া তাই মৌন ভৈল গুণি ॥৫৭৮
কি কহিবো কি কহিবো কি কহিবো আমি।
জানো আসি আছা এন্তে জগতর স্বামী ॥
হেন অদভুত বাপু দেখি আছা কৈত।
যশোদার ঘরে কৃষ্ণ করি আছে তৈত ॥৫৭৯
কদাচিতো আমি সবে মিছা নমাতোহো।
সত্যে সত্যে আমি চারি বাহু দেখিলোহো ॥
শিহরিয়া এভু মোর কাম্পে হাত পার।
হেন দেখি মোর ভরে থির নহে গার ॥৫৮০
চতুর্ভিতি শঙ্করক বেঢ়িয়া আছয়।
সবারে আগতে চান্দেবীয়ে কথা কয় ॥
শিশুরূপে শঙ্করে হাসন্ত মনে মনে।
যেন কৃষ্ণ মায়াক করিলা সেহি থানে ॥৫৮১
থাকিল তথাত চান্দেবী এহি বুলি।
মায়া করি তাসম্বাক মোহিলা সমূলি।
পুত্র বুলি কোলাত কুসুমে লৈলা তুলি।
সূর্য্যবরে ধরিলে বোপাই বোপাই বুলি ॥৫৮২

চাহি চাহি কহি সবে হাসে আনন্দত।
কেহো ধরি শঙ্করর চুম্বন্ত পায়ত॥
এহিমতে সখাহাবে আনন্দ উৎসব।
নন্দর গৃহত যেন ক্রীড়ন্ত মাধব॥৫৮৩
এহিমতে রঙ্গে ঢঙ্গে গৈয়ো দিন গৈল।
শুনা সভাসদ ভাণ্ড পাচে যেন ভৈল॥
গুরুর চরিত্র ইটো অমৃতর ভাণ্ড।
পাতকর অন্তক সাক্ষাতে যম দণ্ড॥৫৮৪
চতুর্দ্দশ দিনর শুনিয়ো আরে লীলা।
কুসুমর ঘরে যেন শঙ্করে করিলা॥
রজনী পোহাইল দেখি সত্যসন্ধ্যা আই।
প্রাতসময়ে চোতালত বসিলা তুলাই॥৫৮৫
চান্দেবী মাধবী বসিলন্ত দুই পাশে।
শঙ্করক কোলে লৈয়া আনন্দত হাসে॥
সত্যসন্ধ্যা বোলে শুবে চান্দেবী শুনিয়ো।
শঙ্করক লাগি ঘন খীরিসা করিয়ো॥৫৮৬
চান্দেবীয়ে কহিলন্ত গোৱালর ঠাই।
কপিলী ধেনুক ভই দুহি আন যাই॥
হেন শুনি গোৱালে খীরালে দুগ্ধ গই।
সত্যসন্ধ্যা আগে দিলা কণ্ডিয়াত কই॥৫৮৭
চক্রপাণি মাধৈ ভাক কাপোরে চেকিলা।
খুটি পুতি অগ্নি জ্বালি তাহাক পাগিলা॥

পাগি পাগি দুগ্ধ যেবে গোট কৰিলেক।
মাটিত থৈলেক যেবে পাক জুৰাইলেক ॥৫৮৮
অগ্নি তাপ গুচি যেবে ক্ষীৰ ভৈল জুৰ।
খুৰিত কৰিয়া আনিলেক চেনি গুৰ ॥
ক্ষীৰ লৈয়া মাধৱী চলিলা সৰসৰি।
বসিছা গোসানী শঙ্কৰক কোলে ধৰি ॥৫৮৯
খীৰিসা যোগাইলা যেবে শঙ্কৰৰ আগে।
টেৰ কৰি চাহিলে শঙ্কৰ মহাভাগে ॥
ঘন ক্ষীৰ ফুটি আজি মোৰ হাতে খাওঁ।
চলিবেক মাতৃ কালি নেত্ৰভৰি চাওঁ ॥৫৯০
শিশুৰূপে শঙ্কৰে গুণন্ত মনে মনে।
চান্দেবীয়ে কোলাত লৈলন্ত তেতিক্ষণে ॥
শঙ্কৰে মনত বোলে আৰে কি কৰিবো।
কদাচিতো এইৰ হাতে লৰহু নখাইবো ॥৫৯১
হাতে তুলি চান্দেবী খীৰিলা মুখে দিল।
দেখিয়া শঙ্কৰে মুখ কাতি কৰি নিল ॥
পুনু পুনু চান্দেবী মুখত দেন্ত নিয়া।
নখায় শঙ্কৰে তাক পেলাৱে ছাদিয়া ॥৫৯২
তথাপিতো নিচয় চান্দেবী খাই বান্ধী।
হেন দেখি শঙ্কৰে উঠয় কান্দি কান্দি ॥
সত্যসন্ধ্যা আই ধৰিলন্ত মন দুখে ॥
আধ বেথ কৰি সতী স্তন দিলা মুখে ॥৫৯৩

শঙ্কৰে মাতৃৰ স্তন বলে [illegible]।
স্তন গুচাই খীৰিসাকি মুখত [illegible]॥
খাইবাক লাগিলা প্ৰভু কৰি [illegible]।
পূৰ্ব্বে কিনো সত্যসন্ধ্যা আচৰিলা [illegible]॥
জগতৰ গুৰু তাঁতে কৰে স্তন পান।
আবো কথা শঙ্কৰৰ শুনা দিয়া মন॥
সত্যসন্ধ্যা আইৰ গাৰ্ব্ব কৰে দৰদৰি।
শঙ্কৰেয়ো মাতৃক চাহন্ত উবতাৰি॥৫১৫
সেহি সময়তে প্ৰভু কৰিলন্ত মায়া।
কৰন্ত আনন্দ বৰ মাতৃক দেখিয়া॥
পিটিকি পিটিকি সতী চাহন্ত আঙুলি।
শঙ্কৰৰ পায়ে দেখে তিনি গাচি চুলি॥৫১৬
মোৰে দেখো চুলি উৰি পৰিল চৰণে।
জুমি জুমি সতী তাক চান্ত ঘনে ঘনে॥
যেঢ়াই আঙ্গুলিত আছে তিনি গাচি চুলি।
ধৰিলন্ত পুত্ৰৰ পায়ৰ গুচাওঁ বুলি॥৫১৭
সেহিবেলা যেন কৰিলন্ত শুনা গুৰু।
ডৰজাইলা প্ৰভু ভকতৰ কল্পতৰু॥
চতুৰ্ভিতি বহু পাৰিষদে আছে বেঢ়ি।
হেন দেখি গোসানীক আক্তৰিল এৰি॥৫১৮
সিটো ৰূপ শঙ্কৰৰ কেহো নেদেখয়।
কুসুম্বৰ ভাৰ্য্যা দেখি নিহালি চাহয়॥

গিৰি গ্ৰাম নদী বন সাগৰ নগৰ।
সমস্তে আছয় দেখে গাৰে শঙ্কৰৰ ॥৫৯৯
স্তব্ধ মন হয়া পাচে কৃতাঞ্জলি কৰি।
অল্প অল্প হাসে পাচে চতুর্ভুজ হৰি ॥
বুলিবে লাগিলা দেৱী নানা স্তুতি বাণী।
কেনে মোক কৰা মায়া প্ৰভু চক্ৰপাণি ॥৬০০
নমো নমো নাৰায়ণ দেৱ হৃদীশ্বৰ।
হয়োক প্ৰসন্ন মোত বাপ গদাধৰ ॥
নমো নমো কৃষ্ণ প্ৰভু জগত উদ্ধাৰ ॥
তযু মায়া বিস্তৰৰ কোনে পাৱে পাৰ ॥৬০১
সৰ্ব্বদায়ে যাৰ গতি গৰুড়বাহনে।
যাহাৰ চৰণ চিন্তে মহা যোগীগণে ॥
অপ্ৰয়াসে পাৱে যাক ভকতসকলে।
নপাৱয় লাগ যোগী হৃদয়কমলে ॥৬০২
জয় জয় ভকতৰ প্ৰাণ প্ৰভু হৃদি।
জয় জয় ভকতৰ দেৱ সৰ্ব্বসিদ্ধি ॥
জয় জয় জগন্নাথ অনাথৰ গতি।
জয় জয় চৰণত সহস্ৰ প্ৰণতি ॥৬০৩
জয় জয় জগতৰ আত্মা পিতা-মাতা।
তুমি বিনে নাই মোৰ আন গতি দাতা ॥
হে প্ৰাণবন্ধু ভকতৰ ভয়হাৰী।
মই পাতকীক আৰে নিয়োক নিস্তাৰি ॥৬০৪

জয় জয় কৃষ্ণ প্রভু শঙ্খ চক্রধারী।
জয় জয় কৃষ্ণ জগতের অন্তকারী॥
জয় জয় অচ্যুত অনন্ত সদাশিব।
যাত নিবাসয় চরাচর যত জীব॥৬০৫
জয় জয় কৃষ্ণ তুমি জগত জননী।
তযু পদ বিনে নাথ নেদেখো তরণী॥
জগতক ধরি তুমি আছাহা উদরে।
হেন হরি অবতার আসি মোর ঘরে॥৬০৬
হেন স্তুতি করি যেবে রহিলা নিচুকে।
তাত পরে কথা আরে শুনিয়ো উৎসুকে॥
কিবা স্বপ্ন দেখো কিবা প্রভুবেসে মায়া।
বর শ্রম ভৈল অতি কুসুমর জায়া॥৬০৭
গুণি গুণি মনত করয় কাপ জাপ।
কি দেখিলো কি দেখিলো ঐ বাপ বাপ॥
একদৃষ্টি করি সতী চাহিয়া আছন্ত।
পূর্ব্বরতে শিশুরূপ শঙ্কর ভৈলন্ত॥৬০৮
কৃষ্ণ যেন মায়া কৈলা যশোদার ঘরে॥
দেখাইলন্ত মুখ মেলি গর্ভর ভিতরে॥
শঙ্করত পুত্রবুদ্ধি তেখনে ভৈলন্ত।
বিষ্ণুজ্ঞান যত আরে গিয়ো গুচিলন্ত॥৬০৯
বিপরীত কথা ইটো বেদর গোপনি।
একচিত্ত করি আক শুনা বাজি ফিনি॥

ভকত জনৰ জানা ইটো চিন্তামণি ।
শঙ্কৰ মাধৱ নাম ভকতৰ স্মৰণি ॥৬১০
সভাসদ লোক যত শুনা সাৱধানে ।
নিৰাকাৰ ব্ৰহ্মৰ মহিমা কোনে জানে ॥
আত অনন্তৰে আৰো শুনা সভাসদে ।
সহস্ৰ প্ৰণতি কৰো গুৰুৰ দুই পদে ॥৬১১
উদয় বেলাৰ কথা এহিমানে গৈল ।
সত্যসন্ধ্যা আইৰ আৰো শুনা যেন ভৈল ॥
মৃত্যুৰ সঙ্কট তান মিলিলেক আসি ।
সিসব কথাক আৰে কহিবো প্ৰকাশি ॥৬১২
ভাতিবেলা আসি তাঙ্ক ধৰিলেক জ্বৰে ।
নাপৰা পৰিল দেখি সবে চিন্তা কৰে ॥
বিষজ্বৰে পীড়ে তাঙ্ক গাৱে যৰ তাপে ।
হেন মহাজ্বৰক সহিবে কাৰ বাপে ॥৬১৩
ওচৰত বসি সবে কৰে হাহাকাৰ ।
দেখি বুঢ়ী আইৰ নাই সন্তাপৰ পাৰ ॥
শঙ্কৰক বুঢ়ীআই ওচৰক নিয়া ।
মাতে বুঢ়ী গোসানীক স্তনপান দিয়া ॥৬১৪
সত্যসন্ধ্যা বোলে স্তন শঙ্কৰক দিক ।
জগতৰ ঈশ এন্তে জানিবা প্ৰত্যেক ॥
তাহানেসে ব্ৰজে ইটো যত চৰাচৰ ।
তাহাক জানিলে জানা সুখী হোৱে নৰ ॥৬১৫

হেন শুনি বুঢ়ীআই মাত্তে মুখ চাই।
ইসব কথাক কহ তই কেমে আই॥
চান্দেৰী মাধৱী দুয়ো ভৈলন্ত আকুল।
সবন্ধু বান্ধৱে আসি চাপিলন্ত কোল॥৬১৬
জ্বৰতাপে সত্যসন্ধ্যা পৰি আছে শুই।
শঙ্কৰক দেখি যেন গাৱে লাগে জুই॥
সেহি সময়ত আসি নিশা কাল ভৈলা।
সূৰ্য্যবৰ কুসুমক মাতিবাক লৈলা॥৬১৭
বন্ধু বান্ধৱক সবাহাক্তে দিয়া জান।
শীঘ্র কৰি মাতি জমাই বুঢ়াখাক আন॥
লগায়োক বাতিক অনায়ো গাছা কুৰি।
দিয়োক পোহৰ লোক সবে চাওক বেঢ়ি॥৬১৮
সূৰ্য্যবৰ কুসুম যে আৰো বুঢ়ীআই।
চান্দেৰী মাধৱী বসি আছে সেহি ঠাই॥
অনন্তৰে বুঢ়াখায়ো শুনিয়া আসিলা।
জয়ন্ত মাধৱ হলায়ুধে খেদি পাইলা॥৬১৯
আনো বন্ধু বান্ধৱ আছয় যত যত।
হেন অথন্তৰ শুনি আসিলা তাৰত॥
তাক দেখি সৰ্ব্বলোকে বসিলা আৱৰি।
জয় জয় কৈলা সবে দেৱীক সুমৰি॥৬২০
শঙ্কৰত মাত্র সতী অৰ্পি আছে মন।
চিত্তে শঙ্কৰৰ ৰূপ নেদা সতী স্তন॥

অনন্ত জানিলা এন্তে পৰম ঈশ্বৰ।
আন্ত বিনে নাহি আনা গুৰু জগত্তৰ ॥৬২১
এহিমতে সিটো ৰাত্ৰি পুহাইলেক যেবে।
কুসুমেয়ো স্নান দান কৰিলেক তেবে ॥
চান্দেৰী মাধৱী আইক স্নান কৰাইলন্ত।
শঙ্কৰক গাৱ ধুৱাই আগত থৈলন্ত ॥৬২২
সূৰ্য্যবৰ বুঢ়া আইক কৰিলন্ত সেৱা।
জয়ন্ত মাধৱ দুইৰো পাৱক নমি।
সেহিদিনা শুক্ৰবাৰ পঞ্চদশ দিন।
সেহিবেলা সতীৰ ভৈলেক আয়ু ক্ষীণ ॥৬২৩
গাৱে গাৱে সমস্তকে দিলন্ত প্ৰবোধ।
মোক লাগি সবে বাপ এৰিবাহা ক্ৰোধ ॥
বুঢ়ীআইক মাতিলন্ত চৰণত ধৰি।
শঙ্কৰক তুলিবাহা বিষ্ণুবুদ্ধি কৰি ॥৬২৪
তোমাৰ হাতত আই দিলো পুত্ৰখানি।
ইজন্মক লাগি যাওঁ থাকিবা গোসানী ॥
সত্যসন্ধ্যা বোলে ওৰা শুনিয়োক স্বামী।
তোমাৰ চৰণে নমি বোলো হেৰা আমি ॥৬২৫
হেন শুনি কুসুমেয়ো ওচৰ চাপিলা।
গাৱ চুই সতী পাচে চৰণে নমিলা ॥
ভালমতে শঙ্কৰক পালিবা গোসাই।
পৰলোকে স্বামী হেৰা যাওঁ আৰে মই ॥৬২৬

কুসুমৰ চক্ষুৰ লোতক বহি যাই ।
যত বন্ধু বান্ধৱ কান্দন্ত ঠাই ঠাই ॥
খেৰসুতী বুঢ়ী তথা কান্দে যাৱ যাৰ্হি ।
সূৰ্য্যবৰে ওচৰে বসিলা কান্দি কান্দি ॥৬২৭
হা মায় তুমি মোৰ স্নেহৰ বোৱাৰী ।
যাহা কৈক লাগি তেজি ইটো ঘৰবাৰী ।
চান্দেৰী মাধৱী তথা কান্দে পৰি পৰি ॥
হেন দেখি কুসুমৰ ধাতু গৈল উৰি ॥৬২৮
শঙ্কৰৰ চক্ষুৰ লোতক নাহি ছেদ ।
চাই চাই মাতৃক কৰন্ত বহু খেদ ॥
শিশুৰূপে শঙ্কৰ আছন্ত ছদ্ম কৰি ।
নাহি লোতকৰ ছেদ পৰে সৰসৰি ॥৬২৯
মত্তসিংহ যেহেন শঙ্কৰ আছে শুতি ।
নজ্বলয় অগ্নি যেন ভস্মে আছে পুতি ॥
লাসে লাসে সত্যসন্ধ্যা শঙ্কৰক চাই ।
মাতিলন্ত তুমি আবে শুনা শাহু আই ॥৬৩০
শঙ্কৰৰ শোকে মোৰ সৰ্ব্বগাত্ৰ দহে ।
দেখা দেখা শাহু আই শৰীৰ নসহে ॥
তোমাৰ হাতত মই দিলো শঙ্কৰক ।
ভাল কৰি শাহু তুমি পালিবা পুত্ৰক ॥৬৩১
তুমি হেন শাহু পালো কত পুণ্যফলে ।
শঙ্কৰক তুলিবে নপাইলো কৰ্ম্মফলে ॥

হৰি হৰি বিধি মই কিনো মন্দভাগী।
পৰিচ্ছেদ কৰি যাওঁ ইজনক লাগি ॥৬৩২
হা বিধি থাকিবে নাপাইলো মই ভালে।
যাওঁ পৰলোকে হেৰা পাইলে আসি কালে ॥
থাকুৰয় হিয়া সবে কান্দে পৰি পৰি।
বহুতৰ লোকসব আছয় আগুৰি ॥৬৩৩
হেন দেখি কুসুমে কৰয় হৃদি খেদ।
হৰি হৰি নভৈলা দুখৰ পৰিচ্ছেদ ॥
আজিসে জানিলো মোৰ বিধি ভৈল বাম।
তই হেন ভাৰ্য্যা বাঞ্চে আউৰ কৈত পাম ॥৬৩৪
এহি বুলি কুসুমেও কৰন্ত বিলাপ।
পৰি মূৰ্চ্ছা গৈল ভৈতে শঙ্কৰৰ বাপ ॥
সেহিদিনা বেলা চাৰি দণ্ড ভাঠি দিলা।
তেবে সত্যসন্ধ্যা আই বৈকুণ্ঠে চলিলা ॥৬৩৫
সেহিবেলা ক্ৰন্দনৰ ঊৰ্ম্মি উথলিলা।
হুনাই শঙ্কৰৰ লো বহিবে লাগিলা ॥
বুঢ়াখায়ে কুসুমক ধৰিলন্ত তুলি।
প্ৰবোধ দিলন্ত বহু তাঙ্ক মাতি বুলি ॥৬৩৬
বিস্তৰ ক্ৰন্দনে মুণ্ডকক মুহি হিত।
শিৰোমণি ভূঞা তুমি থিৰ কৰা চিত্ত ॥
এক ডালি আমক কটাইলন্ত ততিক্ষণে।
কাটিলন্ত খৰি বুঢ়াখাৰ যে বচনে ॥৬৩৭

জয়ন্ত মাধব হুয়ো ভৈলন্ত ব্যাকুল।
লাসে লাসে কুসুমৰ চাপিলন্ত কোল॥
হেন শুনি ধৰি লৈয়া গৈলা তেতিক্ষণে।
নিৰ্ম্মিলন্ত চিতাখান অগৰু চন্দনে॥৬৩৮
আপুনি চিৰন্ত ধৰি জয়ন্ত মাধৱে।
যত ভূঞা আছন্ত সমস্তে ধৰি ৰৱে॥
অনন্তৰে শুনা পাচে যেন কথা ভৈল।
চিতাখান সাজি পাচে তৈতে সাঙ্গ কৈল॥৬৩৯
বূঢ়াখায়ে বোলে ওবা সবেয়ো শুনিয়ো।
মৃতকক নিবে লাগি চৌদল সাজিয়ো॥
চাৰিজন লোকে লৌক মহাদৃঢ়তৰ।
যেন একে কান্ধে নেই নদীৰ কাষৰ॥৬৪০
শীঘ্ৰ কৰি গৈয়া পাচে চৌদল আনিল।
বূঢ়াখা কুসুমে ধৰি তাহাতে তুলিল॥
হৰিধন বূঢ়াখা যে আৰো সত্তানন্দ।
ৰামখায়ো লৈলা গৈয়া কৰিয়া আনন্দ॥৬৪১
এহি চাৰিজনে ধৰি লৈ যান্ত চৌদল।
অনন্তৰে পাইলা গৈয়া লৌহিত্যৰ কূল॥
অসংখ্যাত লোকে চতুৰ্ভিতি বেঢ়ি যাই।
লাসে লাসে চলয় দেৱীৰ নাম গাই॥৬৪২
নৰোত্তম গুৰু চলি লগত গৈলন্ত।
শৰ শান্তি কৰি চিতা উছৰ্গি দিলন্ত॥

নোৱাই ধুৱাই কুসুমে ধৰিলা শিৰভাগে।
ভৰি দিকে ধৰিলন্ত বুঢ়াখা মহাভাগে ॥৬৪৩
ছয়োজনে ধৰি ফুৰাইলন্ত সাত পাক।
জয়ধ্বনি কৰিবাক দিলন্ত সবাক ॥
উত্তৰক মুণ্ডে পাচে চিতাত তুলিল।
আপুনি কুসুমে ধৰি মুখাগ্নি কৰিল ॥৬৪৪
খোচনি বাৰীক পাচে বুঢ়াখায়ে ধৰি।
সন্তানন্দে লুটিয়াই দেন্ত হাত ভৰি ॥
কলসে কলসে ঘৃত ঢালিল উপৰে।
আনো বহুতৰ দ্ৰব্য দিলা অনন্তৰে ॥৬৪৫
পত্নী মৰিলন্ত কুসুমেয়ো শুনিলন্ত।
অনেক ব্ৰাহ্মণে দান লৈতে আসিলন্ত ॥
দুই তোলা সুবৰ্ণক আঙ্গুষ্ঠিক দিল ॥
একশত টকা সেহি সময়ে ভাঙ্গিল ॥৬৪৬
অস্থি মজ্জা হাড় পুৰি সবে ভৈল ছাই।
ভস্ম ভৈল তেতিক্ষণে সিটো মৃত কায় ॥
আঠু খিলা বিচাৰিয়া হাড়সব লৈলা।
আঙ্গাৰ উঠিয়া চলি ঘৰা ঘৰি গৈলা ॥৬৪৭
পাচৰ কথাক আৰে শুনিয়োক সবে।
আত অনন্তৰে কথা শুনা ভৈল যেবে ॥
বিৰিয়াত ঘৰে গৈলা কুসুমে বসিলা।
শঙ্কৰক কোলে কৰি গুচৰক নিলা ॥৬৪৮

সূৰ্য্যবৰ আদি সব বসিলা আৱৰি।
খেৰসুতী কান্দে কুসুমৰ গলে ধৰি॥
চোৱা-চাই কৰি কান্দে লোক নিৰন্তৰ।
চান্দেৰীৰ কোলে শুতি আছন্ত শঙ্কৰ॥৬৪৯
কল খীৰ উপহাৰ বস্তু দেই আনি।
নখায়য় কিছো মাতৃ মৰি আছে জানি॥
সবে বোলে নিজীৱয় মৰিবে বালক।
সূৰ্য্যবৰে বোলে বাপু চোৱাহা কিসক॥৬৫০
সেহিবেলা নিশা আহি ভৈলা উপাগত।
শঙ্কৰক বেঢ়ি বৈলা জ্ঞাতি বন্ধু যত॥
কুসুম বুঢ়াখা সভানন্দ তিনি জন।
পাত পাৰি বাহিৰত কৰিলা শয়ন॥৬৫১
শঙ্কৰৰ মুখ পাশে লগাই দুই বাতি।
উজাগৰে বসি সবে ৰক্ষিলন্ত ৰাতি॥
বুঢ়ী আই চান্দেৰী মাধৱী তিনিজন।
সৰ্ব্বদায় শঙ্কৰক কৰে নিৰীক্ষণ॥৬৫২
চান্দেৰীয়ে স্তন দেই তাকো নখায়য়।
কৰে ঘোৰ চিন্তা জানো ছাৱাল মৰয়॥
অনন্তৰে কৈলা আসি আদিত্য উদয়।
গুৰুৰ চৰিত শুনা সভাসদচয়॥৬৫৩
পঞ্চদশ দিনা কথা এহিমানে গৈলা।
শঙ্কৰেয়ো যোল্ল দিনা যেন কথা কৈলা॥

সেহিদিনা চান্দেৰীও খীৰিসাক আনি।
খুৰিত কৰিয়া লৈয়া চেনি গুৰ সানি॥ ৬৫৪
হাতে লৈয়া খুৰীত যে হৰিল নয়ন্ত।
মহাখঙ্গে জ্বলে যেন শঙ্কৰৰ তনু॥
ওধা দিয়া চাহি তাক আছন্ত চান্দেৰী।
পুনু দেখে আছে খুৰী লৱনু যে ভৰি॥৬৫৫
আৰো দেখিলন্ত তাতে বৈকুণ্ঠ নগৰ।
ভৈলা বিমোহিত সতী নাই পাৰ ওৰ॥
সিটো ৰূপ তেতিক্ষণে এৰিলা শঙ্কৰে।
লাগিলেক মাথা গৈয়া চৌতিৰ উপৰে॥৬৫৬
হাস লাস কৰি ফুৰে যত নৰ নাৰী।
ৰত্নময় বিমান আছয় শাৰী শাৰী।
হেন দেখি চান্দেৰী বসিয়া ভৈল ভোল।
মনত বিকল সতী নাই মাত্ত বোল॥৬৫৭
বিস্ময় দেখিয়া বোলে কিনো দেখিলোহো।
শঙ্কৰ যেনয় আঙ্ক তেনয় দেখিলোহো॥
বৈকুণ্ঠ নগৰী সতী দেখিলা সাক্ষাতে।
মুদি দুয়ো আখি পাচে ঢাকিলন্ত হাতে॥৬৫৮
কতোবেলি চান্দেৰী চাহিলা চক্ষু মেলি।
দেখন্ত শঙ্কৰ আছে কৰি মহাকেলি॥
সুস্থ হৈয়া চান্দেৰী বোলয় মনে গুণি।
হেন মায়ামন্ত শিশু নতু দেখি শুনি॥৬৫৯

কিছু মুবুলিয়া পাচে থাকিলন্ত তথা।
আত অনন্তৰে আৰো শুনা এক কথা॥
সত্যসন্ধ্যা মৰিবাৰ দুই দিন ভৈলা।
নৰোত্তম গুৰু কুসুমৰ ঘৰে গৈলা॥৬৬০
পিণ্ডৰ সম্ভাৰ বস্তু কৰি এক ঠাই।
লৌহিত্যৰ তীৰে ৰভা বান্ধিলেক যাই॥
নৰোত্তম গুৰু বেদমন্ত্ৰক পঢ়ন্ত।
কুশ ধৰি কুসুমযো পিণ্ড উটাইলন্ত॥৬৬১
অনন্তৰে আসি সবে পশিলন্ত ঘৰে।
শঙ্কৰৰ লীলা আৰো শুনা তাত পৰে।
ইসব কথাক আৰে এহিমানে খণ্ড।
সপ্তম দিনৰ কথা শুনা আক কণ্ড॥৬৬২
স্নান কৰি কুসুমে শিৰক নেমিলন্ত।
যোল্ল নাম মন্ত্ৰ স্মৰি গৃহে পশিলন্ত।
শঙ্কৰৰ ওচৰত থিয় দিলা যাই।
আছন্ত খাটত শুতি কিছোক নখাই॥৬৬৩
হাতফোট কৰে বহু মনত বিকল।
হৰি হৰি বিধি মোৰ বংশ গৈল তল॥
তিনি দিন ভৈল ভঙো কিছু নখায়য়।
অৱশ্যে জানিলো মোৰ পুত্ৰ নিজীৱয়॥৬৬৪
উগুল থুগুল মন নাহি শান্তি সুখ।
শঙ্কৰক কোলাত বৈসায়া কৰে দুখ॥

কৰন্ত বিষাদ মনে নাহি সুখ শান্তি।
গৃহৰ বজাইলা পাচে মনে গুণি গান্থি॥৬৬৫
চান্দেৰী মাধৱী লৈলা শঙ্কৰক কোল।
সূৰ্য্যবৰে বোলে বাপু শুনা এক বোল॥
জয়ন্ত মাধৱ ওবা বুঢ়াখা জোৱাই।
সহৰে চিন্তিয়ো কাৰ্য্য কিবা আছা চাই॥৬৬৬
ভিতৰৰ কাৰ্য্য শুনা বুদ্ধিত লাগিল।
ভাগে ভাগে দাসী দাস সবাকো পাঞ্চিল॥
বুঢ়াখাক ৰাখিলন্ত বাহিৰৰ কাৰ্য্য।
অৰ্চিবাহা তুমি মহা ব্ৰাহ্মণ সমাজ॥৬৬৭
নৰোত্তম গুৰু তৈতে মিলিলন্ত আসি।
বুলিলন্ত বাক্য পাচে মুচুকাই হাসি॥
খোল চাউল বস্তু যত আনা শীঘ্ৰ কৰি।
কুসুমে বুলিলা পাচে চৰণত ধৰি॥৬৬৮
খানিতেক বসা গুৰু শুনা মোৰ বাণী॥
বস্তু যত এক ঠাই কৰা আনি আনি॥
আথে বেথে কৰি পাচে বান্ধিলন্ত ভাৰ।
বহুতৰ লোক যত চলি যাই গাৱঁৰ॥৬৬৯
নৰোত্তম গুৰু আগ হুয়া চলিলন্ত।
লোক সমে কুসুমে পাচন্ত লৰিলন্ত॥
লৌহিত্যৰ তীৰক পাইলন্ত কতো বেলি।
বসিয়া কাৰ্য্যত গুৰু পঢ়ে বিধি মেলি॥৬৭০

কুশাঙ্গুষ্ঠি পিন্ধিলা কুসুম মহামতি।
প্রথমতে দেৱীক পূজি কৰিলা ভকতি॥
তহিকে গৈলন্ত পাচে বিপ্রসবে লৰি।
কুসুমেয়ো সমস্তকে প্ৰণামিলা পৰি ॥৬৭১
চতুৰ্ভিতি আৱৰিয়া বসিলন্ত দ্বিজ।
কুসুমেয়ো কৰিলা ভাৰ্য্যাৰ কাৰ্য্য নিজ।
নৰোত্তম কৰ্ণপূৰ চতুৰ্ভুজ তিনি ।
বেদ মন্ত্ৰ উচ্চাৰিলা সবে ভিন্নি ভিন্নি ॥৬৭২
জবা কুহিয়াৰ আদি বস্তু অগণন।
দিলন্ত কুসুমে মৃতকৰ পূৰি মন॥
পিণ্ডগোট দিলা পাচে মিসলাই দুগ্ধ।
তিল সানি কৰিয়া কুসুম ভৈল শুদ্ধ॥৬৭৩
উটাইলণ্ড পিণ্ড তেৱে লৌহিত্যত দিয়া।
তুষিলন্ত বিপ্ৰগণ দক্ষিণাক দিয়া॥
সুৱৰ্ণ ৰজত বস্ত্ৰ দিলা যত যত।
দিলা বহুতৰ টকা লেখা দিবো কত ॥৬৭৪
নৰোত্তম কৰ্ণপূৰ আৰো চতুৰ্ভুজ ।
পণ্ডিততো একে তিনি জগততে পূজ্য॥
তিনিখান কাহি আৰো তিনি গুটি ঝাৰি।
ভাল চাই ধেনু দিলা বিচাৰি বিচাৰি ॥৬৭৫
দান দক্ষিণায় পূৰি সমস্তৰে মন।
তেখনে কৰিলা সবে গৃহক গমন॥

জয়ন্ত মাধৱ বুঢ়াথাক আদি কৰি।
সবলোকে চলিয়া গৈলন্ত যৰা ঘৰি ॥৬৭৬
কুসুমকে ৰহিলা গৈয়া আপুনাৰ ঘৰে।
সেহি দিনা এক মায়া কৰিলা শঙ্কৰে॥
ভেৰ পৰ বেলা যেবে সিদিনাৰ আছে।
কুসুম গৈলন্ত চলি শঙ্কৰৰ কাছে ॥৬৭৭
মহা দিব্য আসনে শঙ্কৰ শুতি আছে।
শুক্লবৰ্ণ সৰ্প এক কুসুমে দেখে পাচে॥
সহস্ৰেক শিৰে সমে আছে ছত্ৰ ধৰি।
পাৰিষদগণে বেঢ়ি আছয় আৱৰি॥৬৭৮
হেন দেখি কুসুমৰ লাগিল শঙ্কা মন।
শঙ্কৰো দেখে আৰো ৰূপ বিতোপন॥
বিস্ময় দেখিয়া পাচে মুদিলন্ত আখি।
চতকে চক্ষুক যেন ঢাকিলন্ত পাখি ॥৬৭৯
চান্দেৰী মাধৱী বুঢ়ী আই তিনি জন।
সিসব কথাক তভো নকৰয় মন॥
শঙ্কৰৰ মায়ায়ে মোহিত মন আতি।
কুসুমেয়ো তথাতে পৰিল হয়া কাতি ॥৬৮
পুনৰপি বসিলা নিদ্ৰাৰ যেন জাগি।
মনত গুণয় সৰ্প গৈলা কৈক লাগি।
বসি আছে চতুৰ্দ্দিকে নিহালি চাইন্ত।
দেখি পূৰ্ব্বৱতে শুতি শঙ্কৰো আছন্ত ॥৬৮১

কুসুমব বিষ্ণুজ্ঞান সমস্ত হৰিল।
সবাহাকে শঙ্কৰব মায়ায়ে মোহিল॥
শঙ্কৰৰ পাচত বসিলা পাচে দুখে।
হাটকোট কৰে বহু মাত নোলায় মুখে॥৬৮২
কুসুমে বুলিলা ছোট ভাৰ্য্যাক শুনাই।
পথ খাই শঙ্কৰক স্তন দিয়া যাই॥
শুনি সুগুনিলা সিটো কথা তেন্তে যেবে।
চান্দেৰী বুঢ়ীআইক বুলিলেক তেবে॥৬৮৩
বুঢ়ীআইক বুলিলন্ত সবাকে শুনাই।
তিনি দিন শঙ্কৰে কিছু নখায়য়॥
কেঙুৱা ছোৱাল আৰে জীব কেনমতে।
আব মৃত্যু হলে মই জীবো কোন মতে॥৬৮৪
সূৰ্য্যাবৰ জয়ন্ত মাধৱ আদি কৰি।
শঙ্কৰক চাই সবে কৰে হৰি হৰি॥
আগদিনা পথ খাইলা গোসানী চান্দেৰী।
বহি যায় দুগ্ধ দুইবো ধাবাদণ্ডে পৰি॥৬৮৫
সেহিবেলা বুঢ়ীআই স্তন দিলা মুখে॥
তিনি দিনে শঙ্কৰে খাইলন্ত পাচে সুখে॥
খেৰসূতী কোলা হন্তে চান্দেৰিয়ো নেন্ত।
কোলে কৰি শঙ্কৰক মুখে স্তন দেন্ত॥৬৮৬
স্তন খায়া শঙ্কৰে কোলাতে নিদ্ৰা গৈলা।
দাস কৰি চান্দেৰীয়ে খাটে শুৱে থৈলা॥

সূৰ্য্যৰবে জয়ন্তে আনন্দে চাই আছে।
দুখ তাপ তেজিয়া কুসুমে যেন নাচে ॥৬৮৭
বুঢ়াথাক আদি কৰি যত বন্ধুবৰ্গ।
আনন্দে আকুল সবে পাইলা যেন স্বৰ্গ ॥
বাহু তুলি তুলি আতি কুসুম নাচন্ত।
আকাশৰ চন্দ্ৰ যেন হাতত পাইলন্ত ॥৬৮৮
এহিমতে তৈতে যেবে কুসুম থাকিলা।
সেহিবেলা ৰাত্ৰিগোট আসিয়া মিলিলা ॥
এহিমতে গৈলা শুনা সিদিনাৰ কথা।
গুৰুৰ চৰিত্ৰ কহো যায় জন্ম বৃথা ॥৬৮৯
দেখা শঙ্কৰৰ কেনে কৰ্ম্ম বিড়ম্বন।
কুসুমৰ গৃহত অজৰ উতপন ॥
শুনা সভাসদচয় গুৰুৰ চৰিত্ৰ।
এক মনে শুনি ভণি হুয়োক পবিত্ৰ ॥৬৯০
গুৰুৰ চৰিত্ৰ শুনিবাক হেলা কৰে।
নাহি নাহি গতি ঘোৰ নৰকত পৰে ॥
নৰক ভুঞ্জিয়া হুইবে দূভৰ সন্ততি।
হুইবেক বিষ্ঠাৰ পোকা পৰম দুৰ্গতি ॥৬৯১
জানি শুনি তথাপি অৱজ্ঞা যিটো কৰে।
আত্মঘাতী পাতকী নাহিকে তাত পৰে ॥
জনমে জনমে পৰি নৰকে পচিবে।
কোটি কোটি কল্প সিটো যাতনা ভুঞ্জিবে ॥৬৯২

পৰম পৱিত্ৰ ইটো কথা শঙ্কৰৰ।
নমানয় একো কিনো বুদ্ধিহীন নৰ॥
পৰম অজ্ঞানী কিনো লোক হৰি হৰি।
নাৰকী যোনিত উপজিবে মৰি মৰি॥৬৯৩
গুৰুনিন্দা পাতকে ধৰিবে বেঢ়ি বেঢ়ি।
নৰক ভুঞ্জিবে শৰীৰক এৰি এৰি॥
কাক গৃধ্রে সেহিটো পাপীক নখায়য়।
অনন্ত জনম সিটো সংসাৰে ভ্ৰময়॥৬৯৪
হেন পাপীসকলৰ নকৰিব সঙ্গ।
ভকতসবক দেখিলাতে কৰে ৰঙ্গ॥
গুৰু দেৱ গুৰু আত্মা গুৰু মহেশ্বৰ।
গুৰু পিতৃ মাতৃ নিজ গুৰুসে ঈশ্বৰ॥৬৯৫
গুৰু বিনে সংসাৰত বন্ধু নাহি আন।
ভকত জনৰ নিজ গুৰু আত্মা প্ৰাণ॥
হেনয় গুৰুক নিন্দে পাপী মূঢ়মতি।
মৰি হীন যোনিত হইবে উতপতি॥৬৯৬
সকল শাস্ত্ৰতে ইটো কথা কহিছয়।
তথাপিতো পাপী আক দেখি নেদেখয়॥
কিনো মূৰ্খ কিনো মূৰ্খ কিনো মূৰ্খ নৰ।
মোহে অন্ধ হয়া নিন্দে অজ্ঞানী বৰ্ব্বৰ॥৬৯৭
শঙ্কৰৰ গুণ কৰ্ম্ম কহে যশ ভৰি।
সংসাৰ-সাগৰ সি তৰে যাক স্মৰি॥

কৰা কৃপা পতিতক বাপ জগন্নাথ।
মোৰ ইষ্টগুৰু তুমি অনাথৰ নাথ॥৬৯৮
সংসাৰ পথত ভ্ৰমো তোমাক নজানি।
কৰিয়ো উদ্ধাৰ আবে প্ৰভু পদ্মপাণি॥
শুনি আছো তুমি প্ৰভু পতিতপাৱন।
ইবাৰ কৰিয়ো বাপ দুখ নিবাৰণ॥৬৯৯
শৰণাগতক মোক নেৰিবা মাধৱ।
কৰা পৰিত্ৰাণ হেন প্ৰাণৰ বান্ধৱ।
হে প্ৰাণবন্ধু ভকতৰ ভয়হাৰী॥
মোত পৰে সংসাৰত নাহি অহঙ্কাৰী॥৭০০
বন্দী ভৈলো সংসাৰত মায়া মোহে পৰি।
ভাৰ্য্যা পুত্ৰ এৰি যাইবো যাতনাক লৰি॥
মিছা বিষয়ত আসকতি ভৈলা মোৰ।
তযু পদ পঙ্কজত ভৈলো সেৱা চোৰ॥৭০১
আশা নামে নদীৰ হুয়োক সবে পাৰ।
কৃষ্ণৰ সেৱাক মনে ইচ্ছা আছে যাৰ॥
ধৰিয়োক গুৰুপদ পঙ্কজক ডাটি।
পাপৰ বাসনা যত পেলায়োক কাটি॥৭০২
নজানো ভকতি পাপী মই আতি অন্ধ।
গুৰুৰ সেৱাত মোৰ নাহিকে প্ৰবন্ধ॥
ভকতিৰ সাগৰ নিৰ্ম্মলময় নদী।
নিবিচাৰি দোষ গুণ প্ৰভু দিয়া যদি॥৭০৩

তেবেসে হোৱয় সংসাৰৰ দুখ দূৰ ।
তযু পদে ৰঙ্গ মন গৰ্ব্ব হোক চূৰ ॥
গুৰু বিনে নাহি আন সংসাৰ তৰণ ।
জানি গুৰু পায় সেবিবাহা সৰ্ব্বক্ষণ ॥১০৪
একমনে ধৰিয়ো গুৰুৰ দুই পায়ে ।
বোলা ৰাম ৰাম যমে নছু ধৰে যায়ে ॥

ছবি

অনন্তৰে শুনা কথা কুসুমৰ যবে তথা
কৰিলা শঙ্কৰদেৱে যেন ।
কহো তাক শুনিয়োক সভাসদ যত লোক
অষ্টাদশ দিন লীলা হেন ॥১০৫
ব্ৰহ্মা আদি দেৱগণ কৰি আতি ৰঙ্গ মন
স্বৰ্গ হন্তে আসিলন্ত লৰি ।
শঙ্কৰক দেখিবাক আইলা সবে দেৱলোক
হংসযানে বিমানন্ত চৰি ॥
আলিপুখুৰীৰ গ্ৰামে আতি মহা অনুপমে
সেহি থানে আছন্ত শঙ্কৰ ।
পাইলা গৈয়া সেহিথান কৰি আতি বহু মান
ছন্নৰূপে সকলো দেৱৰ ॥১০৬

ব্ৰহ্মা হৰে কৰে স্তুতি আছন্ত শঙ্কৰ শুতি
পৃথিবীত জানু শিৰে পৰি।
ত্ৰিদশৰ শুনি বাণী শঙ্কৰে মনত গুণি
বুলিলা বচন ৰঙ্গ কৰি॥
শুনিয়োক দেৱগণ কৰা সবে ৰঙ্গমন
কহো পূৰ্ব্ব বচন বিশেষ।
বাৰে বাৰে অৱতাৰ হুয়া হৰো ভূমিভাৰ
পৃথিবীৰ পাষণ্ড নিশেষ॥৭০৭
ইটো অৱতাৰ আবে কলিৰ লোকক সবে
নিস্তাৰিয়া বৈকুণ্ঠক নিবো।
হৰিভক্তি দান দিয়া সমস্ত লোকক নিয়া
নিষ্টে নিষ্টে নিজপদ দিবো॥
তুমিসবে আইলা কিক স্বৰ্গহন্তে পৃথিবীক
ব্ৰহ্মা হৰ শুনা পুৰন্দৰ।
হেন শুনি দেৱগণে বুলিলন্ত তেতিক্ষণে
বচন শুনিয়া শঙ্কৰৰ॥৭০৮
তযু দৰশন আশে আইলো আমি সবে দশে
প্ৰাণ প্ৰভু জগতৰ পতি।
কৰি স্তুতি নমস্কাৰ দেৱগণে বাৰম্বাৰ
শঙ্কৰক কৰয় মিনতি॥
নমো নমো নমাই মাথ হে বাপ জগন্নাথ
তুমি প্ৰভু অনাদি ঈশ্বৰ।

পৰম পুৰুষ হৰি যাৰ নাম গুণ স্মৰি
মহাপাপী তৰে জগতৰ ॥৭০৯
জয় জয় কৃষ্ণ বুলি দেৱগণে হাত তুলি
শঙ্কৰক কৰিলা প্ৰণাম।
যাহাক স্মৰণে আতি তৰে মহা অন্ত্যজাতি
কটাক্ষতে সিদ্ধি সৰ্ব্বকাম ॥
এহি বুলি মৌনে ৰৈলা শঙ্কৰে বুলিবে লৈলা
ত্ৰিদশ দেৱক চাই চাই।
স্বৰ্গে চলা দেৱগণ মোৰ বাক্যে এতিক্ষণ
থাকা সবে নিজ থানে যাই ॥৭১০
শুনিয়া ত্ৰিদশগণে উঠিলন্ত ৰঙ্গমনে
নমস্কাৰ কৰি শঙ্কৰক।
ৰথৰ কিঙ্কিণী ধ্বনি শুনি তাক ৰিণি ৰিণি
নিমিষেকে পাইলন্ত স্বৰ্গক ॥
ছদ্মৰূপে কথা কৈল শঙ্কৰে তথাতে ৰৈল
আনো লোকে নজানিলা আক।
ৰন ৰৰা উঠনায়ে দুই মাত্ৰ দেখিলন্ত
শুনা সবে কহো আৰে তাক ॥৭১১
হুইবো মনে ভৈল শঙ্কা দেখি হেন চকামকা
কুসুমৰ আগে গৈয়া কৈলা।
হেন বিপৰ্য্যয় কহি আনন্দে থাকিলা ৰহি
এহি কৰ্ম্ম সিদিনাৰ গৈলা ॥

ঊনৈশ দিনাৰ লীলা গৰুড় সহিতে কৈলা
শুনা কহো সমাজিক জন।
বিষ্ণুৰ বাহন পক্ষী ঈশ্বৰৰ কাৰ্য্য লক্ষি
পৃথিবীক কৰিলা গমন ॥৭১২
বৈকুণ্ঠৰ আইলা লৰি পাইলা কুসুমৰ বাড়ী
প্ৰবেশিলা শঙ্কৰৰ আগে।
ঘুৰি ঘুৰি সাত বাৰ কৰিলন্ত নমস্কাৰ
বিষ্ণুৰ বাহন মহাভাগে ॥
চৰণক মাথে চুই অৱনত ভাৱ হুই
ভক্তিভাৱে হয়া লোট সোট।
পুনু পুনু মাথা তুলি চৰণৰ লৈলা ধূলি
পৰম ভকত পক্ষীগোট ॥৭১৩
শঙ্কৰে আশ্বাসি তাক বুলিলা মধুৰ বাক
কিসক আসিলা পক্ষীৰাজ।
গৰুড়ে নমাইয়া মাথ বোলে বাপ জগন্নাথ
সৰ্ব্বসিদ্ধি ভৈলা মোৰ কাজ ॥
কৰিবা মনুষ্য লীলা অৱতাৰ আসি ভৈলা
প্ৰাণপ্ৰভু জগতৰ স্বামী।
তযু দৰশন ভৈলো জনম সাফল কৈলো
ইজন্মক লাগি আবে আমি ॥৭১৪
তোমাৰ মহিমা স্বামী কিমতে বুজিবো আম্হি
মই মহা অধম পামৰ।

তযু মায়াপাশে বন্দী আছা জগতকে ছান্দি
দেৱাসুৰ নৰ চৰাচৰ ॥
তযু পদ পঙ্কজত মন মোৰ মত্তগজ
নিমজোক পশিলো শৰণে।
কৰিয়ো ভৃত্যাক দায়া ছিণ্ডা মোৰ মোহ মায়া
ভক্ত সঙ্গ হৌক সৰ্ব্বক্ষণে ॥৭১৫
সকলে সংসাৰ ইটো তোমাৰ মায়াত থিটো
ভ্ৰমো ঘোৰ সংসাৰ পথত।
তাৰ হন্তে কৃপা কৰি উদ্ধাৰিয়ো প্ৰাণ হৰি
দূৰ হৌক মোহপাশ যত ॥
অনন্ত অচ্যুত নিত চিন্তা ভকতৰ হিত
মোৰ মনোৰথ কৰা সিদ্ধি।
তুমিসে দেৱৰ দেৱ, তুমি বিনে নাহি কেৱ
তুমি প্ৰভু বিধাতাৰ বিধি ॥৭১৬
জগতৰ আত্মাৰাম পূৰা ভকতৰ কাম
দৈৱকীনন্দন সদাশিৱ।
কৰো লক্ষ কোটি সেৱ তুমি মোৰ ইষ্টদেৱ
পিতা মাতা জগতৰ জীৱ ॥
অবিদ্যা আন্ধাৰে পৰি তল গৈলো প্ৰাণ হৰি
ভৈলো মই গৰ্ব্ব মদে নাশ।
আবে প্ৰভু কৃপা কৰা মোক ভৃত্য বুলি ধৰা
জন্মে জন্মে হুইবো তযু দাস ॥৭১৭

এহি বুলি তন্তি ৰৈলা শঙ্কৰে প্ৰবোধ কৈলা
কহি নানা বচন বিশেষ।
দিলন্ত বিদায় পাচে মাথা চপৰায়া আছে
স্তুতি নতি কৰিয়া অশেষ ॥
গৰুড়ৰ পাখা দুটি সৰিয়া পৰিল চুটি
শঙ্কৰৰ পাৱে লাগি ৰৈল।
পাখা চাত লাগি তাৰ দুই বৃক্ষ বজ্ৰসাৰ
গিৰ গিৰ কৰি ভাগি গৈল ॥৭১৮
দুই বৃক্ষ ভগ্ন ভৈল গৰুড় বৈকুণ্ঠে গৈল
দেখি লোকে কৰে হাহাঁকাৰ ॥
বাত বৃষ্টি নাহিকয় হেন বৃক্ষ ভাগিলয়
নজানয় লোকে কথা তাৰ ॥
কুসুমে দেখিলা পাচে দুই পাখী সৰি আছে
শঙ্কৰৰ পাৱত লাগিয়া।
দীৰ্ঘতৰ পাখী দুই কুসুমে বিস্ময় হুই
লোকক দেখালা তাক নিয়া ॥৭১৯
চিনিয়া কুসুমে তাক নিষেধিলা কহিবাক
আপুনাৰ বন্ধু বান্ধৱৰ।
এহিমতে তথা ৰৈলা ভাৰ্য্যাৰ পিণ্ডক দিলা
দুখ দূৰ দেখি শঙ্কৰৰ ॥
ঊনৈশ দিনৰ কথা এহিমানে গৈলা তথা
শুনা লীলা বিংশতি দিনৰ।

যিমতে নাৰদ ঋষি শঙ্কৰক দেখি আসি
প্ৰণামিলা ঘৰে কুসুমৰ॥৭২০
আসিলন্ত মহামুনি শঙ্কৰৰ কথা শুনি
কুসুমৰ থানে উপাগন্ত।
শঙ্কৰক দেখা পাই হৰিষৰ সীমা নাই
গীত গাই আনন্দে আছন্ত॥
ফুৰি ফুৰি সাতবাৰ প্ৰদক্ষিণে নমস্কাৰ
প্ৰণাম কৰন্ত পৰি পৰি॥
বীণা বাই গাই গীত শঙ্কৰৰ মোহি চিত্ত
মহা প্ৰেমে আনন্দিত কৰি॥৭২১
শঙ্কৰক দেখি আসি নাৰদ গোসাই হাসি
মৃদু বাক্য বুলিবাক লৈলা।
শিৰে প্ৰণামিয়া হাসি বসিলা মাটিত আসি
বীণা যন্ত্ৰ ওচৰত থৈলা॥
দুয়ো হাত যোৰ কৰি বোলন্ত নাৰদ হৰি
শুনা প্ৰভু জগতৰ বাপ।
দৰশন আমি পাইলো চৰণে শৰণ লৈলো
দূৰ কৰা মোৰ মহাপাপ॥৭২২
নমো নমো হৃষীকেশ ধৰিছা মনুষ্য বেশ
লোকক ভাণ্ডিয়া কৃপাময়।
তথু যোগবলে আমি জানোহো সকলে স্বামী
তোমাৰ বিচিত্ৰ লীলাচয়॥

তুমি আত্মা সৰ্ব্বসাক্ষী ভকতক কৃপা ৰাখি
ধৰা নানাবিধ অৱতাৰ।
কোনে তয়ু পাইবে সীমা তোমাৰ যত মহিমা
আদি অন্ত নাহিকে যাহাৰ ॥৭২৩
নমো নমো নাৰায়ণ সৰ্ব্ব পাপ বিনাশন
জগতৰ পিতা মাতা গতি।
নমো নমো যোগেশ্বৰ নমো নমো গদাধৰ
কৰা দায়া আমাক সম্প্ৰতি ॥
জয় নমো পীতাম্বৰ দেৱ দেৱ হৃদীশ্বৰ
পাৱে কৰো সহস্ৰ প্ৰণতি।
কৰা মোক পৰিত্ৰাণ তুমি বিনে নাহি আন
নমো দেৱ পতিতৰ গতি ॥৭২৪
জয় জয় আত্মাৰাম স্মৰণতে সৰ্ব্বকাম
কৰা সিদ্ধি ভকত বাঞ্ছিত।
নমো জগতৰ ধাম মই মহা দীন ৰাম
ভকত জনৰ তুমি হিত ॥
এহি বুলি মহামুনি মৌনে ৰৈলা মনে গুণি
শঙ্কৰৰ চৰণক চাই।
শঙ্কৰে আছন্ত বসি যেন পূৰ্ণিমাৰ শশী
ওচৰন্তে আছা বুঢ়ীআই ॥৭২৫
ঋষিক বিদায় দিলা শঙ্কৰে নিজমে ৰৈলা
বুঢ়ীআই দেখি আছা তাক।

পাপে মুখে দিয়া হাত খেবস্থতী পুছিলন্ত
নাবদে শুনিয়া দিলা হাক।
শুনিয়া কহিলা কথা বুঢ়ীয়ো থাকিলা তথা
নিজথানে গৈলন্ত নাবদ।
সূর্য্যবব কুসুমন্ত কেন কথা কহিলন্ত
একচিত্তে শুনা সভাসদ ॥১২৬
কুসুমেয়ো অনন্তবে শুনিয়োক নিবন্তবে
সিদিনাব পিণ্ড দিলা যাই।
শুনা সাধু সভাসদ গুরুব চবিত্র পদ
আক কৈলে হবি গুক পাই॥
গুরুপদ ধবি মনে ভ্রমিয়োক সর্ব্বক্ষণে
তাহু বিনে সেব্য আন নাই॥
তান পদে কবা বতি নকবিবা আনমতি
ইহ পবলোকে তাক্ষ পায় ॥১২৭
সংসাব সাগব সিন্ধু গুক বিনে নাহি বন্ধু
তান পদে ধবা সবে চাপি।
মোব দোষ পবিহবি পিয়া আক কর্ণ ভবি
চবণে ধবিয়া বোলো পাপী॥
দৈবকী নন্দন দেব তযু পদে কবো সেব
তুমি মোব আত্মা নিজ প্রাণ।
কবা কৃপা মোক বাপ খণ্ডিয়ো সংসাব তাপ
তুমি বিনে দেব নাহি আন ॥১২৮

মই মহাপাপী চাৰ ভাৰ্য্যা পুত্ৰ মাত্ৰ সাৰ
কৰি আছো মনত সমূলি।
তযু পদে নাই ৰতি গৈলো আমি অধোগতি
মৰো সদা ধন জন বুলি ॥
নাহি নাহি গতি মোৰ কিনো মই সেৱা চোৰ
পৰম দুৰ্ম্মতি আত্মাঘাতী।
বিষয়ত ভোল ভৈলো ৰাজমাৰ্গ হুকৱাইলো
অন্ন পুৰি খাইলে অন্ত্যজাতি ॥ ৭২৯
কাম ক্ৰোধ গ্ৰাহে গিলে কোন বেলা মৃত্যু মিলে
শ্ৰুতি জ্ঞান হৰাইলা সকলে।
নিবে কালে চুলে ধৰি নৰক ভুঞ্জিবো মৰি
যাইবো মই পাপীৰ সাৱলে ॥
গৰ্ব্বমদে হুইবে নাশ নৰকত হুইবে বাস
জনমে জনমে মৰি মৰি।
চৰণে কাকুতি কৰো যিমতে সংসাৰ তৰো
উদ্ধাৰিয়ো মোক প্ৰাণ হৰি ॥ ৭৩০
জন্মে জন্মে মোৰ মতি মাধৱ বান্ধৱে গতি
সত্যে সত্যে পশিলো শৰণে।
হাতে দাস্তে তৃণ ধৰি মাগোহো কাকুতি কৰি
দিয়ো ঠাই অভয় চৰণে ॥
ভকতৰ সঙ্গ দিয়া মোক দাস কৰি নিয়া
নাম মোৰ নছাৰো মৰণে।
হৃদয়ে গুৰুক ধৰি বোলা সবে হৰি হৰি
ভজা কৃষ্ণদেৱৰ চৰণে ॥ ৭৩১

---

পদ

আত অনন্তৰে আৰে শুনা যেন ভৈলা।
বিংশতি দিনৰ লীলা এহিমানে গৈলা॥
তাত পাচে কুসুমৰ ঘৰে যেন কথা।
তিনি চোৰ নিশাভাগে মিলিলন্ত তথা॥৭৩২
সিসব ৰহস্য কহো শুনা সৰ্ব্বজন।
কৰা একচিত্ত মন সভাসদগণ॥
তিনি চোৰ আসিলন্ত চুৰ কৰিবাক।
সেহি কথা কাণপাতি শুনা সবে তাক॥৭৩৩
কুসুমৰ ঘৰে আসি সিন্ধি গোট দিলা।
দুইজন চোৰ যাই ভিতৰ সোমাইলা॥
গৃহ সোমাই দেখিলেক বৰ অদভুত।
খাট মধ্যে সুতি আছে কুসুমৰ সুত॥৭৩৪
কিবা দিন ৰাত্রি গৃহখান প্ৰকাশয়।
বস্ত্র যেন জ্বলে শঙ্কৰৰ কান্তিচয়॥
জলক মলক কৰে দেখি ভিৰিমিৰি।
জ্বলন্ত শঙ্কৰ যেন বস্ত্রময় গিৰি॥৭৩৫
পৰিলন্ত চোৰ পাচে দণ্ডৱন্ত দুই।
ত্ৰাসে জৰে কম্পয় মাটিক নাকে চুই॥
শঙ্কৰে দেখাইলা পাচে শিশুক সপোন।
দিনময় হইয়া তথা জ্বলে গৃহখান॥৭৩৬

সপোনৰ ছলে তাক্তে কহিলন্ত পাচে।
দুইজন চোৰ পিতৃ ঘৰ সোমাই আছে॥
হেন দেখি কুসুমে বসিলা নিদ্রা ভাগি।
চক্ষু মেলি চাইলা পাচে শঙ্কৰক লাগি॥৭৩৭
আই আই বুলি ডাকি কুসুমে মাতন্ত।
তেবে গৃহখান লাগি আন্ধাৰ ভৈলন্ত॥
আথে বেথে চান্দেৰীয়ো জ্বালিলন্ত জুই।
সবেয়ো উঠিলা যত আছিলেক শুই॥৭৩৮
উঠা পুত্র বুলিয়া কুসুমে দিলা ডাক।
দেখিলন্ত তথাতে সবেয়ো পাচে তাক॥
কুসুমে বিস্ময় হুয়া মনত গুণয়।
শঙ্কৰ পুতাই মোৰ মনুষ্য নহয়॥৭৩৯
অনন্তৰে দুই চোৰ বসিলন্ত জাগি।
দৃষ্টি কৰি চাই ৰইলা শঙ্কৰক লাগি॥
সপোনৰ কথা ভুঞ্জা স্মৰি মনত।
দণ্ড বন্ধ নলৈ চোৰ মেলিয়া দিলন্ত॥৭৪০
এহিমতে কুসুম তথাতে যেবে ৰৈল।
ভাৰ্য্যাৰ পিণ্ডক পাচে সিয়ো দিলা কৈল॥
একাধিক বিংশতি দিনৰ কথা খণ্ড।
দুইধিক বিংশতি দিনৰ কথা কণ্ড॥৭৪১
আলিপুখুৰীত এক বাদিয়াৰ আছে।
হেনবেলা কুসুমৰ ঘৰে গৈলা পাচে॥

সৰ্প নচুৱাই সিটো ফুৰে দেশে দেশে।
কূটনাট অনেক কৰয় লাসে বেশে ॥৭৪২
মিছা কূটনাট কৰি লোক ভাণ্ডি খায়।
বাদিয়াৰ প্ৰসিদ্ধ তাহাৰ সম নাই ॥
কুসুমৰ ঘৰক পাইলন্ত অনন্তৰে।
নপাইলে নেৰয় সিটো যাকে যেন ধৰে ॥৭৪৩
জগতে জানয় টাটক নামত প্ৰসিদ্ধ।
ঘৰে ঘৰে ফুৰে কূট কৰি বহুবিধ ॥
কুসুমৰ টোলে বসিলা গৈয়া সিটো।
হৰণ পূৰণ কৰিবাক পাৰে যিটো ॥৭৪৪
হাসি কুসুমক মাতিলন্ত ভূঞা বুলি।
ফেটিগোম সৰ্পক লৈলন্ত হাতে তুলি ॥
চৌৰাগৃহে শঙ্কৰ শুতিয়া তথা আছে।
শঙ্কৰক ভয়ে সৰ্পে ৰহিলন্ত পাচে ॥৭৪৫
মুণ্ড মেলি সৰ্পক চাহিলা সিটো পাচে।
সুধা ফেটিগোট মাত্ৰ দেখে তাত আছে ॥
শঙ্কৰৰ প্ৰভাৱক কেহো- নজানয়।
বাদিয়াৰে হেন্ন দেখি মানিলা বিস্ময় ॥৭৪৬
কুসুমৰ লোকে তাক বেঢ়িলেক আসি।
নচুৱাহা সৰ্পক মাতয় সবে হাসি ॥
লাজ॰-হুয়া আছে বসি থোস মোস হুই।
মনত গুপয় আতি নাক কাণ চুই ॥৭৪৭

দশ-দিকপালে চিন্তে চৰণক যাৰ ।
তান মায়া বুজিবেক শকতি কাহাৰ ॥
কুসুমেয়ো মাতৃ সমে কৰন্ত আনন্দ ।
বোলে সৰ্প মেলে আসি কৈব পৰা মন্দ ॥৭৪৮
লাজ হুয়া বাদিয়াৰে ঘৰে গৈলা চলি ।
হেন লীলা কৰিয়া থাকিলা মহাবলী ॥
যাৰ মায়া বিভৱৰ নাপায় পৰিচ্ছেদ ।
বাটে বাটে বাদিয়াৰে কৰি গৈলা খেদ ॥৭৪৯
ভাৰ্য্যাৰ শ্ৰাদ্ধক যাই কুসুমে কৰিলা ।
সিদিনাৰ সীমা আৰে এহিমানে গৈলা ॥
তিনিৰিক বিংশতি দিনৰ শুনা কথা ।
যেনমতে মন্দকৰ্ম্মী আসি ভৈলা তথা ॥৭৫০
আছন্ত শঙ্কৰ যেবে কুসুমৰ ঘৰে ।
আৰো এক কৰ্ম্ম কৈলা শুনা নিৰন্তৰে ॥
সেহি গ্ৰামে আছে এক মহামন্দকৰ্ম্মী ।
তাত পৰে সংসাৰত নাহিকে অধৰ্ম্মী ॥৭৫১
মন্দবিদ্যা গৰ্ব্বী সিটো ফুৰে মহাভেমে ।
মাৰয় লোকৰ হাড়া দিয়া যেন যমে ॥
শঙ্কৰৰ জন্ম সিটো লোকমুখে শুনি ।
একদিনা তৈকে লাগি গৈলা মনে গুণি ॥৭৫২
আছন্ত কুসুম বসি শঙ্কৰক লৈয়া ।
হেন বেলা মন্দকৰ্ম্মী মিলিলেক গৈয়া ॥

তাক দেখি শঙ্কৰক ভিতৰক নিলা ।
সিয়ো বেগে আসিয়া চোতালে প্ৰবেশিলা ॥৭৫৩
তেখনে মাধৱই যাই জপাইলা দুৱাৰ ।
মনত বিষাদ দেখি লাগি গৈলা তাৰ ॥
ভূঞা ভূঞা বুলিয়া পাচে লগাইলা মাত ।
শুনিয়া কুসুমে কথা কহিলেক তাত ॥৭৫৪
কিসক লাগিয়া আৰে মাত তই মোক ।
কিবা কাৰ্য্যে আইলা ঐক কিবা লাগে তোক ॥
বসিলি মাটিত তোক পীৰাও নেদিলে ।
পৰিহাৰ কৰি তাকে অনেক বুলিলে ॥৭৫৫
শঙ্কৰক গুৱাই থৈয়া আছয় ভিতৰে ।
চোতালত বসি বৈষ্ণে উতপাত কৰে ॥
বোলে আৰ শিশুক মাৰিবো বুদ্ধি কৰি ।
মোক যেন বিমাত নকৰে আজি ধৰি ॥৭৫৬
শঙ্কৰেয়ো বোলে মই ইহাক শিকাবো ।
সত্যে সত্যে আজি আক যি লাগে কৰিবো ॥
আজি হন্তে লোকক নেদয় যেন দুখ ।
যেৰ জলঙ্গাৰে তাক নিৰেখন্ত মুখ ॥৭৫৭
আজি আৰ সকলে ভাৱনা কৰো চুৰি ।
এহি বুলি শঙ্কৰে দিলেক গাৱমুৰি ॥
হেন কাৰ্য্য চিন্তিয়া শঙ্কৰ গুচি আছে ।
হাড়া দিতে লাগি সিটো আলোচিলা পাচে ॥৭৫৮

কন্তো বেলি থাকি সোপাহাড়া গৈলা দিয়া।
সেহি হাড়া তাহাক ধৰিলা উলটিয়া॥
অনন্তৰে পাইলা গৈয়া আপুনাৰ ঘৰ।
বোধিলা বায়ু কৰি ফুৰে ধৰফৰ॥৭৫৯
আটাপ পাৰয় সিটো মুৰামুৰি কৰি।
উথহিলা পেট আচাৰায় হাত ভৰি॥
মাটিত বাগৰি পৰে মৰো মৰো বুলি।
ভাৰ্য্যায়ে আসিয়া তাক ধৰিলন্ত তুলি॥৭৬০
মৰি আসে দেখে নৱযাবক নিবোধি।
বিচাৰিয়া দিলা তেবে হাড়াৰ ঔষধি॥
একোৱে প্ৰকাৰে তন্তো নপাৱয় সুত।
যেন কোনজনে তাক দিয়া আছে ভূত॥৭৬১
ভাৰ্য্যাৰ আগত পাচে কৈলা সবে কথা।
যেনমতে শঙ্কৰক হাড়া দিলা তথা॥
ভাৰ্য্যা সমে কুসুমৰ ঘৰে পুনু গৈলা।
দণ্ডৱতে পৰি পুনু সবে কথা কৈলা॥৭৬২
তযু পুত্ৰে হাড়া দিবে পাপী মই গৈলো।
শঙ্কৰক মন্দ কৰি সৰ্ব্বনাশ ভৈলো॥
কুসুমে বোলন্ত তই কি কাম কৰিলি।
আপোনাৰ শৰে পাপী আপুনি ফুটিলি॥৭৬৩
হেন শুনি মন্দকৰ্ম্মী কৈলা নমস্কাৰ।
শঙ্কৰৰ চৰণত পৰি হাবস্থাৰ॥

যেতিক্ষণে যাই সিটো পাৰত পৰিল।
সুস্থ ভৈলা দেহা তেবে সকলে গুচিল ॥৭৬৪
কুসুমে বিদায় তাক দিলা ৰঙ্গমনে।
আপুন গৃহক পুনু চলিলা তেখনে ॥
জগতে জানয় তাক নামত লেহাই।
বহু গুণ আছে তাঙ্ক সৰ্ব্বকাৰ্য্যে পায় ॥৭৬৫
মনত বোলয় নকৰোহো হেন কৰ্ম্ম।
থাকিলন্ত গৃহত সুমৰি ধৰ্ম্ম ধৰ্ম্ম ॥
পুত্ৰ সমে কুসুমে থাকিলা তৈত যেবে।
ভাৰ্য্যাৰ শ্ৰাদ্ধক কৈলা সিয়ো দিন তেবে ॥৭৬৬
আত অনন্তৰে আৰো কথাক শুনিয়ো।
গুৰুৰ চৰিত্ৰ কথা কৰ্ণভৰি পিয়ো ॥
চতুৰ্ব্বিংশ দিনৰ লীলা কহিবো সম্প্ৰতি।
সভাসদ লোক সবে কৰা এক মতি ॥৭৬৭
শুনা কহো কুসুমৰ গৃহৰ আৰম্ভ।
যেবে মাত্ৰ পাই তাক একগোটা স্তম্ভ ॥
লগাই আছে চৌতি ভাত ধৰি দশ কুৰি।
বোল্ল হনুমান দীৰ্ঘ তাৰ আগ গুৰি ॥৭৬৮
হেন চৌতিগোট যেবে সোলকিয়া গৈলা।
শঙ্কৰৰ গাৱে পৰি দুই খণ্ড ভৈলা ॥
খাটে সমে শঙ্কৰক ধৰিলা হেৰাই।
শিত শঙ্কৰৰ অঙ্গো কটাকট নাই ॥ ৭৬৯

লাস কৰি শঙ্কৰে দিলন্ত গাৱমুৰি।
চৌত্তিগোট মাটিত পৰিল গৈয়া ঘূৰি।
উফৰিয়া পৰি বৈল গৈয়া দশ হস্ত।
হেন কথা বিদ্যমানে দেখিলা সমস্ত ॥১১০
শঙ্কৰৰ গাৱগোট বজ্ৰ সম ডাটি।
গাৱত পৰিয়া ছিৰাছিৰ ভৈলা ফাটি ॥
হেন শুনি বুঢ়ী আইৰ ধাতু গৈলা উৰি।
সবন্ধু-বান্ধৱে আইল শঙ্কৰৰ গুৰি ॥ ১১১
কুসুমে লৰবি আসি লৈলন্ত কোলাত।
চৌত্তি ভাগা দেখি বৰ কৰে উতপাত ॥
হাহাকাৰ কৰে সবে শঙ্কৰক বেঢ়ি।
চিন্তা দুখে কান্দয় নবায় কেহো এৰি ॥১১২
কান্দে বুঢ়ীআই আতি মহা মন দুখে।
ঘনে ঘনে চুমা খান্ত শঙ্কৰৰ মুখে ॥
দেখিলেক লোকে ঘৰ খুটা সমে আছে।
আন চৌত্তি আনিয়া লগাইলা তাত পাচে ॥ ১১৩
এহিমতে সবেয়ো তথাতে আছা বেবে।
কত্তোবেলি অন্তৰে গৃহক গৈলা ভেবে ॥
কুসুমে মাত্তিলা পাচে বুঢ়াখাক চাই।
তবু সম সুহৃদ মোহোৰ আন নাই ॥ ১১৪
মহা ইষ্ট বন্ধু তুমি পৰম বান্ধৱ।
সকলে কাৰ্য্যতে মোৰ তোমাস্তেসে গুৰু ॥

বুঢ়াখায়ে বোলে ওবা শুনা মোৰ বাণী।
মনে মনে বসি তুমি আছা কিবা জানি ॥১৭৫
ভাৰ্য্যাৰ দশাক আজি কৰিবাক লাগে।
সজাই আছো গৃহ গৈয়া লৌহিত্যত আগে॥
থাকিলন্ত বুঢ়াখাৰ বাক্য অনুমতি।
সেহিবেলা হুইয়ো গুৰু আসি পাইলা জানি॥ ১৭৬
শ্ৰাদ্ধৰ সম্ভাৰ সবে কৰি এক ঠাই।
পিণ্ডগোট দিলা পাচে লৌহিত্যক যাই॥
ব্ৰাহ্মণক যথোচিত কৰিলন্ত দান।
জ্ঞাতি সমস্তক মাতি কৰিলা সন্মান ॥১৭৭
গুৰুক দিলন্ত মন পুৰিয়া দক্ষিণা।
এহিমতে থাকিল কুসুমে সিয়ো দিনা॥
তাত পাচে ভৈলা শুনা এক অথন্তৰ।
কহো হেন কথা পঞ্চবিংশতি দিনৰ ॥১৭৮
আছন্ত শঙ্কৰদেৱ কুসুমৰ ঘৰে।
চিন্তা আপোনাক সদা জগত ঈশ্বৰে॥
চৌৰাগৃহ থানত যে নাহিকয় বেৰা।
লগায় আছে একো তাত বৰ বৰ মেঢ়া ॥১৭৯
শঙ্কৰক নিয়া বুঢ়ীআই শুৱাই থৈলা।
তাত পাচে আৰে আৰো যেন কথা ভৈলা॥
একগোটা গৰু আসি পাইলা সেহিবেলা।
বুঢ়ীআই ফুৰত কৰিয়া হেলা মেলা ॥১৮০

দেখি আতি ভব্য বৰ থূলন্তৰ কায়।
ডেৱ মাৰি শঙ্কৰক চেৰাইলন্ত যাই॥
যেতিক্ষণে জাম্প দিয়া মাটিত পৰিল।
তেতিক্ষণে তাৰ তেবে পৰাণ ছুটিল॥ ৭৮১
হেন দেখি ঢ়ৰি কুসুমৰ চিত্ত আতি।
লৰৰি আনিল গৈয়া বুঢ়াখাক মাতি॥
মাতৃপুত্ৰে কৰে চিন্তা গালে দিয়া হাত।
হেন বিপৰ্য্যয় কথা কহিবোহো কাত॥৭৮২
কতোবেলি পৰি থাকি দিলে উঠি লৰ।
কুসুমৰ দেখিয়া আনন্দ আতি বৰ।
গৰুবধী বুলি হাসিলন্ত হন্তে লোকে।
দিলে হন্তে কলঙ্ক সবেয়ো তেবে মোকে॥৭৮৩
হেনয় প্ৰমাদ ঘোৰ এৰাইলো কলঙ্ক।
নোহন্ত কলঙ্ক আবে দূৰ ভৈল শঙ্ক॥
কিনো ভালে আজি এৰাইলোহো প্ৰমাদ।
পৰিহা লোকৰ ইটো হৈল অপবাদ॥৭৮৪
এহি বুলি মায়ে পোয়ে আনন্দ কৰন্ত।
তাত পাচে বুলিলন্ত বুঢ়াখা মহন্ত॥
দেখা দেখা ভূঞা তুমি কেনে বিপৰ্য্যয়।
তোমাৰ বালক ইটো মনুষ্য নহয়॥ ৭৮৫
এহি বুলি বুঢ়াখা তথাত যেবে বৈল॥
সিদ্ধিনাৰ লীলা আৰ্ম্ভে এহিমানে গৈল॥

অনন্তৰে এক কথা কহো শুনিয়োক ।
সুদৃষিবা কেহো মোক সভাসদ লোক ॥ ৭৮৬
ইটো গরু আছিলা পূর্ব্বত বিদ্যাধৰ ।
চক্রবাত ভৈলা দৈত শাপে নাভাগৰ ॥
পাচে কৃষ্ণে মাৰিলা তাহাক লীলা কৰি ।
মোক্ষপদ পাইলা গৈয়া তান হাতে মৰি ॥ ৭৮৭
তেতিক্ষণে প্রভু তাক শিলাত মাৰিল ।
দিব্যৰূপ ধৰি স্তুতি অনেক কৰিল ॥
তথাপিতো সিটো মহা ক্রূড়বুদ্ধি পাপী ।
ব্রহ্মঋষি নাভাগে আছয় তাক শাপি ॥ ৭৮৮
সেহি পাপফলে হেন কুবুদ্ধি কৰয় ।
কৃষ্ণআগে পৰি পুনু বৰ মাগি লয় ॥
বোলে কৃষ্ণ তোমাক যে বলে নহো সম ।
একেক কাতৰ মই কৰো কৰি মর্ম্ম ॥ ৭৮৯
তথাপিতো তবু পাৰে মাগো এক বৰ ।
পূৰিয়োক তুমি মোৰ বাঞ্ছিত মনৰ ॥
পৃথিবীত পৰা তুমি তেজি মই যাওঁ ।
গলা চিপি মাৰিবাৰ থাবক সুজাওঁ ॥ ৭৯০
হেন দেখি কৃষ্ণে তাক দিলন্ত উত্তৰ ।
নকৰিবি শঙ্কা কিছো দিবো তোক বৰ ॥
আৰি গৈয়া কুমুমৰ ঘৰে উপজিবো ।
শঙ্খ স্বৰূপে ঋষি বাক্য সাফলিবো ॥ ৭৯১

মোক পায়া তাত তোৰ হৈলা গৰু বুদ্ধি।
এতো ব্ৰহ্মশাপৰ নহৈলা কিছু শুদ্ধি॥
গৰু পশু হৈলে সিটো কিছো নজানয়।
বিষ্ঠা খাই বিষ্ঠা মূত্ৰে পৰিয়া থাকয়॥১৯২
এতেক বুলিলো তোক শুন নিষ্ঠ কৰি।
মোক হৈতে সেহি তই গৰু ৰূপ ধৰি॥
হেন শুনি অসুৰে স্বৰ্গক চলি গৈল।
ঋষিৰ শাপৰ তভো মুকুত নহৈল॥ ১৯৩
তাতে শঙ্কৰক ডেৱাইলেক গৰু হুই।
চন্দ্ৰপুৰাণৰ কথা মিছা ইটো নুই॥
প্ৰাৰব্ধৰ কৰ্ম্মে দেখো কৰে কেন গতি।
দুই জন্মে চক্ৰবাক ভৈল সম্প্ৰতি॥১৯৪
দৈৱকী নন্দন যিটো জগতৰ বাপ।
নকৰিলা উচ্ছাদ জানিয়া ঋষিশাপ॥
ছায়া যেন পুৰুষৰ ফুৰয় লগত।
প্ৰৰব্ধৰ কৰ্ম্মে জানা নেৰে সেহিমত॥১৯৫
ইসব কথাক আৰে এহিমানে থওঁ।
শুনিয়োক প্ৰপক্ষি চোৰৰ কথা কওঁ॥
আছিলন্ত স্বৰ্গত তিনিয়ো বিদ্যাধৰ।
চোৰ হৈল আসি ঐন্দ্ৰ শাপে অৰ্জ্জুনৰ॥১৯৬
ইন্দ্ৰৰ খাণ্ডৱ বন দহিলা বৈসানি।
একগোটা সৰ্প হৈতে আছিল তৈলানি॥

খণ্ডপুচ্ছ নামে সর্প গর্ভত ধৰিল।
অৰ্জ্জুনৰ ভয়ে পলায় আকাশে উঠিল ॥৭৯৭
হেন দেখি সব্যসাচী মহাক্রোধ কৰি।
মাৰিলন্ত শৰপাট গাণ্ডীৱক ধৰি ॥
নজানয় অৰ্জ্জুন সৰ্পৰ গৰ্ভ ভেদ।
শৰে হানি সর্পগোট কৰিলন্ত ছেদ ॥৭৯৮
শিৰ কটা সর্পগোট পৰিলা ভূমিত।
সেহি ছেগে খণ্ডপুচ্ছ উঠিল স্বৰ্গত ॥
অৰ্জ্জুনৰ ভয়ত কাম্পয় মহাত্ৰাসে।
শৰণ লৈলন্ত গৈয়া গন্ধৰ্ব্বৰ পাশে ॥৭৯৯
দেখি বিদ্যাধৰ তাত সুধিলন্ত কথা।
কহিলন্ত নাগগোটে সকলো ব্যবস্থা ॥
স্বৰ্গসুখ ভুঞ্জি থৈতে কতোদিন আছে।
খণ্ডপুচ্ছ সর্পৰ জন্মিলা পুত্ৰ পাছে ॥৮০০
হাক্ৰ নাম হুই সিটো বিদ্যাধৰ ঠাৱে।
বাপে পুত্ৰে থাকে সদা সেৱকৰ ভাৱে ॥
সিসব কথাক কৃষ্ণে অৰ্জ্জুনক কৈলা।
শুনি সব্যসাচীৰ যে ক্ৰোধ জ্বলি গৈলা ॥ ৮০১
অৰ্জ্জুনে বোলন্ত হেন কৰিলা গন্ধৰ্ব্বে।
ক্ৰয়খিলা পাপী আতি মোক বিদ্যাগৰ্ব্বে।
এহি বুলি জপাই তিনিকো শাপ দিলা।
গন্ধৰ্ব্বৰ তেজিক্ষণে বিপত্তি মিলিলা ॥৮০২

তেতিক্ষণে তাসম্বাৰ শ্রীহানি ভৈল।
বৈষ্ণৱৰ দ্রোহ কৰি ৰসাতলে গৈল॥
তিনি বিদ্যাধৰ আসি পৃথিবীত পৰি।
বুলিলন্ত অর্জ্জুনক হাতযোৰ কৰি॥৮০৩
তযু শাপ অন্ত দিয়া বাপ ধনঞ্জয়।
চৰণত মাথা দিয়া কাতৰ কৰয়॥
হেন শুনি অর্জ্জুনৰ সম্পজিলা দায়া।
দিলন্ত সিদ্ধান্ত পাচে তাৰ মুখ চায়া॥৮০৪
জগতৰ আদিদেৱ দৈৱকীনন্দন।
দশদিগপালে চিন্তে যাহাৰ চৰণ॥
কুসুমৰ ঘৰে যাই অৱতাৰ হৈব।
কলিৰ লোকক প্রভু নিস্তাৰ কৰিব॥৮০৫
বৰদোৱা গ্রাম সিটো ক্ষেত্র অনুপাম।
তিনিয়ো জন্মিবি সদা ধৰি চোৰ নাম॥
তস্কৰ বৃত্তিক সবে কৰিয়া ফুৰিবি।
শঙ্কৰো জন্ম হৈব তহিতে শুনিবি॥৮০৬
হেন পূর্ব্বকথা তোৰ পৰিবে মনত।
কুসুমৰ ঘৰে পাচে হুইবি উপগত॥
সিদ্ধিগোট দিয়া যাই সোমাইবি ভিতৰ।
শিতৰণে শুতি তথা থাকিব শঙ্কৰ॥৮০৭
দণ্ডৱত হয়া হুয়ো পৰিবি চৰণে।
শঙ্কৰে যোগাইব পাচে শিতৃক সপোনে॥

কুসুমে উঠিয়া তোক দেখিব সাক্ষাতে।
হেনয় কাৰ্য্যক পাচে কহিব সবাতে॥ ৮০৮
শঙ্কৰক দৰশনে নিজপদ পাবি।
অৱতাৰ মুহি যেবে উপাসি থাকিবি॥
এহি বুলি অৰ্জ্জুন তথাতে যেবে বৈল।
অধোমুখে বিদ্যাধৰে নীচ যোনি গৈল॥ ৮০৯
বৈষ্ণৱৰ দ্রোহ চিন্তি ভৈল অধোপাত।
বিদ্যমানে গন্ধৰ্ব্বত দেখিয়ো সাক্ষাত॥
বৈষ্ণৱৰ বিৰোধে সবংশে যাই তল।
উপজি উপজি সিটো ভুঞ্জে পাপফল॥ ৮১০
হেন জানি মহন্তৰ নাচৰিবা দ্রোহ।
চিন্তিয়ো সন্তৰ হিত এৰি লোভ মোহ॥
ইটো যত কথা আবে এহিমনে খণ্ড।
শুনা শঙ্কৰৰ লীলা আতপৰে কণ্ঠ॥৮১১
আই মৰিবাৰ একাদশ দিন ভৈলা।
মনে জানি কুসুমে গৃহক শুদ্ধি কৈলা॥
ষড়্‌বিংশ দিন যেবে মিলিলেক আসি।
শঙ্কৰৰ গুণগণ কহিত প্রকাশি॥৮১২
সেহিদিনা শুদ্ধি হুই গাৱ মণ্ড ধুই।
ধান উসাৰয় মাধে বঢ়ায়য় জুই॥
ধৰিলেক টোপনি আসিয়া কতোবেলি।
হালি হালি পৰয় আছয় চুলি মেলি॥৮১৩

খেৰসুত্তী গৈয়া পাচে একলাজি হুই।
ঢম্ ঢম্ কৰি ঘৰে লাগিলেক জুই।
চকমক্ কৰি তেবে মাধয়ো বসিলা।
দেখে চৌৰাগৃহে ৰাই অগনি লাগিলা ॥৮১৪
ঘৰ পুৰে বুলি মাধৈ পাৰয় আটাস।
কি কাম কৰিলো আৰে ভৈলো সৰ্ব্বনাশ ॥
বুঢ়ীআই কুসুমৰো ধাতু গৈলা উৰি।
গিৰ্ গিৰ্ কৰি দেখে ঘৰ আসে পুৰি ॥৮১৫
কুসুমদেৱৰ গাৱ কম্পে অৱতৰি।
গেৰি দিয়া মাত্তে আতি আৰ্ত্তনাদ কৰি ॥
বুঢ়াধা কুসুমে গৈয়া সোমাই বৰ বেগে।
শঙ্কৰক বাহিৰ কৰিলা সেহি ছেগে ॥৮১৬
যিটো দ্বাৰে শঙ্কৰক উলিয়াই নিল।
তাৰে পৰা অৰ্দ্ধমান ঘৰ মুপুৰিল ॥
দেখিলেক সৰ্ব্বলোকে কিনো বিপৰ্য্যয়।
নাকত আঙ্গুলি দিয়া বিস্ময়ে গুণয় ॥৮১৭
হেন বিপৰ্য্যায় কথা নতো দেখি শুনি।
কতো হাসে কতো মাত্তে মনে গুণি ॥
ছাল খেৰ কামি মাত্ৰ অগনি দহিল।
ভিতৰৰ বস্তু যত সমস্তে থাকিল ॥৮১৮
বিপৰীত দেখি সবে লোক নিৰন্তৰে।
হেন কথা ঘোষিয়া গৈলন্ত ঘৰে ঘৰে ॥৮

থাকিল কুসুমদেৱ আপুন ভৱনে।
শঙ্কৰৰ মুখক চুম্বন্ত ঘনে ঘনে॥৮১৯
অনন্তৰে শ্ৰাদ্ধ তেবে কৰিলা ভাৰ্য্যাৰ।
এহিমানে কৰ্ম্ম শুনা গৈল সিদিনাৰ॥
ইসব সমস্যা যত কৈলা শঙ্কৰৰ।
বাদিয়াৰ মন্দকৰ্ম্মী শক্তি ঈশ্বৰৰ॥৮২০
ষোড়শ বিংশতি দিন গৈল এহি কথা।
কৰিলা শঙ্কৰদেৱে যেন যেন তথা॥

## ছবলড়ী

শুনা আতপৰে ক্ৰীড়িলা শঙ্কৰে
মনুষ্য চেষ্টা দেখায়।
যেহেন সজ্জনে শিশু সৰ্ব্বক্ষণে
শয্যাত থাকে সদায়॥৮২১
দেখি কুসুমৱে হৰিষ বিস্তৰ
শঙ্কৰৰ দেখি কৰ্ম্ম।
ছুইখান ভৰি দিলা যেন কৰি
কহো তেবে শুনা মৰ্ম্ম॥
শ্ৰীমন্ত শঙ্কৰ গৌৰ কলেৱৰ
পূৰ্ণচন্দ্ৰ সমসৰ।
শৰীৰৰ কান্তি দেখি নৱ কান্তি
প্ৰভাৱ যেন সুন্দৰ॥৮২২

তেন বিপৰীত ৰূপ অদভুত
দেখন্তে মহা বিস্ময়।
মুখপদ্ম পান্তি চন্দ্ৰমাৰ কান্তি
জ্বলে আতি ৰত্নময়॥
নয়ন দুতয় পদ্মপুষ্প নয়
কৰ্ণ দুই ৰুচিকৰ।
ছত্ৰাকাৰ মাথা শোভা কেশ যত
ৰাতুল দুই অধৰ॥৮২৩
নাসিকা সুন্দৰ সিংহৰন্ধ কন্ধ
সুবলিত বাহু দুই।
দশাঙ্গুলিচয় যেন প্ৰকাশয়
চান্দ কেলি সম সুই॥
বাহু বক্ষস্থল দেখন্তে উজ্জ্বল
গম্ভীৰ নাভি কমল।
জ্বলে কটিতটে কৰে ফট্‌ফট্‌
উৰু দুই ৰামকল॥৮২৪
দুই জানু জঙ্ঘা পদতল ৰঙ্গা
আঙ্গুলি পঙ্কজ পাসি।
মহা মনোহৰ ৰূপ শঙ্কৰৰ
মুখে মন্দ মন্দ হাসি॥
দেখি বুঢ়ীআই শঙ্কৰক চাই
আনন্দে মগন মনে।

সূৰ্য্যৰ বৰণ পুৰুষ প্ৰসন্ন
কোলে লৱে সৰ্ব্বক্ষণে ॥৮২৫
দেখি কুসুমৰ হৃবিষ বিস্তৰ
আনন্দৰ সীমা নাই।
শঙ্কৰত মন দিয়া সৰ্ব্বক্ষণ
থাকে পুত্ৰমুখ চাই ॥
স্নেহত আকুল যেন পদ্মফুল
পদ্মৰ মাজে ফুলিল।
আনন্দিত আতি শঙ্কৰত ৰতি
সবাৰো চিত্ত মজিল ॥৮২৬
এক দিনা আৰো ৰাম ৰাম গুৰু
শুনিয়োক যেন কৈলা।
উমলি ফুৰন্তে শঙ্কৰ সহিতে
মাত কথা হুয়ো ভৈলা ॥
ৰাম মহাভাগে শঙ্কৰৰ আগ
ভৈলা গৈয়া উপসন্ন।
দেখিয়া শঙ্কৰে ৰঙ্গ আতি কৰে
আনন্দে মন মগন ॥৮২৭
শঙ্কৰৰ কাছে বসিলন্ত পাচে
ৰাম ৰাম মহামতি।
শুনা গুৰুপুত্ৰ শঙ্কৰে বোলন্ত
মোৰ কথা কৰা ৰতি।

পূৰ্ব্বাপৰ কথা কহিলন্ত তথা
শঙ্কৰে মনত ৰঙ্গে।
কৈলা যত যত কথাক সমস্ত
বসি দুয়ো একসঙ্গে ॥৮২৮
বোলন্ত শঙ্কৰে শুনা নিৰন্তৰে
আমি সনাতন হৰি।
তুমি গুৰু ব্ৰহ্মা জগতকে স্ৰজা
আছা আসি অৱতৰি ॥
হেন বাণী শুনি কিছোক মুবুলি
বসি আছা ৰামৰাম।
নমস্কাৰ কৰি বচনে সাদৰি
কৰিলন্ত পৰণাম ॥৮২৯
পূৰ্ব্বাপৰ যত কথা কহিলন্ত
গুৰুৰ পুত্ৰৰ আগে।
দেখি বুঢ়ীআই আৰ দুয়া চাই
হাসে মহা অনুৰাগে ॥
কিবা কথা কন্ত বুজিয়ো নপান্ত
কাণ পাতি মহাৰঙ্গে।
বেৰৰ জালায় নিৰিখি আছয়
আছে দেখি এক সঙ্গে ॥৮৩০
কিবা কৰা বুলি শঙ্কৰক তুলি
লৈয়া হাসে খলখলি।

কিবা তুমি মায়া আমাক দেখায়া
এহি বুলি গৈলা চলি ॥
কুসুমৰ আগে কথা-মহাভাগে
কহিলন্ত বুঢ়ীআই।
কুসুমে কোলাৰ লৈয়া বসিলন্ত
শঙ্কৰক চাই চাই ॥৮৩১
শঙ্কৰে ভাৱন্ত মোক জানিলন্ত
সবেও ঈশ্বৰ বুলি।
মনত শঙ্কিয়া কৈলা এক মায়া
মোহিলা পাচে সমূলি ॥
পিতা পুত্ৰ যত সবেও তথাত
থাকিলা আনন্দ কৰি।
আপুনাৰ ঘৰে গৈলা ৰামৰাম
শঙ্কৰক সেৱা কৰি ॥৮৩২
আত অনন্তৰে শুনা সব নৰে
নাম গুণ শঙ্কৰৰ।
সাগৰ গম্ভীৰ মহাবুদ্ধি ধীৰ
যিটো দেৱ মহেশ্বৰ ॥
সূৰ্য্যবৰে যেবে একদিনা তেবে
কোলে কৰি নচুৱান্ত।
সেহিবেলা স্বামী তুলিলন্ত হাসি
নমায়া পাচে থৈলন্ত ॥৮৩৩

পাল্প গৈলা স্বামি দেৱ অন্তৰ্য্যামী
মুখগোট মেলি আতি।
সকলে জগত দেখিয়া গৰ্ভত
পৰিলন্ত হুয়া কাতি॥
কুসুমে দেখিয়া লৰৰি আসিয়া
ধৰিলা পিতৃক তুলি।
পুত্ৰক এথাতে পেহ্লায়া মাটিত
পৰিলা তুমি কি বুলি॥৮৩৪
শুনি সূৰ্য্যবৰে আত অনন্তৰে
বসিলা চেতন লভি।
বিস্ময় দেখিয়া মনত গুণিয়া
কৈলা পাচে কথা ভস্তি॥
যতেক দেখিলা সমস্তে কহিলা
শঙ্কৰক লৈয়া কোলে।
অদভুত কথা দেখি ধৰ্ম্মাধৰ্ম্ম
সূৰ্য্যবৰে হেন বোলে॥৮৩৫
দেখিলোহো যত কহিবোহো কত
পৰম আশ্চৰ্য্য কথা।
এহিমতে যেবে কৈলা কথা ভেবে
সমস্তৰ আগে তথা॥
ইটো লীলা যত সবে শুনিলন্ত
শুনা আৰো আত পৰে।

আৰো একদিন ভৈলা শুনা যেন
কুসুম দেৱৰ ঘৰে ॥৮৩৬
বালকৰ নয় দেখাই কৃপাময়
আছন্ত তথাত যেবে।
শঙ্কৰে শুৱাই থৈয়া বুঢ়ী আই
আনন্দে তহিতে তেবে ॥
উপৰে ঘৰৰ এক ভয়ঙ্কৰ
পৰিল বৃক্ষ উভৰি।
বুঢ়ী চান্দেৰীক দেৱ শঙ্কৰক
আছন্ত হেঢ়াই ধৰি ॥৮৩৭
দেখি খেৰসুতী ধাতু গৈল উৰি
আৰ্ত্তৰাৱে দিলা গেৰি।
পুত্ৰ হকৱাইলো কি কাম কৰিলো
বৃক্ষে ধৰিলেক হেটি ॥
দেখিয়া কুসুম কান্দে হুম হুম
মাতয় বৰ আটাসে।
হেন শুনি তেবে আসিলন্ত বেগে
কান্দে লোকে দেখি ত্ৰাসে ॥৮৩৮
নিচাইলন্ত ঘৰ দেখি শঙ্কৰক
ভৰিৰ আগত পাচে।
জয়ৰুৰ ঘৰ পাৱে শঙ্কৰক
নিলগায়া ধৰি আছে ॥

কাটি বৃক্ষগোট কৰিয়া আচোট
ধৰিয়া লোকে কুঠাৰ।
দোজা দিলা ঘৰ পশিয়া ভিতৰ
কৰে সবে হাহাকাৰ ॥৮৩৯
আথ বেথ কৰি শঙ্কৰক ধৰি
কুসুমে লৈলা কোলাত।
মনত বিকলে কান্দয় সকলে
বোলে লোক পাঞ্চ সাত॥
আছে সবে বেঢ়ি কেহো নাযায় এৰি
কান্দে মুচি চক্ষু মুই।
বিষাদ মনত গালে মুখে হাত
গাৰে যেন লাগে জুই ॥৮৪০
শঙ্কৰক চাই কৰে তাই ফাই
মুখে কাৰো পানী নাই।
গোসানী উঠিয়া আগে থিয় হুয়া
নেত্ৰ ভৰি আছে চাই ॥
সূৰ্য্যাবৰে বোলে শুনিয়ো সকলে
দুখ চিন্তা পৰিহৰা।
দিয়ো ঘণ্টা আনি সবে হেন জানি
মোৰ বাক্য শীঘ্ৰে কৰা ॥৮৪১
কুসুমে শুনিয়া নিশ্বাস তেজিয়া
ঘৰে ঘণ্টা আনি দিলা।

মোৰ বাপ বুলি শঙ্কৰক তুলি
বুকুত তুলি ধৰিলা ॥
লোকসবে ধৰি মহাযত্ন কৰি
লগাইল ঘৰত খুণ্টা ।
কৰে জয় জয় লোকৰ উৎসয়
বোলন্ত গুচিল ঝুণ্টা ॥৮৪২
পুৰুষৰ কলী নাৰীৰ উৰুলী
দিলা আনন্দিত কৰি ।
যতেক বিপাক কৰে শঙ্কৰক
খণ্ডি যাউক আজি ধৰি ॥
যত বন্ধু জ্ঞাতি কুসুমক মাতি
আশ্চৰ্য্য লভিয়া গৈলা ।
পিতা পুত্ৰে বসি পাচে বিমৰিষি
কুসুমে তথাতে ৰৈলা ॥৮৪৩
শঙ্কৰৰ মুখ দেখি ভৈল সুখ
কুসুমে বোলন্ত পিতা ।
দুখ পাসৰিলো আপদ তৰিলো
দূৰ গৈল মোৰ চিন্তা ॥
মায়ক বুলিলা চৰণে ধৰিলা
তৰিলো তৰিলো আই ।
ঘৰ ভাঙ্গি গাত পৰিল নিৰ্ঘাত
দেখি কান্দে মোৰ কায় ॥৮৪৪

ধৰফৰ কৰি দেৱক সুমৰি
লৰবা লৰবি কৰি।
পাৱে চুৰ্ত্তি নাই শঙ্কৰ চেঙ্কাই
দেৱীক সবে সুমৰে॥
আনো বহুতৰ কৈয়া কুসুমৰ
আনন্দে থাকিলা তথা।
মাতৃৰ আগত পৰম হৰিষে
কহিলা বিস্তৰ কথা॥৮৪৫
আশ্চৰ্য্য অদ্ভুত দেখিলন্ত যত
তেতিক্ষণে পাসৰিলা।
পুত্ৰ পুত্ৰ বুলি শঙ্কৰক তুলি
বুকে বান্ধি চুমা দিলা॥
বুঢ়াখাকে চাই বুলিলা ছুনাই
বচনে কৰি আশ্বাস।
যায়োক ঘৰক আছা বসি কিক
তোমাতেসে মোৰ আশ॥৮৪৬
বুঢ়াখায়ে শুনি মাতিলন্ত গুণি
বোলে বড়গিৰি শুনা।
তবু ভাৰ্য্যা মৰি বিড়িয়াছে পৰি
কিসক কথাক গুণা॥
শুনি আসি পাইলে কৰিয়ো সকলে
কেনে তুমি বসি আছা।

ভূঞা বিপ্রগণ মাতে তেতিক্ষণ
জনাইবাক লোক পাঞ্চা ॥৮৪৭
সজায়োক ঘৰ কৰি বহুতৰ
ভাৰ্য্যাৰ কাৰ্য্যক লাগি।
আসিবে বিস্তৰ বিপ্ৰ নিৰন্তৰ
পৰিবে জগত ভাগি ॥
এহি বুলি ভূঞা বুঢ়াথা উঠিয়া
আপুনাৰ ঘৰে গৈলা।
পিতা পুত্ৰ সঙ্গে কুসুমেও ৰঙ্গে
বসিয়া তথাতে ৰৈলা ॥৮৪৮
শুনা সৰ্ব্বজন কথা বিতোপন
শঙ্কৰ চৰিত্ৰ সাৰ।
ইহাৰ শ্ৰৱণ কীৰ্ত্তনে কৰিবে
সংসাৰসাগৰ পাৰ ॥
দেৱৰো দেৱতা যিটো পিতা মাতা
ব্ৰহ্মা হৰে কৰে সেৱ।
অনাদি ঈশ্বৰ তেহেন্তে শঙ্কৰ
যাত পৰে নাহি কেৱ ॥ ৮৪৯
তাত বিনে কোনে তৰিবে কলিত
অপাৰ সংসাৰ সিন্ধু।
হেনয় শঙ্কৰ দেৱ মহেশ্বৰ
ভকতৰ নিজবন্ধু ॥

শঙ্কৰেসে মতি শঙ্কৰেসে গতি
জানিয়া ইটো কলিত।
কৰা তাস্তে ৰতি কৰি এক মতি
সাৱধান কৰা চিত ॥৮৫০

তান পদে মন ৰৌক সৰ্ব্বক্ষণ
মজোক সহজে মোৰ।
তাহান চৰণে পশিলো শৰণে
তৰিবে আপদ ঘোৰ॥

শঙ্কৰেসে পিতা শঙ্কৰেসে মাতা
শঙ্কৰেসে গুৰু বন্ধু।
তাস্ত বিনে কোনে তৰিবে কলিত
সংসাৰ সাগৰ সিন্ধু ॥৮৫১

শঙ্কৰেসে পিতা শঙ্কৰেসে মাতা
শঙ্কৰেসে গুৰু ইষ্ট।
তাস্ত বিনে মোৰ নাই নাই নাই
নাই দেৱ নিষ্টে নিষ্ট॥

সুহৃদ সোদৰ শঙ্কৰেসে মোৰ
নাই তাস্ত বিনে আন।
তাহান চৰণে পশিলো শৰণে
তেন্তে মোৰ মন প্ৰাণ॥৮৫২

অথিৰ জীৱন কৈত পৰে প্ৰাণ
লোক মোহে তৈল আজল।

চিন্তিলোহো মাৰ মই আপোনাৰ
কাম ক্ৰোধে ভৈলো বাউল ॥
বিষয়ত মন মোৰ সৰ্ব্বক্ষণ
ধনকেসে কৰো ধ্যান।
পৰম লম্পট নাৰী ঘৃত ঘট
হৰিল চেতন জ্ঞান ॥৮৫৩
কিনো মই চাৰ পাপী আপোনাৰ
কৰিলোহো আত্মঘাত।
ৰাত্ৰি দিন নাই বিষ্ঠাক চোবাই
মৰোহো মই সাক্ষাত ॥
ফুৰো ব্যগ্ৰ হুয়া গ্ৰামক লুটিয়া
শূকৰ কুকুৰ যেন।
তেন মগ্ন মন হৰিলা চেতন
দেখা মই পাপী কেন ॥৮৫৪
ধৰে চিন্তা জ্বৰে পাই যেন পৰে
বচনৰো নাই থিতি।
পশুগোট যেন পৰি থাকো হেন
নচলয় এক ভিতি ॥
দিনে দিনে নাথ ভল গৈলো এথা
বিষয় উদকে পৰি।
কৃপা কৰা বাপ মই মহাপাপ
দোষ মোৰ ক্ষমা কৰি ॥৮৫৫

ভৈলোহো আতুৰ মই কামাতুৰ
যে নাক বিন্ধা গৰু।
তাৰিয়ো ইবাৰ কৃপাৰ সাগৰ
ভকতৰ কল্পতৰু॥
ধন্য কলি যুগ ভাৰত বৰিষ
মনুষ্য শৰীৰ পাইলো।
তোমাৰ ভকতি নভৈল সম্প্ৰতি
তাতে অধোগামী ভৈলো॥৮৫৬
দৈৱকী নন্দন দিয়োক শৰণ
চৰণে কাকুতি কৰো।
কৰা মোক দায়া ছিঙ্গা মোহ মায়া
তেবেসে পাপী নিস্তৰো॥
কুল ক্ৰিয়া তাকো নবাচোহো একো
হুয়া মহা কামাতুৰ।
সাঞ্চি ঘোৰ পাপ হে কৃষ্ণ বাপ
মাৰি যাইবো যমপুৰ॥৮৫৭
ভৈলোহো বাতুল গৈল জাতি কুল
নচাওঁ মই পাচ আগ।
নাহি মোৰ গতি কহিলো সম্প্ৰতি
কিঞ্চিতেকো নাই ভাগ॥
কৰিয়ো উদ্ধাৰ আমাক ইবাৰ
তোমাৰ চৰণে ধৰো।

বাঞ্ছা কৰা সিদ্ধি দীন দায়ানিধি
হেনবা পাতকী তৰো ॥৮৫৮
হে কৃষ্ণদেৱ তুমি বিনে কেৱ
নাহিকে মোৰ বান্ধৱ ।
চৰণে শৰণ লৈলো নাৰায়ণ
তাৰিয়ো মোক মাধৱ ॥
হে কৃপাময় হুয়োক সদয়
চৰণে শৰণ দিয়ো ।
প্ৰাণ গদাধৰ নকৰা অন্তৰ
দাস বুলি মোক নিয়ো ॥৮৫৯
গুৰুদেৱ পাই তত্তো জ্ঞান নাই
ভৈলোহো মই বিবুদ্ধি ॥
তুমি গুৰু বাপ মই মহাপাপ
কৰিয়োক মোক শুদ্ধি ॥
তোমাৰ নামত নাই মোৰ ৰতি
সাক্ষি আছো পাপ কত ।
তাতে জানো মোৰ হে দামোদৰ
নাসয় নাম মুখত ॥৮৬০
শুদ্ধ ভকতৰ সঙ্গত মোহোৰ
কিঞ্চিতো নাহিকে ৰতি ।
গৈলো ৰসাতল পাইলো আৰ ফল
ৰক্ষা কৰা যদুপতি ॥

তোমাৰ অৰুণ চৰণ পঙ্কজে
নিয়জোক মোৰ মন।
মুখে তযু নাম কীৰ্ত্তন শ্ৰৱণ
হৌক মোৰ সৰ্ব্বক্ষণ ॥৮৬১
জনমে জনমে ভকতৰ সঙ্গে
দিয়ো মোক হেন জানি।
নছাৰিবা মোক শৰণাগতক
প্ৰাণপ্ৰভু পদ্মপাণি ॥
তুমি পৰমাত্মা সুহৃদ সোদৰ
তোমাতেসে মোৰ আশ।
পশিলো শৰণে তোমাৰ চৰণে
লৈয়ো মোক কৰি দাস ॥৮৬২
হে প্ৰাণহৰি মই আজি ধৰি
পশিলো হেৰা শৰণে।
কৃপাৰ সাগৰ দৈৱকী নন্দন
নেৰিবা মোক মৰণে ॥
যেন সুখে দুখে ইটো মোৰ মুখে
নেৰোক তোমাৰ নাম।
নবাঞ্ছোহো আন দিয়া এহি দান
পূৰিয়ো মনৰ কাম।৮৬৩
কত পুণ্যফলে পাইলো অবিকলে
তুমি হেন গুৰু বাপ।

কৃপাৰ ঠাকুৰ মই অধমৰ
হৰিয়ো সংসাৰ তাপ॥
হৃদয় পদ্মত হুয়োক বেকত
যেন মই দেখা পাওঁ।
এৰি আন কাম বোলা ৰাম ৰাম
ভেবেসে পাপ এৰাওঁ॥৮৬৪

পদ

আত অনন্তৰে শুনা কথা সভাসদ।
পৰম অমৃতময় শঙ্কৰৰ পদ॥
কুসুমেও মাসশুদ্ধি কৈলা যেন কৰি।
হেন কথা কহো সবে শুনা কর্ণভৰি॥৮৬৫
যতন কৰিলা প্রেতকার্য্য কৰিবাক।
সমাজিক লোকসব শুনিয়োক তাক॥
পৰম প্রসিদ্ধ ভূঞা জানয় জগতে।
কৰিলা ভার্য্যাৰ শ্রাদ্ধ শুনা যেনমতে॥৮৬৬
চাৰি দিন আছন্তে লোকক জান দিলা।
শুনিয়া সমস্ত লোকে আনন্দ আসিলা॥
লৌহিত্যৰ ওচৰত সজাইলেক ঘৰ।
তাক দেখি কুসুমৰ হৰিষ বিস্তৰ॥৮৬৭

নৰোত্তম কৰ্ণপুৰ চতুৰ্ভুজক মাতি।
আনিলন্ত মাতি আৰো যত বন্ধু জ্ঞাতি॥
লৌহিত্যৰ তীৰক সবেও গৈল লৰি।
পাইলা যজ্ঞ-ভূমি সবে দলদপ কৰি॥৮৬৮
বসিলা আসনে নৰোত্তম বিপ্ৰবৰে।
কুসুমে কৰিলা স্নান তাত অনন্তৰে॥
বিপ্ৰ ভূঞা বন্ধু-জ্ঞাতি বসিলা আবৰি।
কুসুমে আছন্ত বসি কুশাঙ্গুষ্ঠি ধৰি॥৮৬৯
নৰোত্তম গুৰু দেৱী পূজা কৰিলন্ত।
অসংখ্যাত লোক তথা বেঢ়িয়া আছন্ত॥
তাত পাচে শ্ৰাদ্ধ গুৰু কৰাইবাক লৈলা।
কুসুমেও কাৰ্য্যত সমুখ আসি ভৈলা॥৮৭০
হেন দেখি নৰোত্তম মন্ত্ৰক পঢ়িলা।
কুসুমেও পিণ্ডগোট জলত লগাইল॥
বিধি ব্যৱহাৰে পিণ্ড জলে এৰিলন্ত।
ভৈল কৃতকৃত্য পাচে কুসুম মহন্ত॥৮৭১
বিধিমতে তিলোদকে কৰি জলাঞ্জলি।
ভৈল আনন্দিত প্ৰেতকৰ্ম্মক সম্ভলি॥
তিনিও গুৰুক পাচে কৰি সতকাৰ।
চৰণত ধৰি ভূঞা কৰি নমস্কাৰ॥৮৭২
তিনি খান কাহি আৰো তিনিগোটা বাৰি।
দিলা তিনি হাজি গৰু পালৰ বিচাৰি॥

হৃষ্ট পুষ্ট করি আতি করাইলা ভোজন।
বস্ত্র অলঙ্কারক দিলন্ত পূরি মন ॥৮৭৩
বিদায় করিলা গুরু গৈল নিজ ঘর।
শুনিয়োক কথা আরে আন্ত অনন্তর ॥
দান লৈবে আসি আছা বিপ্র নিরন্তরে।
কহো হেন কথা আরে শুনা সিসবরে ॥ ৮৭৪
কুসুম বদতি আরে বুঢ়াধা শুনিয়ো।
সোধো এক কথা মোক উপদেশ দিয়ো ॥
দিনেকরে পন্থ হন্তে আসিছে ব্রাহ্মণ।
তাক কেনমতে মই করাইবো ভোজন ॥ ৮৭৫
ব্রাহ্মণক দেখি মোর মনে লাগে শঙ্কা।
জোরে কি নোজোরে ইটো অন্নবর টঙ্কা ॥
বুঢ়াধায়ে বোলে মোর কথাক শুনিবা।
হইবোহো সহায় আমি চিন্তা নকরিবা ॥ ৮৭৬
তীর জুরি লোকসব রহি আছা থবে।
তাহাক দেখিয়া লোক উদবিগ্ন করে ॥
ভাণ্ডার করিয়া আছা বহু ধন বিত্ত।
নকরিবা ভূঞা চিন্তা থির করা চিত্ত ॥ ৮৭৭
পারে পারে ভূঞায়ে বিপ্রক লৈবো বাটি।
আজ ধরন্তেয়ো হেন নলগায় খাটি ॥
শারী করি দ্বিজক জোরাইলা পাচে পাগ।
আউল ধরি ভূঞারে ফুরন্ত আগে আগ ॥ ৮৭৮

দধি দুগ্ধ ঘৃত মধু দিলা গারে গারে।
ভুঞ্জিবে ধরিলা বিপ্রগণে নানা ভাৱে॥
খাইলা ষড়ৰস বস্তু কৰি গণ্ডগোল।
মাণ্ডিবে নপাৰে পেট যেন ভৈল ঢোল॥৮৭৯
জাম্ভি জাম্ভি ভুঞ্জয় থকুৱা দ্বিজগণে।
পেট ভৰিলিয়ো তভো নেৰয় ভোজনে॥
খায়ন্তে খায়ন্তে কতো পাইলা টেটুমান।
উঠয় পাতৰ পৰা নেদে সন্নিধান॥ ৮৮০
গড় গড় কৰি কতো উগাৰ তোলয়।
ভোজন কৰিয়া বসি কতো কথা কয়॥
কটিৰ ভুনিক ভুলি নিপিন্ধয় আটি।
ঠিস ঠিস কৰে যেন পেট যায় ফাটি॥ ॥৮৮১
নপাৰয় উশাস মুখত নাসে মাত।
কতো কতো উঠয় মাটিত দিয়া হাত॥
লৌহিত্যতো লাগে ব্রহ্ম-ভোজন হিন্দোল।
কাৰো মাত শুগুনি কৰয় উৰ্ম্মি ৰোল॥ ৮৮২
এহিমতে ভোজন কৰয় বিপ্রবর্গ।
ব্রাহ্মণৰ বোলে যেন পূৰিলেক স্বৰ্গ॥
দধি দুগ্ধ ঘৃত মধু ভুঞ্জি পঞ্চামৃত।
হৃষ্ট পুষ্ট ভোজনে ভৈলেক কৃতকৃত্য॥৮৮৩
বিপ্রগণে বোলে ভুঞ্জা কিনো ৰৱ দানী।
দানক আচোক দেখা ভোজনতে জানি॥

ভুঞ্জি খাই দ্বিজগণে বসি বোলে পাছে।
কুসুমৰ সম ভূঞা আন কোনো আছে ॥ ৮৮৪
হাস্য লাস্য কৰি বিপ্ৰসবে বোলে বাণী।
শুনি আছো ভূঞাৰ জন্মিছে পুত্ৰ খানি ॥
এহি বুলি শঙ্কৰক আশীৰ্ব্বাদ কৰি।
জয়ধ্বনি কৈলা সবে দেৱীক সুমৰি ॥ ৮৮৫
কুসুমে বোলন্ত মোৰ এহি বৰ হৌক।
পুত্ৰৰ কল্যাণ আশীৰ্ব্বাদ কৰা মোক ॥
হেন শুনি পুনৰপি কৈলা আশীৰ্ব্বাদ।
কৰিলন্ত বিপ্ৰে পাছে জয় জয় নাদ ॥ ৮৮৬
এহি বুলি দ্বিজগণে মৌন হুয়া ৰৈলা।
ব্ৰাহ্মণৰ ঘকাল শব্দ বৰ ভৈলা ॥
প্ৰহৰেক বাট হন্তে শুনি বোল মাত।
চাই চাই লোকে গালে মুখে দেই হাত ॥ ৮৮৭
লৌহিত্যৰ তীৰে তৈন্তে কতো দূৰ জুৰি।
মেৰুৰ উপৰে যেন দেখি ব্ৰহ্মপুৰী ॥
শাৰী শাৰী বসি আছা ব্ৰাহ্মণসকলে ॥
একো একো বিপ্ৰৰ মুখত অগ্নি জলে ॥ ৮৮৮
পৰম তেজস্বী বিপ্ৰসব হৰি মূৰ্ত্তি।
সৰ্ব্বদায়ে মুখে তাৰ বেদশাস্ত্ৰ স্মৃতি ॥
হেনয় ব্ৰাহ্মণসব আসিয়াছে তথা।
সভাৰ লোকৰ আৰে শুনিয়োক কথা ॥ ৮৮৯

লৌহিত্যৰ তীৰে সবে দলদোপ কৰে।
আলিপুখুৰীয়া ভল যাই লোকহুৰে॥
ঘৰে বাজে লোকসবে ভৈল একাকাৰ।
সভা দেখি ভয় ভৈলা লোক নিৰন্তৰ॥ ৮৯০
তাল কৰতাল ধৰি কতো গীত গাৱে।
গন্ধৰ্ব্বে কৰয় নৃত্য যেন নানাভাৱে॥
পাট পাটাম্বৰ পিন্ধি কতো কতো কাচি।
আনন্দ কৰিয়া কতো ফুৰে নাচি নাচি॥ ৮৯১
ঠেলা মাৰি কেহো কাকো পেলাৱে হেম্পাচি।
কেহো কাৰো উপৰত পৰে পাচ গুচি॥
ভাৰত পুৰাণ কাব্যকোষ দ্বিজে পঢ়ে।
ঠায়ে ঠায়ে দেৱীক মন্ত্ৰণা কৰি ৰবে॥ ৮৯২
সাজে পাঞ্চে বেঢ়ি কতো বজাৱে চাপৰি।
নাচে হাসে কতো কতো আউৰে আউজৰে বেঢ়ি॥
ঢোল কৰতাল বায়া কতো ফুৰে খেৰি।
বহুতৰ লোকে চায়ে তাকে বেঢ়ি বেঢ়ি॥ ৮৯৩
অনেক বালকে ভাত ফুৰয় উঝলি।
বস্ত্ৰ কাঢ়ি খোপ সাজি কতো মাৰে দলি॥
এহিমতে বেঢ়িয়া কৰয় লোকে বোল।
কাৰো কেৰে খিতাতে হুলুনি মাত বোল॥ ৮৯৪
লৌহিত্যৰ তীৰগোট ভৈল ভোল পাৰ।
অন্তৰ নৈত দেখা পাইবে কোনে তাৰ॥

দন্দলোপে মেদিনী প্ৰজাৰ সীমা নাই।
লখিবে নোৱাৰি গাৱৰ যে ছাল যাই॥ ৮৯৫
লৌহিত্যৰ তীৰে ভৈল ধূলায়ে আন্ধাৰি।
বিপ্ৰ ভূঞা বসিছা কমলী বস্ত্ৰ পাৰি॥
কুসুমে বুলিলা পাচে বুড়াখাক চাই।
সভাক লাগিয়া শঙ্কৰক আনা যাই॥ ৮৯৬
শুনিয়া বুড়াখা চলি গৈলন্ত সত্বৰে।
শঙ্কৰৰ শুচৰ পাইলন্ত অনন্তৰে॥
উঠা বাপু বুলিয়া কোলাত কৰি লই।
পুনৰপি সভা মধ্যে প্ৰবেশিলা গই॥ ৮৯৭
শঙ্কৰক দেখিয়া সমাজে ভৈল থিৰ।
আশীৰ্ব্বাদ কৰি বোলে হুয়ো চিৰজীৱ॥
শয্যা পাৰি শঙ্কৰক থৈলন্ত শুৱাই।
কাউ বাউ কৰি লোকে তাক বেঢ়ি চাই॥ ৮৯৮
পুনৰপি বসিলন্ত সবে মনে গুণি।
শঙ্কৰৰ সম শিশু নহু দেখি শুনি॥
সপোন দেখিয়া যেন বসিলন্ত জাগি।
উলটি পালটি চাৱে শঙ্কৰক লাগি॥ ৮৯৯
গৌৰবৰ্ণ এৰি তনু ভৈল মেঘময়।
অসংখ্যাত লোক দেখি ভৈলন্ত বিস্ময়।
চতুৰ্ভুজ হেন দেখি নেদেখয় কতো।
কেহো কেহো বোলে আমি দেখো হেন মতো॥ ৯০০

মত্তসিংহ যেহেন মৃগৰ মাজে আছে।
পিতৃ মাতৃ বন্ধু মাত্ৰ শঙ্কৰৰ কাছে॥
তাৰা সবে কেহো নেদেখয় সিটো ৰূপ।
আনো লোকে দেখি তাক ভৈল মহা চুপ॥ ১০১
মহা মৰকত যেন শঙ্কৰৰ কান্তি।
মুখ পদ্ম প্ৰকাশে পদ্মৰ যেন পান্তি॥
নেদেখয় কেহো কাকো আছে আৰ কৰি।
কেহো জনে দেখাৱে আঙ্গুলি তৰি তৰি॥ ১০২
হৰি হৰি লাগিলেক সকল সমাজে।
শিৰ শিৰ কৰিয়া যেহেন মেঘে গাজে॥
লৌহিত্যৰ জলৰ লাগিল ৰৱ তোল।
তাৰ ধ্বনি পাইলেক স্বৰ্গৰ যেন কোল॥ ১০৩
কেহো লোক দেখয় যেহেন অন্ধকাৰ।
বিমোহিত ভৈলা কেহো দেখি চমৎকাৰ।
হেন ভাৱে প্ৰভু সভা মাজে আছে গুপ্তি।
অগনি কণিকা যেন ভস্মে আছে পুতি॥ ১০৪
সমজ্যাৰ লোকৰ লাগিল উনমিন।
ভূঞা বিপ্ৰে তেৱেসে জানিলা দিশাদিশ॥
সুস্থ ভৈলা তেৱে পাচে সবাহাৰে মন।
অন্যো অন্যে চাই সবে বোলয় বচন॥ ১০৫
পূৰ্ব্বৰঙ্গে কথা লোকে কহিবে লাগিলা।
শঙ্কৰৰ প্ৰসাদে মায়াক পাসৰিলা॥

সাত খান হাওলাত লগাই আছে বাতি।
প্রকাশয় অগনি নজানয় দিন রাতি ॥ ১০৬
পোহাইলন্ত রজনী কুসুমে মনে জানি।
তিনি বারে থৈলা বস্ত্র বিত দমাই আনি ॥
বস্ত্র চাহিবাক জয়ন্তা মাধব আছা আসি।
থুবা বুলি কুসুমেয়ো মাতিছন্ত হাসি ॥ ১০৭
শুনা দুয়ো জনে আবে মোহোর বচন।
দান দিবে তোরা দুয়ো চলিয়ো এখন ॥
পশ্চিমর বারে দুই ভায়ে দান দিয়া।
যাক লাগে বাছিয়া ভুঞাক লগে নিয়া ॥ ১০৮
শুনি তেতিক্ষণে দুয়ো ভাই চলি গৈলা।
দুয়ো ভিতি হুয়া পাচে দান দিবে লৈলা ॥
পূরব দুবারে বুঢ়াখাক পাকি দিলা।
মাতামহ রামগিরি দক্ষিণে চলিলা ॥ ১০৯
আছন্ত পণ্ডিত যত সভার মধ্যত।
কুসুমে আপুনি তাসম্বাক অৰ্চ্চিলন্ত ॥
পণ্ডিতমণ্ডলী বহু বিপ্র অসংখ্যাত।
সবেও মাতয় কুসুমক তুলি হাত ॥ ১১০
ব্রাহ্মণসবর লাগি গৈল হুরা হুরি।
উপরা উপরি হুয়া পরে দশে কুরি ॥
কিসক গবকা বুলি চারয় উলটি।
ক্রোধে দান্ত কামুরিল গারে হুটা ছুটি ॥ ১১১

তথাপিতো কুসুমর ওচর নপারে।
উলটিয়া দুখ মনে দুরবক যারে॥
দান দিলা তিনি দ্বারে সভা ভৈল সাঙ্গ।
ব্রাহ্মণক বিহাইলন্ত তিনি-শত গাঙ্গ॥ ৯১২
দান পায়া গৈল সবে বিপ্র মহাবলী।
সবান্ধরে কুসুমে গৃহক গৈলা চলি॥
জ্ঞাতি সমস্তকো ভোজ দিলা রঙ্গ মনে।
সবারো পূরিলা মন বসনে ভূষণে॥ ৯১৩
কুসুমে বোলন্ত আরে ভৈলো কৃতকৃত্য।
পিতা পুত্রে তথাতে করন্ত বসি নৃত্য॥
ভোজন করিয়া জ্ঞাতিগণে চলি গৈলা।
আনন্দে কুসুমে আপুনার ঘরে রৈলা॥ ৯১৪
দান দক্ষিণার কথা এহিমানে থওঁ।
শুনা আতপরে শঙ্করর কথা কওঁ॥
শঙ্করদেৱর আসি ভৈল তিনি মাস।
মনুষ্যর ঠগে দেখাই করে অট্টহাস॥ ৯১৫
নিতে নিতে বাঢ়ে কায় পূর্ণচন্দ্র সম।
মহা কান্তিমন্ত আতি রূপ নিরুপম॥
পরম লাৱণ্য মূর্ত্তি শিশু সুকুমার।
দিবে ঠাই নাই জানো উপমাক তার॥ ৯১৬
মুখ শুটি দেখি আতি যেন পূর্ণচন্দ্র।
সর্ব্বদায়ে শুতিয়া থাকয় যেন ইন্দ্র॥

হেন ৰূপ নিৰেক্ষিয়া থাকয় কুসুমে।
নথৰে মাটিত মুখে সৰ্ব্বদায়ে চুমে ॥ ২১৭
হস্ত পাৱ দেখি আতি ললিত বলিত।
আঙ্গুলি চম্পাৰ কলি মহা মনোনীত ॥
হেন প্ৰভু ভকতৰ চিন্তামণি বিত্ত।
দেখিল মাত্ৰকে হৰে ব্ৰহ্মা হৰ চিত্ত ॥ ২১৮
যিটো নিৰঞ্জন প্ৰভু আদি জগতৰ।
সেহি প্ৰভু পুত্ৰ আসি ভৈলা কুসুমৰ ॥
পিতা পুত্ৰে কুসুমে আনন্দ আতি কৰে।
বন্ধু বান্ধৱৰ আতি আনন্দ নধৰে ॥ ২১৯
এক দিনা শঙ্কৰক শুৱাই থৈলন্ত।
নৰোত্তম বুঢ়াখায়ো তহিকে গৈলন্ত ॥
পদূলি পাইলন্ত যেবে আসি হুয়োজন।
ভৈৰ পৰা শঙ্কৰক চাহে ঘনে ঘনে ॥ ২২০
নাকত আঙ্গুলি দিয়া চাহে হুয়ো পাচে।
দেখে ভয়ঙ্কৰ সৰ্পে ছত্ৰ ধৰি আছে ॥
বুঢ়ীআই চান্দেৰী বসিয়া আছা তথা।
নেদেখয় সৰ্পক নজানে ইটো কথা ॥ ২২১
তথা দিয়া হুস্তো বিস্ময়ে আছা চাই।
হৰিল সুকৃতি গাৱে চূৰ্ত্তি বুদ্ধি নাই ॥
ফুস্কুৰ কুসুম বুলি দিলা ডাক পেৰি।
হেন শুনি সৰ্প গৈলা শঙ্কৰক এৰি ॥ ২২২

কুসুমেও তেখনে চাইলন্ত মাথা তুলি।
মাতিলন্ত দুইকো দেখি আসা আসা বুলি ॥
উঠি আগবাঢ়িয়া কুসুমে গৈলা চলি।
প্ৰণামিলা গুৰুক কৰিয়া কৃতাঞ্জলি ॥ ১২৩
দিলন্ত আসন দুইকো পখালিয়া ভৰি।
বসিলা আসনে পাচে আনন্দিত কৰি ॥
নৰোত্তমে বোলে ওৰা শুনা সূৰ্য্যবৰ।
সৰ্পগোট দেখিলো উপৰে শঙ্কৰৰ ॥ ১২৪
তোৰাসবে নেদেখিলা দেখিলোহো আমি।
অদ্যাপিও দেখা মোৰ গাৱ আসে ঘামি ॥
হেনয় বচন যেবে শুনিলা গুৰুৰ।
কুসুমৰ হিয়া খানি কৰে থুৰ থুৰ ॥ ১২৫
বুঢ়ী বোলে লগত থাকিয়া নেদেখিলো।
কৰিলেক মায়া বাপু শঙ্কৰে জানিলো ॥
এহি বুলি বসি সবে বিস্ময়ে গুণয়।
গুৰু বোলে দেখিলোহো কিনো বিপৰ্য্যয় ॥ ১২৬
সূৰ্য্যবৰে বোলন্ত গুৰুৰ মুখ চাই।
তুমি আসি সৰ্পক দেখিলা কোন ঠাই ॥
ইটো কথা গুৰু তুমি নকৈবা আনত।
ব্ৰাহ্মণে শুনিলে দিবে আঙ্গুলি কাণত ॥ ১২৭
বহুবিধ উপহাস কৰিবেক চাপি।
উপালম্ভা কৰিবেক নিন্দাকৰী পাপী।

মাণ্ডিলন্ত শুক পুত্র কুসুমক চাই।
ইকথা কহিলে বাপু মোৰ কোন দাই ॥১২৮
এহি বুলি হুয়ো পাচে গৈলা নিজ ঘৰ।
শুনিয়োক কথা আবে আতি অনন্তৰ ॥
এহিমতে চাৰিমাস ভৈলা শঙ্কৰৰ।
বহুতৰ আনন্দ দেখিয়া কুসুমৰ ॥ ১২৯
বুঢ়ীআই সৰ্ব্বদায়ে থাকে কোলে লই।
মাজে মাজে লবে কতো চাণ্ডেৰী মাধই ॥
যত বন্ধু বান্ধৱ আনন্দে চায়ে আসি।
শঙ্কৰৰ কান্তি গৃহ থাকয় প্ৰকাশি ॥ ১৩০
ওচৰতে বসিয়া সবেয়ো কোলা লয়।
তৰতৰি কৰি চাই শঙ্কৰে হাসয় ॥
পূৰ্ণিমাৰ চন্দ্ৰ সম বাঢ়ি যাই কান্তি।
প্ৰকাশয় শৰীৰৰ পদ্মৰ যেন পান্তি ॥ ১৩১
দেখি বন্ধু বান্ধৱৰ হৰিষ বিস্তৰ।
জ্বলন্ত শঙ্কৰ যেন নব দিবাকৰ ॥
স্নেহত আকুল আতি বুঢ়ীআইৰ মন।
বুকে বান্ধি থাকে লৈয়া মুখে দিয়া স্তন ॥১৩২
ৰাজকাৰ্য্য চৰ্চ্চাক কুসুমে পাচ কৰি।
পুত্ৰক তোলন্ত মাত্ৰ সবে পৰিহৰি ॥
ভাত পাচে শঙ্কৰৰ ভৈলা মাস পাঞ্চ।
ইটো কথা মিছা হুহি কৈলো সাঁচ সাঁচ ॥১৩৩

পৰম পুৰুষ যিটো দৈৱকীনন্দন।
দশদিগপাল যাৰ উপাসে চৰণ॥
হেন হৰি কৰে লীলা কুসুমৰ ঘৰে।
শুনা শঙ্কৰৰ লীলা কহো আতপৰে॥ ১৩৪
চৌৰাগৃহে পাতিয়া আছয় খাট খান।
তাতে শঙ্কৰক শুৱাই থৱয় সঘন॥
তাহাতে ফুৰয় ৰঙ্গে মাৰিয়া হেম্পোচ।
লাম্ফ দিয়া দিয়া যাই নাহিকে সঙ্কোচ॥ ১৩৫
ভেৰ মাৰি ফুৰয় খাটত গিৰ গিৰি।
কঙ্কালৰ ভৰা গাচি পৰে কতো হিৰি॥
পাঙ্ক তোলা সুৱৰ্ণৰ আছে তোড়া গোবি।
পাৰত আৰিয়া আৰো সুৱৰ্ণৰ কড়ি॥ ১৩৬
হাস্ফোল মাৰিয়া কতো ফুৰয় ৰাগৰি॥
লৰয় কোলাত দেখি বুঢ়ীআই ধৰি।
শুতি থাকে আতি যেন মহা মত্তসিংহ।
দাঙ্গিবে নপাৰে কতো যেন মেৰুশৃঙ্গ॥ ১৩৭
শিশুহেন দেখি মহাগম্ভীৰ স্বভাৱ।
কুসুমৰ দেখি আতি উল্লসয় গাৱ॥
উৰৰি এৰিয়া পাচে বসিবে লৈলন্ত।
সবন্ধু বান্ধৱে দেখি আনন্দ কৰন্ত॥ ১৩৮
সূৰ্য্যাৱৰ কুসুম চান্দেৰী বুঢ়ীআই।
মহাৰঙ্গে আনন্দে কৌতুকে থাকে চাই॥

আঠু কাটি ফুৰিবে লাগিলে ছয় মাসে।
বাপ বাপ বুলিয়া যেহেন মাতে হাসে॥ ১৩৯
খবা কুবা বেলা মাটি হাতে পায়ে যত।
পাইলে ধৰি আস্ফালি কোবাই কৰে হত॥
মহা কৌতূহলে যাই ফুৰে ঘৰে ঘৰে।
খণ্ডাহিক তুলি পাইলে উঠয় উপৰে॥ ১৪০
চোতালত ফুৰন্তে গৰুৰ ধৰে লাজে।
ওলমিয়া যায়য় ভৰিয়ে মাটি মাজে॥
শঙ্কৰক আনয় গৰুক কোবাই খেদে।
লৰয় কোলাত চান্দেবীয়ে যাইবে নেদে॥ ১৪১
হাণ্ডিশাল সোমাই চৰু হাণ্ডি ভাঙ্গে যাই।
দেৱীৰ মূৰ্ত্তিক ধৰে মুণ্ড উভতাই॥
ভৰিৰ ঘুণুৰা আতি কণ জুন কৰে।
মঠ জুৰি বসে দেৱী মূৰ্ত্তিৰ উপৰে॥ ১৪২
বেৰ জোলঙাৰে বুঢ়ী নিৰেখি চাবয়।
বোলে ভিতৰত শিশু কি কাম কৰয়॥
হেন দেখি বুঢ়ীআই আসি বায়ু বেগে।
মাটি নামি শঙ্কৰ বসয় সেহি হেগে॥ ১৪৩
কি কৰা কি কৰা বুলি আগে হোৱে থিয়।
দেখি শঙ্কৰ যেন উবাই গৈল জীৱ॥
লণ্ড ভণ্ড হৈল দেখে সিটো হাণ্ডিশাল।
দেৱীৰ মূৰ্ত্তিক দেখি কৰে মুণ্ড কাল॥ ১৪৪

উঠা বুলি বুঢ়ীয়ে ধৰিয়া দোলা দিল।
আচোক দাড়িৰে লৰিবাক নপাৰিল ॥
দাড়িৰে নপাৰি ৰৈল খোস মোস হই ॥
তথা দিয়া আছয় আঙ্গুলি নাক চুই ॥ ১৪৫
অনন্তৰে দেৱীৰ মূৰ্ত্তিক ধৰি তুলি।
আসনত থৈলন্ত অনেক স্তুতি বুলি ॥
শঙ্কৰৰ কায়া গোট যেন ৰত্ন দীপ।
কোলে লৈৱে লাগি পুত্ৰ চাপিল সমীপ ॥ ১৪৬
উঠা বাপ বুলিয়া কোলাত লৈয়া নিয়া।
সাৱটি ধৰিয়া বুঢ়ী মুখে চুমা দিয়া ॥
বিস্ময় দেখিয়া সতী মনে মনে বোলে।
শঙ্কৰক লৈয়া গৈলা কুসুমৰ কোলে ॥ ১৪৭
দেখন্ত কুসুম সূৰ্য্যবৰ সমে আছে।
দুইৰো আগে থৈলা নিয়া শঙ্কৰক পাচে ॥
কহিলন্ত হেন কথা সতী মহাভাগে।
দেৱীৰো বৃত্তান্ত কৈলা দুই হন্তৰ আগে ॥ ১৪৮
এহিমতে বসি সবে আছা ৰঙ্গমনে।
শুনা আৰো কৈলা যেন্ত শঙ্কৰে তেখনে ॥
কুসুমৰ কোলাত বসিলা জাম্প দিয়া।
বুকে বান্ধি মুখে চুমা দিলা সাৱটিয়া ॥ ১৪৯
হেন লীলা কৰি যেবে থাকিলন্ত তথা।
আত অনন্তৰে শুনা যেন কৈল কথা ॥

ছয় মাস পূর্ণ আসি শঙ্করর ভৈল।
অন্ন চুরনীক লাগি তেবে যত্ন কৈল॥ ৯৫০
কুসুমে আনিয়া বন্ধু বান্ধৱক মাতি।
অন্ন চুরনীক কার্য্য আলোচিয়া আতি॥
নরোত্তম গুরুক মাতিলা ভূঞা পাচে।
হেন শুনি আইলা গুরু কুসুমর কাচে॥ ৯৫১
বিধি অনুষ্ঠান কথা কুসুমত কৈলা।
সবন্ধু বান্ধৱে শুনি আনন্দিত ভৈলা॥
আঙ্গিণা চোতাল করিলন্ত অলঙ্কৃত।
হোমক আনিলা ভূঞা পাঞ্চসের ঘৃত॥ ৯৫২
দশদিগপালক করিয়া বহু স্তুতি।
নরোত্তম গুরু দিলা অগ্নিত আহুতি॥
মন্ত্র পঢ়ি দেৱতাক মাতি গারে গায়ে।
সমস্ত দেৱক হোম দিলা ভাবে ভাবে॥ ৯৫৩
পরম তৃপিতি সবে ভৈলা দেৱগণ।
স্বর্গত থাকিলা গৈয়া করি রঙ্গ মন॥
এহিমতে সাঙ্গ যেবে করিলন্ত হোম।
গুরুক প্রণাম পরি করিলা কুসুম॥ ৯৫৪
বাঠিগোটা কন্যা রঙ্গে উকলি দিলন্ত।
শঙ্করক বুঢ়ীআই আনন্দে নোরান্ত॥
তৈল হরিদ্রাক গায়ে মুণ্ডে ঘহি পিরি।
শঙ্করক ধোৱাইলন্ত পরম হরিষি॥ ৯৫৫

আনন্দ কৰিয়া লোকে কোবাৱয় ঢোল।
কুসুমৰ ঘৰত লাগিল ভোল বোল॥
পাঞ্চগোট কলসত ভৰি লৈলা পানী।
শঙ্কৰক নিয়া বঙ্গে নোৱাইলা গোসানী॥ ১৫৬
ইটো মহোৎসৱ কথা এহিমানে থৈলা।
সভাসদ লোক সবে ঘৰাঘৰি গৈলা॥
আত অনন্তৰে কথা শুন যত যত।
সূৰ্য্যবৰৰ আয়ু আবে ভৈলা সমাপত॥ ১৫৭
চৈত্ৰমাস পাঞ্চো দিন বহি যেবে গৈল।
তেবে সূৰ্য্যবৰৰ যে মৃত্যু আসি ভৈল॥
সবন্ধু বান্ধৱে মাটিত পৰে লুটি।
জয়ন্তা মাধৱ দুই ভাই কান্দে আতি॥ ১৫৮
স্বামীৰ পাৱত ধৰি কান্দে ভূণসুতী।
কান্দে পৰি পৰিয়া যতেক পুত্ৰ নাতি॥
বুঢ়াধাৱে কুসুমক বুলিলন্ত বাণী।
মৃতকক ক্ৰন্দন এৰিয়ো তুমি জানি॥ ১৫৯
বিস্তৰ ক্ৰন্দনে মৃতকৰ নাহি হিত।
হেন জানি ভূঞা তুমি থিৰ কৰা চিত।
সৎকাৰ কাৰ্য্যক কৰিয়ো এক ঠাঁই।
দহিয়ো পিতৃক তুমি লৌহিত্যক যাই॥ ১৬০
হেন শুনি কুসুমৰ স্বস্থ ভৈলা মন।
শৱ লৈয়া তীৰক গৈলেক ততিক্ষণ॥

আপুনি বুঢ়াখা ভৈত্তে চিতাক নির্ম্মিলা।
জয়ন্ত কুসুমে ধৰি তাহাত তুলিলা॥ ১৬১
অনন্তৰে কুসুমে দিলন্ত মুখাগ্নিক।
ঘৃত পাই অগনিয়ো জলিলা অধিক॥
নিমিষেকে সূর্য্যবৰ পুৰি ভস্ম ভৈল।
বহুতৰ বিপ্ৰক তথাতে দান দিল॥ ১৬২
নৰোত্তম গুৰু বেদমন্ত্র উচ্চাৰিল।
তীৰত সম্মুখে কুসুমেয়ো পিণ্ড দিল॥
অনন্তৰে পাচে সবে ঘৰা ঘৰি গৈলা।
মহাশোকে কুসুমেয়ো মনদুখে ৰৈলা॥ ১৬৩
অষ্টমাস শঙ্কৰৰ আসি ভৈল যেবে।
এক অদভুত কৰ্ম্ম মিলিলেক তেবে॥
আঠু এৰি শঙ্কৰ ফুৰয় থিয় দাঙ্গি।
ধাঠি পুৰা সৰিয়হ পৰিল চাঙ্গ ভাঙ্গি॥ ১৬৪
ভাণ্ডাৰৰ আগে বসি আছা জগন্নাথ।
ডুলি ভাঙ্গি পৰি ৰৈল শঙ্কৰৰ মাথ॥
চোতালত বসি ভৃত্যসবে কৰে মেল।
বহুতৰ কটকে কৰয় ভলবল॥ ১৬৫
বিৰিয়াৰ উঠিয়া কুসুমে দিলা লৰ।
দেখি সমস্ত্যাৰ লোকে ভৈল থৰ বৰ॥
হেন দেখি গোসানীয়ে থাকুৰয় হিয়া।
সবে লোকে চাহিয়া আছয় তথা দিয়া॥ ১৬৬

লৰৰা লৰৰি কৰি চান্দেৰী মাধৱই।
সবান্ধৱে বেঢ়ি আৰ্ত্তৰাৱে যে কান্দয়॥
থঠমঠ কৰিয়া শঙ্কৰ আছা বসি।
বল দিয়া টানে পাছে নপৰয় খসি॥ ১৬৭
হেন দেখি সমস্তৰে কম্পমান তনু।
চাপৰি চাপৰি সবে চাৱে পুনু পুনু॥
বহুতৰ মনুষ্যে ভুলিক তুলি ধৰি।
পেহ্লাইলন্ত মাটিত আজুৰি কাত্তি কৰি॥ ১৬৮
আথে বেথে গোসানীয়ে ধৰিলন্ত তুলি।
হাত ফুৰাই চাহে মাথা ফালিলেক বুলি॥
সিংহবক্ষ স্কন্ধ আতি বজ্রসম কটি।
কোলে বসি আছন্ত নকৰা চট্টিমটি॥ ১৬৯
সমস্তে গাৰত বুঢ়া হাত দিয়া চাই।
দেখে শঙ্কৰৰ গাৱে ঘাৱ বিষ নাই॥
বিমোহিত হয়া সবে আছে নৰ-নাৰী।
অদভুত দেখিয়া হাস্য ৰিজ পাৰি॥ ১৭০
কুসুমেয়ো শঙ্কৰক লৈলন্ত কোলাত।
বুকে বান্ধি ধৰি চুমা দিলন্ত মুখত॥
জয়ন্ত মাধৱে সবে শঙ্কৰক চাই।
কৰন্ত আনন্দ আতি মুখে চুমা খাই॥ ১৭১
হলায়ুধ আদি কৰি যত বন্ধুগণ।
সবে লৈয়া শঙ্কৰক কৰয় চুম্বন॥

বুঢ়াধায়ে কুসুমক সুমৰাইলা জানি।
সপ্তবাৰ কথা একো তিলো নাহি হানি॥ ১৭২
শঙ্কৰদেৱৰ লীলা এহিমানে গৈল।
সূৰ্য্যবৰৰ প্ৰেতকাৰ্য্য তাত পাচে কৈল॥
মৃত্যু ভৈল পাঞ্চ দিন থাকান্তে চৈত্ৰৰে।
বৈশাখত কাৰ্য্য তেৱে কৈলা কুসুমৰে॥ ১৭৩
আতপৰে কথা আৰো শুনা সৰ্ব্বজন।
শঙ্কৰদেৱৰ পদে কৰা একমন॥
কৃষ্ণে যেন লীলা তৈত কৰিলা বিস্তৰ।
হেনমত কৰ্ম্ম এতো দেখা শঙ্কৰৰ॥ ১৭৪
অষ্টমাসে শঙ্কৰৰ দান্ত গজিলন্ত।
মুকুতাৰ পান্তি যেন অধিকে জ্বলন্ত॥
শুনা সৰ্ব্বজন ইটো কথাৰ প্ৰস্তাৱ।
হৃদয়ত ৰাখি ধৰা কৃষ্ণপদ নাৱ॥ ১৭৫
তৰিবা কলিত যেবে সংসাৰ সাগৰে।
নেদেখিবা আন গুৰু শঙ্কৰত পৰে॥
পৰম বান্ধৱ মোৰ নাই গুৰু বিনা।
দাস বুলি মোক জানো নামধনে কিনা॥ ১৭৬
তুমি বিনে নাই আন কৃপাৰ ঠাকুৰ।
কৰোহো কাতৰ মই পৰম আতুৰ॥
মাধৱাদি ভকতক কৰো নমস্কাৰ।
কৰিবেক মোক মোৰ সংসাৰে উদ্ধাৰ॥ ১৭৭

গুরু ভকতত পরে নাই নাই বন্ধু ।
নাই নাই ভব তরিবাক পাপসিন্ধু ॥
দৈবকীনন্দন দেব মোর নিজ গুরু ।
নামধন দিয়ো ভকতর কল্পতরু ॥ ৯৭৮
গুরু আত্মা গুরু বন্ধু গুরু নিজপ্রাণ ।
ত্রৈলোক্য মধ্যত গুরু বিনে নাহি আন ॥
আন যত সবে মিছা গুরু মূলধন ।
সর্ব্বদায়ে চিন্তা নিতে তাহান চরণ ॥ ৯৭৯
ইতিনি লোকত গুরু বিনে গতি নাই ।
হেন ইষ্ট বন্ধু ইহ পরলোকে পাই ॥
শ্রবণ কীর্ত্তন নাম নছাবোক মুখে ।
ভকতর সঙ্গ মাত্র হৌক সুখে দুখে ॥ ৯৮০
কত কোটি কোটি জন্ম ভ্রমো সংসারত ।
ইবেলি শরণ লৈলো তোমার পায়ত ॥
উটি বুবি ফুরো আমি যেন মীন প্রায় ।
স্রোত টোপগোটে খাই বিষয় লোভাই ॥ ৯৮১
আয়ু পুজাগোটে লৈয়া ফুরে ওপজাই ।
বরশীয়া কালব্যাধে মারিয়া চোবাই ॥
ইহ পরলোকে মোর প্রাণ থাকে যারে ।
নেরিবাহা নাথ মোক তযু পদনারে ॥ ৯৮২
শরণ পশিলো আরে তোমাত মাধব ।
তুমি বিনে নাহি মোর পরম বান্ধব ॥

হৃদয়ৰ বন্ধু মোক দিয়ো উপদেশ।
কৰোহো কাতৰ বাপ হে হৃষীকেশ ॥ ৯৮৩
শুনা সৰ্ব্বজন সভাসদ নিৰন্তৰ।
নেৰিবাহা মত কেহো শঙ্কৰদেৱৰ ॥
জ্ঞানশূন্য মূৰুখ কহয় ৰাম পাপী।
ৰাম বুলি ধৰা হৰি গুৰুপদ চাপি ॥ ৯৮৪

---

## ছবি

আত অনন্তৰে আৰে শঙ্কৰদেৱৰ ঘেৰে
নৱ মাস আসি প্ৰবেশিলা।
জৰৰি মুৰন্তে আতি কৰি মহা লীলা গতি
আজিনা চোতালে কৰি লীলা ॥
শুনিয়োক সৰ্ব্বজন শঙ্কৰত দিয়া মন
একদিনা তৈতে যেন ভৈলা।
আছন্ত চোতালে বসি যেন পূৰ্ণিমাৰ শশী
সেহিবেলা মায়া এক কৈলা ॥ ৯৮৫
চোতালক সাঞ্চে মাধে ওপৰত মেঘে গৰ্জ্জে
পৃথিবীও ঘনে ঘনে লৰে।
হিৰ হিৰ কৰে স্বৰ্গে শুনি কাম্পে প্ৰজাবৰ্গে
যেন মেঘ পৃথিবীত পৰে ॥

মহাত্ৰাসে গাৱে কম্পে পলাইলেক জাকে জাকে
হ্ৰেসনি শুনিয়া আতি ভৰে ।
মেঘৰ হিন্দোল বৰ গৰ্জ্জে কৰি গৰ গৰ
বিজুলী চমক ঘনে কৰে ॥ ৯৮৬
শঙ্কৰ মাধৱৰ মাজে দুইকো মাৰিবাৰ কাজে
বৰগ পৰিল আসি বেগে ।
ঠৰ হুয়া মাধৱ ৰৈল গৰ্ত্ত হুয়া বহি গৈল
শঙ্কৰো উঠিলা সেহি ছেগে ॥
গোসাই ৰাখিলে বুলি শঙ্কৰক লৈলা তুলি
কুসুমে মাধৱক আছা চাই ।
শৰীৰত নাহি প্ৰাণ ভৈল মৃতকৰ ঠান
নাসাত পৱন নেখেলাই ॥ ৯৮৭
আথে বেথে হেন জানি সিঞ্চিলন্ত কাঞ্চাপানী
নিলগৰ পৰা বুঢ়ীআই ।
দণ্ড চাৰি আছে মৰি শুমৰয় হৰি হৰি
হাহাকাৰ কৰে সবে চাই ॥
দেখে সবে নাসে ধাতু ভৈল মৰণৰ হেতু
জানিলো নিশ্চয় কৰি আমি ।
এহি বুলি কৰি চিন্তা বসি শঙ্কৰৰ পিতা
হেন দেখি হাসে জগ-স্বামী ॥ ৯৮৮
ঠৰ হুয়া মাৰৈ আছে শঙ্কৰে জানিয়া পাছে
হাতে ধৰি আজুৰিবে লৈলা ।

তেতিক্ষণে পাচে তাই জাগিল চেতন পাই
গায়মুখি দিয়া হাসি কৈলা ॥
বেঢ়ি লোকে চাই আছে মাণ্ডিলা-মাধৈ পাচে
হেন দেখি রঙ্গ সবাহারে ।
জীলে বুলি করে বোল পাইলা পাচে মাত্ত বোল
রঙ্গ আতি মিলিল সবারে ॥ ৯৮৯
মাধৈ বোলে শুনিয়োক কিসক বেঢ়িয়া মোক
বসি তুমিসবে ই ঠায়ত ।
গোসানীয়ে করে কথা তোর দেহগোট এথা
মৃত্যু ভৈল ঘরগ শিলত ॥
দেখি সবে অদভুত বোলে কুসুমর সুত
কিনো বিপরীত আর শক্তি ।
প্রশংসিয়া শঙ্করক বোলে লোকে বহু বাক
গুণে যেন জগতর পতি ॥ ৯৯০
কুসুমে থাকিলা তথা কহি বহুবিধ কথা
সবে লোক গৈলা ঘরাঘরি ।
শুনিয়োক সভাসদ হুয়া আছি নিশবদ
মাধৈয়ো জীলন্ত পুনু মরি ॥
আত অনন্তরে আর কহো কথা শঙ্করর
দশ মাস পূর্ণ ভৈল আসি ।
নগণয় ক্ষুধা তৃষা নাহি একো দিন নিশা
হেন লীলা কহিবো প্রকাশি ॥৯৯১

দশ জন শিশু সঙ্গে উমলয় মহা রঙ্গে
অকণ বয়ন সন্তানন্দ।
চান্দ ভিত্তা সমন্বিতে ভেকুবি কেতাই তৈতে
ক্রীড়ে রঙ্গে নকবয় ঘন্দ॥
আছয় হিদাল গাছ উঠলে তাহার কাছ
শঙ্কর সহিতে দশ জন।
শঙ্করর গার লাগি উবিয়া পবিল ভাগি
বৃক্ষগোট কবি ঠণ ঠণ॥ ১৯২
বালকসকলে দেখি চপাই ধবিলা আসি
ভবে আজি ধাতু গৈল উবি।
পুহু বৃক্ষ হাতে ধবি থাপিলা শঙ্কর হবি
শব্দ শুনি খেদি আইলা বুঢ়ী॥
শব্দ ভৈলেক বব কুসুমেও দিলা লব
খেদি পাইলা কবি হাইফাই।
গাত্র মুচিয়া ধূলি বুঢ়ী আই কোলে তুলি
দেখে আগে লৈয়া আছে যায়॥ ১৯৩
বালকসবক তথা কুসুমে পুছিলা কথা
শঙ্কবে বা কি কর্ম্ম কবিলা।
সকলে বৃত্তান্ত কৈলা বৃক্ষগোট থাপি থৈলা
শঙ্কবে কবিয়া মহালীলা॥
কোলে লৈলা বজমনে চুমা খাত্ত ঘনে ঘনে
থৈলা পাচে আসিলন্ত ঘবে।

কুসুমেও চুমা মুখে দিলন্ত পৰম সুখে
ৰঙ্গে হিয়া আনন্দে নধৰে ॥ ৯৯৪
এহিমতে কৈলা তথা শুনা আত্তপৰে কথা
কৈলা আৰো দেৱতা শঙ্কৰে ।
শুনা সভাসদচয় কথা ইটো ৰসময়
যিটো শুক দেৱ জগতৰে ॥

---

## ছুলড়ী

একাদশ মাসে শিশুসব আসে
লগ লৈবে শঙ্কৰৰ ।
উমলিবে যাই পদূলি চোৰাই
গৃহৰ হুয়া অন্তৰ ॥ ৯৯৫
দুৰন্ত উমলি মাৰৈ কোব দলি
বালকৰ দেখাই ভাৱ ।
মাৰে মাৰে বুলি ৰঙ্গে হাত তুলি
কান্তি কৰে কেহো গাৱ ॥
শুক পুত্ৰ নাম আতি অনুপাম
শঙ্কৰক কৰে স্নেহ ।
ৰজায়ো বোকাত আনো শিশু যত
দিবাক পাৰয় দেহ ॥ ৯৯৬

দুই বরিবর যেহেন শঙ্কর
হেনমতে করে ক্রীড়া।
মল মল করি ফুরে খেলা ভরি
নাহি যেন ক্ষুধা পীড়া॥
কতো ঠাঁই বসি যোগক অভ্যাসি
উফন্দারে গাররোট।
খাক মণি টার ছিণ্ডিয়া হাতর
পরে পায়া বর চোট॥ ১৯৭
বায়ু নিরোধিয়া কাকো নমাত্তিয়া
বসিয়া মৌনে থাকয়।
বালকসকলে চায়া কৌতূহলে
আনন্দে চায়া হাসয়॥
মণি খাক যত কোঞ্চায়া সমস্ত
টোপালি বান্ধিয়া লৈয়া।
বোলে শিশুসবে দিবো আজি আবে
ভূঞার আগত গৈয়া॥ ১৯৮
শঙ্করে বোলন্ত ভাল কথা নয়
মোক দিয়া চাওঁ চাওঁ।
দিয়ো মোর হাতে মাগোহো সবাতে
একে লগে ঘরে যাওঁ॥
হাতাহাতি করি শঙ্কর শ্রীহরি
ভার খাক লৈয়া কাঢ়ি।

বোলে রামরাম করো কোন কাম
ওরা তুমি ভেকা শিখি ॥ ৯৯৯
সবাকে দেখাই শঙ্কর গোসাই
লরর মারয় চাই ।
মণি থাক তার পিন্ধিয়া শঙ্কর
হাতক নেচারি যাই ॥
শিশুসবে দেখি আছয় নিরেখি
তথা দিয়া আছা চাই ।
কিনো অদভুত শঙ্করর মায়া
কেহোরে অন্ত নাপাই ॥১০০০
যেন হস্তী মুণ্ড দুই হাত দণ্ড
লশিত বলিত আতি ।
করি হাস্য রব মারয় লরর
সবাহাকে মাতি মাতি ॥
সবে শিশুগণে কৈলা রঙ্গমনে
কুসুমর আগে যাই ।
তার থাক যত ছিণ্ডিল সমস্ত
আনন্দে আছিলো চাই ॥ ১০০১
দেখো আররার থাক মণি হার
সকলে পিন্ধি আছয়।
হেন অদভুত কিনো তবু ভূত
দেখিলোহো আতিশয় ॥

হেন বাণী শুনি কৃষ্ণা মনে গুণি
হাসিলন্ত উচ্চ কৰি।
সাৰটি কোলাত চুম্বিলা মাথাত
শঙ্কৰৰ গালে ধৰি॥ ১০০২
হৰষিত মনে আনন্দে মগনে
দেখি শঙ্কৰৰ মুখ।
এহিমতে আতি যত বন্ধু জ্ঞাতি
পাসৰিয়া থাকে দুখ॥

---

## ছবি

শুনিয়োক সভাসদ শঙ্কৰ চৰিত্র পদ
কৰি সবে সাৱধান চিত্ত।
বিচাৰ কৰিয়া মনে ভজা তাঙ্ক সৰ্ব্বক্ষণে
ভকতৰ চিন্তামণি বিত্ত॥
ইটো অমৃতৰ ভাণ্ড পাতকৰ যমদণ্ড
গুৰুৰ চৰিত্র যত সাৰ।
জানি কৰা এক চিত্ত পাপ বাঢে নিতে নিত
গুৰু ভজি কৰা বুদ্ধাসাৰ॥ ১০০৩
দৈৱকীনন্দন দেৱ তযু পাৱে কৰো সেৱ
মই অজ্ঞানীৰ ক্ষমা দোষ।

নজানোহো ভুতি নতি হেন প্রাণ যদুপতি
তুমি মোত হয়োক সন্তোষ।
কৃপাৰ সাগৰ হৰি মাগো দান্তে তৃণ ধৰি
দিয়ো দান ভকতৰ সঙ্গ।
তযু নাম মুখে বৌক শ্ৰৱণ কীৰ্ত্তন হোক
আশা মোৰ নকৰিয়ো ভঙ্গ॥ ১০০৪
আচৰিলো পাপ ঘোৰ মই পাপী সেৰাচোৰ
আপুনি আত্মাক পূৰি খাইলো।
নসাধিলো কিছু পুণ্য মই মহাজ্ঞানশূন্য
ৰাজমাৰ্গ আক হুকৰাইলো॥
নামতো নাহিকে ৰতি বিষয়েসে গতি মতি
শ্ৰুতি বুদ্ধি ভৈলা মোৰ হত।
দান্তে তৃণ তুলি ধৰো চৰণে কাকুতি কৰো
ক্ষমা কৰা ইটো দোষ যত॥ ১০০৫
বাতৱাৰী হুয়া মোৰ ইন্দ্ৰিয় সকলে চোৰ
ধৰ্ম্ম বিত্ত হৰিল সমস্তে।
যদি প্ৰভু কৰা দয়া এবিবেক মোহ মায়া
সংসাৰ তৰিবো এভেকতে॥
তুমি জগতৰ বাপ হৰিয়ো সংসাৰ তাপ
জুৰি আছে মোৰ পাপগ্ৰন্থি।
নামদান দিয়া হৰি মাগোহো কাকুতি কৰি
তুমি মোৰ হয়ো পৰিপন্থী॥ ১০০৬

সৰ্ব্বপাপ বিনাশন হে প্ৰভু নাৰায়ণ
ভকত জনৰ ভয়হাৰী।
বৃথা মৰো ভুঞ্জি দুখ ইন্দ্ৰিয়ৰ সাধো সুখ
দেখা মই কেনে অহঙ্কাৰী॥
তব চিন্তামণি পাই এভো মোৰ জ্ঞান নাই
কিনো মই ধিক ধিক ৰাম।
কহে ৰাম মহানন্দ সংসাৰৰ চিন্তা বন্ধ
নিৰন্তৰে বোলা ৰাম ৰাম॥১০০৭

---

পদ

আত অনন্তৰে কথা শুনা সভাসদ।
কৰো কোটি নমস্কাৰ শঙ্কৰৰ পদ॥
একদিনা শিশুসবে শঙ্কৰক মাতি।
যেনমতে উমলন্ত শুনা কৰ্ণ পাতি॥ ১০০৮
ৰামৰাম বালকে বান্ধয় বালি ভাত।
শাৰী হুয়া সবেয়ো বসিল পাৰি পাত॥
শঙ্কৰৰ পাতত দিলন্ত আনি আগে।
আনো বালকক পাচে দিলা মহাভাগে॥ ১০০৯
বসিলন্ত ৰামৰাম শঙ্কৰৰ পাশে।
ধুধুৰিত ঘহি বালি মহাৰঙ্গে হাসে॥

হেনয় ভোজন করি উঠিলন্ত যেবে।
আবো এক কর্ম্ম গুনা করিলন্ত ভেবে॥ ১০১০
বহুবিধ শিশুলীলা করে নিরন্তরে।
ভেকুবির বস্ত্র পাচে কাঢ়িলা শঙ্করে॥
হেন দেখি তাহার লাগিলা মনে দুখ।
গালি পারিবাক লৈলা করি ক্রোধ মুখ॥১০১১
কান্দি কান্দি ফটা বস্ত্র লৈলা হাতে তুলি।
কুম্ভক ঘালিলন্ত ধন খোয়া বুলি॥
শঙ্করক ধরি এক আজোর মারিল।
তার হস্তখানি পাচে আপুনি ভাগিল॥১০১২
হেন দেখি সবেয়ো হাসয় তাক বেঢ়ি।
ধরিলেক বিবে সিটো কান্দে গেরি পারি॥
ধীরে ধীরে শঙ্করো চলয় মনে গুণি।
নোবোলে নমাতে একো গুনিয়ো দুগুনি॥ ১০১৩
এটা বস্ত্র আনি পাচে এরি এক ঠাই।
জোবা গৈল ফটা বুলি চিনিয়ো নপাই॥
সকলো বালকে তাক চায়ে মেলি মেলি।
কান্দা নাহি দেখিয়া হাসয় করে কেলি॥১০১৪
রামরাম বালেক মাত্তিলা গল ভরি।
বোলে শঙ্করক গালি পারে কেন করি॥
পূর্ব্বরতে বস্ত্র তোর আছে দেখো হেরা।
ভাঙ্গিল আপুনি হাত কিবা কেরকেরা॥ ১০১৫

এহি কথামাত্তে যেবে চলি গৈলা ঘরে।
শুনিয়োক তাব যেন ভৈল অনন্তরে ॥
হরির নন্দন ভেকুরি যে তার নাম।
শঙ্করক আজুরি ভাঙ্গিল হস্ত বাম ॥ ১০১৬
হেন দেখি হরির লাগিল মনে দুখ।
করন্ত বিষাদ আতি দেখি পুত্রমুখ ॥
তাক লৈয়া গৈলা পাছে কুসুমর ঘরে।
দেখি তাক শঙ্করে মনত চিন্তা করে ॥ ১০১৭
খঙ্গিবেক পিতৃ মোক জানিলো নিশ্চয়।
মনে মনে গুণি বসি আছা মহাশয় ॥
দেখি তাক কুসুমে পুছিলা কথা হাসি।
আমার থানক তুমি আছা কিক আসি ॥ ১০১৮
মনদুখে হরি মাতিলন্ত কুসুমক।
পূর্ব্বাপর কথা কৈলা দেখায়া পুত্রক ॥
বুলিলন্ত ভুঞা ইটো কথা নুহি ভাল।
কি করিবো আক মই অবোধ ছাবাল ॥ ১০১৯
হেন দেখি হরি পাছে পুত্র সমে পরি।
করিলা মিনতি শঙ্করর পায়ে ধরি ॥
যেতিক্ষণে শঙ্করক নমস্কার কৈলা।
ভগা হস্ত তার তেতিক্ষণে ভাল ভৈলা ॥ ১০২০
হেন দেখি কুসুমে আনন্দে আছা চাই।
পিতাপুত্রে তাসম্বাকো নমিলন্ত যাই ॥

প্ৰণতি পূৰ্ব্বক আৰো বুলি স্তুতি-বাণী।
গুহক গৈলন্ত চলি মাগিয়া মেলানি ॥১০২১
মনত বোলন্ত কিনো দেখিলো অদ্ভুত।
মহাশক্তিমন্ত ইটো কুসুমৰ সুত ॥
পুত্ৰ সমে কুসুম আপুন ঘৰে বৈলা।
দ্বাদশ মাসৰ লীলা এহিমানে গৈলা ॥১০২২
ত্ৰয়োদশ মাসৰ শুনিয়ো যেন কথা।
কছাৰী ৰাৱণ আৰো মিলিলেক তথা ॥
আশ্বিন মাসত জল বাঢ়ে অৰ্দ্ধা অৰ্দ্ধ।
ফুৰিবে নপাৰি তবে কৰে আতি বদ্ধ ॥ ১০২৩
এহিমতে আছা তৈতে কুসুম মহন্ত।
নজানন্ত মাৰিবে কছাৰী আসিলন্ত ॥
একদিনা গধূলিকা সেহি বাৰ্ত্তা পাইলা।
হেন জানি কুসুমে সবাকো জান দিলা ॥ ১০২৪
শুনি ভূঞাসবে আতি মহাত্ৰাস কৈলা।
আলি পুথুৰীৰ লোক হাবি মাজে গৈলা ॥
হাটকোট কৰে সবে ভূঞা নিৰন্তৰ।
সুধা গাৱে ওলাই গৈলা বনৰ ভিতৰ ॥ ১০২৫
সেহি ৰাজ্য ভেটিলেক কছাৰী লস্কৰে।
পলাইল সমস্ত লোক গাৱৰ কাপোৰে ॥
কুসুম দেৱৰ আছে নাদ তিনি গোটা।
তাতে পুতি থৈলা কিছু তাম কাঁস লোটা ॥ ১০২৬

লুড়ি লুড়ি গ্রাম দেশ করিলা উচ্ছন্ন।
তিনি দিন হানা দিয়া বিচারিলা ধন॥
কুকুর মেকুরী গরু খাইলা মারি কাটি।
তিনি দিন অন্তরে দিলন্ত পাচে ভাঠি॥ ১০২৭
পলাই আছে লোক যত বনর ভিতরে।
শাক কচু খায়য় ক্ষুধাত আতি মরে॥
সেহি সময়ন্ত কুসুমর পুত্র ভৈলা।
তাতেসে তাহার নাম বনগঞা থৈলা॥ ১০২৮
অরণ্যর মধ্যে যেবে পলাই সবে আছে।
কুসুমেয়ো এক কথা করিলন্ত পাচে॥
কাজলীক সীমা করি রাজ্য মারিলন্ত।
চরিয়া পঠাই বার্ত্তা কুসুমে লৈলন্ত॥ ১০২৯
কছারী উজাই পুনু কপিলিক পাইল।
হেন কথা বার ভূঞা সমস্তে শুনিল॥
কছারী মারিবে সবে করিয়া আলচ।
মারিবাক বোলে আমি নকরোহো ওচ॥ ১০৩০
নিলে ধন সর্ব্বস্ব মারিবো কছারীক।
পাচ বুদ্ধি করি সবে বসি আছা ফিক॥
কুসুমে বুলিলা পাচে তাসম্বাক চাই।
ভাল ভাল পাইক চাই বাছি লোৱা যাই॥ ১০৩১
হেন শুনি ভূঞা তেতিক্ষণে গৈলা চলি।
লৈলা লোকসব সঙ্গে বড় মহাবলী।

মাটি দিয়া জলে বুৰাই থৈয়া আছে নাও।
সেহি নৌকা তুলি সবে লৈলা পাৰে পাৰ ॥১০৩২
কুসুমক আগ কৰি লবিলন্ত পাচে।
কপিলিৰ মুখত কছাৰী ৰহি আছে ॥
দুই ভিতি হুয়া তাক বেঢ়িলেক যাই।
শীঘ্রে দ্বাৰ ভন্টিলে যুদ্ধক আগুৱাই ॥১০৩৩
দৃঢ়তৰ গড়িক বান্ধিলা সবে কাছি।
সনাইবাৰ খাণ্ডা বাক লৈলা বাছি বাছি ॥
উষা সময়ত সবে কছাৰীক বেঢ়ি।
চতুৰ্ভিতি কাটিবে লাগিলা দিয়া গেড়ি ॥১০৩৪
বগুৰা লাগিলা আতি কৰে থক্ বক্।
ভূঞাসবে কাটি নেই কৰি ঘক্ ঘক্ ॥
জলে থলে লৰৰি পলাই কতো গৈল।
আৰ পৰা ভূঞাসবে খেদি নগৈ ৰৈল ॥১০৩৫
কছাৰী মাৰিয়া যত পাইলা ধন মাল।
নৌকাত তুলিয়া লৈলা বাছি ভাল ভাল ॥
বেথাই জানে সোমাই পাচে পাইলা বনগাওঁ।
ভূঞাসবে ওথাতে চপাইলা গৈয়া নাও ॥১০৩৬
সেহিসে নিমিত্তে তাক বনগঞা বোলে।
বসাইলন্ত লোকক জানৰ কোলে কোলে ॥
কুসুমেয়ো তৈতে এক আবাস কৰিলা।
আদিপুথুৰীক পুত্ৰ তেবেসে আসিলা ॥১০৩৭

রাবন্ডুক্না দ্বিজ যত গৈলা ঘরাঘরি।
হৈলা কৃতকৃত্য পাচে আপদ নিস্তরি॥
যেন নন্দে বৃন্দাবনে পাতিলন্ত গ্রাম।
তৈতে বহু লীলা করিলন্ত কৃষ্ণ রাম॥১০৩৮
হেন যত কর্ম্ম ইটো দেখা শঙ্করর।
অনাদি ঈশ্বর আইলা কুসুমর ঘর॥
হুই সুই সাধুসবে শুণি চোরা আক।
বিচারন্ত তুই যদি নিন্দিবা আমাক॥১০৩৯
এক ররিষর লীলা এহিমানে খণ্ড।
দুই ররিষর লীলা শুনা আবে কণ্ড॥
এহিমন্তে কুসুম তথাত যেবে আছে।
যেন কৈলা শঙ্করে শুনিয়ো তাক পাচে॥১০৪০
অনেক ব্রাহ্মণসব আছয় তথাত।
আশীর্ব্বাদ করয় মাথাত দিয়া হাত॥
বস্ত্র ধন যথোচিত কুসুমে দিলন্ত।
শঙ্করক যোরহাত করিয়া চলন্ত॥১০৪১
তাত পাচে আছন্ত শঙ্করদের নিজ।
মিলিলা তথাত ব্রহ্মবধী এক দ্বিজ॥
আশীর্ব্বাদ করি সিটো মাথাত হাত দিলা।
শঙ্করর অদভুত রূপক দেখিলা॥১০৪২
বস্ত্র ধন যথোচিত কুসুমে দিলন্ত।
শঙ্করর রূপগোট দেখি হৈলা ভীত॥

পাচগুটি রহিল আঙ্গুলি করি পুষ্ট।
তেতিক্ষণে তার গায়ে গলাইলন্ত কুষ্ঠ ॥১০৪৩
বহুতর লোক রহি আছি সেহি ঠাই।
গালে মুখে হাত দিয়া আছে সবে চাই ॥
কুসুমে লৈলন্ত কোলে শঙ্করক তুলি।
দেখাক স্মরবে লোকে কি দেখিলো বুলি ॥১০৪৪
শুচ শুচ পাপিষ্ঠ কুসুমে বোলে বাণী।
লজ্জা হুয়া আপুনি গৈলন্ত মনে জানি ॥
চতুর্ভুজ শুক বোলে শুনিয়ো গোসানী।
পন্থে পন্থে সিঞ্চোক গোবর পানী আনি ॥১০৪৫
মনদুখে দ্বিজবরে গৈলা বাটে বাটে।
হেন কথা শুনি লোকে করে হাটে ঘাটে ॥
ইসব কথাক সবে ব্রাহ্মণে শুনিলা।
সেহিদিন হন্তে কেহো মাথাক দুচুরাইলা ॥১০৪৬
নিলগর পরা দ্বিজ আশীর্ব্বাদ করে।
সঙ্কুচিত হুয়া থাকে শঙ্করক ডরে ॥
সেহি রাত্রি কুসুমক দেখাইলা সপোন।
কেশ চটায়োক পিতৃ বুলিলো বচন ॥১০৪৭
ব্রহ্মবধী দ্বিজে মোর মাথে দিলা হাত
হেন কথা পিতৃ তুমি দেখিলা সাক্ষাত ॥
স্বপ্ন দেখি কুসুমে উঠিলা তেতিক্ষণে।
বুঢ়ীআইক কৈলা কথা অসন্তোষ মনে ॥১০৪৮

পোহাইলন্ত রজনী কুসুমে মনে জানি।
চটাইলন্ত কেশ পাচে মধুরাক আনি ॥
এহিমতে কুসুমে আছন্ত হরিষতে।
শঙ্করর মুখে চুমা খান্ত আনন্দতে ॥১০৪৯
পরম লাৱণ্য শক্তি রূপ সুকুমার।
করিলন্ত কুসুমর পুরুষ উদ্ধার ॥
বালকর লগে ক্রীড়া করা আতিশয়।
মহারঙ্গে আরম্ভতি করিয়া ফুরয় ॥১০৫০
রূপে গুণে বোলে তাক সম নাহি কের।
মনুষ্যরূপে শিশু সঙ্গে ক্রীড়ে প্রভু দের ॥
বন্ধু বান্ধৱর দেখি পরম আনন্দ।
চন্দ্র সম বদন হাসিত মন্দ মন্দ ॥১০৫১
বালকর সঙ্গে রঙ্গে করা সদা ক্রীড়া।
সর্ব্বদায়ে উমলন্ত নাহি ক্ষুধা পীড়া ॥
সমান বালকে তাঙ্ক বলে নোৱারয়।
শঙ্করে ধরিয়া তুলি তুলি আস্ফালয় ॥১০৫২
হেন লীলা করে নিতে শিশুগণ সঙ্গে।
বৃন্দাবনে কৃষ্ণে যেন ভ্রমিলন্ত রঙ্গে ॥
ক্ষুধা তৃষ্ণা নগণি খেলয় রাত্রি দিনে।
মারয় সবাকে একে রামরাম বিনে ॥১০৫৩
দেখি কুসুমর হরিষর সীমা নাই।
আন বন্ধু বান্ধৱর আনন্দ বঢ়াই ॥

শঙ্কৰৰ নাম ভৈল জগতে বিদিত।
বৎসৰেক তিনি প্ৰবেশিল এহিমত॥ ১০৫৪
জয়ন্তা মাধৱ হলায়ুধক যে মাতি।
কৰ্ণ বিন্ধিবাক লাগে আলোচিলা বাত্ৰি॥
সণ্চৰাক আনি দিন বাৰ গণিলন্ত।
শুক জাতি মিত্ৰ আনি কুসুম মহন্ত॥ ১০৫৫
আসিলন্ত দান লৈবে বিপ্ৰ ভাল ভাল।
আনিলন্ত মাতি আৰো ঢোল কৰতাল॥
ভাত পাচে মধুৰা নাপিত আসি আছে।
চটাইলন্ত কেশ নখ কাটিলন্ত পাচে॥ ১০৫৬
পিঠিভাগে ভৰিৰ নখত দিলা তুলি।
নাৰীগণে বেঢ়ি ৰঙ্গে দিলন্ত উৰুলি॥
বহুতৰ বিপ্ৰগণে আশীৰ্ব্বাদ কৰি।
শঙ্কৰৰ মাথাত দিলন্ত পুষ্প ভৰি॥ ১০৫৭
ভৈল হৰিদ্ৰাক ঘসি শঙ্কৰৰ পাৱে।
শাৰী হুয়া দেৱী নাম গাৱে নানা ভাৱে॥
পাট বস্ত্ৰ পিন্ধাইলন্ত নোৱাই ধুৱাই আনি।
পৰম আনন্দ মনে বূঢ়ী যে গোসানী॥ ১০৫৮
উপবাসে মধুৰাই বিন্ধিলেক কৰ্ণ।
বস্ত্ৰ অলঙ্কাৰক দিলন্ত পূৰি মন॥
দশ দিগপালক দিলন্ত শুক হোম।
চৰণে প্ৰণাম পৰি কৰিলা কুসুম॥ ১০৫৯

গুরু জ্ঞাতি বন্ধু কৈলা ভোজন সম্প্রতি।
বস্ত্র ধন সবাহাকে দিলা মহামতি॥
পুত্র সমে কুসুমে নমিলা গুরুপারে॥
আন ব্রাহ্মণক দান দিলা গারে গারে॥ ১০৬০
পরম সন্তোষ মনে সবে চলি গৈলা।
তিনি বরিষর কথা এহিমানে থৈলা॥
আত অনন্তরে আরো কথাক শুনিয়ো।
শঙ্করর যশচয় কর্ণভরি পিয়ো॥ ১০৬১
একদিনা শিশুসঙ্গে ফুরে উমলিয়া।
ধরিলা বনর মাজে মৈরাক দেখিয়া॥
বালকসকলে দেখি করে মহারঙ্গ।
মৈরা ধরি শঙ্করে করয় অঙ্গ ভঙ্গ॥ ১০৬২
রামরামে মাতে ডেকাগিরি বুলি বুলি।
শঙ্করে লরবে মৈরা ওপরক তুলি॥
পাচন্ত বালক দেখি যাই ধরি ধরি।
শঙ্করক লাগ কেহো নপারে লরবি॥ ১০৬৩
কতোবেলি অনন্তরে বসিলন্ত যাই।
শিশুগণে রহিলা করিয়া হাইকাই॥
লাকুর দীঘল পাখা গৈলা উভারিয়া।
সন্ন্যাসীর বেশে নাচে ভের দিয়া দিয়া॥ ১০৬৪
দেখি শিশু সমস্তর আনন্দিত মন।
আজুরিয়া মৈরাক মারিলা ততিক্ষণ॥

দেখিয়া শঙ্কৰে ৰব কৰে উতপাত ।
মাথে বুক দিয়া তাক জীয়াইলা অথাত ॥ ১০৬৫
চপ্ চপ্ কৰি পাচে দিলেক উড়াৰ ।
বেগে যাইবে নপাৰে পাখাৰ ভৰে গাৰ ॥
শঙ্কৰে লৰৰি খেদি গৈলা আবোৰাৰ ।
জাম্প দিয়া ধৰিলন্ত হুয়ো ঠেঙ্গে তাৰ ॥ ১০৬৬
পাখা জপাই ঠোটত ধৰিলা মুঠি কৰি ।
বায়ু নিৰোধিয়া সিটো প্ৰাণে গৈলা মৰি ॥
বুঢ়াআই কুসুমে শুনিলা এহি কথা ।
আসিল লৰড়ি হুয়ো আথেবেথে তথা ॥ ১০৬৭
দেখিয়া কুসুমে আসি কোলে লৈলা তুলি ।
হাত মুচি গুচাইলা গাৰৰ মাটি ধূলি ॥
শিশুসবে মেৰাসব ঘসাই নেই টানি ।
হেন দেখি কুসুমে বুলিলা বাধা বাণী ॥ ১০৬৮
এৰিলন্ত মৈৰাক শুনিয়ো সবে হাক ।
খুত খুত কৰি তেবে বাটি নিলে তাক ॥
কতো কতো লোকে দেখি বেড়ি চাৰেঁ তৈত ।
বোলে ওবা হেন কথা শুনি আছা কৈত ॥ ১০৬৯
কুসুমো আসিলা ঘৰে শঙ্কৰক লই ।
হেন কথা শুনি লোকে হাসে কই কই ॥
ঘৰাঘৰি গৈলা সবে শিশুগণ যত ।
হেন কথা কৈলা পিতৃমাতৃৰ আগত ॥ ১০৭০

হেন আনন্দতে চাৰি বৰিষ চৰাইল ।
বছৰ পাছেক পুত্ৰ আসিয়া মিলিল ॥
কুসুমে সুধিলা পাচে বুঢ়াখাত বুদ্ধি ।
কৰো চূড়াকৰণ দেহাৰ হৌক শুদ্ধি ॥ ১০৭১
এহি বুলি আনিলন্ত জ্ঞাতি বন্ধু মাতি ।
আনিলন্ত গুৰুক সাদৰ কৰি আতি ॥
সণ্ডৰাৰ হাতে দিন বাৰ কৰাইলন্ত ।
সুমঙ্গল কৰি আতি কুসুম মহন্ত ॥ ১০৭২
ঢোল কৰতাল বাদ্য কৰয় আনন্দ ।
দেৱীৰ নামক গাৱে কৰি নানা ছন্দ ।
বহুতৰ নাৰীসবে কৰয় উৰুলি ।
মুণ্ড মুণ্ডি পাৱত পাদুকা দিলা তুলি ॥ ১০৭৩
নখ কাটি তাতে আলতাৰ দিলা ফোট ।
অলঙ্কাৰসব ঢাকি জ্বলে গাৱগোট ॥
মাথাত পাগুৰি পিন্ধাইলন্ত পাট তুনি ।
গাৱৰ পচড়াখানি বৰণ অৰুণি ॥ ১০৭৪
দুই বাহুযুগ জ্বলে মহা মনোনীত ।
পিন্ধাইলা আঙ্গুঠি নিয়া দশ আঙ্গুলিত ॥
কৰ্ণে দুই কুণ্ডল ডোলয় হেমময় ।
হৃদয়ত মুকুতাৰ হাৰ প্ৰকাশয় ॥ ১০৭৫
পৰম লাৱণ্য শিশু মুখে অল্পহাসি ।
দুইগোট নেত্ৰ যেন পঙ্কজৰ পাসি ॥

সুন্দর নাসিকা দন্ত মুকুতার পাতি।
ভকত জনর যেন দেখি খণ্ডে ভ্রান্তি॥ ১০৭৬
প্রতি পদে চলি যান্ত শোভয় ধরণী।
গহীন সাগর যেন গজেন্দ্র গমনী॥
নোৱাই ধুৱাই শঙ্করক নিয়া বুঢ়ীআই।
নারীসবে মাঙ্গল্য উরুলি করি যাই॥১০৭৭
নরোত্তম গুরু যৈতে আছে হোম দিয়া।
তৈতে শঙ্করক বুঢ়ী বৈসাইলেক নিয়া॥
শুনিলন্ত শঙ্করর চূড়া মহোৎসৱ॥
দান লৈবে আইলা বিপ্র করিয়া উৎসৱ॥১০৭৮
হোম কৈল নরোত্তমে বেদমন্ত্র তুলি।
দুই শত নারীগণে দিলন্ত উরুলি॥
ঢোল করতাল আরু বহু বাদ্য বাজে।
বিপ্রগণে আশীর্ব্বাদ করে গায়ে গায়ে॥১০৭৯
শঙ্করর কান্ধে গুরু দিলন্ত উত্তরী।
মন্ত্র বোলে বিপ্রগণে সুমঙ্গল করি॥
মহা মনোহর সিটো বিচিত্র উত্তরী।
তিনিয়ো করচ লিখি আছা যত্ন করি॥১০৮০
ব্রাহ্মণ জ্ঞাতিক সবে করাইলা ভোজন।
দিলা সমস্তকে তুষি বসন ভূষণ॥
আনো যত লোক সমস্তকে দিলা দান।
দিলন্ত বিদায় মাতি করিয়া সম্মান॥১০৮১

যত লোকসবে চলি গৈলা তেতিক্ষণ ।
থাকিল কুসুম্ব ঘৰে আপুন ভুৱন ॥
আত অনন্তৰে কথা শুনিয়ো সম্প্রতি ।
যেনমতে ক্রীড়িলা শঙ্কৰ মহামতি ॥১০৮২
একদিনা বালকসবক লৈয়া সঙ্গে ।
হাক ডাক মুগুনি উমলি ফুৰা ৰঙ্গে ॥
দশজন বালক সহিতে ফুৰা ক্রীড়ি ।
দলি থিলা খেলায়ে কৰিয়া গিড়া গিড়ি ॥১০৮৩
অনন্তৰে পাইলা গৈয়া লৌহিত্যৰ তীৰ ।
ধৰা কান্ধে চৰিয়া শঙ্কৰ মহাধীৰ ॥
কতোবেলি বসি ৰঙ্গে হাসি আলোচয় ।
পাৰ ধুইবো বুলি কথা বান্ধিলা নিশ্চয় ॥১০৮৪
শঙ্কৰে বোলন্ত সবে শুনা মোৰ বুদ্ধি ।
বুৰ দিয়া জলত খেদিবো উদাউদি ॥
এহি যুক্তি কৰি সবে নামিলন্ত জলে ।
বুৰ দিয়া চোৰয় পানীৰ গৈয়া তলে ॥১০৮৫
দুই চাৰি জনকো শঙ্কৰে জপাই ধৰে ।
জলৰ ভিতৰে ৰেই আকোৱালি কৰি ॥
আটাস পাৰয় সবে মৰো মৰো বুলি ।
ধৰে আবোৱাৰ আনি কান্ধত তুলি ॥১০৮৬
পানী খায়া কতো জনে কৰে ঠেলা ঠেলি ।
হেন দেখি শঙ্কৰে হাসয় কৰি কেলি ॥

বামৰামে বোলে শঙ্কৰৰ মুখ চাই।
মনুষ্যৰ বধক তোমাৰ শঙ্কা নাই॥১০৮৭
ইসব কথাক আৰে ভূঞাত কহিবো।
বুঢ়ী আইত সবে আমি গোচৰ কৰিবো॥
শঙ্কৰে বোলন্ত তুমি শুনা বামৰাম।
নকৰিবো আমি আৰ হেনমত কাম॥১০৮৮
কৰোহো কাকুতি কহো নকহিবা কথা।
জলে মাৰি আসা সবে জুন্টি খেলাও এথা॥
আৰ কদাচিত কাকো নেদিবোহো দুখ।
হেন শুনি বামৰাম ভৈলন্ত সমুখ॥১০৮৯
দুই ভাগ কৰিয়া বালক লৈলা বাণ্টি।
জিত জিতি কৰিয়া খেলাৰে জল ৰাণ্টি॥
বামৰাম বালকৰ ভৈল পাচে ঘাটি।
জলক্ৰীড়া এৰিলা যে নাও দিলা ভাঠি॥১০৯০
সেহিবেলা ভৈতে আৰো ভৈল এক কথা।
মৎস্য এক উধাইলেক চাটি মাৰি তথা॥
কাফ নামে তাক লোকে চিতল বোলয়।
থিট লাঞ্জ কৰি সুখে জলত ফুৰয়॥১০৯১
ঘাটৰ সমীপ জলে আছে মুণ্ডা গাছ।
তাতে বাসা কৰি আছে বহুতৰ মাছ॥
লাঞ্জ চাটি জলত মাৰয় ঘনে ঘনে।
তীৰত বসিয়া তাক চাহে শিশুগণে॥১০৯২

বালকসকলে বসি হেন কথা কয়।
সুধা হাতে আক কোনে ধৰিবে পাৰয়॥
ৰামৰাম বালকে বুলিলা শুনি পাচে।
সুধা হাতে ধৰিবাক কাৰ শক্তি আছে॥১০৯৩
শঙ্কৰে বোলন্ত মোৰ বাক্য শুনিয়োক।
মৎস্য ধৰো তুমি সবে কিবা দিয়া মোক॥
হেন শুনি আনন্দে সমস্তে বোলে ভাল।
যেহি খোজা দিবো তাক ধৰা এহি কাল॥১০৯৪
হেন শুনি শঙ্কৰে দিলন্ত জলে বুৰ।
বেগে মৎস্য পলাই গৈল লাগি বহুদূৰ॥
গুহ ঘৰিয়াল মৎস্য কচ্ছপ অপাৰ।
লৌহিত্যৰ ভোৰৰ দেখিতে চমৎকাৰ॥১০৯৫
গহীন গম্ভীৰ নীৰ দেখি লাগে ভয়।
শিশুসবে দেখয় শঙ্কৰ নাহিকয়॥
পৰম বিষাদ মনে বসি কৰে তাপ।
শঙ্কৰক লাগি সবে দিয়া আছে ৰাপ॥১০৯৬
মুগুৰ চৌপাসে মৎস্যগোট ফুৰে ঘুৰি।
শঙ্কৰে ধৰিয়া পাচে মাৰিয়া লাহুৰি॥
দুয়োহাতে মৎস্যগোট আক্ষোৱাল কৰি।
জলৰ ওলাইলা ৰঙ্গে আলগাই ধৰি॥১০৯৭
উঠিলা তীৰত বেগে মৎস্য লৈয়া আসি।
সকল বালকে বেঢ়ি ৰঙ্গে পাৰে হাসি॥

কৰন্ত আনন্দ আতি পৰম কৌতুকে।
হাতে হাতে মৎস্যগোট ধৰিলা উৎসুকে ॥১০৯৮
একডাল বাৰি আনি বান্ধিলন্ত সাজি।
ৰামৰাম কেতায়ে লৈলেক কান্ধে দাজি ॥
মাতি লুটি যাই তাৰ ফান্দ দীৰ্ঘ ছন্দ।
আগে পাচে যাই শিশু কৰিয়া আনন্দ ॥১০৯৯
এহিমতে গৃহক গৈলন্ত মহাভাগে।
যোগাইলন্ত মৎস্যগোট কুসুমৰ আগে ॥
বুঢ়ী আই কুসুমে দেখিয়া কৰে হাস।
বসিলন্ত শঙ্কৰে পিতৃৰ চাপি পাশ ॥১১০০
যেনমতে খেলা লীলা কৰিলন্ত জলে।
ৰাম ৰাম গুৰু তাক কহিলা সকলে ॥
শঙ্কৰৰ মুখে চুমা কুসুমে কৰিলা।
কাটি কাটি মৎস্য তেতিক্ষণে বাটি দিলা ॥১১০১
তাৰ মাংস বুঢ়ী শঙ্কৰক বান্ধি দিলা।
পিতৃ খুৰা সঙ্গে ৰঙ্গে আনন্দে ভুঞ্জিলা ॥
এহিমতে শঙ্কৰো থাকিয়া তেন্তে ৰহি।
আনন্দে উৎসৱে দিনসব যাই বহি ॥১১০২
শুনা সভাসদ কথা কহো পূৰ্ব্বাপৰ।
অপৰ বৃত্তান্ত কহো মৈৰাৰ মৎস্যৰ ॥
কাম নামে বিদ্যাধৰ মৈৰা আছিলন্ত।
পূৰ্ব্বত অগস্তি ঋষি তাক শাপিলন্ত ॥১১০৩

দণ্ডকা বনর মধ্যে ঋষির আশ্রম।
ঋষির মধ্যন্তে ঋষি মহন্ত উত্তম॥
পাঞ্চ প্রহরর পান্থ জুরিয়া কহিত।
বহুবিধ পুষ্প তাত গন্ধে আমোদিত॥১১০৪
একদিনা গৈলা তৈকে বিদ্যাধরে শুনি॥
ধ্যান করি আছন্ত অগস্তি মহামুনি॥
নাচি গাই বিদ্যাধরে করে বহু নৃত্য।
সুস্বর করিয়া নানাভাবে গাৱে গীত॥১১০৫
বিদ্যাধর সম্বাদ আন্দোল রব শুনি।
লাসে লাসে চক্ষু মেলিলন্ত মহামুনি॥
সমাধি এরিয়া পাচে চাহিলন্ত তাক।
ছদ্মরূপে বিদ্যাধরে পাত্তিলন্ত পাক॥১১০৬
পক্ষী হুয়া ঋষিক মারিলা পখা চাট।
ওলমিয়া আছয় ঋষির জটা ডাট॥
পখা বায় লাগি জটা হোৱে কাটি কুটা।
হেন দেখি বোলে ঋষি শুন অরে ধুতা॥১১০৭
সাগরক কাঠি লৈয়া পাপী জুরি চায়।
কর্ণাল গোমত ভই খেলারস পায়॥
জানি মহামুনি সবে তাহার অবস্থা।
অসুর বুলিয়া তাক শাপ দিলা তথা॥১১০৮
তাতে আসি ভহিত তৈলেক অধাসুর।
কৃষ্ণ হাতে মরিয়া পাইলেক মোক্ষ পুর॥

যৈবা পক্ষী ভৈলা সিটো আসি অনন্তরে।
ঋষি বাক্য পালি আঙ্কু মাৰিলা শঙ্কৰে ॥১১০৯
কাম নামে বিদ্যাধৰ বৈকুণ্ঠক গৈলা।
মৎস্যৰ বৃত্তান্ত কহো শুনা যেন ভৈলা ॥
লহু নাম গন্ধৰ্ব্ব যে আছিল স্বৰ্গৰ।
পূৰ্ব্বে আক শাপ দিয়া আছে সৃষ্টিকৰ ॥১১১০
যৈসানি বামন দেৱে বলিক ছলিল।
ব্রহ্মডিম্বগোট নখ লাগিয়া ভাঙ্গিল॥
পৰম বিচিত্র জল বহিবাক লৈল।
দেখি ব্রহ্মা কমণ্ডলু পাতি আগ ভৈল ॥১১১১
সেহিবেলা গন্ধৰ্ব্বয়ো মায়া পাতিলন্ত।
ভৰি চাৰি গৈয়া সিটো ব্রহ্মাৰ আগত ॥
পৰম বিচিত্র জল বুৰাই তাক গৈল।
ব্রহ্মাৰ হাতত কমণ্ডলু ভৰি ৰৈল ॥১১১২
তেতিক্ষণে গন্ধৰ্ব্ব মৎস্যৰ ৰূপ ধৰি।
আথে বেথে গৈয়া ঝাম্পে আনন্দিত কৰি॥
লৰৰিয়া বেগে কমণ্ডলুত পৰিল।
হেন দেখি ব্রহ্মা কোপ কৰি শাপ দিল ॥১১১৩
পুনৰপি ব্রহ্মা আৰো বলিলা শুনাই।
তোতপাৰে ত্রৈলোক্যত মহামন্দ নাই ॥
পৰম লম্পট পাপী বিদ্যাধৰ হুই।
সাঙ্কিলি পাতেক মোৰ কমণ্ডলু তুই ॥১১১৪

হেন শুনি গন্ধৰ্ব্বৰ উৰি গৈল জীৱ।
দণ্ডৱতে পৰি বোলে শাপ অন্ত দিয়ো ॥
তাহাৰ কাকুতি দেখি ব্ৰহ্মা কৃপাময়।
ক্ৰোধ এৰি তাক প্ৰতি হৈলন্ত সদয় ॥১১১৫
প্ৰসন্ন বদনে ব্ৰহ্মা বুলিলন্ত পাচে।
শিৰ নত কৰিয়া গন্ধৰ্ব পৰি আছে ॥
দায়া কৰি ব্ৰহ্মা তাক বুলিলন্ত বাণী ॥
বসুদেৱ গৃহে কৃষ্ণ জন্মন্ত যৈসানি ॥১১১৬
হুইবি মুখ্য অসুৰ কংসৰ সভা মাজে।
মোৰ বাক্য পালিয়া মাৰিবে যদুৰাজে ॥
থাকিবি স্বৰ্গত পুনু মুখ্যপদ পায়া।
কতোদিন বঞ্চিবি আনন্দে খায়া দায়া ॥১১১৭
আৰো কথা শুনিবি কহিবো কথা মই।
স্বৰ্গহন্তে পৃথিবীক যাইবি পুনু তই ॥
মৎস্যৰ গৰ্ভত জলে হৈবো তোৰ জন্ম।
তেবেসে এৰাইবি ইটো পাপবন্ধ কৰ্ম্ম ॥১১১৮
সেহি কৃষ্ণে জন্মিবে শঙ্কৰ নাম ধৰি।
কুসুমৰ ঘৰে গৈয়া জন্মৰূপে হৰি ॥
অৱশেষে যদুকুল তাৰিবাক মনে।
জগত ভকত হৈয়া হৈব বাঢ় জনে ॥১১১৯
তই জলে মৎস্য হুয়া থাকিবি উপাসি।
কৰিবেক উদ্ধাৰ শঙ্কৰে তোক আসি ॥

এহি বুলি ব্ৰহ্মা ভেবে মৌন হুয়া ৰৈলা।
অধোমুখে বিদ্যাধৰে নীচ যোনি গৈলা ॥১১২০
শল্য নামে অসুৰ তাতেসে ভৈল দৈত্ত।
সেহি শাপে মৎস্য হুয়া উপজিলা ঐত ॥
বিধিৰ বচন সাফলিলা নাৰায়ণ।
পঠাইলা বৈকুণ্ঠে মৎস্য কৰিয়া ভোজন ॥১১২১
ইসব কথাক আৰে এহিমানে থওঁ।
শুনা সভাসদ ঊৰ্দ্ধবাহু কৰি কওঁ।
মাধৱৰ মুখে ইটো কথাক শুনিলো।
বামন পুৰাণ শাস্ত্ৰে বিচাৰি দেখিলো ॥১১২২
সৰ্ব্বজয় হৰিহৰি উদাৰ গহন।
হৰি ৰাম শ্ৰীৰাম নাৰায়ণ জনাৰ্দ্দন ॥
জয়শিৱ মাধৱ বলোৰাম গোকুলচান্দ।
ভজাইলন্ত গুৰু ভকতিৰ পাতি ফান্দ ॥১১২২
আসম্বাৰ সঙ্গ আৱে আমাৰ মিলোক।
সমস্ত ভকতে আশীৰ্ব্বাদ কৰা মোক ॥
শুনা সভাসদ সবে মন থিৰ কৰি।
বৈকুণ্ঠৰ পৰা যদি নামি আসে হৰি ॥১১২৪
হাতে হাতে ধৰি যদি তেহো লৈয়া যাই।
সৎসঙ্গ পাত ভৈলে পৰিবে হুনাই ॥
গুৰুৰ চৰিত্ৰ ইটো শুনা সৰ্ব্বজন।
কৈত কেতিক্ষণে পৰে অথিৰ জীৱন ॥১১১৫

ভৰিত বান্ধিব পাইলো ধন্য নৰকায়।
কলিত শঙ্কৰ বিনে গুৰু আন নাই ॥
শুনিলাহা সামাজিক কথাৰ প্ৰস্তাৱ।
হৃদয়ত ধৰা বান্ধি কৃষ্ণপদনাৱ ॥১১২৬
ৰাত্ৰি দিনে সাধো মাত্ৰ ইন্দ্ৰিয়ৰ সুখ।
হেন গুৰু চৰণত ভৈলোহো বিমুখ ॥
হেন প্ৰাণবন্ধু কৃষ্ণ দৈৱকীনন্দন।
তযু পদপঙ্কজে মজোক মোৰ মন ॥১১২৭
শৰণ ভজন ভক্তি ৰত্নদ্বীপ পাইলো।
তাক এৰি পাতকী দিনতে আখি খাইলো ॥
চৰণে কাকুতি কৰো হে গুৰু বাপ।
দিয়ো ভকতৰ সঙ্গ খণ্ডা তিনি তাপ ॥১১২৮
হৃদয়ত দিনে দিনে বাঢ়ে পাপমল।
আশা নামে সমুদ্ৰত পৰি গৈলো তল।
হৰি গুৰু ভকতত নাই মোৰ ৰতি।
ধনে জনে মগ্ন হুয়া গৈলো অধোগতি ॥১১২৯
শ্ৰৱণ কীৰ্ত্তন নাম নছাৰোক মুখে।
ভকতৰ সঙ্গ মোৰ হৌক সুখে দুখে ॥
হেন প্ৰাণবন্ধু মোৰ হুয়োক সহায়।
তুমি বিনে মোহোৰ সুহৃদ আন নাই ॥১১৩০
গুচোক সংসাৰ বন্ধ ছাড়া মোহ মায়া।
শৰণাগতক নাথ কৰা আৰে দায়া ॥
কহে ৰাম মুঢ়ে গুৰুপদ শিৰে ধৰি।
ভকতৰ সঙ্গ হৌক বোলা হৰি হৰি ॥১১৩১

## ফুলজী

গুনা আতপৰে কথা নিৰন্তৰে
যেন ভৈলা তাত পাচে।
আদিপুথুৰীৰ নদীৰ তীৰত
বনগঞ্জা ভৈত আছে।
কুসুমেয়ো গুনা ভৈতে একদিনা
গৈলা পাম চাহিবাক ॥
তথা দিনা দুই আনন্দিত হুই
আছিলা শুনিয়ো তাক ॥১১৩২
পুনৰপি আইল নিজ থান পাইল
কুসুমে হৰিষ মনে।
সেহিদিনা পাচে ভৈতে যেবে আছে
সঙ্গে ৰঙ্গে বন্ধুগণে ॥
পৰিল নাপৰা আৰো গায় পোৰা
ভৈলেক সকলো গারে।
দেই দাক তাত নাপারে সকাশ
সুস্থ নাহি একো ভাগে ॥১১৩৩
হস্ত পায় ঠেঙ্গ কৰে চেঙ্গ চেঙ্গ
বিষত মূৰ্চ্ছিত হুই।
প্ৰাণ যায় ফুটি জ্বলে চক্ষু দুটি
পোৰে আতি যেন জুই ॥

সেই পৰ পালি কৰি আজি কালি
দিন দশ পৰি আছে।
দিলা ৰাজ্যভাৰ সবে আপুনাৰ
খুড়া দুইকো মাতি পাচে ॥১১৩৪
আনি শঙ্কৰক পুত্ৰ বনগঞাক
মাতৃকো দিলো জানিবা।
যাওঁ পৰলোক দিলো তোমাসাক
সবাকো খুড়া পালিবা ॥
কৰি হুমহুম কান্দয় কুসুম
পুত্ৰ দুইৰো ধৰি গলে।
দেখি বুঢ়ী আই কান্দে গেৰিয়াই
কান্দয় বন্ধুসকলে ॥১১৩৫
বুঢ়াখায়ে বাৰে কান্দে নানাভাৰে
কান্দে বনগঞা মাতৃ।
হুলায়ুধে চাই কান্দে গেৰিয়াই
কান্দে আনো ভাই ভাতৃ ॥
বিনাই বিনাই কান্দে বুঢ়ীআই
বাপু মোৰ কৈক যাহা।
আকোৱালি তুলি কৈক যাহা বুলি
মোক কিক নামাতাহা ॥১১৩৬
লৈয়া শঙ্কৰক নাতি বনগঞাক
দুইকো ধৰি গলে বান্ধি।

মাথাক মাটিত আকালি তথাত
গেৰি পাৰে কান্দি কান্দি ॥
চক্ষুক মুদিয়া নিশ্বাস তেজিয়া
কুসুমে কৰিয়া শোক।
ছাৰিলন্ত প্ৰাণ গৈলা নিজধাম
এৰিয়া মনুষ্যলোক ॥ ১১৩৭
এহিমতে যেবে আছে তৈতে তেবে
কান্দে সবে পৰি পৰি।
জয়ন্তে দেখিয়া চৌদল আনিয়া
শৱ লৈয়া ভৈলা লৰি ॥
পাইলা লৌহিত্যক চিতা সাজিলেক
দহিলেক তাতে তুলি।
শঙ্কৰে দেখিয়া কান্দে গেৰি দিয়া
বাপ কৈক গৈলা বুলি ॥ ১২৩৮
কুসুমৰ কায় নিমিষেকে ছাই
ভৈলা সিটো তেতিক্ষণে।
বিপ্ৰগণ যত আৰবি তথাত
আছে দান লৈবে মনে ॥
শুক চতুৰ্ভুজ কৰিয়া নিকজ
কৰাইলন্ত শ্ৰাদ্ধ পাচে।
শঙ্কৰেয়ো উঠি দান কৈলা তুষ্টি
দ্বিজগণ যত আছে ॥ ১১৩৯

গৈলা সবে ঘৰে          তাত অনন্তৰে
গুনা পূৰ্ব্বাপৰ কথা।
যশোদা বান্ধিলা          অৰ্জ্জুন ভাঙ্গিলা
গোকুলত কৃষ্ণে তথা ॥
কৰিলন্ত স্তোত্ৰ          কুবেৰৰ পুত্ৰ
বালক সবে কহিলা।
শিশুৰ বচন          ধৰে কোনজন
নন্দে তাক নমানিলা ॥ ১১৪০
কহিলো সকলে          শুনা সেহি কলে
গাৱে পোৰা ৰোগ ভৈলা।
কুস্তুমক দেখা          নন্দ সেহি লেখা
আবেসে বৈকুণ্ঠে গৈলা ॥
দধিক ভাঙ্গিলা          যশোদা বান্ধিলা
তেন্তে সত্যসন্ধ্যা আই।
কহো আৰ হেতু          শুনিয়ো যিহেতু
মাৰিলা তেন্তে অবাই ॥১১৪১
ভৈলা অপৰাধ          সেহিসে প্ৰাৰব্ধ
কৃষ্ণক বান্ধিলা যাত্তো।
জুদুখিবা আত          দেখিয়ো সাক্ষাত
কাকুতি কৰিয়া মাত্তো ॥
নিন্দা বাদ এৰি          শুনা সবে যোড়ি
গুৰুৰ চৰিত্ৰ লীলা।

পাক হয় সত্ত বন্দিবব যত  
সংক্ষেপে কথা কহিলা ॥ ১১৪২  
শুনা আতপবে শ্রাদ্ধ কৃত্যবব  
বিমতে কৈলা শঙ্কবে ।  
ফাগুন মাসত কার্য্য কবিলন্ত  
দান দিলা নিবন্তবে ॥  
কবাই ব্রহ্মভোজ বস্ত্র দেবযোগ  
দিলন্ত কবিয়া পাব ।  
গুরু জ্ঞাতি যত ভুঞ্জিলা সমস্ত  
লেখা দিবো কোনে তাব ॥ ১১৪৩  
ডাকি সণ্টবাক পিতৃব কার্য্যক  
কবিলন্ত বৃষোৎসর্গ ।  
দিলন্ত বিদায় শঙ্কব গোসাঁই  
গৈলা যত বিপ্রবর্গ ॥  
যত বন্ধুগণ কবাইলা ভোজন  
কবি আত্তি বহুমন ॥  
বস্ত্র অলঙ্কাব দিলন্ত শঙ্কব  
কবিয়া মহা যতন ॥ ১১৪৪  
গুরুকো সৎকাব কবি বাবেবাব  
দিলা গুরু বস্ত্র ধন ।  
গৈলা গৃহে চলি গুরু মহাবলী  
লভিয়া ধন বতন ॥

কথা অসংখ্যাত কহিবোহো কত
সংহৰিয়া আৰে থওঁ ।
শুনা সাধু সবে কাণ কৰা আবে
অষ্টম ৰবিৰ কওঁ ॥ ১১৪৫
কৃতকৃত্য ভৈল পিতৃশ্রাদ্ধ কৈল
শঙ্কৰ হৰিষে আছে ।
শুনা আত্তপৰে কথা অনন্তৰে
মল্ল এক আইলা পাচে ॥
শঙ্কৰৰ আগে মল্ল মহাভাগে
প্রবেশ ভৈলেক আসি ।
শঙ্কৰেয়ো তাক বুলিলন্ত বাক
মধুৰ বচনে হাসি ॥ ১১৪৬
শ্রম কৰো মই চাহি থাক তই
দেখো আজি মুনিষাই ।
শুনি হেন বাণী মল্লে মনে মানি
মাৰিল শুম্ভত ঘাই ॥
চৌৰা গৃহখান কৰে কণ কণ
ভাগি গৈল শুম্ভগোট ।
হাসে খলখলি মল্ল মহাবলী
মাৰিয়া মুষ্টিৰ চোট ॥ ১১৪৭
শঙ্কৰে দেখিয়া তেখনে উঠিয়া
বান্ধিয়া বস্ত্র কটিত ।

ভেষ্টেলীৰ গাছ এক আছে তাত
মাৰিলা মুঠি গুৰিত ॥
পায়া বৰ চোট ভাগি বৃক্ষগোট
পৰি গৈল গিৰিসাই ।
সবেয়ো ভৰিল মেদিনী কম্পিল
তথা দিয়া আছে চাই ॥ ১১৪৮
দেখিয়া মল্লৰ গাৱ থৰথৰ
লাগি গৈল আতিশয় ।
মনত বোলয় কিনো বজ্রময়
বালক ইটো নহয় ॥
বোলয় শঙ্কৰে শুন মল্ল আৰে
শ্রম শিখাউ কিছো মোক ।
দিবো টঙ্কা বস্ত্র শিখাউ তই মাত্র
বুলিলো নিশ্চয় মোক ॥ ১১৪৯
হেন বাণী শুনি মল্লে মনে গুণি
অৱনত ভাৱ হই ।
কৃতাঞ্জলি কৰি চৰণত ধৰি
প্রণামিলা শিৱে ছুই ॥
শঙ্কৰক চাই বোলে তৈল ভাই
যত মোৰ দম্ভ দর্প ।
তোমাৰ আগত ভাগিল মহত্ব
তৈলো যেন ঢোঁৰা সর্প ॥ ১১৫০

এহি বুলি তুলি চৰণৰ ধূলি
পুনৰপি মাথে লৈলা।
হয়া বজমন কৰিয়া গমন
আপুনাৰ গৃহে গৈলা॥
ইটো কথা যত কহিলো সমস্ত
শুনা আৰো আত পৰে।
মৃগ এক তথা আছে কৰৈ কথা
মুকুত কৈলা শঙ্কৰে॥ ১১৫১
আলিপুখুৰীৰ লোক নিৰন্তৰ
শুনা যেন তৈতে কৈল।
মৎস্তক মাৰিবে আলোচিয়া সবে
একদিনা বেৰে গৈল॥
তহিতে শঙ্কৰ সঙ্গে বালকৰ
গৈলা আনন্দিত কৰি।
বিলৰ বামত দলৰ মধ্যত
দেখে মৃগ আছে চৰি॥ ১১৫২
মনে মনে তাক লোকে ধৰিবাক
চতুৰ্দ্দিতি বেঢ়িলন্ত।
মৃগে মুণ্ড তুলি ধৰে লোক বুলি
লৰৰ বেগে দিলন্ত॥
খেদয় পত্তক কৰি উৎসুক
নপাৰয় কেহো লাগ।

শঙ্কৰে দেখিয়া তাক খেদি নিয়া
ভেন্টিলেক গৈয়া আগ ॥ ১১৫৩
ধৰিয়া গলন্ত যেহেন পলন্ত
মৎস্যক কৰিলা বন্দি ।
ধৰিলা হেঢ়াই শঙ্কৰ গোসাই
পলাইবাৰ নাহি সন্ধি ॥
চাপিলন্ত লোক কৰি জোকা জোক
ডেকাপিৰি বুলি বুলি ।
কৰে লোকে বোল বেঢ়ি চাৰি কোল
নাচে সবে হাত তুলি ॥ ১১৫৪
হেনমতে আছে কতবেলি পাচে
মৃগগোট এৰিলন্ত ।
দেখি আছে চাই পশু পলাই যাই
মৰিল পৰি বনত ॥
পুনু পুষ্ট হৈলা উঠি লৰ দিলা
সবেয়ো চাহিয়া আছে ।
শঙ্কৰে বোলন্ত খেদি নযাইবন্ত
আৰ আক পাইবো পাচে ॥ ১১৫৫
যত লোকচয় বিস্ময়ে গুণয়
দেখি বিপৰীত কৰ্ম্ম ।
এহি বুলি সবে আসিলন্ত তেবে
সুমৰিয়া পূৰ্ব্বধৰ্ম্ম ॥

শঙ্করো আসিলা ধরি হেন লীলা
শুনা আত পরে আর ।
পশুর সাধন দিয়ো আত মন
কহিবো হেতু তাহার ॥ ১১৫৬
আরে বিদ্যাধর নিন্দক ইতর
নাই নাই তাক সম ।
নাচি বাগি গই একদিনা যাই
পাইলন্ত ঋষি আশ্রম ॥
মুনি বিশ্বামিত্র পরম পবিত্র
ঋষি মধ্যে অগ্রগণি ।
যেন অপেশ্বরা সমে ক্রীড়া করা
দেরর কন্যা পদ্মিনী ॥ ১১৫৭
তাঙ্ক বিদ্যাধরে দেখিয়া সত্বরে
করিলন্ত উপহাস ।
বোলে মুনিরাজ পরিহিত কাজ
করি গৈলা সর্ব্বনাশ ॥
ছয়া মহামুনি একোকে মুণ্ডণি
সাধিলাহা ঘোরপাপ ।
ঋষি ছয়া করা পরদারা হরা
দেখিলো দেখিলো বাপ ॥ ১১৫৮
মাতিলা বিস্তর করি লম্বুস্বর
বিগুতি করিয়া হাসি ।

ঋষি বোলে বাণী পাপিষ্ঠ নজানি
মোক নিন্দ তই আসি ॥
শুন মন্দমতি গৈল অধোগতি
অসুৰ স্বভাৱ ধৰি ।
নিন্দিলিহি মোক শাপ দিলো তোক
নীচ যোনি পাইবি মৰি ॥ ১১৫৯
জন্ম অসুৰত কংসৰ সভাত
হস্তীয়াৰ হইবি তই ।
শুন ওৰে দুষ্ট নামত অম্বষ্ঠ
বুলিলো তোহোক মই ॥
মাৰিবেক তোক বাৰি স্বৰ্গলোক
কৃষ্ণৰ হাতত পৰি ।
সেহি কৃষ্ণ আৰ চিন্তিবেক মাৰ
শঙ্কৰ স্বৰূপ ধৰি ॥ ১১৬০
বধিবে দুনাই পশু হইবি যাই
বুলিলো নিশ্চয় বাণী ॥
সেহি ঋষিবাক্য লাগে কৰিবাক
শঙ্কৰে মনত জানি ।
কৰি হেন লক্ষ্য দিলা তাক মোক্ষ
শুনিলাহা সবে প্ৰাণী ।
শিৱ পুৰাণত কহিয়া আছন্ত
কোনেনো তাক নমানি ॥ ১১৬১

শুনা সৰ্ব্বজন তেজি আন মন
শঙ্কৰত কৰা ৰতি।
ইটো যশচয় যিটো নশুনয়
যাইবে সিটো অধোগতি ॥
ব্ৰহ্মাৰো নমস্ত যিটো ভক্ত বস্তু
শঙ্কৰ স্বৰূপে আসি।
হৰিভক্তি দিলা লোক নিস্তাৰিলা
অজ্ঞান আন্ধাৰ নাশি ॥ ১১৬২
হেন বস্তু পাই তভো যত্ন নাই
কিনো মই মহামন্দ।
ইটো নৰকায় কেতিক্ষণে যায়
দেখিয়ো নেদেখা অন্ধ ॥
হৰিভক্তি বস্তু কৰি মহাযত্ন
শঙ্কৰে কৰি উদ্ধাৰ।
কলিৰ লোকক কৰিলা শঙ্কৰে
সংসাৰ সাগৰে পাৰ ॥ ১১৬৩
ভৈলা একত্তৰ যশ শঙ্কৰৰ
যেন জল বাৰিধাৰ।
কৃপা কৰি হৰি আসি অৱতৰি
ভৈলন্ত গুৰু ইবাৰ ॥
হে প্ৰাণবন্ধু গুৰু কৃপাময়
তুমি বিনে নাই নাই।

তাৰিয়ো ইবাৰ কৰোহো কাতৰ
মোক কৃপা দৃষ্টি চাই ॥১১৬৪
তুমি বিনে হিত নাহি একোজন
ইতিনি লোকত আন।
কৰিয়ো মোচন কমললোচন
পাপ-সাগৰত ত্ৰাণ॥
বৃথা যায় আয়ু ইটো প্ৰাণ বায়ু
কৈত কেতিক্ষণে যাই।
পৰম বান্ধৱ সুখৰ সাগৰ
নভজিলো আখি থাই ॥১১৬৫
খাইলো তৰল বিষয় গৰল
পাতকী মই পৰম।
কৰা কৃপা মোক গতি আবে হৌক
কাকুতি কৰো অধম॥
দৈৱকী নন্দন চৰণে শৰণ
লৈলোহো ভকতি ভাৱে।
সংসাৰ সাগৰে কৰা মোক পাৰ
ইটো তৰু পদনাৱে॥ ১১৬৬
শ্ৰৱণ কীৰ্ত্তন মোৰ সৰ্ব্বক্ষণ
দিয়ো ভকতৰ সঙ্গ।
চৰণত ধৰো যেন পাপী তৰো
নকৰিয়ো আশা ভঙ্গ॥

যেন সুখে দুখে    মোৰ ইটো মুখে
নছাৰোক তযু নাম।
কৰোহো কাকুতি    শুচোক দুৰ্গতি
বোলা সবে ৰাম ৰাম ॥১১৬৭

পদ

আত অনন্তৰে কথা শুনিয়ো সম্প্ৰতি।
শঙ্কৰে পশুক যেন দিলা সদগতি॥
ৰাত্ৰি দিন নাই খেলাই ফুৰন্ত শঙ্কৰে।
ভোজন কৰিবে তাঙ্ক নপাৰন্ত যবে ॥১১৬৮
ফুৰে আৰম্ফটি কৰি যেন পঞ্চ বাগ।
ইবা আসি লিবা যাই নপাই লাগ ভাগ॥
সৰ্ব্বদায়ে ধ্বজা ফুৰায়য় কান্ধে কৰি।
আনে খেদি গৈয়া বুঢ়ী কতো হাতে ধৰি॥ ১১৬৯
একদিনা বালকসবক আসি মাতি।
গাৰ ধুইবে লৌহিত্যত আলোচিলা আতি।
আসনত বসি তৈল লৈলা দুই ভাই।
আনো বালকক মূণ্ডে দিলা বুঢ়ীআই॥১১৭০
উঠিলা শঙ্কৰদেৱ ধ্বজাৰ কাছত।
আগে পাচে বেঢ়ি শিশুসবে লৰিলন্ত॥

বনগঞ্জা গিবিক লৈলেক উবনায় ।
যেহেন শঙ্কৰ সুবৰৰ প্ৰকাশয় ॥১১৭১
আগে চলে বামৰাম পাচন্ত কেতাই ।
তাত পাচে শঙ্কৰ ধ্বজাৰ কান্ধে যাই ॥
শ্ৰীমন্ত শঙ্কৰদেৱৰ গৌৰ কলেৱৰ ।
পৰম লাৱণ্য মূৰ্ত্তি দেখিতে সুন্দৰ ॥১১৭২
ছত্ৰাকৃতি মাথা তাত কেশ কচিকৰ ।
দুই কৰ্ণে দোলয় কুণ্ডল সুৱৰ্ণৰ ॥
কপোল সুসম আতি মুখপদ্ম জ্বলে ।
শীতল দীপিতি কবি চন্দ্ৰ যেন জ্বলে ॥১১৭৩
নাসিকা সুন্দৰ নেত্ৰ পঙ্কজৰ পাসি ।
গম্ভীৰ বচন মুখে সদা কৰে হাসি ॥
ৰাতুল অধৰ দান্ত মুকুতাৰ পান্তি ।
কচিৰ চিবুক যেন জ্বলে পদ্মপান্তি ॥১১৭৪
আজানুলম্বিত মহা দুইবাহু পুষ্ট ।
গল কম্ভু কণ্ঠক দেখন্তে আতি তুষ্ট ॥
সুৱলিত দুই হস্তে টাৰ প্ৰকাশয় ।
বিতোপন আঙ্গুলিত আঙ্গুঠি শোভয় ॥১১৭৫
হৃদয়ে সুৱৰ্ণ হাৰ নাই তাক সৰি ।
বক্ষৰ কমল যেন শাৰত পাসৰি ॥
বক্ষস্থলে কণ্ঠমণি জ্বলে শাৰী শাৰী ।
হেৰুলীয়া তুনি থানি নীলবৰ্ণ পাৰি ॥১১৭৬

কটি উৰু জানু জঙ্ঘা আতি মনোনীত।
দেখিল মাত্ৰকে হৰে সবাহাৰে চিত ॥
নিৰ্ম্মল কোমল যেন দুখানি চৰণ ।
লয়লাসে কাঢ়ে ভৰি গজেন্দ্ৰ গমন ॥১১৭৭
হেন চমৎকাৰ মহাৰূপ বিত্তোপন।
পৰম মধুৰ মূৰ্ত্তি লোকৰ ৰঞ্জন ॥
মহা মান্যৱন্ত আতি দেখিতে গম্ভীৰ ।
গুণৰ সাগৰ যিটো মহাযশী ধীৰ ॥ ১১৭৮
এহিভাৱে ভীৰ যেবে পাইলেক শঙ্কৰে।
বসিলন্ত মেল পাতি নদীৰ কাষৰে॥
কতোবেলি আৰি প'চে নামিলন্ত জলে।
বুৰ মাৰি নাদুৰয় বালকসকলে ॥ ১১৭৯
শঙ্কৰে সহিতে চাই আছে ৰাম ৰাম।
সেহিবেলা ভৈতে পাচে কৈলা এক কাম ॥
জলত বহুত গুহ সবে বুৰ মাৰে।
ৰামত বসিয়া উঠি ৰঙ্গ চায়ে ভাবে ॥ ১১৮০
ৰামৰাম কেভাই চাহিছা ৰঙ্গ কৰি।
দুয়ো জনে শঙ্কৰক মাতিলা সাদৰি ॥
এক গুটি গুহ বুৰ দিয়া আনা ধৰি।
গলে ডোল দিয়া উমলিবো ৰঙ্গ কৰি ॥ ১১৮১
হেন শুনি শঙ্কৰে বুলিলা মৃদুবাণী ।
কোনে বুৰ দিবা আত ধাঠি হাত পানী ॥

ব্রহ্মপুত্র জল চেঙ্গা পার নেই কাটি ॥
গুহু বুৰ দিয়া জোনো পায়া আছে মাটি ॥ ১১৮২
থাকু মণি সোলোকাই ছুয়ো দিয়া ষোক।
ধৰিবো গুহক মই যেহি কি নহোক ॥
ৰঙ্গে ছুয়োজনে মাতিলন্ত গলভৰি।
দিবো অলঙ্কাৰ আমি শুনা ডেকাগিৰি ॥ ১১৮৩
হেন কথা বান্ধিয়া শঙ্কৰ মহাবীৰে।
নামিলন্ত জলে পাচে গৈয়া ধীৰে ধীৰে ॥
গহীন গম্ভীৰ সিটো ষাঠি হাত জল ॥
বুৰ দিয়া শঙ্কৰে পশিলা তাৰ তল ॥ ১১৮৪
ৰামৰাম আদি কৰি যত শিশুচয় ॥
ৰামত বসিয়া সবে বিস্ময়ে গুণয়।
বনগঞা বোলে গুৰু অকাৰ্য্য কৰিলা।
গুহ ধৰিবাক তুমি কিসক পাত্তিলা ॥ ১১৮৫
কোন অপৰাধে মাৰা হেন বুদ্ধি কৰি।
জানিলো নিশ্চয় প্ৰাণ দাদা গৈল মৰি ॥
জীৱন্তে আছিলে কিয় নাসিৱন্ত উঠি।
হেন শুনি সবাহাৰে মন অসন্তুষ্টি। ১১৮৬
বনগঞা বোলে আমি ঘৰে গুচি যাওঁ।
ইসব কথাক বুঢ়ী আইত কহি চাওঁ।
কিছো কিছো কান্দয় মনত কৰি দুখ।
ৰামৰাম কেতাইৰ শুকাই গৈল মুখ ॥ ১১৮৭

আনো শিশুসকলর মুখে পানী নাই।
আছে সবে বসি শঙ্করক বাট চাই॥
করন্ত বিষাদ আতি গালে দিয়া হাত।
ওঠ কণ্ঠ শুকাইল মুখত নোলাই মাত॥ ১১৮৮
কাহারো মুখত আরো নাই পানী হুনি।
বোলে কি বুলিকে আরো বুঢ়ীআই শুনি॥
এই বুলি সমস্তরে অসুখ অশান্তি।
কত্তোবেলি মানে ভৈতে আছা গুণি গাঁথি॥১১৮৯
শঙ্করে পাইলন্ত গৈয়া মাটির যে গুরি।
ধরিলন্ত গুহক জলত খেদি গুরি॥
কাষে ধরি বিচারিয়া হাতে ওহ্লাইলন্ত।
দেখি সবে বিজ দিয়া আনন্দে নাচন্ত॥১১৯০
শঙ্করক মাত্তে বঙ্গে দিয়া হাত বার।
বজারয় চাপরি উল্লাসিয়া গৈলা পার॥
শঙ্করে সাম্ভুরি আসি চাপিল কাররে।
উঠিলন্ত ভৈরক গুহক ধরি করে॥১১৯১
হাত তুলি তুলি সবে নাচিবে লাগিলা।
বনগঞা আসি বঙ্গে ওলগেক দিলা॥
গুহ নিয়া ভরত পেলাইলা দোক চাই।
ভিতা কল্প শঙ্করেও সলাইলেক যাই॥১১৯২
ধর যর করে সুরলিত গুহ গুটি।
লুহরিয়া বহু তাক দেখি লুটি মুটি॥

কতো জনে তাক আঙ্গুলিৰ আগে তোৰে।
বোলে কিম্ব কৰিলেক কৃষ্ণৰ পোৱে ॥১১৯৩
দুই চাৰি লোক আসি চাপিলেক তৈক্ষ।
বোলে ওবা হেন কৰ্ম্ম দেখি আছা কৈত ॥
নাকত আঙ্গুলি দিয়া বিস্ময়ে গুণয়।
কতো লোকে বোলে ইটো মনুষ্য নহয় ॥১১৯৪
হেন কৰ্ম্ম কহিত মনুষ্যে আছা কৰি।
এহি বুলি সবেয়ো স্মৰে হৰি হৰি ॥
বালক নোহয় ইটো জানিলো নিশ্চয়।
হেন কথা শুনি লোকে হাটে বাটে কয় ॥১১৯৫
এহিমতে কতো খেলি আছা অনন্তৰে।
তাৰো গতি গুনা যেন কৰিলা শঙ্কৰে ॥
চৰণৰ আগে তাক মাৰিলন্ত দলি।
জলত পৰিয়া বৈকুণ্ঠক গৈল চলি ॥ ১১৯৬
অনন্তৰে শঙ্কৰে ধ্বজাৰ কান্ধে উঠি।
আসিলন্ত গৃহক মনত মহাতুষ্টি ॥
ঘৰে আসি সবেয়ো বসিলা মহাসুখে।
বাম্বাম কৈলা বুঢ়ী আইত মুখে মুখে ॥ ১১৯৭
গুহ ধৰি খেলা লীলা কৰিলন্ত যত।
বনগঞা কহিলন্ত কথাক সমস্ত ॥
শুনি বুঢ়ী আই আতি হৰষিত মন।
দুই ভাইক ধৰি চুমা খাত ঘনে ঘন ॥ ১১৯৮

বালকসকলে সবে গৈল ঘৰা ঘৰি।
ৰৈল তথা দুয়ো ভাই আনন্দিত কৰি ॥
ভোজন কৰিলা পাচে মহা মন ৰঙ্গমনে।
পৰম আনন্দে দুয়ো জন এক সঙ্গে ॥ ১১৯৯
হেন লীলাচয় কৰি থাকিলা শঙ্কৰে।
শুনা সমাজিক আৰে আত অনন্তৰে ॥
নন্দক নিলেক বৰুণৰ দূতে ধৰি।
আনিলন্ত কৃষ্ণে গৈয়া মনে দুখ কৰি ॥ ১২০০
গান্দি নাম তাৰ বৰুণৰ দূত সিটো।
নন্দক নিবাৰ দোষে শুহ ভৈলা ইটো ॥
আঠ নব ৰবিষৰ গৈলা এহি কথা।
শঙ্কৰে কৰিলা আৰো শুনিয়োক তথা ॥ ১২০১
ৰাতি দিনে ফুৰে আতি খেলা লীলা কৰি।
অনাদোষে লোকৰ বালক মাৰে ধৰি ॥
হেন দেখি বুঢ়ীআই মনে কৰে দুখ।
ইহাৰ নিমিত্তে মোৰ কিছো নাহি সুখ ॥ ১২০২
অবচনকাৰী শিশু কোন বুদ্ধি কৰো।
আজি আক আৰে মই কেনমতে ধৰো ॥
হেন জানি শঙ্কৰে নাসন্ত ঘৰে পাচে।
ধিপৰক লাগি বুঢ়ী বাট চাই আছে ॥ ১২০৩
নাসন্ত শঙ্কৰদেৱ মাৰিবাক ডৰে।
বিচাৰিবে মনে বুঢ়ী গৈল অনন্তৰে ॥

মনে মনে যায় চলি সতী লাসে লাসে।
বসিছা শঙ্কৰদেৱ শিশুসব পাশে ॥ ১২০৪
থাম্প দিয়া যাই হাতে ধৰিলন্ত বুঢ়ী।
দেখি শঙ্কৰৰ যেন ধাতু গৈলা উৰি ॥
হাতৰ এৰাইয়া বেগে দিলন্ত লৰৰ।
খেদয় পাচত বুঢ়ী কৰি থৰবৰ ॥ ১২০৫
বালকসকল উঠি গৈলা ঘৰে ঘৰে।
দূৰ হৈয়া গৈলা প্ৰভু মাৰিবাক ডৰে ॥
ধৰজাক পাঞ্চিলা বুঢ়ী লাগ লৈলা যাই।
গৃহক আসিলা পুনু খেৰসূতী আই ॥ ১২০৬
সিদিনাৰ বেলা যেবে গৈলা তিনিপৰ।
লঘণত ক্ষীণ দেহা ভৈলা শঙ্কৰৰ ॥
জয়ন্তত কৈল লোকে হেনয় অৱস্থা।
গৈলা তেহে ওলাই শুনিয়া হেন কথা ॥ ১২০৭
বিচাৰি বিচাৰি লাগ পাইলা পাচে যাই।
ধৰজা সমে শঙ্কৰ আছন্ত যিটো ঠাই ॥
জয়ন্তক দেখিয়া শঙ্কৰৰ ভৈলা ভয়।
বোলে আৰ লগে জোনো বুঢ়ী আসিছয় ॥ ১২০৮
বাপ বাপ বুলি তাক জয়ন্তে মাতিলা।
কাক ডৰে বাপ তুমি ওহিক আসিলা ॥
মুখে চুম্বি সাৱটি কোলাত লৈলা তুলি।
অনন্তৰে জয়ন্তে আনিলা মাতি বুলি ॥ ১২০৯

গৃহক আনিয়া তাক ভোজন করাইলা ।
পরম আনন্দে পাচে বচন বুলিলা ॥
আসনত বসিয়া করিলা মুখশুদ্ধি ।
বুলি মাতি দিলন্ত জয়ন্তে তাঙ্ক বুদ্ধি ॥ ১২১০
চঞ্চল স্বভাব বাপ এবা আরে তুমি ।
দুই ভাই শঙ্করক মুখে মুখে চুমি ॥
বুলি মাতি অনেক প্রকারে দিলা বোধ ।
লোকর শিশুক নামারিবা করি ক্রোধ ॥ ১২১১
শঙ্করে বোলন্ত আরে শুনা পিতামহ ।
তুমিসবে মোর ক্ষমিবাহা ইটো দোষ ॥
তাসম্বাক অনেক বচনে আশ্বাসিলা ।
সূর্য্য অস্তাগত দেখি গৃহক আসিলা ॥ ১২১২
ওলাই আসি বুঢ়ী পদুলিত বসি আছে ।
শঙ্করক দেখিল ধবজাব কান্ধে পাচে ॥
আগবাঢ়ি খোজ দশ খেদি গৈলা বুঢ়ী ।
ধবজাব কান্ধরপরা আনিলা আজুরি ॥ ১২১৩
কোলে লৈয়া সারটি ধরিলা বান্ধি বুকে ।
মহাপ্রেমে চুমা মুখে দিলন্ত উৎসুকে ॥
এহিমতে শঙ্করক আনিলা গোসানী ।
আসনত বৈসায়া বুলিলা প্রিয়বাণী ॥ ১২১৪
কুলক্ষিণী চাবী মই কি কাম করিলো ।
হাত ফুরাই লুণ্ডি ঘৃণ্ডি বোলে দুখ দিলো ॥

ইমত কাৰ্য্যক আমি নকৰিবো আৰো।
বাপ-মাৰ খাইবোহো তোমাক যদি মাৰো॥ ১২১৫
বুলিলন্ত শঙ্কৰে মাৰৰ মুখ চাই।
চৰণত ধৰো দুখ নকৰিবা আই॥
শঙ্কৰক চাই বুঢ়ী বুলিলা দুনাই।
ঘনে ঘনে সাৰটি মুখত চুমা খাই॥ ১২১৬
পাৱে ধৰো শিৰে কৰো নকৰিবা ৰোষ।
মাৰবীয়া বাপ মোৰ এৰা ইটো দোষ॥
কুলৰ প্ৰদীপ মোৰ তেজা দুখ তাপ।
হুইবো তযু দাসী মই জন্মে জন্মে বাপ॥ ১২১৭
কাতৰ কৰোহো বাপ চৰণত ধৰো।
তোমাৰ নেচনি মই কুলক্ষণী মৰো।
কতো বেলি শঙ্কৰে আছিলা মনস্সুখে।
মাৰক ধৰিয়া চুমা দিলা মুখে মুখে॥ ১২১৮
শঙ্কৰে বুলিলা দুনাই গোসানীক চাই।
এত বৰ দুখ তুমি কিক কৰা আই॥
হেন কথামাতে তাক তুষিলা শঙ্কৰে।
এক অদ্ভুত কথা শুনা আতপৰে॥ ১২১৯
সেহি ৰাত্ৰি আইলা এক ভয়ঙ্কৰ সৰ্প।
শঙ্কৰৰ ঘৰত সোমাইলা কৰি দৰ্প॥
বুঢ়ীআই চান্দেৰী দেখিয়া ভৈলা ত্ৰাস।
বোলে হৰি হৰি বিধি ভৈলো সৰ্ব্বনাশ॥ ১২২০

বনগয়া মাতৃ ত্ৰাসে পুত্ৰ কোলে লৈয়া ।
আথে বেথে চোতালত পৰিলেক গৈয়া ॥
ঘনে ঘনে সৰ্পগোট ফোকাৰ ভেজয় ।
লহ লহ জিহ্বা আতি দেখি লাগে ভয় ॥১২২১
দুই গোটা চক্ষু তাৰ জলে তৰঙ্গিনী ।
চাহি আছা তাহাকো শঙ্কৰ শিৰোমণি ॥
লগাইলেক বাতি গৃহ ভৈল দিনময় ।
বুঢ়ীআই শঙ্কৰক ধৰিয়া আছয় ॥ ১২২২
কৰে কোলাহল ত্ৰাসে মাতে ৰিঙ্গ দিয়া ।
চাপিলন্ত লোকে হেন কথাক শুনিয়া ॥
গোসানীয়ো কাম্পে ত্ৰাসে শঙ্কৰক এৰি ।
দাঙ্গ ধৰি আছয় গৃহৰ লোকে বেঢ়ি ॥ ১২২৩
বোলে মোৰ ঘৰে আসি সোমায় আছে কিক ।
ক্ৰুৰ জাতি অধম পাতকী ধিক ধিক ॥
এহি বুলি লাঙ্গত ধৰিয়া চাম্প দিয়া ।
পেলাইলা বাহিৰে নিয়া আজুৰি টানিয়া ॥ ১২২৪
দুই হাতে আথে বেথে তুলি দাঙ্গি ধৰি ।
ফুৰাইলন্ত ওপৰত সাত পাক কৰি ॥
পাকতে ছিণ্ডিল সিটো সাতখণ্ড হুই ।
শুনা ইটো কথা কদাচিতো মিছা নুই ॥ ১২২৫
কেচুক বালকে যেন তুলি পাক দিলা ।
সেহিভাবে ধৰি তাক শঙ্কৰে মাৰিলা ॥

তাহাৰ কাৰণ কহো শুনিয়ো পূৰ্ব্বৰ।
সত্ৰাজিত নাম তাৰ শ্বশুৰ কৃষ্ণৰ॥ ১২২৬
নজানিয়া মাধৱক দিলেক কলঙ্ক।
গৰ্ব্বমদে অন্ধ হুয়া সত্ৰাজিত বঙ্ক॥
সুখ শান্তি নাহি নিদ্ৰা নাসে অসন্তোষে।
কন্যা নিয়া কৃষ্ণক দিলন্ত সেহি দোষে॥ ১২২৭
হেন জানি সত্যভামা বোলে স্তুতি বাণী।
মোৰ পিতৃ তোমাক নিন্দিলে চক্ৰপাণি॥
কৰিয়োক গতি তুমি আৰ আবে স্বামী।
চৰণত ধৰিয়া মিনতি কৰো আমি॥ ১২২৮
হেন শুনি কৃষ্ণ তাঙ্ক উত্তৰ দিলন্ত।
বোলে বিদ্যাধৰ ৰূপে থাকিবি স্বৰ্গত॥
বৰদোৱা থানে যাইবো যবে কুসুমৰ।
মোৰ নাম ভৈতে তেবে হৈবেক শঙ্কৰ॥ ১২২৯
ইয়ো সৰ্পৰূপে পুনু তহিন্তে জন্মিব।
শঙ্কৰে মাৰিয়া তাক মোক্ষ পদ দিব॥
কৃষ্ণৰ বচনে আসি ভৈল আত নাগ।
পাইলে আবে গতি সত্ৰাজিত মহাভাগ॥ ১২৩০
সৰ্পগোট পৰি আছে সাত খণ্ড হুই।
মনত গুণয় লোকে নাক কাণ চুই॥
হেন কথা বুঝি সবে গৈলা ঘৰাঘৰি।
থাকিলা শঙ্কৰদেৱ ভৈতে লীলা কৰি॥ ১২৩১

জগতৰ গুৰু যিটো পৰম উত্তম।
সুগুনিবে তান লীলা কোনবো অধম ॥
হেনয় শঙ্কৰ প্ৰভু দেৱ শিৰোমণি।
তান যশ ধৰ্ম্ম মহাপাপৰ অগনি ॥ ১২৩২
এহি লীলা গৈল নব দশ বৰিষৰ।
শুনা আত্তপৰে আৰো কীৰ্ত্তি শঙ্কৰৰ ॥
পৰম আনন্দে বালকক লগে লৈয়া।
দলিযুদ্ধ খিলা খেলে গৰু-জাকে গৈয়া ॥ ১২৩৩
একাদশ বৰিষৰ কহো আৰে কৰ্ম্ম।
ছদ্মৰূপে প্ৰচাৰিলা হৰিভক্তি ধৰ্ম্ম ॥
শঙ্কৰৰ ছুই ভাই ৰামৰাম আদি।
ষাঠি জন বালক ক্ৰীড়িয়া ফুৰে নদী ॥ ১২৩৪
ধ্বজাৰ কান্ধত সদা শঙ্কৰ উঠয়।
উৰনায়ে বনগঞাগিৰিক বহয় ॥
ফুৰে খেলা কৰি ৰঙ্গে আনন্দিত কৰি।
যেন মত্তমত্ত সিংহ শঙ্কৰ শ্ৰীহৰি ॥ ১২৩৫
এক দিনা কণ চোপ খেলিবাক গৈলা।
ৰামৰাম আদি বালকক লগে লৈলা ॥
আপুনি ভৈলেক এক গুজা অনুপাম।
আউৰ ভিতি ভৈল গুৰুপুত্ৰ ৰামৰাম ॥ ১২৩৬
ভেকুৰীৰ বন্ধ ৰাটি সাজিলন্ত চোপ।
মাৰে কোৰ কাকো গৈলা কৰি চোপাচোপ ॥

অন্ধা মুন্ধা চক্ষুবান্ধা ফুবে যেন কণা।
দুখ পাইলে কতো লগায়য় হুনাদনা ॥১২৩৭
লাগয় কন্দল ঘোব কবে হুবাহুবি।
ভাঙ্গয় কন্দল আসে শঙ্কবব গুবি ॥
মাবে গলদঙ্গা কতো কবয় হাত্তবি।
আনন্দ কবিয়া বঙ্গে কুবয় বাগবি ॥ ১২৩৮
হাতে গলে ধবি কবে আন্দোলা আন্দোলি।
জোটা জুটি কবি নাচে হাত তুলি তুলি॥
চতুর্স্পার্শে শঙ্কবক আঠুহুই পাবি।
কবয় গোচব যেন বাজাক আম্ববি ॥১২৩৯
বামবাম বালক ভৈলেক মুখ্যমন্ত্রী।
তাহাকো আদব আতি সবেয়ো কবন্তি ॥
বনগঞা কেতায় ভৈলেক পাত্র প্রায়।
কবন্ত গোচব সবে হুহাত্তব ঠাই। ১২৪০
বাজা প্রজা ববা ভূঞা ভৈলা গাবে গাবে।
হেনমতে খেলা তৈতে কবে নানা ভাবে।
তাক এবি দলিযুদ্ধ খেলা বঙ্গে কবে।
গাবে দলি পবি কতো জল পবি মবে ॥১২৪১
শঙ্কবে লবড় দিয়া আথবেথ কবি।
কবে শোধা পোছা বসি তাক তুলি ধবি ॥
ঘাতি ভৈলে উঠয় কান্দত দেব দিয়া।
নমাবয় তাক পাচে কতো দূবে নিয়া ॥ ১২৪২

মহাৰঙ্গে আনন্দে কৰন্ত বসি কেলি।
কতো দিনা তিনি পৰ ভাটি দেই বেলি॥
হাত তালি বায় নাচি বাই ডেৰে ডেৰে।
কতোজনে চাপৰি নাচয় ভাব চেয়ে॥ ১২৪৩
হেন লীলা দেখিয়া শঙ্কৰে চাহি আছে।
ৰামৰাম বালকক বুলিলন্ত পাছে॥
ৰাম হাতখানি তুমি মোৰ আগকৰা।
ছাপৰ মাৰিয়া যাওঁ খেদি মোক ধৰা॥ ১২৪৪
হেন লীলা কৰা প্ৰভু অজ্ঞানৰ ভাৱে।
মুচুৰি বুলিয়া হাক দেন্ত বুঢ়ীমাৰে॥
বাঢ় বংশৰ লীলা আৰে এহিমানে থওঁ।
আন এক লীলা কৰা প্ৰপঞ্চিয়া কওঁ॥ ১২৪৫
আছিলন্ত পূৰ্ব্বে ৰাজা নামে মৃগবলি।
যজ্ঞস্থলি পাতি দান দিবে গৈলা চলি॥
এক ব্ৰাহ্মণক আগে কৈলা গৰু দান।
দান লৈয়া ঘৰে গৈলা বিপ্ৰতো প্ৰধান॥১২৪৬
পালটিয়া সেহি গৰু আসিলা হুনাই।
ৰাজাৰ জাকত পুনু থাকিল সোমাই॥
গোৱালে ৰাজাক নিয়া দিলা সেহি ধেনু।
নজানিয়া তাক ৰাজা দান কৈলা পুনু॥১২৪৭
প্ৰতি প্ৰতি, বিপ্ৰে তাক বিচাৰিবে যাই।
দুয়ো দ্বিজে বাটত ভৈলেক এক ঠাই॥

প্ৰতিগ্ৰাহী ধৰিলে গৰু চিনি পাই।
বোলে আৰে ধেনু তই পাইলি কোন ঠাই॥১২৪৮
এহি বুলি দুয়ো দ্বন্দ্ব লগাইলেক ঘোৰ।
গৰু ধৰি কৰে ঘোৰ আজোৰ পিজোৰ॥
হেন ভাৱে গৈলা পাচে ৰাজাৰ আগক।
দেখি নৃপতি বুলিলন্ত ব্ৰাহ্মণক॥১২৪৯
তুমিসবে কিকাৰণে কৰা আৰে দ্বন্দ্ব।
প্ৰতিগ্ৰাহী বোলে আৰে শুনা মহামন্দ।
আগে দান কৰি কেনে অন্যায় কৰিলি।
মোৰ গৰু আনি তই তাক কেনে দিলি॥১২৫০
হেন শুনি বোলে ৰাজা কৰি হাতযোৰ।
শান্ত হুয়া দুয়োজনে দোষ ক্ষমা মোৰ॥
একজনে এৰা যদি দিবো লক্ষগুণে।
ৰাজাৰ বচন বিপ্ৰে শুনিয়ো স্বশুনে॥১২৫১
পূৰ্ব্বস্বামী বোলে মই কিনো মন্দভাগী।
হেন দান দিলি লঘু কৰিবাক লাগি॥
এহি বুলি দুয়ো বিপ্ৰে অসন্তোষে আছে।
গৰ্ব্বমদে অন্ধ হুয়া শাপ দিলা পাছে॥১২৫২
হেন সময়ত আসি থেকিলা নাৰদ।
তাক দেখি ৰাজা বৰ ভৈলন্ত আনন্দ॥
পূৰ্ব্বাপৰ কৈলো ৰাজা দানৰ ব্যৱস্থা।
মহামুনি সিদ্ধান্ত দিলন্ত শুনি কথা॥১২৫৩

বোলে অকারণে তুয়ো কিসক শাপিলা।
অনাদোষে কেনে হেন পাতক সাধিলা ॥
হেন শুনি তুয়ো দ্বিজে দণ্ডবতে পরি।
শাপ অন্ত দিয়ো বুলিলন্ত পায়ে ধরি ॥১২৫৪
বুলিলন্ত দেৱঋষি তাসম্বাক চাই।
ইটো রাজা জন্মিবে জন্তুর গর্ভে যাই ॥
যদুকুলে কৃষ্ণে পাচে করিবে উদ্ধার।
থাকিবা স্বর্গত তেবে পাইবাহা নিস্তার ॥১২৫৫
নন্দে গৈয়া কুসুম হৈবাহা অনন্তরে।
তুমি তুয়ো কুন্তা তৈতে হৈবা তান ঘরে ॥
সেহি কৃষ্ণে পুনু পুত্র হৈবা কুসুমর।
জগত প্রসিদ্ধ তেন্তে নামত শঙ্কর ॥১২৫৬
তোমাসার গর্ভে গৈয়া রাজায়ো জন্মিব।
মোর বাক্য পালিয়া শঙ্করে নিস্তারিব ॥
এহি বুলি দেৱঋষি মৌন হুয়া রৈলা।
মুনিক প্রণামি পুনু দ্বিজ চলি গৈলা ॥১২৫৭
কঙ্কলাস নাম ভৈলা রাজা যমর বচনে।
নারদী পুরাণে কয় শুনা সর্ব্বজনে ॥
তাতে নন্দ কূপত আছিল রাজা পরি।
কৃষ্ণে তাক তুলিলা স্বর্গত গৈলা লরি ॥১২৫৮
সেহি পাপ অৱশেষে লৈয়া আসি পুনু।
ইঠারত ভৈল আরে কুকুরর তনু ॥

হেন পূৰ্ব্ব কথাক শঙ্কৰে মনে গুণি।
তাতে তাক মোক্ষপদ দিলন্ত আপুনি ॥১২৫৯
মহা ভাগ্যৱন্ত আৰো নাহি তাক সৰি।
কোনোদিনা বৈকুণ্ঠক যাইবে সিটো মৰি ॥
ইসব কথাৰ আৰে এহিমানে খণ্ড।
শুনা শঙ্কৰৰ লীলা তাত পৰে কণ্ঠ ॥১২৬০
একদিনা লৌহিত্যত গায় ধুইবে গৈলা।
তহিতে শঙ্কৰদেৱ এক কৰ্ম্ম কৈলা ॥
কতোবেলি তীৰত বসিয়া আছা ৰঙ্গে।
জলত নামিলা পাচে বালকৰ সঙ্গে ॥১২৬১
এহিমতে জলক্রীড়া কৰন্ত বিস্তৰ।
যাঠিজন ছৱাল পৰম কচিকৰ ॥
অনন্তৰে শঙ্কৰে বুলিলা এক কাৰ্য্য।
ৰামৰাম আদি শুনা বালক সমাজ ॥১২৬২
আসা সবে বসো এহি জলৰ ওপৰে।
হেন বাক্যচয় পাচে বুলিলা শঙ্কৰে ॥
ৰামৰাম গুৰু তাক শুনি হেন পাচে।
বোলে জলে বসিবাক কাৰ শক্তি আছে ॥১২৬৩
শঙ্কৰে বোলন্ত গুৰু শুনিয়োক তাত।
বসিবো জলত আমি দেখিয়ো সাক্ষাত।
এহি বুলি তেতিক্ষণে পদ্মাসন ভিৰি।
নিৰ্ভয় স্বৰূপে বসিলন্ত ডেকাগিৰি ॥১২৬৪

বালকসকলে বোলে কিনো অদভূত ।
মহাশক্তিমন্ত ইটো কুসুমৰ সুত ॥
দেখি শিশু সমস্তৰ মনত বিস্ময় ।
হেন কৰ্ম্ম দেখি সবে ভধা দি আছয় ॥১২৬৫
যেনমতে বসি জলে আছা কতো বেলি ।
চাই চাই বালকে কৰয় ৰঙ্গ কেলি ॥
আত অনন্তৰে আৰে শুনা সবে নৰে ॥
সবাকো সম্বোধি চাই মাতিলা শঙ্কৰে ॥১২৬৬
পৰম লাৱণ্য কৰি বুলিলা বচন ।
বুৰ দিবো আৰে আমি ভাঙ্গিলো আসন ॥
ৰামৰাম বোলে বুৰ নেদিবো নেদিবো ।
পানী খায়া খায়া আমি সবেও মৰিবো ॥১২৬৭
হেন শুনি শঙ্কৰে শুভোত গোড় হুই ।
দিলা বুৰ তেখনে মাটিক মুণ্ডে চুই ॥
আসন ভিৰিয়া আঠু চপাইলেক যাই ।
শিশুসবে দেখে কিছু আছয় ওলাই ॥১২৬৮
শাৰী হুয়া চাই বসি আছয় বামত ।
বিপৰীত দেখি বাক্য হৰিষ মুখত ॥
কতোবেলি আসি পাচে উঠিলা হুনাই ॥
দেখন্তাৰ ভয় তান ভ্ৰূভঙ্গ যে নাই ॥১২৬৯
ৰামৰামে বুলিলন্ত শঙ্কৰক চাই ।
হেন কথা শুনিলে খজিবে বুঢ়াআই ॥

ব্রহ্মপুত্র তীর্থ জল আতি বৰ চেকা।
পাৰ কাটি নেই মহা অদভুত কেথা ॥১২৭০
তোমাক নপাৰো বুৰে জিনিবাক আমি।
তবু কৰ্ম্ম দেখি মোৰ গাৰ আসে ঘামি ॥
তোমাৰ মহিমা কোনে বুজিবে সম্প্ৰতি।
হেন বুলি বৈলা ৰামৰাম মহামতি ॥১২৭১
আৰোবাৰ শঙ্কৰে দিলন্ত বুৰ যাই।
গালে মুখে হাত দিয়া সবে আছে চাই ॥
বসিলন্ত পদ্মাসনে যোগক অভ্যাসি।
আন্তৰিলে জল সবে ওচৰ নচাপি ॥১২৭২
আদি অন্ত নাহি যাৰ বাহিৰ ভিতৰ।
হেন হৰি হৃদ্মৰূপে ভৈলন্ত শঙ্কৰ ॥
দণ্ড চাৰি থাকি পাচে আসিলন্ত উঠি।
দেখি সমস্তৰে ভৈলা মহা মনতুষ্টি ॥১২৭৩
গৃহক লৰিলা ৰঙ্গে ধ্বজা কান্ধে চড়ি।
শিশুগণো লৰিলন্ত আনন্দিত কৰি ॥
ডোঙ্গাৰৰ মুখে গৈলে পলমেসে পাই।
গৈল তাৰ মুখে পাচে শঙ্কৰ পলাই ॥১২৭৪
দুইখান নৌকা আছে জলত বুৰাই।
পাৰ ভৈল সবেও সিঞ্চিয়া সবে যাই ॥
হান্দি নাম দ্বিজ আছে খাই তাৰ পানী।
জলত বুৰায়া থবে নাৱ দুইখানি ॥১২৭৫

শঙ্কৰে মাতিলা ওবা গুৰুপুত্ৰ বুলি।
আনা এহি নৌকাক বামত খণ্ড তুলি॥
কালি আমি গাৱ ধুইবো আকে নমাই লৈয়া।
আজি ৰঙ্গে থাকোহো গৃহত সবে গৈয়া॥১২৭৬
এহি বুলি শঙ্কৰে নৌকাক হাতে ধৰি।
একেশ্বৰে নিলা টানি আনন্দিত কৰি॥
অনন্তৰে শঙ্কৰে বুলিলা এক বাণী।
আনা গুৰুপুত্ৰ তুমি টানি সিয়োখানি॥১২৭৭
পঞ্চিশ পঞ্চিশজন লোক ধৰে তাত।
ধৰিলা একলে গুৰু দিয়া বামহাত॥
পাচে নৌকা টানি আনিলেক সেহি দুই।
ভাগৰিল গাৱ এৰিলন্ত শ্ৰান্ত হুই॥১২৭৮
সমস্ত বালকে ৰঙ্গে কৰিলন্ত হাস।
শঙ্কৰে সাৱটি ধৰি কৰিলা আশ্বাস॥
হেনমতে খেলা কৰি গৈলা সবে ঘৰে।
মহামনসুখে ৰঙ্গে থাকিলা শঙ্কৰে॥১২৭৯
যিটো নিৰাকাৰ জগতৰ আদিভূত।
ছদ্মৰূপে ভৈলা আসি কুসুমৰ সুত॥
কলিত নাহিকে গুৰু তাত বিনে আন।
তথাপি নভজে লোকে খাইলে আখি কাণ॥১২৮০
আক একচিত্ত মনে শুনা সৰ্ব্বজন।
কৃষ্ণ নাম গুণ কৰা শ্ৰৱণ কীৰ্ত্তন॥

হৰি গুৰু গুৰুতক কৰা দৃঢ় মতি ।
হৃদয়ত বান্ধি যত্নে ধৰিয়ো সম্প্ৰতি ॥১২৮১
বিষয় কথাত চিত্ত চলে পাতেকক ।
হৰিৰ সেৱাত চিত্ত যাই ঈশ্বৰক ॥
এহি নিষ্ঠ জানি শুনি কৃষ্ণ গুণনাম ।
ধৰা একমনে সাধিবেক সৰ্ব্বকাম ॥১২৮২
কহে ৰামচৰণে গুৰুৰ পায়ে ধৰি ।
যাৰ ইচ্ছা আছে যাইবে সংসাৰক তৰি ॥
সংসাৰ সাগৰে গুৰু বিনে গতি নাই ।
বোলা ৰাম ৰাম কৈত পৰিল পৰাই ॥১২৮৩

---

ছবি

আত অনন্তৰে আৰে শুনিয়োক সাধুসবে
আউৰ দিনা কৰিলন্ত যেন ।
পোহাইল ৰজনী জানি সবাহাতে মাতি আনি
কহিলা শঙ্কৰে কথা হেন ॥
বলিয়া সমাজ পাতি আলচ কৰিলা আতি
গায় ধুইবে বুলি লৌহিত্যত ।

শঙ্কৰে আপুনি ধৰি তৈল দিলা মুণ্ডভৰি
ৰামৰাম আদি শিশু যত ॥১২৮৪
পুনৰপি মাতি কয় শুনা তুমি সৰ্ব্বজয়
চাৰি খানি বৈঠা লৈয়া যাই ।
হৈব লৌহিত্যৰ পাৰ কৈলো কথা সাৰে সাৰ
তেবে আজ্ঞি আসিবো ঘুনাই ॥
শুনা তুমি ৰাম ৰাম বসি আছা কিবা কাম
ভৈলা আসি পঞ্চ ঘটি বেলি ।
আসা গৈয়া কৰো স্নান উঠা ঝান্তে এতিক্ষণ
কৌতুকে কৰিবো জলকেলি ॥১২৮৫
এহি বুলি সবে গৈল তীৰত প্ৰবেশ ভৈল
পাইলা ৰঙ্গে হান্দিয়াৰ ঘাট ।
নমাইলেক দুই নৌকা কৰি সবে উকামুকা
দুই নাৱ বজ্ৰসম ডাঠ ॥
উঠিলেক এক লাজ্ঞি গাৱে গাৱে বৈঠা সাজ্ঞি
পাৰ ভৈলা ডোঞাৰ চৰাই ।
উঠিলা শঙ্কৰ ৰাম ধৰি হাত ৰামৰাম
লৌহিত্যৰ কোল পাইলা যাই ॥১২৮৬
বসিলন্ত বালি জুৰি আৱৰিয়া দশ কুৰি
শঙ্কৰদেৱক মধ্য কৰি ।
গহীন গম্ভীৰ জল দেখি আতি সুনিৰ্ম্মল
নাহি নদী তাৰ সমসৰি ॥

শুহ্ন ঘরিয়াল ভাত		রঙ্গে ডুবে অসংখ্যাত
দেখি তার সহরিষ মন।
পরম আনন্দ করি		শঙ্করে হাতত ধরি
মৃদু বাক্যে বুলিলা বচন ॥ ১২৮৭
শুনা শুকপুত্র রাম		করো আসা এক কাম
সাম্ভুরি সিপারে সবে যাওঁ।
দুই নার দুই পাশে		বায়া যাওঁ দুইকাষে
পার হৈবে পারে কোনে চাওঁ ॥
মরো যদি পানী খাই		আত কিছো লজ্জা নাই
জাম্প দিয়া উঠিবো নারত।
হেন বাক্য শুনিলন্ত		তৎকালে উঠিলন্ত
রামরাম আদি কবি যত ॥ ১২৮৮
অনন্তরে বুলিলন্ত		সর্ব্বজয় শুনিলন্ত
শঙ্করে করিয়া অল্পহাস।
চাও ভিতা তিনিজনে		তুমি সবো তেতিক্ষণে
উঠা নারে নছারিব পাশ ॥
হেন শুনি আনন্দিত		গৈয়া নারে উঠিলন্ত
সর্ব্বজয় মহন্ত প্রধান।
এহি যুক্তি করি সবে		সাম্ভুরিয়া যাই তেবে
পাইলে অর্দ্ধভাগ মান ॥১২৮৯
একো ভাগ কেহো গৈলা		সাম্ভুরি ভাগর ভৈলা
উঠিলেক নারর উপরে।

বামরাম গুরু সমে সাহু বিয়া অনুক্রমে
ডেকাগিরি গৈলন্ত সিপারে॥
গুরুপুত্র রামরাম জিরাইলন্ত পাই বাম
পার ভৈলা নৌকাত চরিয়া।
শঙ্করে কাষর পরা পুনু আইলা সাহু বিয়া
অপ্রয়াসে চাপিল আসিয়া॥ ১১৯০
যেহি ঘাটে নামিলন্ত সেহি ঘাটে চাপিলন্ত
এক পাচ ন্যূনাধিক নাই।
নভৈল উজান ভাটি দেখিয়া বালক যাঠি
তথা দিয়া বসি আছে চাই॥
শঙ্করে হরিষ মনে স্নান করি ভেতিক্ষণে
রৈলা আসি আপুনার ঘরে।
পরম পুরুষ হরি ছদ্মরূপে অবতরি
মনুষ্যর মতে লীলা করে॥ ১২৯১
ব্রহ্মপুত্র জল বর দেখন্তাব লাগে ভর
আতিশয় বহুল বিস্তার।
কিনো বিপরীত শক্তি ছদ্মরূপে মহামতি
ভৈল তার ইপার সিপার॥
দেখা কেনে বিপরীত ভাত্র মাস লৌহিত্যত
সাহু বিয়া কোনে হইবে পার।
ঈশ্বর চৈতন্যময় দেখারন্ত কৃপাময়
নাহি সীমা আদি অন্ত যার॥১২৯২

এহিমতে বৈলা তথা শুনা আগুপরে কথা
লীলা এক পৰম বিচিত্ৰ।
শুনা সাধু সমস্তয় শঙ্কৰৰ যশচন্দ্ৰ
হুয়ো সবে পৰম পবিত্ৰ॥
ভালুকক মৰ্দ্দিলন্ত হেন লীলা কৰিলন্ত
যিমন্তে শঙ্কৰদেৱ হৰি।
লৈয়া বালকৰ লাগ ফুৰো খেলাই মহাভাগ
হাতে ধনু কাণ্ডসবে ধৰি॥ ১২৯৩
সোমাইল বনৰ মাজ ভালুক শুতিয়া আছে
শঙ্কৰে কৰিয়া মহালীলা।
আনো যত শিশুগণ কৰি সবে ৰঙ্গমন
অৰণ্যৰ মধ্যত পশিলা॥
শঙ্কৰে দেখিলা পাচে ভালুক শুতিয়া আছে
যেহেন মহিষ আতিশয়।
থমকিল দেখি তাক সবাকে দিলন্ত হাক
শিশুগণ যতেক আছয়॥ ১২৯৪
লাস কৰি ভূনিখানি কঙ্কালত বান্ধি টানি
লাম্ফদিয়া পিঠিত চৰিলা।
দেখিয়া ভালুক গোট কৰি ৰৱ হুক হুক
মহাবেগে তেখনে উঠিলা॥
ফুৰিবে লাগিলা পাক শঙ্কৰে ধৰিলা তাক
হস্তীস্কন্ধে যেহেন মাহুত।

ধরি আছা হাতে হেচি কবি ফুরে যেছাযেছি
এরিল পূরীষ পাচে মূত্র ॥ ১২৯৫
দেখিয়া বালকসব কবি ফুরে দবদব
মহাভয় হুয়া ত্রাসে কাম্পে।
কতো বৃক্ষে উঠি রৈল কতো কতো ওলাই গৈল
লরবিয়া বেগে জাম্পে জাম্পে ॥
রামরাম সর্ব্বজয় আরো বনগঞ্জা কেতাই
কতদূরে আছে আর হুই।
শঙ্করেও ধরি তাক দিলা পাচে ঘার পাক
পরিল ভালুক উর্দ্ধ মুই ॥ ১২৯৬
দেখি লোকে খেদি গৈল সবে এক ঠাই ভৈল
করে আতি হাহাকার রোল।
শঙ্করক চাই চাই দেখে গায়ে ঘায় নাই
বসিলন্ত বেঢ়ি চারি কোল।
মরিল ভালুক গোট শঙ্করর পায়া চোট
সবারে হরিষ ভৈল চিত্ত।
শঙ্করে গুরুক মাতি সাদর করিয়া আতি
ঘরে গৈয়া করি আনন্দিত ॥ ১২৯৭
অনন্তরে শুনিয়োক যত সমাজিক লোক
যিবা হেতু বরিলা শঙ্করে ॥
শুনা আর কহো কাজ শাপি আছা মুনিরাজ
পূর্ব্বত বাল্মিকী ঋষিবরে ॥

হেমরন্ত গিরি কাছে মুনির আশ্রম আছে
তৈকে ইটো বিদ্যাধর গৈল।
অগস্তি সহিতে বসি ব্রহ্মাক উপাসি ঋষি
কৃষ্ণকথা রঙ্গে হুয়ো কৈল ১২৯৮
সেহিবেলা বিদ্যাধরে আসিলন্ত বিদ্যাধরে
হুয়ো মহা লঘুতর করি।
দেখি ঋষি ক্রোধমনে শাপ দিলা ততিক্ষণে
শুনি বিদ্যাধর গৈলা ডরি॥
পাচে মহাত্রাস হুয়া ঋষির চরণ ছুয়া
বুলিবে লাগিলা স্তুতি বাণী।
দিয়ো মোক শাপ অন্ত তুমি মুনি মহাসন্ত
মই মহা পরম অজ্ঞানী॥১২৯৯
মরষিয়ো দোষ মোর সাধিলো পাতক ঘোর
উপহাস করি তোমাসাক।
হেন শুনি মহা মুনি উত্তর দিলন্ত শুণি
কৃপা দৃষ্টি চায়া পাচে তাক॥
শুনরে অজ্ঞান তই বোলে। আরে তোক মই
ধেনুকার ভ্রাতৃ হুইবি যাই।
বৃন্দাবনে কৃষ্ণে গৈয়া গোপশিশু সঙ্গে লৈয়া
ফুরিবেক গোধন চরাই॥১৩০০
মহাবৃক্ষ তাল বর সবাক্ষরে ধেনুকার
প্রবন্ধে করিবি সবে রক্ষা।

ৰামকৃষ্ণ ছুয়ো ভাই পাৰি খাইবে সবে যাই
খেদি যাইবি কৰি ডাক ৰক্ষা ॥
তান লগে কৃষ্ণ পাচে ফৰবট হানি গাছে
মৰিবেক বুলিলো নিশ্চয় ।
পাইবি পাচে স্বৰ্গলোক নিষ্ঠা কৰি বোলো তোক
মোৰ বাক্য বৃথা নুহিকয় ॥ ১৩০১
আৰো তাক বুলিলন্ত মহাঋষি দায়াৱন্ত
বোলে পাচ কথা কহো মই ।
যাইবি পৃথিবীক পুনু ভালুকৰ পূৰি তনু
থাকিবি বৰিষ যাঠি তই ।
শঙ্কৰ স্বৰূপে হৰি ছদ্মৰূপে অৱতৰি
জন্মিবেক কুসুমৰ ঘৰে ।
তেন্তে তেবে মাৰি তোৰ ইটো মোৰ শাপ ঘোৰ
মোক্ষপদ দিবন্ত শঙ্কৰে ॥১৩০২
এহি বুলি গৈলা সিটো কহিলোহো কথা ইটো
শুনিলাহা সমাজিক জন ।
মাৰিলাহা তাক তাতে শঙ্কৰে ধৰিয়া হাতে
সভাসদ লোক দিয়া মন ॥
পাইলা এবে মোক্ষপদ শুনিলাহা সভাসদ
কৰে আক বিষ্ণুপুৰাণত ।
ইটো কথা আৰে খণ্ড পুনৰপি আৰো কণ্ড
সভাসদ লোক যত যত ॥ ১৩০৩

এহিমতে আছে যেবে শঙ্কৰ ভহিতে ভেবে
তাপ পাচে এক কৰ্ম্ম কৈল।
যতেক বালকগণ আসি ভৈল একখান
শঙ্কৰৰ লগে সবে গৈল॥
একগোট বৃক্ষ আছে গৈলা সবে তাৰ কাছে
মহাৰঙ্গে বালক সমাজ।
বসিল সমাজ পাতি শঙ্কৰে বুলিলা মাতি
শুনা সবে কহো এক কাজ॥ ১৩০৪
গুৰুপুত্ৰ ৰামৰাম কৰো আসা এক কাম
মোৰ বাক্য তুমি যদি ধৰা।
দেৱীপূজা সবে কৰো মূৰ্ত্তি সাজি পাৰে পৰো
মোৰ কথা কেনে হেলা কৰা॥
শুনি ৰামৰামে পাচে মুখে মুখে ছায়া আছে
মাত্তিলন্ত ডেকাগিৰি বুলি।
ভাল তুমি কথা কৈলা সবাকে বুলিবে লৈলা
গাৱে গাৱে সাজ আনা তুলি॥ ১৩০৫
মুচক মুচক হাসে শঙ্কৰৰ বসি পাশে
বোলে শীঘ্ৰে কৰিবো উপায়।
সবেয়ো সাম্প্ৰতে আনা মোৰ বাক্য যদি মানা
শুনা আত কিছো দোষ নাই॥
আৰম্ভিয়ো পূজা বিধি ভৈলা আসি সৰ্ব্বসিদ্ধি
কৰা হেন ব্যৱহাৰ কৰ্ম্ম।

শুনিয়ো বালকজাক দিলা আনি বস্তু তাঙ্ক
বোলে সবে ভাল ইটো ধৰ্ম্ম ॥ ১৩০৬
বেঢ়ি সবে বসিয়োক সমস্ত বালক লোক
বৃক্ষগোট কৰি আৱৰণ।
হেন শুনি বসিলন্ত জয়নাদ কৰিলন্ত
শিৰে ধৰি গুৰুৰ চৰণ ॥
পাচে গুৰু বৃক্ষমূলে পূজিলন্ত জলে ফুলে
মন্ত্র কৰি বিবিধ প্ৰকাৰে।
শঙ্কৰৰ ৰঙ্গমন হৰিষ বালকগণ
দেখি বৰ আনন্দ সবাৰে ॥ ১৩০৭
উৎসৱ কৰন্ত আতি সবেয়ো সবাক মাতি
প্ৰদক্ষিণে ফুৰে ঘূৰি ঘূৰি।
লৰৰা লৰৰি কৰে কতো হাতে গাৱে ধৰে
ফুৰণি লাগিয়া সবে ঘুৰি ॥
এহিমতে আছা তথা শুনা তাতে এক কথা
দেখাইলা শঙ্কৰে পাচে মায়া।
বৃক্ষৰ মূলত এক কন্যা সবে দেখিলেক
সূৰ্য্যসম জ্বলে তান কায়া॥ ১৩০৮
মৌন ধৰি আছা বসি যেন পূৰ্ণিমাৰ শশী
চাই সবে আছন্ত নিৰেখি।
কাণা কাণি কৰি কয় কেহো কাকো দেখাৱয়
হেন অদভুত কথা দেখি ॥

স্তব্ধ দিয়া আছে চাই কন্থাগোট পাছে যাই
শঙ্করর পারে লীন গৈল।
রামরাম সর্ব্বজয় হেন দেখি আতিশয়
বিসর্জ্জিয়া ঘরে সবে গৈল ॥১৩০৯
বুঢ়ীআইত কহিলন্ত আনো লোকে শুনিলন্ত
শঙ্করর বিপরীত কথা।
পরম আনন্দ করি থাকিলা শঙ্কর হরি
আপুনার ঘরে পাছে তথা ॥
শুনিয়োক সভাসদ শঙ্করদেৱর পদ
করি সবে সারধান চিত্ত।
পরম পুরুষ হরি লীলায় নরতনু ধরি
চিন্তা প্রভু ভকতর হিত ॥১৩১০
হেন জানি বুধজন করি সবে থির মন
নিন্দা এরি ফুরা কাণ পাতি।
পরম রহস্যোত্তম নাই নাই যার সম
শঙ্করর চরিত্র সম্প্রতি॥
করিয়োক শ্রদ্ধা আত বোলো করি যোরহাত
যত সাধু সভাসদ জন।
মোর দোষ পরিহরি শিক্ষা আক কর্ণভরি
করি আতি আনন্দিত মন ॥১৩১১
শুনি আছো আমি যেন কহিলো করিয়া তেন
মুদুরিবা কেহো আত মোক।

মাগোহো কাকুতি করি সবাবো চৰণে ধৰি
আছা যত সমাজিক লোক।
দৈৱকীনন্দন দেৱ তবু পদে কৰো সেৱ
দিয়ো মোক চৰণত ঠাই।
তুমি বিনে নাহি আন কৰা মোক পৰিত্ৰাণ
কৃপাৰ সাগৰ যদুৰায় ॥১৩১২
হাতত দান্তে তৃণ ধৰি মাগোহো কাৰ্পুণ্য কৰি
দিয়া দান ভকতৰ সঙ্গ।
তুমি প্ৰভু পদ্মপাণি কৰা কৃপা মোক জানি
আশা মোৰ নকৰিয়ো ভঙ্গ।
নাহি দুখী মোক সৰি হে প্ৰাণ নৰহৰি
সংসাৰ মধ্যত একজন।
দিয়ো চৰণত বাস নছাৰিবা মোক দাস
তুমি দেৱ হৃদয়ৰঞ্জন ॥১৩১৩
শ্ৰৱণ কীৰ্ত্তন নাম হৌক মোৰ অবিশ্ৰাম
মাগো তুৱা চৰণত ধৰি।
শ্ৰীৰামচৰণে কয় হে প্ৰভু দায়াময়
ডাক ছাৰি বোলা হৰি হৰি ॥১৩১৪

# গুৰু-চৰিত

## তৃতীয় খণ্ড

### শ্ৰীশঙ্কৰদেৱৰ ছাত্ৰ-জীৱন

পদ

এহিমতে দ্বাদশ বৎসৰ যেবে গৈলা।
শুনিয়ো শঙ্কৰে যেন যেন কৰ্ম্ম কৈলা॥
বনগঞ্জা গিৰি সমে ৰঙ্গে দুই ভাই।
পৰম হৰিষে যেবে কুৰঙ্গ খেলাই॥১৩১৫
আৰো দশজন শিশু ৰঙ্গে চলি গৈল।
লৌহিত্যৰ তীৰে যাই উপগত ভৈল॥
দেখিলেক এক মৃগ আছে পানী খাই।
দেখা ডেকাগিৰি বুলি মাতে পেৰিয়াই॥১৩১৬
দেখিলন্ত মৃগৰ শৰীৰ তেতিক্ষণ।
ধৰিবাক লাগি শঙ্কৰৰ ভৈলা মন॥
মহাবেগে ধাৱে অৰণ্যৰ পশি সান্ধি।
বাঘ দেখি কটিত বসনচয় বান্ধি॥১৩১৭
দেখি শঙ্কৰক ভয়ে মৃগে দিলা লৰ।
খেদি যান্ত শঙ্কৰেয়ো শ্ৰান্ত ভৈলা বৰ॥

হাতে পাওঁ পাওঁ বুলি বেগে খেদি যান্ত।
লাগ নোপাই মৃগগোট দূৰক পলান্ত ॥১৩১৮
দেখি শিশুগণৰ হৰিষ ভৈলা মন।
ৰামৰাম গুৰু খেদি গৈলন্ত যেখন ॥
দেখিয়া শঙ্কৰে পাচে মহা ৰঙ্গমনে।
লাম্ফ দিয়া লাঞ্জত ধৰিলা তেতিক্ষণে ॥১৩১৯
তাক চক্ৰাকাৰ কৰি পাক ফুৰাইলন্ত।
গিৰিসিত কৰি পাচে মৃগ পৰিলন্ত ॥
শিশুগণে লৰৰি গৈলন্ত সেহি ঠাই।
শঙ্কৰে মৃগক দেখে আছন্ত মেঢ়াই ॥১৩২০
চাপিলন্ত পাশ শিশুগণে তেতিক্ষণে।
দেখি সমস্তৰে হৰষিত ভৈলা মনে ॥
পৰশু দিনা আসি হইবে পিতৃশ্ৰাদ্ধ।
মৃগক মাৰিবে আসি কৰিবোহো বাধ ॥১৩২১
আপোনাৰ পটুকাক কটিৰ খসাই ॥
মৃগৰ গলত দোল দিলা ৰঙ্গে যাই ॥
শঙ্কৰে মৃগক ধৰি আছন্ত মেঢ়াই।
শিশুগণে দেখিয়া পৰম প্ৰীতি পাই ॥১৩২২
ভয়ঙ্কৰ ডোলে নোৱাৰয় বান্ধিবাক।
শঙ্কৰৰ পটুকাৰে নেই টানি তাক ॥
পৰম হৰিষে আলিপুখুৰীক পাইলা।
সবন্ধু বান্ধৱে আসি চাহিবাক লৈলা ॥১৩২৩

মৃগ দেখি হৰিষ ভৈলেক সৰ্ব্বজনে।
ধন্য ভেকাপিৰি বুলি প্ৰশংসে সজ্জনে॥
জ্ঞাতি মিত্ৰ বন্ধু যত আনিলা মতাই।
ব্ৰাহ্মণ সজ্জন সবে ভৈলা এক ঠাই॥১৩২৪
একোদ্দিষ্ট শ্ৰাদ্ধ কৰি যেবে পিণ্ড দিল।
ব্ৰাহ্মণগণক পাচে দক্ষিণা কৰিলা॥
দান পাই বিপ্ৰগণ নিজ থানে গৈলা।
এহিমতে যেবে সবে এক থান ভৈলা॥১৩২৫
মৃগ মাৰি তাৰ মাংসচয়ক ৰন্ধাই।
ভুঞ্জাসকলক সবে আনিলা মতাই॥
পৰম কৌতুকে তাৰ অন্ন ভুঞ্জিলন্ত।
মুখশুদ্ধি লাগি পাণ তাম্বুল দিলন্ত॥১৩২৬
সৎকাৰ পায়্যা যেবে সবে চলি গৈল।
শুনিয়োক তাত পাচে যেন কথা ভৈল॥
যেবে ক্ৰীড়া কৰি ফুৰা শ্ৰীমন্তশঙ্কৰ॥
দেখি বুঢ়ীআইৰ নসহে কলেৱৰ॥১৩২৭
হাক ডাক সুগুনে ক্ৰীড়ন্তে দিন যাই।
পণ্ডিতালি গুণ শঙ্কৰৰ দেখে নাই॥
জয়ন্ত মাধৱ দেখি কৰন্ত বিষাদ।
মূৰ্খ হেন শঙ্কৰে দেখাইল ইটো বাদ॥১৩২৮
হলায়ুধে বোলে ইটো কিনো বিপৰ্য্যয়।
বুঢ়াখায়ে দেখে জ্ঞাতি নসহে হৃদয়॥

ৰামৰাম সমে ক্ৰীড়ি ফুৰা দুয়ো জন।
নৰোত্তম গুৰুৰো বিষাদ কৰে মন ॥১৩২৯
এহিমন্তে যেবে তেহ্ন বৰিব যে ভৈল।
শুনিয়ো শঙ্কৰে যেন যেন কৰ্ম্ম কৈল ॥
প্ৰভাততে ডেকাগিৰি গৃহৰ বজান্ত।
ভাত খাইবে প্ৰতি বুঢ়ী লাগক নপান্ত ॥১৩৩০
দেখি বুঢ়ী হৃদয় ধাকুৰে সৰ্ব্বদায়।
কিনো দুষ্ট পুত্ৰ ভৈলা লাগকো নাপায় ॥
খেদি ধৰি মাৰি শঙ্কৰক ঘৰে আনি।
তামৰ কলস গাৱে ঢালিলন্ত পানী ॥১৩৩১
শঙ্কৰে বস্ত্ৰক যেবে গৈলন্ত সলাই।
কাসীত কৰিয়া ভাত দিলা বুঢ়ী আই ॥
শঙ্কৰে বসিলা ভাত ভুঞ্জিবাক মনে ॥
চাৰিখান হাতক দেখিলা তেতিক্ষণে ॥১৩৩২
ভাত বাঢ়ি দিয়া কাসী হাতৰ পেলাই।
তধা নিয়া বুঢ়ী শঙ্কৰক আছে চাই ॥
কতোক্ষণে ৰূপ দেৱ শঙ্কৰে ঢাকিলা।
বুঢ়ীৰ মনত বৰ সংশয় মিলিলা ॥১৩৩৩
কৰযোৰ কৰি বুঢ়ী বুলিবাক লৈলা।
ইমত অদ্ভুত শক্তি তোৰ কেনে ভৈলা ॥
ইমন্ত মহিমা বাপু তোৰ যেবে আছে।
নপঢ়স কেনে মোত কৈয়ো সাকে সাকে ॥১৩৩৪

লণ্ডাদের চণ্ডীবর আদি বংশগণ।
রাজধর সূর্য্যবর স্বামীয়ো গহন ॥
তযু পিতা কুসুম আমাব পুত্র হয়।
পণ্ডিতগণর মাজে নিশঙ্ক হৃদয় ॥১৩৩৫
এক বিপ্রে জিনিতে নপাবে তাসম্বাক।
জানো মূর্খ বুলি লোকে হাসয় তোমাক ॥
মাতা শত্রু পিতা বৈবী পুত্রে নপঢ়ায়।
বিদ্যাহীন ভৈলে পুরুষকো নশোভয় ॥১৩৩৬
বিদ্যাবন্ত পুরুষক পূজে ঠাই ঠাই।
নবেশ্বব ভৈলে স্বদেশত পূজা পাই ॥
হেন জানি বাপু তই মোব বোল কব।
চঞ্চল চবিত্র এবি পঢ়িবাক ধব ॥১৩৩৭
বিদ্যা ভৈলে বাপু তোব মিলিবেক পূজা।
উমজি ফুবস কেনে আশয় মুকুজা ॥
বংশ নষ্ট নকবস শাস্ত্র পঢ়িয়োক।
স্বৰ্গভুবনব পবা পুরুষ উঠোক ॥১৩৩৮
সাক্ষাতে ঈশ্বব তুমি পুরুষ অৱতাব।
পবম অদ্ভুত দেখো মহিমা তোমাব ॥
একো একো কৰ্ম্ম দেখো ত্ৰৈলোক্যো বিস্ময়।
শিখিয়োক বিদ্যা দূব কবিয়ো সংশয় ॥১৩৩৯
চবণত ধবো বাপু লাজে খেব লঔ।
মমাইদেবব সমে ছাত্রশালে থঔ ॥

শঙ্করে বোলন্ত আরে সুস্থ মন হয়ো ।
পঢ়িবোহো শাস্ত্রচয় ছাত্রশালে থৈয়ো ॥১৩৪০
হেন শুনি জয়ন্ত মাধৱ হৃয়োজন ।
হলায়ুধ বুঢ়াথায়ো করিলা গমন ॥
সুবর্ণ কুণ্ডল জোৰা নিলা রঙ্গ মনে ।
বস্ত্র এক যে ৰাক পিন্ধাইলা তেতিক্ষণে ॥১৩৪১
বস্ত্র কুণ্ডলক দেখি গুরু রঙ্গ ভৈলা ।
কি কার্য্যে আসিলা বুলি পুছিবাক লৈলা ॥
করযোৰ করি পাচে জয়ন্তে বোলয় ।
যি কার্য্যে আসিলো আমি শুনিয়ো আশয় ॥১৩৪২
বংশধর নাতি এন্তে শ্রীমন্ত শঙ্কর ।
ভৈলেক মাৱৰা পিতৃ গৈল যমঘর ॥
করোহো কাতর গুরু পঢ়ায়ো ইহাক ।
যথা যোগ্য দক্ষিণাক দিবোহো তোমাক ॥১৩৪৩
শুনি গুরু বুলিলন্ত হাসিয়া বচন ।
শঙ্করক পঢ়াইবে আমার আছে মন ॥
কোন ভাগ্যবশে আহ্ন পাই পঢ়াইবাক ।
জানিলো ঈশ্বরে কৃপা করিলে আমাক ॥১৩৪৪
দেৱভাব দেয় এন্তে জগত ঈশ্বর ।
লোকক ভাবিবে প্রতি আইলা গদাধর ॥
যায়ো গৃহে ভূঞা বুলি দিলা অনুমতি ।
শঙ্করক বোলে শুনা কুসুম সন্ততি ॥১৩৪৫

মাস মুগ আদি কৰি নৈবেদ্য সম্ভাৰ।
দেৱী পূজিবাক জানা লাগয় তোমাৰ॥
শঙ্কৰে বোলন্ত গুৰু শুনিয়ো বচন।
দেৱীত কৰিয়া শ্রেষ্ঠ দেৱ নাৰায়ণ॥ ১৩৪৬
দেৱী পূজিবাক হাস ছাগল লাগয়।
তুলসীৰ পূজাতে দেৱতা তুষ্ট হয়॥
যেখনে শঙ্কৰে হেন বচন বুলিলা।
দেৱী পূজিবাৰ বাক্য কণ্ঠ পাসৰিলা॥ ১৩৪৭
কৃষ্ণৰ পূজাৰ মন্ত্ৰ সমস্ত আসিল।
শঙ্কৰৰ মায়ায়ে দেখা গুৰুকো মোহিল॥
মূলমন্ত্ৰ পঢ়ি গুৰু কৃষ্ণক পূজিলা।
চতুৰ্দ্দিন দিৱসত শঙ্কৰে পঢ়িলা॥ ১৩৪৮
পাকদিন কলি হস্তে শঙ্কৰে উঠিলা।
হেন দেখি গুৰু তাঙ্ক প্ৰশংসা কৰিলা॥
আৰো দিনা শঙ্কৰে পুস্তক পাঠ লৈলা।
ৰামৰাম গুৰু সেহি ছাত্ৰশালে গৈলা॥ ১৩৪৯
শ্ৰীকণ্ঠভূষণ কবি বিদ্যা যে বাচক।
ৰামসৰস্বতী সমে পঢ়াই সমস্তক॥
ইসব প্ৰমুখ্যে ছাত্ৰ সমস্তে পঢ়ন্ত।
শঙ্কৰেয়ো সমস্তৰ লাগ ধৰিলন্ত॥ ১৩৫০
দেখিয়া গুৰুৰ হৰষিত ভৈল মতি।
শঙ্কৰক ওজা পাতি দিলন্ত সম্প্ৰতি॥

পরম আনন্দে দেব শঙ্করে পড়ন্ত।
ছাত্র সকলোরে মনে বিষাদ করন্ত ॥ ১৩৫১
শঙ্করে পঢ়ান্ত দেখি কোপ বর ভৈল।
বিপক্ষ বিপ্রর গাত্রে অগ্নি জ্বলি গৈল ॥
যিবা যিবা কর্ম্ম লাগি ছাত্রক পাচন্ত।
আপুনি শঙ্করদেরে সিকার্য্য সাধন্ত ॥ ১৩৫২
দেখিয়া গুরুর অতি হরিষ মিলয়।
গুরুপত্নী শঙ্করক দুধ ক্ষীর দেই ॥
চতুর্দ্দশ বছর যে ছাত্রশালে আছে।
আরো একাদশী তিথি মিলিলেক পাছে ॥ ১৩৫৩
যবক লাগিয়া শ্রীশঙ্কর নগৈল।
কণ্ঠ পারি ছাত্রশালে শুতিয়া রহিল ॥
প্রতি ঘরে ঘরে ছাত্রগণ যেরে আছে।
অদভুত কর্ম্ম গুরু দেখিলন্ত পাচে ॥ ১৩৫৪
পারন্ত জোতাক শিক্ষি ছাত্রশালে গৈল।
শঙ্করক দেখি গুরু বিস্ময়ে রহিল ॥
মাঠার উপরে সর্পে আছে ছত্র ধরি।
হেন দেখি গুরু সুমরন্ত রাম হরি ॥ ১৩৫৫
যেতিক্ষণে গুরু রাম বুলি গেবি দিল।
শঙ্করক এরি পাচে সর্প আতরিল ॥
নাম রৈরে শুনিয়া শঙ্কর উঠিলন্ত।
গুরুক দেখিয়া কণ্ঠ হস্তে নামিলন্ত ॥ ১৩৫৬

দণ্ডব্রত কৰি গুৰু পৰিলা সিঠাই।
আঠু কাঢ়ি শঙ্কৰেয়ো মাতে গেৰিয়াই॥
তিনিগোটা শ্লোক পঢ়ি স্তুতি কৰিলন্ত।
বৈকুণ্ঠৰ পতি তুমি প্ৰভু ভগৱন্ত॥১৩৫৭
ছদ্ম কৰি তুমি আসিলাহা মোৰ ঠাই।
সান্দিপনী গৃহে কৃষ্ণে পঢ়িলেক যাই॥
মোৰ ঘৰে আসি আছা সেহি দামোদৰ।
শুনিয়া শঙ্কৰে হাসি দিলন্ত উত্তৰ॥ ১৩৫৮
আমি বৰ অধৰ্ম্মী পতিত শূদ্ৰ জাতি।
উত্তম ব্ৰাহ্মণ তোমাৰেসে যশ খ্যাতি॥
এহি বুলি শঙ্কৰে তথাতে মৌন কৈলা।
ছাত্ৰসকলক মাতি গুৰুৱে কহিলা॥ ১৩৫৯
শুনা ছাত্ৰসব আৰে মোহোৰ বচন।
আজি হন্তে শঙ্কৰক মাতে যিবা জন॥
দেৱতা শঙ্কৰ বুলিবাহা সৰ্ব্বজনে।
আসিলা ঈশ্বৰ প্ৰভু আমাৰ ভুৱনে॥১৩৬০
ইসব কথাক গুৰু ছাত্ৰক কহিলা।
ছাত্ৰসবে সিটো কথা শুনি নসহিলা॥
শঙ্কৰক নিন্দে যত আছে বিপ্ৰবৰ।
কোন শাস্ত্ৰমতে শূদ্ৰে হোৱয় ঈশ্বৰ॥ ১৩৬১
ইসব কথাক আৰে এহিমানে থওঁ।
যেন কৈলা শঙ্কৰে শুনিয়ো তাক কওঁ॥

দিনেক শঙ্কৰ যেবে আছে ছাত্ৰশালে।
এক বিপ্ৰ আসিয়া পাইলেক তত কালে ॥ ১৩৬২
নামত বাঘৱাচাৰ্য্য পৰম দুৰ্ম্মতি।
সৰ্ব্বদায়ে কৰে মাত্ৰ দেৱীত ভকতি ॥
ক্ৰোধে শঙ্কৰক দুষ্টে নিন্দিলা বিস্তৰ।
পৰম দৰ্পিষ্ট দুষ্টচিত্ত বিপ্ৰবৰ ॥ ১৩৬৩
শুনাহা কন্দলী তুমি পঢ়োৱাহা ছাত্ৰ।
কেনে বৰ কৰা আক শূদ্ৰগোট মাত্ৰ ॥
কিছোকে নজানে ইটো মূঢ় অনাচাৰ।
দেৱী পূজা আদি কৰ্ম্ম কিছু নাহি আৰ ॥ ১৩৬৪
দেৱীক নুপূজয় ইটো নাৰাধয় হৰ।
পৰম দুৰ্জ্জন দুষ্ট শূদ্ৰ বৰবৰ ॥
কিকাৰণে গুৰু আৰে পঢ়োৱাহা আক।
শাস্ত্ৰ মদগৰ্ব্বে নমানয় আমাসাক ॥ ১৩৬৫
গঙ্গা কি তুলসী গীতা শাস্ত্ৰ নমানয়।
দেৱী আদি পূজা কিঞ্চিতেকো নকৰয়।
হেন শুনি গুৰু পাচে মাতিলন্ত গুণি।
কি কাৰ্য্যে আচাৰ্য্য আক নিন্দিয়ো আপুনি ॥ ১৩৬৬
সামান্য মনুষ্যক এন্তে শ্ৰীমন্ত শঙ্কৰ।
জগতৰ আত্মা এন্তে দেৱ দামোদৰ ॥
শূদ্ৰকুলে আসিলন্ত কিছু দোষ নাই।
যাদৱকুলত প্ৰভু উপজিলা যাই ॥ ১৩৬৭

অন্ত্যজ শূদ্রত ভক্তি ধর্ম্ম বহিলন্ত।
বৰাহ স্বৰূপে পৃথিবীক আসিলন্ত॥
আৰু কিছু শঙ্কা তুমি নকৰিবা মনে।
শঙ্কৰ স্বৰূপে আসিলন্ত নাৰায়ণে॥ ১৩৬৮
এহি বুলি কন্দলী থাকিল মৌনে ৰই।
শঙ্কৰে মাতিলা পাচে আচাৰ্য্যক চাই॥
মনুষ্যৰ নাহি জানা ঈশ্বৰৰ গুণ।
আৰু অনুশোচন কৰিবা তাক শুন॥ ১৩৬৯
হংস ছাগ কাটিয়া দেৱীক পূজা কৰে।
দেৱীৰ যোনিত মুখ দিয় সটো মৰে॥
দেৱী পূজা কৰিলে বিস্তৰ পাপ হয়।
কোটি কোটি জন্ম সিটো নৰক ভুঞ্জয়॥ ১৩৭০
এহি কথামন্তে যেবে ৰাত্রি আসি ভৈলা।
শঙ্কৰেয়ো আপুনি বাসাক লাগি গৈলা॥
শুনিয়োক কথা আৰে আত অনন্তৰে।
যেন যেন কথা শুনা কৰিলা শঙ্কৰে॥ ১৩৭১
কন্দলীৰ ঘৰে যেবে বিপ্র ৰহি আছে।
আত অনন্তৰে শুনা যেন ভৈল পাচে॥
ৰাত্রি ভাগে থাকি বিপ্রে স্বপ্ন দেখিলন্ত।
ব্রাহ্মণ স্বৰূপে হৰি আগক গৈলন্ত॥ ১৩৭২
চিবুকে লাখুটি দিয়া গৰ্জ্জিয়া বুলিলা।
কি কাৰণে বিপ্র তুমি আমাক নিন্দিলা॥

শূদ্ৰ হেন বুলি মোক জগতে জানয়।
কি কাৰণে আমাক নিন্দিলি দুৰাশয় ॥ ১৩৭৩
আজি তাৰ প্ৰতিকাৰ অৱশ্যে সাধিবো।
গোটা চাৰি পাঞ্চ খুন্দা তোৰ গালে দিবো ॥
এহি বুলি ক্ৰোধে উপৰক হাত তুলি ॥
এহি মুখে পাপী মোক নিন্দিলিহি বুলি ॥ ১৩৭৪
লাঠি ধৰি গালত যে বহু খুন্দা দিলা।
গোটা চাৰি পাঞ্চ দান্ত তাহাৰ সৰিলা ॥
আৰো বহুতৰ খুন্দা তাৰ গালে দিল।
ভূমিত পাৰিয়া তাৰ বুকুত বসিল ॥ ১৩৭৫
মৰো মৰো বুলি সিটো বিপ্ৰে চেঞ্চাৰয়।
কি হৈল কি হৈল বুলি গুৰুৱে মাতয় ॥
গুৰুৰ বচন শুনি কিছু চেষ্টা পাইলা।
কিহো কিহো কৰি পাচে চক্ষু মেলি চাইলা ॥ ১৩৭৬
কেৱাই কেৱাই বিপ্ৰে মাতিলেক পাচে।
কহিয়োক গুৰু যে শঙ্কৰ কৈত আছে ॥
গুৰু বোলে তাহাক তোমাৰ কিবা কাম।
কি কাৰণে সোধাহা শঙ্কৰ হেন নাম ॥ ১৩৭৭
আচাৰ্য্য বোলয় মই দেখিলো নগোৰ।
ব্ৰাহ্মণ স্বৰূপে এক পুৰুষ গহন ॥
আমাৰ আগত আসি হৈলা উপগত।
লাঠি ধৰি প্ৰহাৰিলা মোহোৰ গাৱত ॥ ১৩৭৮

শঙ্কৰক নিন্দাবাক্য বোলা কি কাৰণ।
ক্ৰোধে গালি পাৰি বহু বুলিলা বচন॥
শঙ্কৰৰ পদে মই পশিবো শৰণ।
এহি বুলি আচাৰ্য্য উঠিলা ততক্ষণ॥ ১৩৭৯
বসি আছে শঙ্কৰ তাহাক লগ পাই।
পশিলো শৰণ বুলি পৰিলন্ত যাই॥
ইসব কথাক আৰে এহিমানে খণ্ড।
যেন কৈল শঙ্কৰে শুনিয়ো তাক কণ্ড। ১৩৮০
দেখন্ত ফুৰন্ত ক্ৰীড়ি বালকসকল।
ফুৰিবাক শঙ্কৰৰ বৰ কৌতূহল॥
গুৰুৰ নিমিত্তে ফুৰিবাক নপাৰন্ত।
গৃহক লাগিয়া শ্ৰীশঙ্কৰ যে গৈলন্ত। ১৩৮১
দেখন্ত শঙ্কৰে ঘৰে বুঢ়ী নাহিকয়।
ছেগ চাই শঙ্কৰে ভিতৰে পশিলয়॥
দুই গোটা টকা বস্ত্ৰে বান্ধি আৰ কৰি।
চাঙত চৰিয়া চোতালত দিয়া ভৰি। ১৩৮২
পেটেৰি মেলিয়া এক ঘোৰ বস্ত্ৰ লৈলা।
আৰ বেশ কৰি গুৰু গৃহে চলি গৈলা॥
বস্ত্ৰ টকা নিয়া পাছে গুৰুক দিলন্ত।
গুৰুক মাতিয়া উমলিবে আসিলন্ত॥ ১৩৮৩
ফুৰন্ত ক্ৰীড়িয়া যত বালকসকল।
চোল খেৰি খেলাৱন্ত কৰি কৌতূহল॥

আত্ত অন স্ব আবে যেন কথা ভৈল।
শঙ্করক চাইবে বুঢ়া ছাত্রশালে গৈল ॥ ১৩৮৪
গুরুর চরণে বুঢ়ী নমস্কার কৈল।
বোলে বাপু আমার শঙ্কর কৈক গৈল ॥
গুরু বোলে মাই তুমি শুনিয়ো উত্তর।
কতনো প্রভাব আছে শঙ্কর দেবর ॥ ১৩৮৫
ক্রীড়িবাক মন কিছু আছয় তাহার।
দেখা দুইগোটা টকা আনিলা তোমার ॥
আরো আনি দিয়া আছে বস্ত্র এক যোর।
উমলিবে লাগি গৈলা মুখ্য ছাত্র মোর ॥ ১৩৮৬
এহি বুলি বুঢ়ীর আগত টকা দিয়া।
হাসি পাচে বুঢ়ীআই তাহাক মানিয়া ॥
গধূলি সময় যেবে আসিয়া ভৈলন্ত।
শ্রীমন্ত শঙ্কর পাচে গৃহক গৈলন্ত ॥ ১৩৮৭
বুঢ়ী বোলে বাপু আজি শাস্ত্র পঢ়িছিলা।
হাসিয়া বুঢ়ীক চাই শঙ্করে বুলিলা ॥
পঢ়িছিলো মাই মোর মুণ্ড করে টান।
চান্দেরীক বোলে বুঢ়া ঝাণ্টে তৈল আন ॥ ১৩৮৮
শুনি আথে বেথে চান্দেরীয়ো তৈল আনি।
আগত দিলন্ত বোলে ঘষিয়ো গোসানী ॥
শুনিয়া গোসানী পাচে হাতে তৈল লই।
শঙ্করর হাতত থকিলা ভেবে পই ॥ ১৩৮৯

বহ বুলি গোসানী হাতত বাৰি ধৰি ।
দেখিয়া শঙ্কৰে ত্ৰাসে কাম্পে থৰথৰি ॥
বুঢ়ী বোলে উমলি ফুৰস সৰ্ব্বদায় ।
পঢ়ন শুনন তোৰ কিছো কৰ্ম্ম নাই ॥ ১৩৯০
টকা বস্ত্ৰ কি কাৰ্য্যে গুৰুক নিয়া দিলি ।
মোহোৰ ঘৰৰ বস্ত্ৰ সকলো বিলাইলি ॥
শঙ্কৰে বোলন্ত বুঢ়ী নাহো তোৰ ঘৰ ।
টকা টকা কৰি ফুৰ কিসক নমৰ ॥ ১৩৯১
এহি বুলি শঙ্কৰে পাৰক আছাবিলা ।
হাতৰ এৰায়া পাচে লৰৰক দিলা ॥
বাপ বাপ বুলি বুঢ়ী খেদিয়া যাহান্ত ।
কৈক আসা বুঢ়ী বুলি শঙ্কৰে পলান্ত ॥ ১৩৯২
জয়ন্ত মাধৱে পাচে শঙ্কৰক দিলা ।
স্নান কৰাই পাচে তাক ভোজন কৰাইলা ॥
পাচে দুয়ো পিতামহ সঙ্গে চলি গৈলা ।
শঙ্কৰক নিয়া পাচে ছাত্ৰশালে থৈলা ॥ ১৩৯৩
খেৰসূতী বুঢ়ী বৰ দুখক পাইলন্ত ।
শঙ্কৰৰ সন্তাপত তাতক নধান্ত ॥
বুঢ়াখা জমাইক পাচে মাতিয়া পঠাইলা ।
শাতৰ বচন বুলি শীঘ্ৰবেগে আইলা ॥ ১৩৯৪
শুনিয়োক বাপ মোৰ স্নেহৰ জমাই ।
দুখীয়া শঙ্কৰ তাৰ মাৰ বাপ নাই ॥

কৌড়িকা দুখন্তে মই ধৰিবাক চালো ।
হাতৰ এৰাই গৈল ধৰিবে নপাইলো ॥১৩৯৫
গুৰুৰ গৃহক যাওঁ চলিয়ো জমাই ।
মাতি বুলি শঙ্কৰক ছুয়া আনো যাই ॥
শুনি বুঢ়াথায়ে আন লোক লগে গৈলা ।
শঙ্কৰক আনিবাক ছাত্রশালে গৈলা ॥ ১৩৯৬
গুৰুক মাতিয়া শঙ্কৰক আনিলন্ত ।
এহিমতে আপুনাৰ গৃহক গৈলন্ত ॥
পঞ্চদশ বৎসৰ যে এহিমতে গৈলা ।
ষোড়শ বৎসৰ যেবে শঙ্কৰৰ ভৈলা ॥ ১৩৯৭
দিনেক পঢ়িয়া যেবে আছন্ত শঙ্কৰ ।
সবে শাস্ত্র পঢ়ি ভেবে আসিলন্ত ঘৰ ॥
গুৰুক দক্ষিণা দিবে সবে আলোচিলা ।
প্রথমতে পাঠশালে কাপক ধৰিলা ॥ ১৩৯৮
কৰিয়া কাৰুণ্য তিনি গীত কৰিলন্ত ।
আপুনাৰ ৰূপক আপুনি চিনিলন্ত ।
ভাম কাস বেলা বাতি ঝাৰি ঘূৰি যত ।
আপুনি ঈশ্বৰে ভৈতে মিলাইলা সমস্ত ॥ ১৩৯৯
গুৰুধন শুজো বুলি সবে দ্রব্য দিল ।
সবাকো আগতে দিয়া প্রণাম কৰিলা ॥
ৰুতকৃত ধৰি গুৰু আশীষ কৰিলা ॥
শঙ্কৰদেৱক বহু আশীর্ব্বাদ দিলা ॥ ১৪০০

আশীৰ্ব্বাদ লৈয়া পাচে গৃহে চলি গৈলা।
শুনিয়োক তাত পাচে যেন কথা ভৈলা॥
জয়ন্তে কৰয় চৰ্চ্চা যত বাল্য কাম।
সপ্তদশ বৎসৰে শঙ্কৰে গৈলা গ্ৰাম॥ ১৪০১
ভৈলন্ত প্ৰসিদ্ধ ভূঞা পাচে ডেকাগিৰি।
আপোনাৰ গ্ৰামক চাহন্ত ফুৰি ফুৰি॥
সমস্ত ভূঞায়ে আসি তাহাত খাটন্ত।
পিতৃৰ সমান ভূঞা প্ৰসিদ্ধ ভৈলন্ত॥ ১৪০২
এহিমতে কতো দিন তৈতে যেবে আছে।
এগোটা ষাণ্ডৰ বাৰ্ত্তা শুনিলন্ত পাচে॥
কলা বৰ্ণ ষাণ্ড সিটো মহা অনিৰ্ব্বাৰ।
তীক্ষ্ণতৰ শৃঙ্গ উচ্চ ঠোটগোট তাৰ॥ ১৪০৩
নৰগোটা লোকক মাৰিয়া প্ৰাণ লৈলা।
শুনিয়া শঙ্কৰদেৱ তৈকে চলি গৈলা॥
কমলীধৰায়ে ঝাৰি কমলীক লই।
শঙ্কৰৰ লগে চলি যান্ত লীলা কই॥ ১৪০৪
ৰামধাৰ আলি চলি যান্ত ডেকাগিৰি।
হাতযোৰ কৰি দেখে আছে এক নাৰী॥
তাক দেখি শঙ্কৰে আশ্চিত বসিলন্ত।
দণ্ডৱত কৰি সিটো নাৰী পৰিলন্ত॥ ১৪০৫
দেখিয়া পৰমানন্দ ভৈলন্ত বিস্ময়।
কিনো অদভুত আজি আন শক্তিচয়॥

ইটো কথা কিনো তপ পূৰ্ব্বে আছে কৰি।
আজি চাই ডেকাগিৰি আছে মোৰ ভৰি ॥ ১৪০৬
দণ্ড দুই চাৰি মান চাহিয়া আছন্ত।
পাৰ কাতি কৰিয়া শঙ্কৰ চলিলন্ত ॥
গৰুৱা চৰাই সতী আসিলন্ত চাই।
চকুৰ লোতকে ধাৰা দণ্ডে বহি যায় ॥ ১৪০৭
বাটক লাগিয়া মহাবেগে চলিলন্ত।
পথত চলন্তে বিপ্ৰগণে লাগ পান্ত ॥
কৈক লাগি যবা বুলি তাহান্তে সোধয়।
শঙ্কৰে বোলন্ত ঐৰণৰা আসো গই ॥ ১৭০৮
আজি হন্তে একগোটা পথ গৈয়া আছে।
পথৰ মধ্যত এক লোক পাইলা পাচে ॥
শঙ্কৰক দেখি কৰিলন্ত নমস্কাৰ।
বোলে ডেকাগিৰি শুনা কাৰণ ইহাৰ ॥ ১৪০৯
জন্তৰ বাও এক আসিয়া মিলিল।
এহি পথে নৱজন লোকক মাৰিল ॥
বাটক জনাই লোক ইপন্থে নবায়।
গৈলে তেতিক্ষণে তাক মাৰিয়া পেলায় ॥ ১৪১০
হেন জানি ডেকাগিৰি পাচটি যায়োক।
শঙ্কৰে বোলন্ত মোক বাও দেখায়োক ॥
মহা ভয় হয়া সিটো কহন বোলয়।
দেখাইবাক লাগি মোৰ শক্তি নাহিকয় ॥ ১৪১১

শঙ্করে বোলন্ত দূরহন্তে দেখায়োক।
কিছো কার্য্যে বাগুগোট লাগি আছে মোক॥
তৈন্তে চরে বুলি হাত তুলি দেখাইলন্ত।
আথবেথ করি সিটো দূরক পলান্ত॥ ১৪১২
মহা বেগে শঙ্করে বাগুক খেদি যাই॥
দূরে চরে বাগু তাক দরশন পাই।
কমলীধরার হাতে জাপিগোট দিল।
তুনিঅাগ তুলি মেঢ়াই কটিত বান্ধিল॥ ১৪১৩
কমলীধরাক বোলে তই নড়বারি।
বোলো নিষ্ট করি মোর পাচত থাকিবি।
কোণাকোণ গুনি বাগু মুণ্ড তুলি চাইল।
আসন্ত শঙ্কর তাক দরশন পাইল॥ ১৪১৪
কামোরেক মাস লৈয়া শঙ্করক চাই।
মাটি আজুরিয়া বর বেগে খেদি যাই॥
হুঙ্করণি শুনিয়া গর্ভত লাগে ত্রাস॥
ধুথুরি মসাই পৃথিবীক করে নাশ॥ ১৪১৫
ঘনে ঘনে বাণ্ডে পুচ্ছ পুরীষ এরয়।
কমলীধরার দেখি অতি মহাভয়।
চরণ প্রহারে ভূমি কম্পাবন্তে যাই।
কালবর্ণ পর্ব্বত যেহেন আসে ধাই॥ ১৪১৬
শৃঙ্গ আগে পরি মাণি হোবয় লোহার।
শঙ্করক লাগি খেদি গৈলা দুরাচার॥

বাগুক দেখিয়া পাচে কুসুম্বনন্দন ।
আগবাঢ়ি খালত নামিলা তেতিক্ষণ ॥১৪১৭
আলিব খালত হস্তীগোটও লুকায় ।
আসন্ত খেদিয়া ছুষ্টে পৰম নিৰ্ভয় ॥
পশ্চিমক বেগে যেন জল বহি যায় ।
প্ৰচণ্ড বতাহে যেন জাজি উলটাই ॥ ১৪১৮
শঙ্কৰক দেখি তাৰ বেগ থমকিল ।
দিব্য চতুৰ্ভুজ ৰূপ তেখনে ধৰিল ॥
শঙ্খ চক্ৰ গদা পদ্ম আছে তাৰ হাতে ।
কম্বলীধৰায়ে ৰূপ দেখিলা সাক্ষাতে ॥ ১৪১৯
শ্ৰীবৎস কৌস্তুভ গজ মুকুতাৰ হাৰ ।
বাগুৰ চকুত চটা লাগিল তাহাৰ ॥
মালতী ফুলৰ মালা হাতে তুলি ধৰি ।
খেদি যান্ত বৃষভক আস আস কৰি ॥ ১৪২০
আগবাঢ়ি বাগে শৃঙ্গ পাতিয়া গৈলন্ত ।
শঙ্কৰেয়ো পুষ্পমালা মাথে পেলাইলন্ত ॥
দুই শৃঙ্গে দুই কৰ্ণে ধৰিলন্ত তাৰ ।
শ্ৰান্ত হৈ বাগুগোট তেজিলা ফোকাৰ ॥ ১৪২১
চাৰিয়ো বাহুয়ে তাৰ শৃঙ্গ কাণে ধৰি ।
কম্বলীধৰায়ে দেখি কাম্পে তৰতৰি ॥
পাচক লাগিয়া হেম্পচিয়া এৰি দিল ।
বাগুগোট খিৰিসিত কৰিয়া পৰিল ॥ ১৪২২

হো বুলি বাণক মাৰিল এক লাঠি ।
পৰিলন্ত গৰবি কৰিয়া পিটো বান্তি ॥
থৰমৰ কৰি সিটো চক্ষু পালটাই ।
ভৈলেক শ্ৰীহীন তাৰ চূৰ্ত্তি বুদ্ধি নাই ॥ ১৪২৩
শঙ্কৰে ভাৱন্ত জানো বাণ যায় মৰি ।
চাহি আছে তাহাক নিঃৰখি দৃষ্টি কৰি ॥
বাণে চক্ষু মেলি শঙ্কৰক দেখিলন্ত ।
যদি মোক আৰোবাৰ প্ৰহাৰ কৰন্ত ॥ ১৪২৪
সমূলি মৰিবো আজি ইহাৰ হাতত ।
এহিবুলি বাণে পাচে গুণয় মনত ॥
চক্ষু মুদি বায়ুক নিৰোধি ৰহিলন্ত ।
ভথৰা মৰিল বুলি নাকে শ্বাস চান্ত ॥ ১৪২৫
দেখন্ত শঙ্কৰে কৰিলন্ত আন মন ।
উঠিয়া লৱৰ দিলা বাণ ততিক্ষণ ॥
পলাই পলাই বুলি শঙ্কৰে বিজ দিলা ।
লৱৰিয়া বাণ গৈয়া অৰণ্যে পশিলা ॥ ১৪২৬
কমলীধৰায়ে দেখি হাসে ৰঙ্গ কৰি ।
ঘৰে গৈল শঙ্কৰ পূৰ্ব্বৰ ৰূপ ধৰি ।
পথত বাহুন্তে পৰমানন্দে পুছিলন্ত ।
বাণ কোন আছিল ইহাৰ কৰা অন্ত ॥ ১৪২৭
ইটো নাৰী পূৰ্ব্বজন্মে আছিলন্ত কোন ।
থাকা মাত্ৰ বুলিয়া মাতিলা কি কাৰণ ॥

শঙ্করে বোলন্ত কথা কহিবো বুজাই।
যিবা কার্য্যে ইহাক বুলিলো মই আই ॥১৪২৮
অংশ অৱতাৰে জানা এওঁ মোৰ আই।
পৰ্শুৰাম অৱতাৰ ভৈল সেহি ঠাই ॥
সেহি কালে জামদগ্নি পিতৃয়ে বুলিলা ॥
ৰেণুকা মাৰক মোক কাটিবাক দিলা ॥১৪২৯
পিতৃ আজ্ঞা শিৰে ধৰি তাহাক ছেদিলো।
জীবাক লাগিয়া পুনু তাতে বৰ লৈলো ॥
হেন দেখি মাতৃ মোক বুলিলা বচন।
কৰিয়ো নিস্তাৰ মোক বাপ এতিক্ষণ ॥ ১৪৩০
হেন শুনি পাচে মই বুলিলোহো বাণী।
শঙ্কৰ অৱতাৰ আমি হৈবোহো যৈসানি ॥
কংস কুৱলয় হস্তী ৰামধাৰ যবে।
যাও লাগি মেলিবে শুনিবে নিৰন্তৰে ॥ ১৪৩১
দশৰথ হৈব হস্তী কৃষ্ণে মাৰিবন্ত।
কুপদে পৃথিৱী বুলিয়া সবেও কন্ত ॥
কৃষ্ণৰ পাৱন্ত পৰি কৰিয়া কাতৰ।
কিমতে মুকুতি হৈবো দিয়া এহি বৰ ॥ ১৪৩২
ৰামধাৰ পিতৃৰ শ্ৰাদ্ধত তোকে দাগি।
মেলিবেক বৃষোৎসৰ্গ কৰিবাক লাগি ॥
নৰজন লোক খুজি মাৰিবিহি তই।
তোক মৰ্দ্দিবাক প্ৰতি চৰি যাইবো মই ॥ ১৪৩৩

ঘাৰ মচৰিয়া লাথি মাৰিবো চৰণে।
হৈবেক মুকুত নিষ্ঠে জানা সেহিক্ষণে॥
মাধৱৰ বৰ পায়া পিটো খাও হুইৰ।
পিতৃ শ্ৰাদ্ধ দিনাখনে তাহাক মেলিব॥ ১৪০৪
শঙ্কৰ স্বৰূপে যাইব তোক মৰ্দ্দিবাক।
নাৰীৰূপ ধৰি তুমি দেখিবা আমাক॥
দণ্ড চাৰিমান মোৰ ৰূপ নিৰেখিবা।
কৰিবা কাতৰ মোক নমস্কাৰ কৈবা॥ ১৪০৫
তেবে মুক্ত হৈবা তুমি বুলিলো বুজায়।
কমলীধৰাত তাত কৈলো অভিপ্ৰায়॥
শুনিয়া পৰমানন্দ বৰ ৰঙ্গ ভৈলা।
পৰম সন্তোষে ৰাজপথে চলি গৈলা॥ ১৪০৬
দেখি লোকে লাগ পাই কৰে নমস্কাৰ।
সৰস্বতী মিশ্ৰ পথে লাগ পাইলা আৰ॥
শঙ্কৰৰ তেজ দেখি নমস্কাৰ কৈলা।
শৰণ লইয়া বিপ্ৰে ঘৰে চলি গৈলা॥ ১৪০৭
কতোক্ষণে পাইলা গৈয়া আপুনাৰ ঘৰ।
শঙ্কৰে গাৱৰ পাচে খসাইলা কাপোৰ॥
বুঢ়াখাক আদি কৰি যত ভৃত্যাগণ।
পৰম আনন্দে বাৰ্ত্তা সোধে সৰ্ব্বজন॥ ১৪০৮
যেনমতে যাওক মৰ্দ্দিলা শৃঙ্গে ধৰি।
চাৰিভুজ ভৈল দেখিলোহো নেত্ৰ ভৰি॥

শুনি সমস্তৰ আনন্দৰ সীমা নাই।
জয়ন্ত মাধৱ আসিলন্ত দুয়ো ভাই ॥ ১৪৩৯
শঙ্কৰৰ অষ্টাদশ বৎসৰ ভৈলন্ত।
বনগঙ্গা গিৰি আসি তেখনে পাইলন্ত ॥
ৰাণ্ড মৰ্দ্দিবাৰ শুনি হৰষিত মন।
জয় জয় শঙ্কৰ বুলিলা বন্ধুজন ॥ ১৪৪০
শুনা সভাসদ পদ গুৰুৰ চৰিত্ৰ।
ইহাক শ্ৰৱণে হোৱে পাপীয়ো পবিত্ৰ ॥
এক শৰণীয়া যত ভকত আছয়।
সবাহাক প্ৰণামিয়া বোলোহো নিশ্চয় ॥ ১৪৪১
মোৰ ইষ্ট গুৰুৰ চৰণে ৰতি ৰোক।
ভকত জনৰ সঙ্গ সদা মোৰ হৌক ॥
যিটো জনে গুৰু দেৱ নামক দেখাৱে।
জানি বুধজন বন্দিয়োক তাৰ পাৱে ॥ ১৪৪২
তান কৃপা ভৈলে সিদ্ধি হোৱে মনোৰথ।
পাৱে অপ্ৰয়াসে মুকুতিৰ সিটো পথ ॥
শঙ্কৰ মাধৱ হৃদয়ৰ বস্তু দুই ॥
শিৰে মোৰ থাকোক তাসম্বাৰ পাৱ দুই ॥ ১৪৪৩
মাধৱেসে গুৰু নিজ শঙ্কৰ ঈশ্বৰ।
শঙ্কৰ মাধৱ দুয়ো এক কলেৱৰ ॥
তাসম্বাৰ সঙ্গী যত আছয় ভকত।
তাসম্বাক বন্দি মই থাকোহো সতত ॥ ১৪৪৪

হে বন্ধু জন নকৰিবা আন মতি।
শঙ্কৰ বিনায় কোনে কৰিবেক গতি ॥
জানিয়া তাহাৰ পদে পশিলো শৰণ।
তেবেসে হৈবেক ভয় সংসাৰ তৰণ॥ ১৪৪৫
দয়ালু মাধৱ মোৰ কিনো উপকাৰী।
দেখাইলা নিজ গুৰু ঈশ্বৰ মুৰাৰি ॥
কহে ৰামচৰণে ছাৰিয়ো আন কাম।
গুৰুক হৃদয়ে ধৰি বোলা ৰাম ৰাম ॥১৪৪৬

---

## ছুলড়ী

আত অনন্তৰে শঙ্কৰদেৱৰ
উনৈশ বৎসৰ ভৈল।
গৃহন্ত বসিয়া আছন্ত শঙ্কৰ
বৃঢ়াখায়ে তৈকে গৈল ॥
জয়ন্ত মাধৱ কৰিয়া উৎসৱ
আলোচি গৈলা সিঠাই।
কৰ্ণপূৰ চতুৰ্ভুজ সমন্বিতে লবি
তথা গৈল দুয়ো ভাই ॥ ১৪৪৭
আনো ভুঞাগণ সুহৃদ সজ্জন
আইলা শঙ্কৰৰ পাশ।

শ্রীমন্ত শঙ্করে সবাহাকে ভেবে
কবিলা পাচে আশ্বাস।
বোলন্ত গোসাই আইলা কিক লাই
কহিয়ো তাব কাবণ।
আমাব থানক কি কার্যে আসিলা
শুনা সিটো প্রয়োজন ॥ ১৪৪৮
বুঢ়াখা বোলন্ত কহিবো তোমাত
আমাথেব প্রয়োজন।
ভূঞা বন্ধু যত আসিল সমস্ত
আছয় কার্য্য গ্রহণ ॥
বিখ্যাত পাণ্ডিত শাস্ত্র আছে যত
সবাহাকে আছা পঢ়ি।
সমস্ত লোকব হবিষ বিস্তব
বৈকুণ্ঠ দিয়োক গঢ়ি ॥ ১৪৪৯
নতুবা শিকাইবা ভাবনা দেখাইবা
হবিষ আমাব মন।
বৈকুণ্ঠ নগব ভালমতে বাপু
দেখায়ো আবে এখন ॥
সাত বৈকুণ্ঠব সাতগোটা নাম
পাবিষদগণ মানে।
চাহিবাক প্রতি সবাহানে মতি
দেখায়ো তাক যতনে ॥ ১৪৫০

তোমাক স্মৰিবো সংসাৰ তৰিবো
জানিলো নিষ্টৈ ইবাৰ।
আমাৰ উপৰি যত বংশ আছে
কৰিবা তাক নিস্তাৰ॥
কোটি কোটি জন্মে উপৰি পুৰুষ
যাক কৰ্ণে শুনা নাই।
তোমাৰ প্ৰসাদে আতি অপ্ৰমাদে
দৃষ্টি ভৰি দেখো চাই॥ ১৪৫১
তোহ্মাৰ চৰণ কৰিবো বন্দন
নৰকক নডৰাওঁ।
কৰিয়ো কৰুণা বোলে নিষ্ঠে জানা
বিমতে দেখিবে পাওঁ॥
শঙ্কৰে বোলন্ত শুনিয়ো গোসাই
আনা যায়ো তিনিজন।
নৰোত্তম কৰ্ণ- পুৰ চতুৰ্ভুজ
তিনিয়ো আতি গহন ॥১৪৫২
তোমাসাৰ বাক্যে সন্ন্যাসীত শিকি
দেখাইবো বৈকুণ্ঠপুৰ।
চিহ্ননামে যাত্ৰা কৰিবো বিদিত
হৰিষ পাইবা প্ৰচুৰ॥
এহি বুলি পাচে যেবে সবে আছে
শঙ্কৰে গুণিলা মনে।

কপিলীমুখত কুমার আছয়
শুনো কয়ে সর্ব্বজনে ॥ ১৪৫৩
খোল গঢ়িবাক বোলো শুনা ডাক
চাল কিনি পঠাই দিয়া।
তেতিক্ষণে কাষ্ঠ একডাল আনি
সাজিল আনন্দ হয়া ॥
বলরাম আতৈ আসিয়া তেখনে
খোলর জোখাক দিলা।
ত্রয়োদশ আঙ্গুল বামভাগ জানা
ডাহিনে ন আঙ্গুল কৈলা ॥ ১৪৫৪
সকালে গঢ়ায়া শীঘ্রে পাগ দিয়া
দিয়োক খোল পঠাই ॥
মুচির ঘরক বায়োক কেতাই
গকছাল আনা যাই ॥
শুনা ভূঞালোক করা দয়া মোক
বস্তাখাম দিয়া সাজি।
দ্বীপ দ্বীপান্তর লোক নিরন্তর
জান দিতে পাকা আজি ॥ ১৪৫৫
শুনি ভূঞাগণে পাচে তেতিক্ষণে
দূতগণ পাঠি দিল।
শঙ্করর আজ্ঞা শিরত ধরিয়া
সমস্তে দিশে কহিল ॥

মহামহোৎসৱ দেখিয়া উৎসৱ
চিহ্নযাত্রা বিতোপন।
সাতো বৈকুণ্ঠক ভূমিতে দেখাইবে
কুসুম ভূঞা নন্দন॥ ১৪৫৬
শুনি সবে নৰে আতি ৰঙ্গ কৰে
হৰিষৰ পাৰ নাই।
বৈকুণ্ঠ নগৰ দেখাইবে শঙ্কৰে
আনন্দে থাকিব চাই॥
ইসব কথাক থৈলো এহিমানে
শুনিয়োক কথা আৰ।
বৈকুণ্ঠ নগৰ পটতে লিখিল
অঙ্ক কৰিলন্ত তাৰ॥ ১৪৫৭
ধেমালীৰ ঘোষা পটতে লিখিল
দ্বিতীয় শ্লোক ৰচিল।
সূত্ৰ ভট্টিমাক গীতক কৰিয়া
চিহ্ন সবে বিভাগিল॥
যাৰ যেন থান যিমন্ত লক্ষণ
কল্পতৰু উপবন।
সৰোৱৰচয় অধিকে শোভয়
অনন্তশয্যা শোভন॥ ১৪৫৮
লক্ষ্মী সৰস্বতী চৌদ্ধ পাৰিষদ
গীতত্তে সবাকে দিলা।

সাত বৈকুণ্ঠৰ সাতপোটা নাথ
সবাকে তাতে নির্ম্মিলা।
গীত নাট সূত্ৰ সমস্তে কৰিয়া
যেবে সাঙ্গ কৰিলন্ত।
কৃঞাসবে বস্তা ঘৰ সাজি যেবে
শঙ্কৰত জনাইলন্ত ॥ ১৪৫৯
কেতেথা ৰামক * ৰায়ন শিখাইলন্ত
আৰো পালি সাতজন। * এৱেঁই প্ৰথম ৰায়ন।
নটুৱা পাচটি সমস্থিতে আতি
কৰিলা যাত্ৰা শোভন ॥
শুনা সভাসদ হয়া নিশৱদ
গুৰুৰ চৰিত্ৰ কথা।
তাহান চৰণে পশিলো শৰণে
জন্মক নকৰা বৃথা ॥ ১৪৬০
ঘোৰ পৰলোক তৈতে কেন হৌক
দেখিয়ো নেদেখা অন্ধ।
গুৰুৰ সেৱাক তেজিয়া কৰয়
বিষয় সুখে প্ৰবন্ধ ॥
ভাৰ্য্যাত পুত্ৰত কৰিয়া বিশ্বাস
গুৰুত নকৰে ৰতি।
কিনো মহানন্দ পৰম পাষণ্ড
যাইবে সিটো অধোগতি ॥ ১৪৬১

হে গুরুদেব পায়ে ধৰো সেৱ
পৰম পাতকী আমি
জানি মহেশ্বৰ মোক কৃপা কৰ
তুমি মোৰ নিজ স্বামী ॥
ভৃত্য হেন জানি দেৱ চক্ৰপাণি
চৰণত দিয়ো ঠাই ॥
তুমি বিনে মোৰ পৰম বান্ধৱ
ইতিনি লোকত নাই ॥ ১৪৬২
জানি যদুপতি তুমি বিনে গতি
নাহি কৈলো সাৰে সাৰ।
গুৰু-শিষ্যৰূপে দুয়োজন আসি
জানা কৈলা অৱতাৰ ॥
সভাসদজন এৰি আন মন
গোৱা তান গুণনাম।
ক্ষুদ্ৰমতি ৰাম চৰণে কহয়
ডাকি বোলা ৰাম ৰাম ॥ ১৪৬৩



## পদ

আত অনন্তৰে শুনা সভাসদ লোক।
শঙ্কৰদেৱৰ মহিমাক শুনিয়োক ॥

মনে মনে গুণিলন্ত দেৱতা শঙ্করে।
ঈশ্বর বুলিয়া জানিবেক সবে নরে॥ ১৪৬৪
এক মায়া করো যেন নজানয় আনে।
সন্ন্যাসীর বেশ ধরি আইলা সেহি থানে॥
দীর্ঘতর সুন্দর পুরুষ তান কায়।
শরীরর কান্তি আতি চাহন নাযায়॥ ১৪৬৫
ভস্ম বিভূষিত অঙ্গ অধিকে সুহাই।
অন্ন আদি ভোজন কিঞ্চিত তান নাই॥
শঙ্করে বোলন্ত বিদ্যা শিখাইয়ো আমাক।
যেনমতে পাবো মই পট লেখিবাক॥ ১৪৬৬
সন্ন্যাসী বোলন্ত আত কিছো দোষ নাই।
শিখাইবোহো লিখিবাক কহিলো বুজাই॥
হিঙ্গুল হাত্যাল তেতিক্ষণে আনিলন্ত।
যত্ন করি পটে বৈকুণ্ঠক লেখিলন্ত॥ ১৪৬৭
সন্ন্যাসীক আগে থই লেখন্ত শঙ্কর।
বিস্ময়ে আছন্ত চাই যত ভক্ত নর॥
রামরাম গুরু যে বুঢ়াখা বলরাম।
চাহিয়া আছন্ত সবে ত্যজি আন কাম॥ ১৪৬৮
এহিমতে বৈকুণ্ঠক লেখিলেক যেবে।
পারিষদগণক লিখিলা তৈতে তেবে।
সাতো বৈকুণ্ঠর সাত লিখিলা ঈশ্বর।
থানে থানে লেখিলন্ত দীঘি সরোবর॥ ১৪৬৯

যৈত যিবা লাগে সমস্তকে তুলি দিলা।
একত্রিত মানো বৈকুণ্ঠৰ নন্দবিলা॥
কল্পতৰু যেহেন দিবাক নজানন্ত।
অবাক স্বৰূপে তুয়োজন ৰহিলন্ত॥ ১৪৭০
কৈন্ত দিবে লাগয় তাহাক নজানয়।
সেহি সময়ত বুঢ়ী চান্দেৰী বোলয়॥
চোতালত ধান মেলি বুঢ়ী দিয়া আছে।
হাতত মাৰ্জ্জনী লৈয়া তৈকে গৈলা পাচে॥ ১৪৭১
দেখো ডেকাগিৰি কল্পতৰু দিয়া নাই।
হাতত বাঢ়নী লৈয়া বুলিবেক যাই॥
ঐত লাগে ডেকাগিৰি সিটো বৃক্ষবৰ।
অল্প হাস্য কৰি তেবে মাতিলা শঙ্কৰ॥ ১৪৭২
আসিয়া এথাক আই বৰ কৈলি কাম।
তই হেন উপকাৰ আৰো কৈত পাম॥
বুঢ়ীৰ বচনে কল্পতৰু তাতে দিলা।
ৰামৰাম গুৰু আদি বিস্ময় মানিলা॥ ১৪৭৩
সবে বোলে ইটো বুঢ়ী কথা পালি কৈত।
বৈকুণ্ঠৰ লোক জানা হুদ্মে আছা ঐত॥
এহিমতে পটে যেবে নাট লেখিলন্ত।
নটুৱা শিখায়া যেবে সাঙ্গ কৰিলন্ত॥ ১৪৭৪
যাৰ যিবা বাহন তাহাক সাজিলন্ত।
মুখা বন্ধ কৰি তাৰ চৌত নিৰ্ম্মিলন্ত॥

সভাৰ সাজক একখান কৈলা যেবে।
ভকতসবো তথাত মিলিলা যাই তেবে ॥ ১৪৭৫
দিনত শঙ্কৰে মেলা কীৰ্ত্তন কৰিলা।
নৰোত্তম গুৰু দেৱী পূজিবাক গৈলা।
শঙ্কৰে বোলন্ত দেৱী পূজিবাক যোগ্য নয়।
ভাওনা কৰিছে কৃষ্ণ পূজিবে লাগয় ॥ ১৪৭৬
ৰামৰাম গুৰুক শঙ্কৰে আদেশিলা।
মূলমন্ত্ৰ উচ্চৰিয়া কৃষ্ণক পূজিলা ॥
দেখি সমস্তৰে আনন্দৰ সীমা নাই।
কৰয় কৌতুকে খোল ছয়ক বজাই * ॥ ১৪৭৭
এহিমতে গধূলা সময় যেবে ভৈল।
নানান দেশৰ লোক চাহিবাক গৈল ॥
বিপক্ষ ব্ৰাহ্মণগণ যত আছিলন্ত।
যাত্ৰা দেখিবাক লাগি সমস্তে গৈলন্ত ॥ ১৪৭৮
বোলে শুনা শূদ্ৰে ৰব কৰে মহতালি।
শঙ্কৰদেৱক দুষ্ট বিপ্ৰে পাৰে গালি ॥
আজি শঙ্কৰৰ সবে ভাঙ্গো আটাইটাই।
কেনমতে বৈকুণ্ঠক দিৱয় দেখাই ॥ ১৪৭৯
এহিমতে বিপ্ৰসব আলোচিয়া গৈল।
বাৰ ভকতগণ তৈতে একখান ভৈল ॥
ভাওনাৰ চোঁ যত সভা ধৰে নিল।
আবৰস্ত্ৰ দিয়া তাক তৈতে ঢাকি থৈল ॥ ১৪৮০

* এই ভাওনাত শ্ৰীমন্ত শঙ্কৰদেৱে একেলগে ছয়টা খোল বজাইছিল।

চোঁ গোট আৰে তাক যত্ন কৰি থৈলা।
নৱগোটা মতাক একত্র কৰি লৈলা॥
গৰুড়ৰ মুখা সৰ্ব্বজয়ক দিলন্ত।
কেতাইথায়ে খোল দোহাৰে ধৰিলন্ত॥ ১৪৮১
বলোৰাম হৰিধন মথুৰা সমে তিনি।
বুঢ়া শ্রীৰাম গুৰু উঠিলা আপুনি॥
শূলধৰা লক্ষণ ভোবোৰা দামোদৰ।
তাল ধৰি গীত গান্ত লগে শঙ্কৰ॥ ১৪৮২
উদাৰ সহিতে বৰ গোবিন্দ উঠিল।
প্রথমতে শঙ্কৰে ৰাগক তুলি দিল॥
লক্ষ্মণৰ বৰ ভাই নামত বলাই।
তিমিৰ ৰাগক দিলে সবে আছে চাই॥ ১৪৮৩
বায়ুমণ্ডলীত ৰাগ দিলন্ত শঙ্কৰ।
পাত্তিসন্ধা এক বৃক্ষ আছে ভয়ঙ্কৰ॥
যেতিক্ষণে শঙ্কৰে ৰাগক তুলি দিল।
দুই চৰণ দিতে পাত সমস্তে সৰিল॥ ১৪৮৪
বহয়ে শোষক বায়ু অসংখ্য অপাৰ।
আৰ দুই ফাকি দিতে পাত ভৈলা তাৰ॥
এহিমতে ৰাগ যেবে সাঙ্গ কৰিলন্ত।
পট মেলি বৈকুণ্ঠক আগত থৈলন্ত॥ ১৪৮৫
সাত্ত ঈশ্বৰ সাত প্রবেশ লাগয়।
পাঞ্চ নটুৱাক চাই আছন্ত বিস্ময়॥

আৰো দুই জন জানা ঈশ্বৰক লাগে।
ৰামৰাম গুৰুক মাটিয়া নিলা আগে॥ ১৪৮৬
এক বৈকুণ্ঠৰ নাথ তাহ্নে কৰিলন্ত।
আৰো বৈকুণ্ঠৰ নাথ আপুনি ভৈলন্ত॥
শঙ্কৰে বোলন্ত বাহু লাগে চাৰি খান।
গুনা কেত্তাই গৰুড়ৰ মুখা এথা আন ॥১৪৮৭
ধৈমালি এৰিলে প্ৰবেশৰ বেলা হয়।
ৰঘু সনাতনে আৰে আক ধৰিছয়॥
নাট ধৈমালি চোট ধৈমালিক বাইলা।
বৰ ধৈমালিক বাই লোকক তুষিলা॥ ১৪৮৮
বৰ ধৈমালিত পাঞ্চগোটা বাইলা খোল।
বাসুকীমণ্ডলী বাদ্য বাইবাক লাগিল॥
পাচে ধৰিলন্ত দেৱ ধৈমালিক গই।
আগে পাচে নৱগোটা খোল গুৰু লই॥ ১৪৮৯
আঠভুজ বেকত কৰিলা তেতিক্ষণ।
লগায়া দিলন্ত মতা পৰম শোভন॥
দিন সম কৈল সিটো সভাৰ প্ৰকাশ।
বিপ্ৰসকলৰ গৰ্ব্ব কৰিলন্ত নাশ॥ ১৪৯০
ৰামৰাম গুৰু সৰ্ব্বজয় দেখিলন্ত।
অষ্টভুজ ভৈল বুলি কহো নজানন্ত॥
দেখিয়া সবাৰো আতি হৰষিত মন।
ধন্য ডেকাগিৰি বুলি ঘোষে সৰ্ব্বজন॥ ১৪৯১

শিবৰ নটুৱা যেয়ে লক্ষণ হৈলন্ত।
দোহাৰন্ত যন্তুৰে ৰুবিয়ে নাচিলন্ত॥
সন্তানন্দ বলো ৰামচৰণে নাচন্ত।
নিত্যানন্দ গায়নে গীতক লগাৱন্ত॥ ১৪৯২
প্ৰথমৰ প্ৰবেশ দিবাৰ বেলি হৈল।
মতাক লগায়া দিন সম কৰি থৈল॥
কুটিলা জোৰাক তাক কোঙাৰা কৰিল।
কানিৰ আৰিয়া লগাই অগ্নি গেৰা দিল॥ ১৪৯৩
বিচিত্ৰ পাময়ি বস্ত্ৰে আৱ কৰি ধৰি।
প্ৰথমে প্ৰবেশ নিলা শঙ্কৰ শ্ৰীহৰি॥
ৰামৰাম গুৰু পাচে সূত্ৰ দিয়াইলন্ত।
অঙ্গী ভঙ্গী কৰি শ্ৰীশঙ্কৰ যে নাচন্ত॥ ১৪৯৪
নটুৱাসৱক এৰি সবে তাক চাই।
নাচে কাচে শঙ্কৰৰ সম কেহো নাই॥
সৰ্ব্বজয় আতৈ মুখা পিন্ধিয়া গৈলন্ত।
লাম্ফ দিয়া শঙ্কৰে উপৰে উঠিলন্ত॥ ১৪৯৫
সাক্ষাতে গৰুড় যেন দেখিতে সুহাই।
শঙ্কৰ বসিলা পট বৈকুণ্ঠত যাই॥
অনন্ত শয্যাক তাত দেখিয়া আছন্ত।
পাৰিষদগণে তৈতে উপাসা কৰন্ত॥ ১৪৯৬
ব্ৰহ্মাৰ মুখাক সন্তবায়ে পিন্ধি গৈলা।
ৰামৰাম গুৰুৰ প্ৰবেশ বেৰে হৈলা॥

আপুনি শঙ্কৰে সূত্ৰ বুজিলা চিনাই ।
বস্ত্ৰ আৰ কৰি আৰো মহন্তা লগাই ॥ ১৪৯৭
দিলন্ত প্ৰবেশ ৰামৰাম যে গোসাই ।
অঙ্গী ভঙ্গী কৰি নাচে চৰণ চলাই ॥
হৰৱা মুখাক পিন্ধি ৰঙ্গে ধৰজা গৈলা ।
আৰৰ বৈকুণ্ঠক নিয়া তাঙ্ক থাপি থৈলা ॥ ১৪৯৮
তেহাঁৰে অনন্ত শয্যা মাজে বসি আছে ।
আৰৰ প্ৰবেশ যেবে ভৈল আসি পাচে ।
লক্ষ্মণ হুয়াছে এক বৈকুণ্ঠৰ পতি ।
প্ৰবেশক লাগি গৈল কৰি লীলা গতি ॥ ১৪৯৯
আৰকা মস্তাক লগাই বস্ত্ৰ ধৰিলন্ত ।
লক্ষণেয়ো নাচি পাচে প্ৰবেশ দিলন্ত ॥
সূত্ৰধাৰ শঙ্কৰেও বচনে চিয়াই ।
আৰো বৈকুণ্ঠত বসিবাক দিলা ঠাই ॥ ১৫০০
গায়নসকলে গীত আনন্দতে গাই ।
সমস্ত্যায়ে যেন বৈকুণ্ঠক আছে পাই ॥
নজানিলে সভাসদে কিবা ৰাত্ৰি দিন ।
দেখি বৈকুণ্ঠক যেন পাত ভৈল ক্ষীণ ॥ ১৫০১
নাৰীসবে নিচিনয় কোন জন স্বামী ।
সবে হন্তে যেহেন ভৈলন্ত মোক্ষগামী ॥
বালকে নিচিনে কোনজন মাৰ বাপ ।
সমস্তৰে শৰীৰৰ অন্তৰিল পাপ ॥ ১৫০২

স্বামীয়ে নিচিনে এই মোৰ ভাৰ্য্যা বুলি।
শঙ্কৰৰ মায়ায়ে সবাকো থৈলা ভুলি॥
বনগঞাগিৰি কেত্তাইখাও খোল বাস্ত।
আনো সভাসদ লোকে ৰঙ্গে বেঢ়ি চান্ত॥ ১৫০৩
ভৈল প্ৰবেশৰ বেলা সূত্ৰ কহিলন্ত।
তাত অনন্তৰে যদু প্ৰবেশ দিলন্ত॥
পুনৰপি বস্ত্ৰ আৰ কৰি ধৰিলন্ত।
আৰোবাৰ মত্তা গোট লগায়া দিলন্ত॥ ১৫০৪
আৰো বৈকুণ্ঠত যাই যদু প্ৰবেশিল।
প্ৰবেশক দিয়া যাই শয্যাত বসিল॥
আত অনন্তৰে শুনা যেনমত ভৈলা।
ভট্টিমা বুলিয়া পুন্‌ সূত্ৰক বুলিলা॥ ১৫০৫
ভট্টিমা বুলিয়া পুনু সূত্ৰৰ প্ৰবেশ।
ৰামচৰণক তেবে কৰিলা আদেশ॥
দিলন্ত প্ৰবেশ ছুনাই কৰি লীলা গতি।
নাচি ৰামচৰণে কৰন্ত ৰঙ্গ আতি॥ ১৫০৬
খোলৰ চাপৰে দিশ বিদিশ পূৰিল।
আপুনি শঙ্কৰদেৱে মত্তাক ধৰিল॥
আৰোবাৰ গায়নসকলে গাইল গীত।
বুলিলন্ত সূত্ৰ পাচে শঙ্কৰে স্বৰিত॥ ১৫০৭
আৰোবাৰ সূত্ৰে প্ৰবেশক কৈলা যেবে।
বলাইৰ প্ৰবেশ আসি ভৈল গৈয়া তেবে॥

পূৰ্ব্বৰতে বস্ত্ৰখান ধৰিলন্ত তুলি।
কন্যাসকলেয়ো ধনে পাৰন্ত উকলি ॥ ১৫০৮
লগাইলন্ত মতাক দেখিয়া সুশোভন।
বৈকুণ্ঠপুৰত তেহো বসিলা তেখন ॥
আত অনন্তৰে শ্লোক শঙ্কৰে বুলিলা।
সূত্ৰ বুলি আউৰ প্ৰবেশ তেবে কৈলা ॥ ১৫০৯
দিলন্ত প্ৰবেশ পাচে মথুৰা যেখন।
বস্ত্ৰ দাঙ্গি পুনঃ ধৰিলন্ত দুইজন ॥
লগাইলন্ত মতাগোট সবে আছে চাই।
ৰাত্ৰি শুচি ভৈল যেন দিন সঙ্গে প্ৰায় ॥ ১৫১০
আপুনাৰ বৈকুণ্ঠ ভুৱনে আছা বসি।
সবাৰো শৰীৰ যেন জ্বলে সূৰ্য্য শশী ॥
গায়ে গীত গায়ন সকলে ৰঙ্গ মনে।
বনগঞাগিৰিক মাতিলা তেতিক্ষণে ॥ ১৫১১
শঙ্কৰে বোলন্ত ভাই শুনহ বচন।
স্ত্ৰী কাচোক চাই আন লোক ছয় জন ॥
শঙ্কৰৰ আজ্ঞা তেন্তে শিৰে তুলি ধৰি।
কচাইলন্ত ছয় জন লোক ভাল কৰি ॥ ১৫১২
প্ৰথমৰ লক্ষ্মী সৰ্ব্বজয়ক কৰিলা।
গৰুড়ৰ মুখা এৰি স্ত্ৰীৰ কাচ লৈলা ॥
বলৰাম আতৈক তেখনে কচাইলন্ত।
পাৱত নূপুৰ হাতে খাক পিন্ধাইলন্ত ॥ ১৫১৩

পিন্ধাই পাটশাৰী সিন্দুৰক মাথে দিল।
উচ্চ কৰি খোপা গোট তুলিয়া বান্ধিল॥
শ্ৰীৰাম গুৰুক আনি আৰো লক্ষ্মী কৈলা।
কমলিধৰাকো আনি তথাতে কচাইলা॥ ১৫১৪
ৰঘুপতি ৰজকৰ পুত্ৰ আনিলন্ত।
চিদাক আনিয়া পাচে বস্ত্ৰ কচাইলন্ত॥
মথুৰাৰ পুত্ৰ হৃৰিধন তান নাম।
পৰম সুন্দৰ সিটো নাহিকে উপাম॥ ১৫১৫
এহি ছয়জন লক্ষ্মী প্ৰবেশ কৰাইল।
ছয়ৰো হাতত পদ্মমালা গান্থি দিলা॥
ছয় বৈকুণ্ঠৰ ছয় ঈশ্বৰৰ পাশে।
গৈলন্ত প্ৰবেশ দিয়া নাচি বহু লাসে॥ ১৫১৬
পঙ্কজ যে নাম শঙ্কৰৰ বৈকুণ্ঠত।
নলাগয় লক্ষ্মী তাত মায়া নাহি তাত॥
এহিমতে গীত গোটা ছয়ো যেবে গৈল।
পাৰিষদগণৰ প্ৰবেশ তেবে ভৈল॥ ১৫১৭
সূত্ৰে শ্লোক বুলিয়া শঙ্কৰে কথা কৈলা।
পাৰিষদগণে আসি নাচিবাক লৈলা॥
অঙ্গ ভঙ্গী কৰি নাচি কতো কথা তুলি।
দিয়া হাত সবেও মাথাত লৈলা তুলি॥ ১৫১৮
নৰহৰি নামে একজন পাৰিষদ।
অয়াক চাইল তাক দেখিয় তবধ॥

জয়ৰামক গুৰু পাৰিষদ পাতিলন্ত।
পূৰ্ণানন্দ নামে আৰো জনক চাইলন্ত॥ ১৫১৯
হৰিক ৰঘুক দুইকো পাৰিষদ কৰি।
সবে হন্তে হাতে গদা পদ্ম আছে ধৰি॥
গোবিন্দ গুৰুক নিয়া আয়োজন কৈলা।
একো বৈকুণ্ঠক লাগি একোজন গৈলা॥ ১৫২০
সভাত আছিল যত দুষ্ট বিপ্ৰগণ।
সবাৰো গাৱৰ আৰ হৰিল চেতন॥
আছিল বিপক্ষ যত সবে দূৰ গৈল।
সাক্ষাতে ঈশ্বৰ বুলি মনে সবে লৈল॥ ১৫২১
ব্ৰহ্মা হৰ ইন্দ্ৰ আৰো কুবেৰ বৰুণ।
স্বকী স্বকী যানে চৰি আসিলা আপোন॥
আকাশ জুৰিয়া সবে বসিলা বিমানে।
শঙ্কৰক নিন্দিছিল বিবা বিপ্ৰগণে॥ ১৫২২
কণ্ঠে সৰস্বতী বিপ্ৰ পৰম গহন।
তাসম্বাক মাত্ৰ দেখাই শঙ্কৰে ভেখনে॥
বিপ্ৰসকলৰ গৰ্ব্ব ভৈল আটাইটাই।
দেৱগণে দেখি বিপ্ৰগণ চুৰ্ত্তি নাই॥ ১৫২৩
শঙ্কৰৰ মায়ায়ে আনক ঢাকিলন্ত।
ব্ৰহ্মা ইন্দ্ৰ চন্দ্ৰক দ্বিজক দেখাইল॥
দেৱতাৰ গন্ধে দিশ বিদিশ পূৰিল।
জয় জয় বুলি প্ৰজাগণে কলি দিল॥ ১৫২৪

জয় জয় শঙ্কৰ বুলিয়া বোল কৈল।
সূত্ৰ বুলি আছন্তে যে চাৰিভুজ ভৈল॥
সভাসদ লোক দেখি বিস্ময় ভৈলন্ত।
কুম্ভক তনয় পাচে বাহু ঢাকিলন্ত॥ ১৫২৫
গীত সূত্ৰ শ্লোক কথা ভাগে ভাগে যাই।
ঐত যেন ভৈল হেন হাততে দেখাই॥
আৰো গীতে ঈশ্বৰৰ বৰ্ণাইলন্ত চিহ্ন।
শ্লোক বুলি ৰূপক দেখাইলা কৰি ভিন্ন॥ ১৫২৬
ছত্ৰাকাৰ মাথাত যে বস্ত্ৰে শোভে তাত।
সুবৰ্ণৰ কীৰিটি যে শোভয় মাথাত॥
প্ৰকাশ কৰয় ৰত্ন চূড়ামণি যুত।
শিৰভাগে প্ৰকাশয় সুন্দৰ মুকুট॥ ১৫২৭
কপাল মধ্যত জেঠি অধিকে সুহাই।
দুই ভ্ৰূৰ লানি এক চিনন নযায়॥
পদ্ম সম নেত্ৰ দেখিবাক মনোহৰ।
তিল ফুল সম নাসা দেখিতে সুন্দৰ॥ ১৫২৮
কচিকৰ কৰ্ণে আতি কুণ্ডল ডোলয়।
পাণ্ডুবৰ্ণ গণ্ডস্থল অধিকে শোভয়॥
নীলবৰ্ণ কণ্ঠ তাতে কৌস্তুভৰ জ্বালা।
কৰন্ত প্ৰকাশ গজ মুকুতাৰ মালা॥ ১৫২৯
বৈজয়ন্তী মালা তাৰ উপৰে প্ৰকাশ।
পঞ্চবৰ্ণ বনমালা দেখি মিলৈ হাস॥

শ্বেত পীত বস্ত্র হরিদ্রার বর্ণচয়।
ভ্রূর সমন্বিতে পঞ্চবর্ণ প্রকাশয়॥ ১৫৩০
হৃদয়ে শ্রীবৎস আতি দেখিতে শোভন।
ঊর্দ্ধ রোমপাতি আতি দেখিতে গহন॥
গায়ত্ত পাথরী পীত অধিতে সুহাই।
হেঙ্গুলীয়া পাট ভুনি মাটি গোটি যায়॥ ১৫৩১
হৃদয় বহুল আতি কটিভাগ সরু।
সাক্ষাতে দেখিয় যেন হরর ডম্বরু॥
বস্তুর মেখলা বান্ধি আছয় কটিত।
কণুঝুনু কিঙ্কিণী শুনিয় মনোনীত॥ ১৫৩২
আজানুলম্বিত চারু বাহু করিকর।
চম্পার পাকরি সম আঙ্গুলি সুন্দর॥
নখচন্দ্রচয় আতি দেখি সুখী হই।
বস্তুর উজ্বলি তাতে প্রকাশ করয়॥ ১৫৩৩
উরু দুই দেখি যেন রামকল সম।
পরম সুন্দর জানু জঙ্ঘা নিরুপম॥
পদতল রক্ত নব পল্লব সমান।
পঞ্চ চিহ্নে প্রকাশয় সূর্য্য যেন থান॥ ১৫৩৪
হেন চিহ্নসব গীত মধ্যে দরশিল।
বুঢ়াখাক আদি মিত্রে হরিষ করিল॥
পুত্র-ভার্য্যা বন্ধুবো আশাক এরিলন্ত।
এহি প্রাণ শঙ্কর বুলিয়া পরিলন্ত॥ ১৫৩৫

নিচিনি তোমাক আম্মি পাতকী সমূলি।
আবেসে জানিলো তুমি জগন্নাথ বুলি॥
আজি হন্তে তোত বাপ পশিলো শৰণে।
দাস হেন মানি মোক নেৰিবা চৰণে॥ ১৫৩৬
বুঢ়াখাৰ কাৰুণ্য শুনিয়া সবে নৰ।
সবে হন্তে বোলে এন্তে জগত ঈশ্বৰ॥
বিপ্ৰসবে বোলে আম্মি কিনো দুৰাচাৰ।
আম্মি পাপী শঙ্কৰক কৰো অহঙ্কাৰ॥ ১৫৩৭
মনুষ্য জনৰ মুহি ইমত শকতি।
শঙ্কৰক ঈশ্বৰ হেন জানিলো সম্প্ৰতি॥
আজি হন্তে শঙ্কৰক বাদ নকৰিবো।
ইহান চৰণে আমি শৰণ পশিবো॥ ১৫৩৮
বিপ্ৰৰ কথাক আমি এহিমানে থওঁ।
সৰ্ব্বজয়ে যেন কৈলা আৰে তাক কওঁ॥
সূত্ৰ বুলি শঙ্কৰে গীতক গান্তে আছে।
পঙ্কজ বৈকুণ্ঠ সৰ্ব্বজয়ে চান্ত পাচে॥ ১৫৩৯
শূন্য হেন বুলি বৈকুণ্ঠক চাহিলন্ত।
শঙ্কৰ সদৃশ এক পুৰুষ আছন্ত॥
পুনৰপি গায়নে মেলক লাগি চাইলা।
তহিতো শঙ্কৰ আছে দৰশন পাইলা॥ ১৫৪০
আনে নেদেখয় তাঙ্ক দেখে সৰ্ব্বজয়।
ৰামৰাম গুৰুৰ আগত কথা কয়॥

দেখা দেখা গুৰু শঙ্কৰৰ কেন কায়।
সূত্ৰে বুলি আছে ঐত আছে শুধা ঠাই ॥ ১৫৪১
তাহান সদৃশ এক জন বসিছয়।
সভাসদ লোকে শুনি বসিয়া আছয় ॥
তহিতো শঙ্কৰ দেখে অহিতো শঙ্কৰ।
উঠিলন্ত তেখনে যতেক বিপ্ৰবৰ ॥ ১৫৪২
দেখন্ত শঙ্কৰ গায়নৰ মাজে নাই।
পট বৈকুণ্ঠৰ মাজে দেখিলা তুনাই ॥
জয় জয় বুলি সৰ্ব্বজনে কৰে ৰাৱ।
সিবেলাত সাঙ্গ কৰিলেক মহোৎসৱ ॥ ১৫৪৩
এহিমতে চিহ্নযাত্ৰা যেবে সাঙ্গ ভৈল।
শঙ্কৰেয়ো মহেন্দ্ৰ কন্দলী পাশে গৈল ॥
নমস্কাৰ কৰিবাক গুৰুক চাহন্ত।
দেখিয়া কন্দলী আথেবেথে উঠিলন্ত ॥ ১৫৪৪
কি কৰাহা বাপু তুমি সাৰটি ধৰিলা।
অনেক বিনয় বুলি তাঙ্ক আশ্বাসিলা ॥
তোম্মাকেসে নমস্কাৰ কৰিবে লাগয়।
তুমিসে ঈশ্বৰ স্বামী জানিলো নিশ্চয় ॥ ১৫৪৫
হেন শুনি শঙ্কৰে পালটি যেৱে গৈল।
মহেন্দ্ৰ কন্দলী গুৰু সভাত উঠিল ॥
হাজাৰ দশেক লোক ভৈত হয়া আছ।
হাত তুলি হৰিধ্বনি কৰিলন্ত পাচে ॥ ১৫৪৬

চাৰিয়ো পাশত যেবে কৈলা হৰিধ্বনি।
বৈকুণ্ঠপুৰক তাৰ শব্দ গৈল ছানি॥
ফিৰি আসি দণ্ডৱত গুৰু কৰিলন্ত।
কৰযোৰ কৰি সমস্তকে বুলিলন্ত॥১৫৪৭
শুনা সভাসদ বোলো নিশ্চয় বচন।
শঙ্কৰদেৱত মই পশিলো শৰণ॥
চাৰিবাৰ চাৰি দণ্ডৱত কৰিলন্ত।
ভৈল গুৰু বুলি উচ্চ কৰি ডাকিলন্ত॥১৫৪৮
পুনৰপি বুঢ়া গুৰু বুলিলা বচন।
শঙ্কৰৰ মহিমাক জানে কোন জন॥
পাঠশালা মাজে একদিন শুতিলন্ত।
অনন্ত আসিয়া তৈতে ছত্ৰ ধৰিলন্ত॥১৫৪৯
মোক দেখি পাচে সিটো সর্প অন্তৰিল।
চক্‌মক্ কৰি জাগি শঙ্কৰ উঠিল॥
শুনা কর্ণপুৰ চতুর্ভুজ দ্বয়োজন।
নৰোত্তম বৃদ্ধ তুমি পণ্ডিত গহন॥১৫৫০
ঊৰ্দ্ধবাহু কৰি মই কৰো অঙ্গীকাৰ।
শঙ্কৰত পৰে গুৰু নাহিকে আমাৰ॥
শূদ্ৰ বুলি যিটো পাপী কৰে তিৰস্কাৰ।
আমাৰ ব্ৰাহ্মণ জন্ম আছোক ধিকাৰ॥১৫৫১
শুনিয়ো পণ্ডিতগণ দুঃখপাইলা মনে।
বৈকুণ্ঠক দেখাইবাক পাৰে কোন জনে॥

ইকি মনুষ্যৰ কৰ্ম্ম নোহে সাৰে সাৰ।
ঈশ্বৰৰ ৰূপ কোনে দেখাইবেক আৰ ॥১৫৫২
ৰামৰাম গুৰু চতুৰ্ভুজ নৰোত্তম।
আন বিপ্ৰসব যত আছয় উত্তম ॥
সবে হন্তে বোলে আমি পশিবো শৰণ।
শঙ্কৰদেৱক মাত্তিলন্ত তেতিক্ষণ ॥১৫৫৩
বোলন্ত আমাক তুমি শৰণ কৰায়ো।
নাম গুৰু ভক্ত দেৱ আমাক দেখায়ো ॥
শঙ্কৰে বোলন্ত ইটো কাৰ্য্য নুহি ভাল।
শূদ্ৰক ব্ৰাহ্মণে সেৱা কৰে কোন কাল ॥১৫৫৪
শুনিয়া ব্ৰাহ্মণসবে বোলন্ত বচন।
নুহিকাহা শূদ্ৰ তুমি দেৱ নাৰায়ণ ॥
আমাক ভাণ্ডিয়া কেনে বোলাহা বচন।
তোহ্মাৰ চৰণে নিষ্টে পশিলো শৰণ ॥১৫৫৫
শঙ্কৰে বোলন্ত বিপ্ৰসব যায়ো ঘৰে।
কালি প্ৰভাততে সবে আসিবা সত্বৰে ॥
সেৱা কৰিবাক প্ৰতি লাগয় দশম।
নাহিকয় ভাগ্য কেনে কৰিবো নিয়ম ॥১৫৫৬
ভতো আজি তোমাৰাসকলে যায়ো ঘৰে।
এহি বুলি আদেশ যে কৰিলা শঙ্কৰে ॥
বিপ্ৰসকলক দান দক্ষিণা কৰিলা।
গায়ে গায়ে মিঠাই প্ৰসাদচয় দিলা ॥১৫৫৭

মান্তক লজ্জিয়া সবে গৈলা ঘৰা ঘৰি।
শঙ্কৰক সবেয়ো প্ৰশংসা যান্ত কৰি॥
জয়ন্ত মাধৱ হলায়ুধ ঘৰে গৈল।
আনো বন্ধুগণ নিজ ঘৰে প্ৰৱেশিল॥১৫৫৮
এহিমতে সভাখান বিসৰ্জ্জিলা যেবে।
শঙ্কৰেয়ো আপুনাৰ ঘৰ পাইলা তেবে॥
সমস্ত সমাজে যেবে পথে চলি যান্ত।
শঙ্কৰক প্ৰশংসিয়া গৃহক পাইলন্ত॥১৫৫৯
ইসব কথাক আৰে এহিমানে খণ্ড।
শঙ্কৰে ৰাত্ৰিত যেন কৈলা তাক কণ্ড॥
দশমৰ পুৰাণৰ শ্লোক পাচে চাই।
উদ্ধৱ সংবাদ পুথি কৰিলন্ত যাই॥১৫৬০
সাৰ উদ্ধাৰিয়া তাৰ পদ কৰিলন্ত।
উদ্ধৱ সংবাদ নাম তাহাৰ দিলন্ত॥
পুছিলোহো মাধৱত ইসব সংশয়।
মাধৱ বান্ধৱ শঙ্কা দূৰ কৰিলয়॥১৫৬১
আগ কৰি দশমৰ শেষ কিয় থৈল।
মহাৰঙ্গে মাধৱে সিসব কথা কৈল॥
উ নাম অক্ষৰ তাহাৰ যাতো দিল।
আগ কৰি প্ৰথমক তাতেসে ৰচিল॥১৫৬২
যাতো দশমৰ সম কহো মুহিকন্ত।
দশমৰ সাৰ কথা তাতে কহিলন্ত॥

অৱহেন অৰ্দ্ধে জাতো থানে আছে ধৰি ।
প্ৰথমতে আগে সিটো শাস্ত্ৰ আছে কৰি ॥১৫৬৩
সম্বাদ বুলিয়া উদ্ধৱৰ জাতো কন্ত ।
বাদী বিপ্ৰসবক শ্ৰৱণ কৰাইলন্ত ॥
দশমৰ শেষ শুক যি কাৰ্য্যত থৈল ।
কৃপালু মাধৱে তাৰ অৰ্থচয় কৈল ॥১৫৬৪
আৱৰ অন্বয় যাতো প্ৰথমে উদ্ধৱ ।
তাতে দশমৰ শেষে অন্তে থৈয়াছয় ॥
ৰাত্ৰি মধ্যে লিখিলাহা সেইগ্ৰন্থ খানি ।
আইলা বিপ্ৰসব শঙ্কৰৰ বাক্য মানি ॥১৫৬৫
কবিৰত্ন বিদ্যাৰত্ন ৰামসৰস্বতী ।
আইলা বিপ্ৰসব সেৱা কৰিবাক প্ৰতি ॥
ৰামৰাম গুৰু চতুৰ্ভুজ ছয়োজন ।
শঙ্কৰৰ পাশে চলি গৈলা তেতিক্ষণ ॥১৫৬৬
ছয়ো বোলে আগে আমি শ্ৰৱণ কৰিবো ।
গুৰু মানি শঙ্কৰত উপদেশ লৈবো ॥
শঙ্কৰে বোলয় ইটো কথা হুহি ভাল ।
তুমি পুৰোহিত আমাসবৰ সৰ্ব্বকাল ॥১৫৬৭
ৰামৰামে বোলে ডেকাগিৰি শুনিয়োক ।
আজি ৰাত্ৰিভাগে স্বপ্ন দেখাইলেক মোক ॥
আসিল ব্ৰাহ্মণ এক পুৰুষ সুন্দৰ ।
পকি আছে লোম তান সকলে গাৱৰ ॥১৫৬৮

কান্ধত উত্তৰী সুৱৰ্ণৰ নৱগুণ।
দেখিলো সুন্দৰ সিটো পুৰুষ নিপুণ॥
মোক বোলে শুন ওৰে বিপ্ৰ ৰামৰাম।
শৰণ নকৰি তই কৰ কিবা কাম॥১৫৬৯
ঈশ্বৰ নভজে যিটো পাপী দুৰাশয়।
দেৱী পূজা কৰি ঘোৰ সংসাৰে মজয়॥
মই বোলো কাত আৰে পশিবো শৰণ।
শুনিয়া ব্ৰাহ্মণে মাতিলন্ত তেতিক্ষণ॥১৫৭০
জগত ঈশ্বৰ যিটো দেৱতাৰ দেৱ।
ব্ৰহ্মা হৰ সনক সনন্দে কৰে সেৱ॥
তেহেন্তে শঙ্কৰৰূপে ভৈলা অৱতাৰ।
জন্মি শূদ্ৰকুলে ভক্তি কৰিব প্ৰচাৰ॥১৫৭১
এহিসে কাৰণে হৰি আসিল ইবাৰ।
মইসে শঙ্কৰ তোত কহিলোহো সাৰ॥
নোহো মই শূদ্ৰ ছদ্মবেশক ধৰিলো।
ব্ৰাহ্মণ স্বৰূপে দেখা তোৰ আগে আইলো॥১৫৭২
প্ৰভাততে তই কালি কৰিবি শৰণ।
সুহিকা শঙ্কৰ ইটো দেখো আনজন॥
ইটো শঙ্কা তোৰ যদি হোৱয় মনত।
তেবে আপোনাৰ ৰূপ দেখাওঁ এথাত॥১৫৭৩
এহি বুলি ধৰিলন্ত ৰূপ শঙ্কৰৰ।
পৰম লাৱণ্য মূৰ্ত্তি দেখিতে সুন্দৰ॥

হেন দেখি মই আতি আনন্দ কৰিলো ।
শৰণ কৰিবে প্ৰতি প্ৰভাতে আইলো ॥১৫৭৪
দায়া কৰি মোক তুমি শৰণক দিয়া ।
এথাক লাগিয়া তুমি পুস্তক আনিয়া ॥
ঠাই মুচি সৰ্ব্বজয়ে আনিলন্ত পুথি ।
আনো বিপ্ৰগণে উঠি কৰিলন্ত স্তুতি ॥১৫৭৫
ৰামৰাম গুৰু আগে বস্ত্ৰ খসাইলন্ত ।
পুস্তকক লাগি দণ্ডৱত কৰিলন্ত ॥
পণ্ডিত গহন যত বিপ্ৰ আসি আছে ।
বুঢ়াথায়ো সৰ্ব্বজয়ে উঠিলন্ত পাচে ॥১৫৭৬
বলোৰাম উদাৰ শ্ৰীৰাম জয়ৰাম ।
হৰিদাস ৰামদাস হৰিহৰে এৰি কাম ॥
সবাহানে আপোনাৰ কাপোৰ খসাই ।
দ গুৱতে পৃথিৱীত পেলায় নিজ কায় ॥১৫৭৭
আন বিপ্ৰসব দণ্ডৱতে পৰি আছে ।
কৰযোৰ কৰিয়া শঙ্কৰে মাতে পাচে ॥
ব্ৰাহ্মণক সেৱা কৰাইবাক নোহে যোগ্য ।
হৰি ভজিলেহে মিলে বৈকুণ্ঠৰ ভোগ্য ॥১৫৭৮
প্ৰথমতে কৃষ্ণৰ শৰণ কৰিলন্ত ।
ৰামৰাম গুৰুৱে তেখনে মাতিলন্ত ॥
শুনা যতলোক সবে সেৱা কৰা মনে ।
আমাৰ শঙ্কৰ বিনে গুৰু নাহি আনে ॥১৫৭৯

সত্যে সত্যে সত্যে শঙ্কৰক গুৰু লৈলো।
কায়বাক্যমনে আন চৰণে ভজিলো॥
শঙ্কৰ গুৰুৱে পুনৰপি দেখাইলন্ত।
নাম ভক্ত দেৱ গুৰু চিনায়া দিলন্ত॥১৫৮০
উবনা বনবৰা ধ্বজা মাথৈ চান্দেৰী।
সবে হন্তে শঙ্কৰক নমস্কাৰ কৰি॥
সেহিদিনা হন্তে সবে ভৈলন্ত ভকত।
সমস্তে ধৰিলা দেৱ শঙ্কৰৰ মত॥১৫৮১
ইসব কথাক আৰে থৈলো এহিমানে।
মহেন্দ্ৰ কন্দলী যেন কৈলা সিটো স্থানে॥
হস্তীয়ে মহিষে জানা ধান্য ভাঙ্গি খাই।
আসা ডেকাগিৰি বুলি পঠাইলা মতাই॥১৫৮২
শুনিলা শঙ্কৰে গুৰু পঠাইলন্ত মাতি।
আথবেথ কৰি ভৈকে গৈলা চলি আতি॥
গুৰুৰ চৰণে নমস্কাৰ কৈৰে চান্ত।
দেখিয়া কন্দলী উঠি হাতে ধৰিলন্ত॥১৫৮৩
কমলিক পাৰি দিল শঙ্কৰ বসিল।
আন ছাত্ৰসবে আসি নমস্কাৰ কৈল॥
হাসিয়া গুৰুৱে বোলে শুনিয়ো শঙ্কৰ।
সাতোটা কুঞ্জৰে ধান্য খাই সমস্তৰ॥১৫৮৪
কৰিলোহো শস্ত তাক খাইবাক নপায়।
লাজ হিজে জোড়ে খেদে ভক্তো নপলায়॥

যিবা জানা খেদিবাক উপায় কৰিয়ো।
শস্য যেনমতে ৰহে উপায় চিন্তিয়ো ॥১৫৮৫
শঙ্কৰে বোলন্ত সবে আসিয়োক লোক।
কহিত চৰয় হস্তী দেখাই দিয়া মোক ॥
হেন শুনি গুরু আদি সবে লগে গৈল।
বননিত আছে হস্তী ধান্য মাজে বৈল ॥১৫৮৬
দণ্ড চাৰি মান তৈতে বাট চাই আছে।
ধান্য খাইবে লাগি হস্তী আসিলন্ত পাচে ॥
দেখি ডেকাগিৰি কঙ্কালত বস্ত্র বান্ধি।
বৰ বেগে হস্তীৰ পশিল গৈয়া সন্ধি ॥১৫৮৭
শঙ্কৰক দেখি তেবে হস্তী খেদি গৈল।
দেখিয়া শঙ্কৰ মহা ক্রোধান্বিত ভৈল ॥
পাক ফুৰি হস্তী শঙ্কৰক খেদি যান্ত।
এক দণ্ডালৰ শুণ্ডে চাম্পি ধৰিলন্ত ॥১৫৮৮
চিহৰণী দিয়া হস্তী আতাস পাৰিল।
বল দিয়া শঙ্কৰে আগকে টানি নিল ॥
হেম্পচা মাৰিয়া পাচে তাক এৰি দিল।
গিৰিসিত কৰি সিটো কুঞ্জৰ পৰিল ॥১৫৮৯
দেখি সমস্তৰে হৰষিত ভৈল মন।
আন হস্তী লৰৰ দিলন্ত তেতিক্ষণ ॥
পলাই পলাই বুলি শঙ্কৰে বিজ দিলা।
আবোপোটা চাৰি হস্তী খেদিয়া আসিলা ॥১৫৯০

তাহাৰ শুণ্ডত পাচে দুয়ো হাতে ধৰি।
শঙ্কৰেয়ো বল পাচে দিলা টান কৰি ॥
একলীয়া দিয়া শুণ্ড কাটি ওলমিল।
আৰো একগোটা হস্তী আপুনি পৰিল ॥১৫৯১
পৰিল বুলিয়া তাক নাজানে শঙ্কৰে।
আগৰ গোটক খেদি আইলা তাত পৰে ॥
বেগ কৰি শঙ্কৰে গাৱৰ বল দিল।
দুইগোটা দন্ত তাৰ উভাৰি আসিল ॥১৫৯২
মুণ্ড আফালিয়া ভৰি আছৰন্তে আছে।
দন্ত ভাঙ্গিবাক মাথে পাৱ দিলা পাচে ॥
দেখিয়া শুকৰে বৰ আনন্দ কৰিলা।
শুনিয়োক তাত পাচে যেন কথা ভৈলা ॥১৫৯৩
কৌশল ৰাজাৰ সিটো ধ্বস সপ্তজন।
কৃষ্ণৰ হাতত যিটো ভৈলন্ত বন্ধন ॥
সেহি ফলে আসি ঐত জানা হস্তী ভৈল।
শঙ্কৰৰ হস্তে তাৰ বল টুটি গৈল ॥১৫৯৪
আসিল মহিষ দুষ্ট বৰ ভয়ঙ্কৰ।
শুকৰে বোলন্ত দূৰ খেদিয়ো শঙ্কৰ ॥
হেন শুনি ডেকাগিৰি বেগে গৈল ধাই।
শঙ্কৰক দেখিয়া মহিষে খেদি যায় ॥১৫৯৫
কোকাৰিয়া বেগে শৃঙ্গ পাতিয়া গৈলন্ত।
শৃঙ্গৰ মধ্যত জাম্প দিয়া উঠিলন্ত ॥

দুই উৰু তাৰ দুই উৰুক ঢাকিল ।
ঘাৰ পাক দিয়া তাক ভূমিত পাৰিল ॥১৫৯৬
বল দিয়া তাৰ দুই শৃঙ্গ ভাঙ্গিলন্ত ।
কুম্ভস্থলে বাৰি দিয়া তাক মাৰিলন্ত ॥
মহিষ যি ভৈল আৰে শুনিয়োক তুমি ।
নিৰ্ণয় কৰিয়া তাক কহো আবে আমি ॥১৫৯৭
দুন্দুভি নামে আৰো স্বৰ্গতো আছিল ।
বালিৰ প্ৰহাৰে ঋষ্যমুখত পৰিল ॥
পৰম আনন্দ ৰামে মহামন তুষ্টি ।
দুন্দুভিৰ শৰীৰক তুলি বৃদ্ধাঙ্গুষ্টি ॥১৫৯৮
পাৰত তুলিয়া ৰামে গুণিলা আশঙ্কা ।
সুগ্ৰীৱ ৰাজাৰ পাচে গুচাইলাহা শঙ্কা ।
শুনা পৰমানন্দ সৰ্ব্বজয় দুয়োজন ।
হেন কথা শুনি আনন্দিত ভৈল মন ॥ ১৫৯৯
দেখি কন্দলীৰ হৰিষৰ পাৰ নাই ।
পৰম আনন্দে আপুনাৰ ঘৰে যাই ॥
শঙ্কৰক ভোজন কৰাইতে ভৈল মন ।
কচ্ছপ চিতল মৎস্য কৰাইলা ৰন্ধন ॥১৬০০
পৰমানন্দ সৰ্ব্বজয় শ্ৰীৰাম শঙ্কৰ ।
মৃগ মৎস্য ঘৃত ভুঞ্জি সুস্থ কলেৱৰ ॥
ঘুমাইবাক লাগি শ্ৰীশঙ্কৰক দিল ।
সেহি ৰাত্ৰি থাকি গুৰু স্বপ্নক দেখিল ॥১৬০১

আকাশৰ পৰা এক পুৰুষ সুন্দৰ ।
দুই পায় খোৰা মুখ সূৰ্য্য সমসৰ ॥
দেখিয়া কন্দলী তাক দিলন্ত উত্তৰ ।
পৰম সুন্দৰ তুমি কোন নৰবৰ ॥১৬০২
শুনি তেন্তে বোলে শুনা বিপ্ৰ মহাশয় ।
জগত কাৰণ তেন্তে দৈৱকীতনয় ॥
এহি স্রজে পালে চৰাচৰ নিৰন্তৰ ।
মুহিকে মনুষ্য এন্তে জগত ঈশ্বৰ ॥১৬০৩
বাহুয় বৈষ্ণৱে পূৰ্ব্বে বৈকুণ্ঠে প্ৰাৰ্থিলা ।
এহিসে কাৰণে হৰি ইবাৰ আসিলা ॥
মোৰ ইষ্ট বন্ধু এন্তে দৈৱকী কুমাৰ ।
ভৈলা অন্তৰ্দ্ধান পাৱে কৰি নমস্কাৰ ॥১৬০৪
চেতন লভিয়া বিপ্ৰ বসিলন্ত জাগি ।
শঙ্কৰে গৃহক গৈলা বিদায়ক মাগি ॥
পৰম কৌতুকে গুৰু আগবাঢ়িলন্ত ।
কৰযোৰে গুৰুক নমিয়া আসিলন্ত ॥১৬০৫
সৰ্ব্বজয়ে পৰমানন্দে লোকত কহিলা ।
লোক সমস্তৰ শুনি হৰিষ মিলিলা ॥
বিংশতি বৎসৰ যেবে তান হয়া আছে ।
শঙ্কৰত গোচৰ কৰিলা লোকে পাচে ॥১৬০৬
শুনা ডেকাগিৰি তুমি আমাৰ বচন ।
ইহাত চলিবে আমাসাৰ নাহি মন ।

তেবুৱানী লাগি যাওঁ কৰিয়া যতন।
শুনি শঙ্কৰৰ ভৈল আনন্দিত মন ॥১৬০৭
আমাৰ আছয় মন তৈকে যাইবে প্ৰতি।
জানি তোৰাসবে যত্ন কৰিয়ো সম্প্ৰতি ॥
এহি শুনি ভূঞাগণ শীঘ্ৰে স্নান দিলা।
গণকজানক চেৰাই দেৱৰা দেখিলা ॥১৬০৮
তাত হন্তে উত্তৰ দিশক চলি গৈলা।
কৰৈ কাঠ চৰাই হাবি বিস্তৰ ভাঙ্গিলা ॥
বিচাৰি ফুৰন্তে এক ভিঠিক দেখিলা।
দেৱ শঙ্কৰৰ আগে বুঢ়াথা বুলিলা ॥১৬০৯
তযু পিতামহৰ এহিটো ভিঠি বৰ।
হেন শুনি হাসি তাক মাতিলা শঙ্কৰ ॥
বাহুয় ভূঞাৰ ভিঠা কৈত আছিলন্ত।
বিভাগীয়া তাৰ তেবে কহিবোক অন্ত ॥১৬১০
অগ্নি দিশে আছিলন্ত ভূঞা তিনিজন।
দেৱৰাম মাজে আতি ভিঠি যে গহন ॥
তাতে আছিলন্ত জানা ৰামধাৰ ঘৰ।
আছয় অশ্বথ দুই বৃক্ষ ভয়ঙ্কৰ ॥১৬১১
দক্ষিণ পশ্চিমে আছে ভিঠি অনুপাম।
তাতে কৰিলন্ত যত দেৱী পূজা কাম।
পশ্চিমৰ দিশে উত্তৰৰ সন্নিহিতে।
কেহুথাৰ ভিঠি জানা আছিল তহিতে ॥১৬১২

পূবব দিশত ভিঠি আছিল তাহান।
উত্তবে শ্রীহবিধাব ভিঠি যে প্রধান॥
ঘব সাজি তথা জানা আছিল হবিষে।
আছিল দেৱক মুখে অমৃত বৰিষে॥১৬১৩
তান জ্যেষ্ঠ পুত্রে দেৱী পূজা কৰিছিল।
হাঁহ ছাগ পাবব মুণ্ডক ভুজিছিল॥
আপোনাব থানে থানে সবে বসন্তোক।
হেন আজ্ঞা শুনিয়া সমস্তে ভক্তালোক॥১৬১৪
আনো যত ভাণ্ডী পাটোৱাবী আছিলন্ত।
ঘকী ঘকী আপোনাব ভিঠিক লৈলন্ত॥
এহিমন্তে যেবে বাসা ঘবক সাজিল।
আলিপুখুবীব লোক সমস্তে আসিল॥১৬১৫
শঙ্কবে কীৰ্ত্তন ঘব সাজিবাক লৈলা।
ভিঠি বান্ধিবাক লাগি সমস্তে আসিলা॥
আপুনি শঙ্কবে পাচে কোবক ধবিলা।
পৃথিবীত চতুৰ্ভুজ মূৰ্ত্তিক দেখিলা॥১৬১৬
কোব এবি শঙ্কবেয়ো মূৰ্ত্তিক ধবিল।
দেখিয়া মনত বব হবিষ মিলিল॥
শিলব প্রতিমাখান কলা আতিশয়।
চিক্ মিক্ কবে গাত্র অধিক শোভয়॥১৬১৭
বামবাম গুৰুব আগত কবে কথা।
দেখা দেখা হবিব মোহোক কেনে বেথা॥

অনেক যতন কৰি মূৰ্ত্তিক নাপায় ।
দেখিয়োক হৰি আনি দিলেক ঠেকাই ॥১৬১৮
পূজিবো ঈশ্বৰ ঐত সিদ্ধি হৈব কাম ।
দেৱী পূজা এৰি সবে লৈবে কৃষ্ণনাম ॥
এহি বুলি কীৰ্ত্তন ঘৰক সাজিলন্ত ।
ভিঠি বান্ধি আসনত মূৰ্ত্তি থাপিলন্ত ॥১৬১৯
আৰো দিন ডেকাগিৰি প্ৰসাদ দিয়াই ।
ৰামৰাম গুৰু পূজা কৰিলন্ত যাই ॥
উপৰক হাঁত তুলি মূৰ্ত্তি আছে ধৰি ।
কৰিলা আচন্ত গুৰু পাচে বিষ্ণু শিৱ ॥১৬২০
আসনত বসি পূজা কৰিবাক চান্ত ।
মূৰ্ত্তি নাহিকয় ৰামৰামে দেখিলন্ত ॥
বিচাৰিয়া গুৰু যেৱে মূৰ্ত্তিক নপাই ।
শঙ্কৰৰ ভিতি চক্ষু মেলিয়াছে চাই ॥১৬২১
দেখন্ত এগোটা মূৰ্ত্তি ভান পাৱ হন্তে ।
মুখহন্তে বাজ হৈলা চাহিয়া আছন্তে ॥
পূজাৰ অধীন লাগি গৈলা পুনৰ্ব্বাৰ ।
ৰামৰামে বোলে কিনো মহিমা তোমাৰ ॥১৬২২
গুৰুৱে দেখয় তাক নেদেখয় আনে ।
শঙ্কৰদেৱৰ মহিমাক জানে কোনে ॥
শুনা সভাসদ পদ কৃষ্ণৰ চৰিত্ৰ ।
ইহাক শুনিলে হোৱে পাপীয়ো পবিত্ৰ ॥১৬২৩

ঘিটো জগতৰ গুৰু ঈশ্বৰ মুৰাৰি।
শঙ্কৰ স্বৰূপে ভক্তি ধৰ্ম্মক প্ৰচাৰি॥
কলিৰ মলিন লোক তাৰিবাক মনে।
দৈৱকীনন্দন কৃষ্ণ আইলা এহি গুণে॥১৬২৪
আন জনে কোন জনে লৈবে গুৰুপদ।
আনিলা ইথানে যেন্ত বৈকুণ্ঠ সম্পদ॥
হেন গুৰু পাৱে মোৰ নছাড়োক মতি।
ভক্তসকলক মই কৰোহো প্ৰণতি॥১৬২৫
কৃষ্ণ বলভদ্ৰ ৰূপে যেন দুই ভাই।
ৰাম লক্ষ্মণৰ যেন ভিন ভাৱ নাই॥
হৰি -হৰ দুয়ো যেন অভিন্ন হৃদয়।
শঙ্কৰ মাধৱ দুয়ো জানা সেহি নয়॥১৬২৬
দুইহান্তৰ পাৱে মই কৰো নমস্কাৰ।
বুঢ়া টুটা যত দোষ ক্ষমিবা আমাৰ॥
অনাদি জনম ভ্ৰমো মই দুৰাচাৰ।
একোমতে সংসাৰৰ নপাওঁ পাপী পাৰ॥১৬২৭
হেন মহাপাপী মই অজ্ঞানী নিৰ্ব্বোধ।
সৰ্ব্বদায় মোৰ নচাৱয় কাম ক্ৰোধ॥
পাইলো উপকাৰী পিতৃ মাধৱক লাগ॥
কোনবা জন্মৰ হুইবে মোৰ আছে ভাগ॥১৬২৮
ইষ্ট গুৰু শঙ্কৰক তেহেন্তে চিনাই।
দৈৱকীনন্দন দেৱ দিলন্ত দেখাই॥

যি জনে চিনাৱে শঙ্কৰক গুৰু বুলি ॥
তান চৰণৰ প্ৰণামিয়া লৈবো ধূলি ॥১৬২৯
তান সম উপকাৰী আন নাই নাই ॥
হুইবে জীৱগণ জানা তনে দাস প্ৰায় ।
দাস হুইয়া তান আজ্ঞা সদায় কৰিবা ॥
গুৰুতে অৰ্পিয়া দুই চৰণে ধৰিবা ॥১৬৩০
কহে ৰামচৰণে পাতকা দুৰাচাৰ ॥
হৰি হৰি বুলিয়োক তৰিয়ো সংসাৰ ॥১৬৩১

---

## ছবি

পাচে ৰাম ৰাম গোসাই কৰিলন্ত পূজা যাই
শঙ্কৰো হৰিষ ভৈল মনে ॥
যত বন্ধু নিৰন্তৰ ৰঙ্গ ভৈলা সবাহাৰে
মুৰ্ত্তি চাহি আছা সৰ্ব্বজনে ॥১৬৩২
আত অনন্তৰে আৰে শঙ্কৰদেৱৰ যেবে
একৈশ বৰিষ আসি ভৈলা ॥
সবে ভক্ত যতমানে বাসা বান্ধি থানে থানে
শঙ্কৰেয়ো আনন্দ কৰিলা ॥১৬৩৩

পাচে যত ভূঞাগণ সবাৰে হৰিত মন
শঙ্কৰৰো পাশ লাগি যান্ত।
বসে তৈতে কথা মাতে হৰিৰ কৰিয়া তাতে
ডেকা সবে খেমালি কৰন্ত॥
শঙ্কৰেও ৰঙ্গে আতি বসিয়া সমাজ পাতি
হৰিৰ নামক সদা কন্ত।
ভকতসকলে যেবে শঙ্কৰৰ মুখে তেবে
হৰিকথা আনন্দে শুনন্ত॥ ১৬৩৪
ভূঞাসকলক চাইলা শঙ্কৰে বুলিবে লৈলা
দৌল এক বান্ধিবাক মন।
সমীপতে কাণ্ড ভৈলা সঢৰা আমাত কৈলা
ভূঞাগণে কৰিয়া যতন॥
ভূঞাগণে বোলে বাণী কালি প্ৰভাততে আনি
লোকক কৰিবো এক ঠাই।
দৌলক নকৰা ভয় পাঞ্চি দিয়ো লোকচয়
বৈত কিনিবাক কাণ্ড পাই॥ ১৬৩৫
মকৰাপুৰক প্ৰতি বলৰাম মহামতি
কড়ি টকা সবে লৈয়া গৈলা।
সেৰ এক মাসা কৰি কাণ্ডক কলস ভৰি
পুনু আসি তেনুৰানী পাইলা।
দিন দশে ঠেকিলন্ত শঙ্কৰেয়ো দেখিলন্ত
তাৰে আনিলেক কাণ্ডচয়।

দৌল বান্ধিবাক প্রতি শঙ্করব ভৈলা মতি
ভকতগণে হরিষে বোলয় ॥ ১৬৩৬
আনিয়োক কোড় চাঙ্গি ভকতগণ লোক দাঙ্গি
বাল্য বৃদ্ধ যুবা যত মানে।
তাসম্বার আজ্ঞা পাই দূতগণ শীঘ্রে যায়
জান দিয়া আনিলা তেখনে ॥
কোড় চাঙ্গি হাতে ধরি বান্ধিলন্ত রঙ্গ করি
যত ভকতগণে মাটি দিলা।
এহিমতে দৌল ভৈল ভকতগণ ঘরে গৈল
শঙ্করেয়ো হরিষে বুলিলা ॥ ১৬৩৭
শুনিয়ো বুঢ়াখা পেসাই যজ্ঞ করিবাক লাই
ছাগল গোটেক আনি দিয়া।
ভাল চাই দিয়ো লোক অনুকূল করা মোক
শীঘ্রে এথা আনিয়ো ঠেকায় ॥
হেন শুনি হুয়োজন লোক তেবে পাঞ্চি দিল
কড়ি দিয়া ছাগক কিনিয়া।
আতি শীঘ্র করি যাই ছাগল কিনিলা পাই
পালটিয়া ঘরক আসিয়া ॥ ১৬৩৮
আতি শীঘ্র করি যাই শঙ্করর ঠাই পাই
বোলে শঙ্করক দিয়ো জান।
লাগে কেনমত ছাগ কহিয়ো আমার আগ
আছে ভকতা বহুতর মান ॥

শঙ্করে বোলন্ত গুরু ছাগলক কিনিবাহা
কলা ইটো বজ্রত নালাগে।
কড়ি লৈয়া হুয়োজন করি আতি বজমন
ছাগলক আনি দিলা আগে॥ ১৬৩৯
শঙ্করে বোলন্ত ভাল আনিলা ছাগল হাল
ভেড়া বর সাজিয়া দিয়োক।
শঙ্করর আজ্ঞা পাই লোক উঠি গিরিসাই
বস্ত্র করি সাজিলা তাহাক॥
সণ্ডরা দলৈক আনি শঙ্করে বোলন্ত বাণী
ফাগুন আসি মিলে কতো বেলি।
কহিয়ো সিসব কথা যদি মোক আছে বেথা
ভালমতে চায়া বিধি মেলি॥ ১৬৪০
শুনিয়া সণ্ডরা পাচে বসি শঙ্করর কাছে
বুঢ়া পাজি মেলিয়া চাহলি।
মাহেন্দ্র ক্ষণেক ধরি মনক নিয়ম করি
ফাগুন ভৈলা বুলি জান দিলা॥
সিসব কথার যশ শুনি পাইলো মহারস
সবে লোক একথান ভৈলা।
সাতগোটা গীত করি হাতে তাল খোল ধরি
দৌলক লাগিয়া পাচে গৈলা॥ ১৬৪১
তিনিগোটা দৌল ভৈলা মূর্ত্তিক দোলাত থৈলা
গন্ধ গাইবে সময় মিলিল।

শঙ্কৰে হৰিষ কৰি গুৰু তিল কুশ ধৰি
মেষদাহ যজ্ঞক কৰিল ॥
গন্ধৰ্ব গীতক গাই আসিল আপুন ঠাই
মূৰ্ত্তি আকা জাল তৈতে ৰৈল ।
তৈতে ৰক্ষা দিয়া থৈই তাল খোল গৈলা লৈই
সবে লোক ঘৰাঘৰি গৈল । ১৬৪২
আৰো দিনা প্ৰভাতত শঙ্কৰে উঠিলা তৈতে
নমিলা বিষ্ণুক স্নান কৰি ।
সমস্ত লোকক লৈয়া দৌল কোল পাইলা গৈয়া
হাতে তাল খোল সবে ধৰি ।
চাৰি দাৰ বেলা ভৈল ফাগু দিবে গুৰু গৈল
তাত পাচে দিলন্ত শঙ্কৰে ।
আনন্দিত ভৈলা সবে বাদ্যক বজায়া তেবে
গাইলা গীত সবে ভক্ত নৰে । ১৬৪৩
এহিমতে সেই ৰাত্ৰি আনন্দ কৰিয়া আতি
ভূঞাগণ অনেকো ঘুৰাইল ।
ঢেকাগিৰি খোল লৈল গুৰুৱে গায়ন ভৈল
কেতাই দোহাৰে খোল লৈল ॥
বহু ৰামধন জয় বলায়ো লক্ষণ তয়
নাচিলন্ত পৰম হৰিষে ।
শুনন্তা জনৰ মন কৰ্ণে পীয়ে নাদ যেন
যেন মৰ্ত্ত্যে অমৃত বৰিষে ॥ ১৬৪৪

এহিমতে রাত্রি গৈল প্ৰভাত আসিয়া ভৈল
গৃহক সমস্তে গৈলা লবি।
তুলিয়া সমস্তে নৰ হৃষ্ট পুষ্ট কলেৱৰ
পুত্ৰ-ভাৰ্য্যা গৃহে ৰৈল পৰি॥
শুনিয়োক সবে নৰ কৰা স্থিৰ কলেৱৰ
গুৰুপদ-পঙ্কজে ধৰিয়ো।
যেবা আয়ু আছে তাতে কেতিক্ষণে ধৰে কালে
জানি হৰি গুৰুক ভজিয়ো॥ ১৬৪৫
হেন জানি বুধজন এৰি সবে আন মন
মাধৱক ভজা শুদ্ধ মানি।
হৃদয়ে গুৰুক ধৰি মনক নিয়ম কৰি
তেবে ৰক্ষা কৈৰে পদ্মপাণি॥
দুইগোটা অক্ষৰ ৰাম ভাক এৰি আন কাম
কৰি মৰে কিনো হেন বুদ্ধি।
চেতনি আপুনি মৰে কিনো আত্মঘাত কৰে
কাষতে আছন্ত মহৌষধি॥ ১৬৪৬
দিনে হোৱে আয়ুক্ষীণ কৈত পৰে কোন দিন
জানি লোৱা মৰণ সম্বল।
গুৰুপাৱ হিয়ে ধৰি মনক নিয়ম কৰি
তেবে নৰাইবা ৰসাতল॥
কৰিয়া একান্ত মতি শঙ্কৰৰ পদে ৰতি
কৰি ছাৰা ভাৱভূব কাম।
নমৰা বিষয় ভোলে দীন হীন ৰামে বোলে
নিৰন্তৰে বোলা ৰাম ৰাম॥ ১৬৪৭

---

পদ

শুনা যেন কর্ম্ম আরো দিনা করিলন্ত।
আসনে তুলিয়া গোবিন্দক ফুরাইলন্ত॥
হাজার দশেক লোক যেবে আসি ভৈল।
শ্রীমন্ত শঙ্করে ফাগু মারিবাক লৈল॥ ১৬৪৮
আনো ভকতগণে ফাগু আনন্দে খেলায়।
বামবায় গুরু ফাগু মারে সেহি ঠাই॥
জয়ন্ত মাধব হলায়ুধ তিনি জন।
কর্ণপুর চতুর্ভুজ আদি লোক জন॥ ১৬৪৯
সবে হস্তে খেলে ফাগু হরষিত মনে।
কাষ্ঠত করিয়া মূর্ত্তি ফুরাই থানে থানে॥
এহিমতে প্রতিমাক আনন্দে ফুরাই।
মন্দিরক লাগি পাচে মূর্ত্তি লৈয়া যাই॥ ১৬৫০
গৃহক নিবার পাচে গীত ধরিলন্ত।
আপুনি শঙ্করদেৱে বাজনা বজান্ত॥
বহুতর লোকে ধরি যাব হেম্পাচয়।
গায়নসকলে গীত কীর্ত্তন নেবয়॥ ১৬৫১
লক্ষ্মীর কাচক ধরি আছে সর্ব্বজয়।
দুই শ্লোকে স্তুতি করি লক্ষ্মীক বোলয়॥
কাকণ্য শুনিয়া লক্ষ্মী দিলা যাব এরি।
গৃহক পশিলা সবে করি রব হরি॥ ১৬৫২

গায়া সবে কীৰ্ত্তন কৰিয়া হৰিধ্বনি।
বৈকুণ্ঠপুৰক তাৰ শব্দ গৈল ছানি ॥
এহিমতে যেবে মহোৎসৱ সাঙ্গ ভৈল।
বিদায় কৰিয়া সবে ঘৰাঘৰি গৈল ॥ ১৬৫৩
পৰম কৌতুকে সবে গৃহে চলি যান্ত।
পুত্ৰ ভাৰ্য্যা সমস্তবে আগে কহিলন্ত ॥
কিনো অদভুত শক্তি কুসুম কুমাৰ।
এহি বুলি লোকে প্ৰশংসয় বাৰে বাৰ ॥ ১৬৫৪
এহিমতে ভৈলে যেবে কতো দিন আছে।
শুনিয়োক যেন কথা ভৈল তাৰ পাচে ॥
জয়ন্ত মাধৱ দুই পূৰ্ব্ববৰ ভাই।
শ্ৰীমন্ত শঙ্কৰে তাক আনিল সভাই ॥ ১৬৫৫
পিতৃৰ কালৰ যত সম্পত্তি আছিল।
সবে ৰাজ্যভাৰ মানে দুহাতক দিল ॥
শাস্ত্ৰ কৰিবাক মনে যত্ন কৰিলন্ত।
পাচে দুই পিতামহে আলচ কৰন্ত ॥ ১৬৫৬
শঙ্কৰৰ আৰে আসি ভৈল যুবাকাল।
কৰাইবোহো বিহা কন্যা পাই কৈত ভাল ॥
বুঢ়াখাক আদি যত জ্ঞাতি বন্ধুগণ।
সবে হন্তে বিচাৰে যতেক মিত্ৰগণ ॥ ১৬৫৭
হৰিধা নাৰে দুকা প্ৰমাণ প্ৰথৰ।
ভৈলন্তে কন্যাক লাগি বিচাৰয় বৰ ॥

প্রপঞ্চি করিলে পদ বিস্তর হোরয়।
সংক্ষেপ করিয়া শুনা সভাসদচয় ॥ ১৬৫৮
হরিখার বংশ কহো শুনা একচিত্তে।
শঙ্করর ভার্য্যা জানা ভৈল পৃথিবীতে ॥
সন্তানন্দ ভূঞা জানা আছিল প্রধান।
দেৱী পূজা করিছিল কত দিনমান ॥ ১৬৫৯
পিতৃ পিতামহ আদি যতেক আছিলা।
গয়া পিণ্ডদান করি সবাকে তুষিলা।
বিধি অনুরূপে তীর্থ সব করিলন্ত।
অনন্তরে জগন্নাথ ক্ষেত্রক গৈলন্ত ॥ ১৬৬০
দারুব্রহ্ম বলভদ্র দুইকো প্রণামিলা।
সুভদ্রাক পূজি তেবে হুহিতৃ প্রার্থিলা ॥
নমো ভগৱতী কাত্যায়নী মহাসতী।
মাগো কন্যা এক তযু চরণে সম্প্রতি ॥ ১৬৬১
এহি তুতি করি পাচে মৌন হয়া আছে।
শুনিয়োক যেন কথা ভৈল তাত পাছে ॥
সেহি রাত্রি সুভদ্রা পাণ্ডার আগে কন্ত।
শঙ্কর অৱতার যেহি বেলা ধরিলন্ত ॥ ১৬৬২
হুইবে ইহার পুত্র হরিখা যে নাম।
হুইবেক তান জীর লক্ষ্মী অনুপাম ॥
উত্তরায়ণ কিছু দিনা সূর্য্যক দেখিব।
প্রাতঃ কালত সিটো কন্যা উপজিব ॥ ১৬৬৩

গর্ভৱতী নাৰী বাধা যাইবে শৌচ প্ৰভৃতি।
সেহি সময়ত কন্যা হুইবে উত্তপতি॥
সূৰ্য্যে এবে একে কায় চিনন নবায়।
সূৰ্য্যৱতী নাম দলে দিবেক বিধি চাই॥ ১৬৬৪
পাচে শঙ্কৰক নিয়া পিটো কন্যা দিব।
পৰম আনন্দে তেন্তে বিবাহ কৰিব॥
তাহান গৰ্ভত উপজিবে এক কন্যা।
পৰম সুন্দৰী তেন্তে ৰূপে গুণে ধন্যা॥ ১৬৬৫
সূৰ্য্যৱতী অধিক দিবস নৰহিব।
পঞ্চিশ বৰিষে তেন্তে শৰীৰ ত্যজিব॥
তাহাৰ জামাই জানা হুইবে হৰিৰাম।
আহোমে কাটিয়া কৰিবেক মন্দ কাম॥ ১৬৬৬
সিসব কথাক পাণ্ডা আগত কহিল।
সন্তানন্দ আগে গৈয়া সমস্তে জনাইল॥
তোৰ জীউ প্ৰহিবেক কহিলা গোসানী।
হৰিধা যে নামে তোৰ হুইবে পুত্ৰ খানি॥ ১৬৬৭
তাহান দুহিতৃ হুইবে পৰমা সুন্দৰী।
ৰূপে গুণে হুইবে যেন লক্ষ্মী দেৱী সৰি॥
হুইবে শঙ্কৰ ৰূপে হৰি অৱতাৰ।
তাহাতে নাতিনী বিহা দিবাহা তোমাৰ॥ ১৬৬৮
সূৰ্য্যৱতী গৰ্ভে কন্যা মধু উপজিব।
তাহান জামাই হৰি আহোমে কাটিব॥

শঙ্কৰক কন্যা নিয়া হৰিষায়ে দিব।
আনো ভূঞাগণ সবে যৌতুকক দিব॥ ১৬৬৯
তবু বাঞ্ছা সিদ্ধি সবে হৈবে সেহিকালে।
আপুন গৃহক চলি যায়োক সকালে॥
এহি আজ্ঞা পাণ্ডা মুখে শুনিলন্ত যেবে।
মেলানি মাগিয়া সন্তানন্দ আইলা তেবে॥ ১৬৭০
আপুন গৃহক আহি আনন্দ বিস্তৰ।
অনন্তৰে তান উপজিল পুত্ৰবৰ॥
লক্ষ্মীপুৰীয়াৰ কন্যা তাত বিহা দিলা।
তাহান দুহিতৃ নাম সূৰ্য্যৱতী ভৈলা॥ ১৬৭১
শঙ্কৰত বিবাহ দিলন্ত মহামতি।
তেবেসে ভৈলন্ত সন্তানন্দ ৰঙ্গ আতি॥
সবৎস সহিতে ধেনু দিলা কৃষি হাল।
সুবৰ্ণ ৰজত দান দিলা ভূঞা পাল॥ ১৬৭২
শঙ্কৰৰ বিবাহত গুৰু ৰাম ৰাম।
মিত্ৰ কলসক ধৰি কৰাইলন্ত কাম॥
জয়ন্ত মাধৱ হলায়ুধ তিনি জন।
আপুনাৰ ঘৰৰ আনিয়া টকা ধন॥ ১৬৭৩
শঙ্কৰক দিলা ধন তিনিয়ো বিস্তৰ।
ৰামৰাম গুৰু বস্ত্ৰ আনি তাৰপৰ॥
শঙ্কৰৰ দুই যোৰ মিহিলীক শাৰী।
সুবৰ্ণ কুণ্ডলযোৰ দিলা কৰ্ণে আৰি॥ ১৬৭৪

বজতব তিনিবোবা থাক দিলা দান।
বুঢ়াখায়ো দিলা সোণা তিনি তোলা মান॥
দশগোটা ধেনু দিলা দোলা একখান।
তুইশত বজত উছর্গি দিলা দান॥ ১৬৭৫
আবো পাঁচগোটা দাসী হৰিখায়ে দিলা।
নবসেব তাম জোবা আগতে জোগাইলা॥
কাস লোটা বেলা বাতি আনিয়া দিলন্ত।
একগোটা হয় কতোক্ষণে আনিলন্ত॥ ১৬৭৬
সমস্তে উছর্গি দিলা শঙ্কৰৰ হাতে।
কবিয়া জোগাব দূর্ব্বা দিলা আনি মাথে॥
চতুর্ভুজে বিধি কর্ণপুবে অনুষ্ঠান।
বামবামে কবে হোম যত পাবে মান॥ ১৬৭৭
আবো পাঁচজন বিপ্রে মন্ত্র উচ্চাবয়।
বাঠিজনী কন্যা বেঢ়ি জোকাব পাবয়॥
বায়নে বজায়ে খোল নটুৱা নাচয়।
সিসব শঙ্খক ধ্বনি স্বর্গক লঙ্ঘয়॥ ১৬৭৮
এহিমতে হোম যেবে তৈত তৈল সাজ।
শঙ্কৰক দিলা দান বহুতৰ গাজ॥
লগ্নগাৰি বান্ধি পাছে বুঢ়ী ঘবে গিল।
বনগঞা দেখে দাদা গৃহক আসিল॥ ১৬৭৯
নমস্কাব কবিলন্ত চৰণত পৰি।
বাহিৰক লাগিয়া শঙ্কৰ ইগেলা লৰি॥

পেসা পিতামহ সব যত বন্ধুজন।
শঙ্কৰে নমিবে গৈলা সবাৰে চৰণ ॥ ১৬৮০
দেখিয়া জয়ন্তে পাচে তাক নিবেধিলা।
আন বন্ধুগণে সেৱা কৰিতে নেদিলা ॥
ৰামৰাম বুলিয়া সমস্তে উঠিলন্ত।
ভোজ খাইবে প্ৰতি ভূঞা সমস্তে গৈলন্ত ॥ ১৬৮১
খেৰসুতী বুঢ়ীআই বাঢ়িলন্ত ভাত।
উৰনা বৰবা হুয়ো পাৰিলন্ত পাত ॥
জয়ন্ত মাধৱ হুয়ো দেন্ত ভাত বাটি।
বুঢ়াখায়ে হুলাস্থুখে কুৰে শাৰী শাৰী ॥ ১৬৮২
উলুপাত পীৰা আদি দেন্ত ৰনগাঞা।
ভুঞ্জন্ত অনেক লোকে ৰসস্বাদ পায়া ॥
শঙ্কৰৰ বিবাহত যব বঙ্গ ভৈলা।
ভাত ভুঞ্জি সবে নব বাহিৰক গৈলা ॥ ১৬৮৩
মুখশুদ্ধি কৰি সবে যৰাযৰি গৈলা।
শুনিয়োক তাত পাচে যেন কথা ভৈলা ॥
বিহা কৰি কতো দিন আছন্ত শঙ্কৰ।
মাধৱ খুৰাক চাই কৰিলা উত্তৰ ॥ ১৬৮৪
দক্ষিণ কুলৰ ভূমি সাচি পাত আনা।
কৃষি আছা দেশ ভূমি বহু খাব জানা ॥
টকা দিয়া দুইজন ভাবি লগে দিল।
শঙ্কৰৰ বাক্য পাই মাধৱ চলিল ॥ ১৬৮৫

শুনা সভাসদ কথা আও অনন্তরে।
ভেম্বুরানী জানে বুৰে শস্ত হানি কৰে॥
বৈশাখতে জানে বুৰে কৰে শস্তহানি।
সবে বান্ধ্য তল যাই জানা তাৰ প্ৰাণী॥ ১৬৮৬
সবলোকে ভূঞাসকলক গোচৰয়।
একো ভূঞা তাক লাগি সাহ নকৰয়॥
দেখি সবে লোকে আলোচিয়া চলি গৈলা।
শঙ্কৰৰ আগে গৈয়া উপসন্ন ভৈলা॥ ১৬৮৭
প্ৰণামোহো মাথে তুমি ভূঞাত প্ৰধান।
কেনমতে বান্ধা যাই ভেম্বুৰানী জান॥
শঙ্কৰে বোলয় সবে লোক যোৱা ঘৰ।
হৰিচৰণ নামে দূত পাঠিলা প্ৰথৰ॥ ১৬৮৮
ভূঞাগণ জান দিয়া আনিয়ো সত্তাই।
আসোক সমস্তে জান বান্ধিবে ওলাই॥
শঙ্কৰৰ আজ্ঞা সবে দেশত জনাইলা।
সবে ভূঞাগণ জান বান্ধিবাক আইলা॥ ১৬৮
সমস্ত ভূঞাৰ যত লোক আছে মানে।
দূত পঠাই সবাকো আনিলা তেতিক্ষণে॥
আসিলা কটক সবে সাজি কোৰ লই।
ভেম্বুৰানী জানৰ সমীপ পাইলা গই॥ ১৬৯০
তাহাৰ নিকটে সবে কটক ৰহিল।
শঙ্কৰক পীৰা পাৰি বসিবাক দিল॥

আৰ ভূঞাগণে সবে আছে বসি বেঢ়ি।
একজন লোকক নাসিলা দূতে এৰি ॥ ১৬৯১
সমস্ত ভূঞাৰ লোক হৈল একে ঠাই।
চাকন কুঠাৰ চাজি সবাকো মিলাই ॥
বাৰভূঞা সমে দেৱ শঙ্কৰে আলোচি।
দাক কালিবাক কাটিবাক দিলা বাছি ॥ ১৬৯২
বৰ বৰ বৃক্ষক কুঠাৰ ধৰি ফালে।
চৌভি চাঞ্চিবা তাক বিন্ধি ততকালে ॥
খুটা খাটি তাহাৰ কলিত জোখা লয়।
সেহি বিলাতৰ যত বিপ্ৰ আসিছয় ॥ ১৬৯৩
কপিলীৰ হন্তে চামধৰা সীমা কৰি।
ভূঞাসকলৰ দূতগণে নেয় ধৰি।
শিঙ্গৰীৰ হন্তে উত্তৰৰ সীমা বাৰী।
ভূঞাসবে লোক যত আনিলা হাকাৰি ॥ ১৬৯৪
হাজাৰ দশেক লোক তৈত্তে একো ঠাই।
আনিলা ব্ৰাহ্মণগণ ভূতক পঠাই ॥
শঙ্কৰে বোলন্ত আৰ চাহিবে নলাগে।
মাটি কাটি চাজি ভৰি বুন্দা দেউক আগে ॥ ১৬৯৫
চৌভি গজক মাম ভাগত পুজিয়ো।
বুন্দাৰ উপৰে মাটি উজানত দিয়ো ॥
তন্না সৱলোকে গজ চৌভিক পুতিলা।
সলথা পুৱায়া বুন্দা মাটি তাত দিলা ॥ ১৬৯৬

চপবাঙ্গে খানে কোবে দেই মাটি ভবি।
আনয় সমস্তে লোকে হাতে কান্ধে কবি॥
যতেক মনুষ্যে মাটি বহে অন্ত নাই।
পাইলে চিন্তা যেবে ভূঞাসবে আছে চাই॥ ১৬৯৭
তথাপি জানক জানা বান্ধন নযায়।
বান্ধিবাক লাগিয়া শকতি কাবো নাই॥
হাটকোট কবি ভূঞাসকলে বসিল।
আনলোকে কোব চাঙ্গি সমস্তে এবিল॥ ১৬৯৮
সমস্ত সমাজে বসি শঙ্কবব কাছে।
চিন্তা দুখ কবিয়া সমস্তে বসি আছে॥
হবি হবি দুখব মুহিকে পবিচ্ছেদ।
নপাবে বান্ধিবে বুলি লোকে কবে খেদ॥ ১৬৯৯
দেখিয়া শঙ্কবদেবে মাত্তিলন্ত হাসি।
কিবা কার্য্যে তোবাসবে চিন্তা কবা আসি॥
সাধিবো ইসব কার্য্য শুনা ভূঞাগণ।
দেশত বিচাবি শাস্ত্রী আনা একজন॥ ১৭০০
শুনি হেন ভূঞাগণে দূত পাঠি দিলা।
ব্রাহ্মণসবক চাই শঙ্কবে বুলিলা॥
অনন্ত কন্দলী শুনা গোবিন্দ মিশ্রিব।
জিজ্ঞাসা তোমাব শাস্ত্রী মন কবি থিব॥ ১৭০১
বত্নাকব কন্দলী বত্নপাঠক শুনিয়ো।
চক্রপাণি মিশ্র শাস্ত্রী আনি দিয়ো॥

কবিৰাজ কলাপ কেশৰী গুৰু শুনা।
হোৱে যদি শাস্তি তবু ভাৰ্য্যা এথা আনা ॥ ১৭০২
আনো যত পণ্ডিত আছাহ্য যত মান।
বোলোহো বিচাৰি কন্যা তোৰা সবে আন ॥
শুনা কহো আমি আৰো সংগোপ বচন।
শাস্ত্ৰী বুলি ইহাক আসয় যিবা জন ॥ ১৭০৩
তাহাৰ পৰীক্ষা চাওঁ বুলিলো বুজাই।
জল এক পলো যিবা জনে আনে যাই ॥
অনন্তৰে মাটি ৰাখি জানমাজে দিব।
সৰ্ব্বলোকে তাতে তেবে প্ৰমাণ কৰিব ॥ ১৭০৪
এহি শুনি পণ্ডিতসকলে ভৈলা ভয়।
বিপ্ৰগণে বোলে কৈতো শাস্ত্ৰী নাহিকয় ॥
ভূঞাগণ দূতসবে দেশ বিচাৰিল।
উত্তৰে দক্ষিণে কতো শাস্ত্ৰী নেদেখিল ॥ ১৭০৫
তৰ্ক বিদ্যাপতি ভট্টাচাৰ্য্যৰ ঘৰিণী।
বাইবো আমি শাস্ত্ৰী মানি মনত আপুনি ॥
এহি বুলি কন্যা আথে বেথে চলি যাই।
বোলয় শঙ্কৰে কোন প্ৰমাণক চাই ॥ ১৭০৬
দূত বোলে শুনা তুমি আচাৰ্য্যৰ নাৰী।
শঙ্কৰৰ মহিমাক বুজিতে নাপাৰি ॥
পলো এক আনি আছে পৰীক্ষাক প্ৰতি।
তাতে পানী ভৰি দিয়ো আনয় সম্প্ৰতি ॥ ১৭০৭

তেৱে তাৰে শাস্ত্ৰী বোলে কহিলো বুজাই।
আতপৰে আৰৰ পৰীক্ষা আন নাই॥
এহি শুনি আচাৰ্য্যৰ ভাৰ্য্যা পালটিলা।
সবে দূতগণে শঙ্কৰত জান দিল॥ ১৭০৮
একোহো থানত জানা শাস্ত্ৰী আনো নাই।
দেশে দেশে বিচাৰিয়া শাস্ত্ৰীক নপাই॥
তযু আগে জান দিলো যেন লাগে কৰা।
জান বাহ্মা নভৈলে জানিবা আমি মৰা॥ ১৭০৯
নমাতিয়া ডেকাগিৰি মৌনে ৰহি আছে।
শুনিয়োক যেন কথা ভৈলা তাত পাচে॥
নদীয়াল ভাৰ্য্যা স্বামী হুয়ো চলি যাই।
সিসব কথাক তেৱে শুনিলেক তাই॥ ১৭১০
হাসি তেৱে স্বামীৰ আগত কথা কয়।
শঙ্কৰ গোমস্তা কিনো শাস্ত্ৰী বিচাৰয়॥
মোত পৰে শাস্ত্ৰি আন নাহি একোজনী।
কোপ কৰি নদীয়ালে মাতে তেতিক্ষণি॥ ১৭১১
হাগিয়া কটিক থুইবে এই নজানয়।
ৰৰ কটায়নী কৰি মোৰ আগে কয়॥
হেন থান বথানক হুয়ো যেৱে কৰে।
শঙ্কৰৰ দূতে শুনিলেক হৰিবৰ্ষে॥ ১৭১২
লৰ দিয়া যাই শঙ্কৰত জান দিল।
আন হুইকো বুলি হৰিবৰক পাঠিল॥

শঙ্কৰৰ আজ্ঞা নদীয়ালত কহিলা।
পৰম কৌতুকে শুনি দুহান্ত আসিলা॥ ১৭১৩
শঙ্কৰৰ আগে নিয়া দুইকো যোগাইলন্ত।
পৃথিবীত পৰি দুয়ো প্ৰণাম কৰিলন্ত।
শঙ্কৰে বোলন্ত শুন নদীয়ালী ভই।
কেনমতে শাস্তী ভই কহস বুজাই॥ ১৭১৪
ৰাধিকা বোলন্ত তোৰা চাহিয়ো প্ৰমাণ।
যেহি লাগে পৰীক্ষা কৰিয়ো এহি থান॥
শঙ্কৰে বোলন্ত তোৰ চাহিবো প্ৰমাণ।
নদী হন্তে এক পলো জল ভৰি আন॥ ১৭১৫
হেন শুনি ৰাধিকায়ে নমস্কাৰ কৰি।
মহাৰঙ্গে চলি গৈলা পলো হাতে ধৰি॥
ব্ৰহ্মপুত্ৰ নদী নাম দক্ষিণক মুখে।
বাম হাতে মুখে ধৰি ভৰিলন্ত সুখে॥ ১৭১৬
উপৰক হাতে তুলি কান্ধে দাঙ্গি লৈল।
ৰৰ ৰঙ্গ কৰি শঙ্কৰৰ পাশে গৈল॥
কান্ধৰ নমায়া মাটি উপৰত থৈল।
দেখে জল চাৰি যে আঙ্গুল মানে বৈল॥ ১৭১৭
শঙ্কৰে বোলন্ত শুনা নদীয়াল জী।
কহ ভই এক পাপ কৰিয়াছ কি॥
নমস্কাৰ কৰি বোলে শুনিয়োক বাপ।
কৰি আছো মই মহা গুৰুতৰ পাপ॥ ১৭১৮

আমাৰ স্ব-স্বামী এন্তে ঘৰে নাহিকয়।
বহিনী জমাই আসি গৃহে মিলিলয় ॥
বান্ধিলোহো ভাত পাত্ত কাটি দেওতা নাই।
তাকে কাটিবাক কাচি দিলোহো পেহ্লাই ॥ ১৭১৯
কাচি দেওন্তে মোৰ মুখ জমাই দেখিল।
এহি পাপগুটি বাপ আমাৰ সিজিল ॥
শঙ্কৰে বোলন্ত আত কিছু ছিদ্র নাই।
ক্ষমিলোহো ইটো পাপ পানী আনা যাই ॥ ১৭২০
হেন শুনি তুনাই শঙ্কৰক সেৱা কৰি।
লৰি গৈলা লৌহিত্যক হাতে পলো ধৰি ॥
শঙ্কৰক স্মৰি জল ভৰিল পলোত।
বাম হাতে ধৰিলন্ত পলোৰ তলত ॥ ১৭২১
ওপৰক তুলি ধৰি শীঘ্রে গৈল লৈয়া।
শঙ্কৰৰ আগে বৈল পলো নমাই থৈয়া ॥
বাহু তুঞা সমে সৰ্ব্বলোকে আছে চাই।
বিপ্রসকলৰ দেখি মুখে মাত নাই ॥ ১৭২২
বোলন্ত শঙ্কৰে ধিক ধিক বিপ্রগণ।
বেশ্যাবেহে হাতে তোৰা সবে খারা অন্ন ॥
অন্ত্যজকো দেখা কেন শাস্ত্রী বিপৰীত।
ব্রাহ্মণসবৰ তেজ হৰিলা কলিত ॥ ১৭২৩
শঙ্কৰে বোলন্ত শুন বাধিকা সুন্দৰী।
এক পলো বৃত্তিকাক দিয়া পলো ভৰি ॥

এহি শুনি ৰাধিকায়ে হাতে কোৰ ধৰি।
খানিয়া মৃত্তিকাচয় লৈলা পলো ভৰি॥ ১৮২৪
আজ্ঞা শিৰে ধৰিয়া জানত মাটি দিল।
পেলাইলা মাত্রকে জান তেখনে নবৈল॥
দেখি সর্ব্বলোকে জয়ধ্বনি কৰিলন্ত।
সুবর্ণৰ ডলুৰা যে শঙ্কৰে দিলন্ত॥ ১৭২৫
দুই খাক আনি দিলা গুরু বজতৰ।
দিলন্ত শঙ্কৰে পাচে ৰাধিকাক বৰ॥
তোৰ ঊর্দ্ধ পুৰুষ আছিল যতমান।
পাচক লাগিয়া বংশ দুই বিৰা জন॥ ১৭২৬
নাহিকে পুৰুষ চিহ্ন নপুংসক নয়।
দুইহস্তৰো জ নিবা তেহুয় নাহিকয়।
শঙ্কৰৰ পাশে নিয়া বাসা সাজি দিলা।
ৰাধিকাৰ সবংশকে তহিতে আনিলা॥ ১৭২৭
ভার্য্যা স্বামী দুয়ো কৃষ্ণ চৰিত্রক শুনে।
প্রবর্ত্তে স্বধর্ম্মে দুয়ো পৰম নিপুণে॥
যতেক পণ্ডিত বিপ্র সমস্তে আছন্ত।
ৰাধিকায়ে সবাহাকে তোহিকে নিলন্ত॥ ১৭২৮
শুনা যেনমতে ৰাধিকাৰ বংশ ভৈল।
গৃহে থাকি একদিন শুভিয়া বহিল॥
আসিলা ব্রাহ্মণ এক দেখিতে সুন্দৰ।
দীর্ঘ যে পুৰুষ তেন্তে গৌৰ কলেৱৰ॥ ১৭২৯

আনিয়া পায়স চরু ৰাধা হাতে দিল।
পৰম কৌতুকে ৰাধা ভোজন কৰিল॥
ব্ৰাহ্মণক বোলে গুৰু দিলা কিবা কাজে।
হেন শুনি হাসি মাতিলন্ত দ্বিজৰাজে॥ ১৭৩০
শুনাহা ৰাধিকা তই কৰাহা ভোজন।
আৰ ফলে লভিবাহা কন্যা একজন॥
এহি বুলি ব্ৰাহ্মণ ভৈলন্ত অন্তৰ্দ্ধান।
তেতিক্ষণে ৰাধিকাযে লভিল চেতন॥ ১৭৩১
স্বামীৰ আগত কথা কহে ৰঙ্গমন।
আসিল মেহোৰ ঘৰে ব্ৰাহ্মণ একজন॥
আছিল পায়স চরু লৈয়া এহি ঠাই।
মোৰ আগে দিলা মই থৈলো তাক খাই॥ ১৭৩২
তোৰ জীউ হৈবে বুলি অন্তৰ্দ্ধান হৈল।
নজানো ব্ৰাহ্মণ পুন্থ কোন থানে গৈল॥
তাতহন্তে ৰাধিকাৰ জীউ এক ভৈল।
ৰাধিকাৰ জীউ হন্তে বংশ বাঢ়ি গৈল॥ ১৭৩৩
ইসব কথাক আবে থৈলো এহিমানে।
আছিল শঙ্কৰে জান বান্ধিবাৰ থানে॥
মাটি দিয়া যেবে জান বান্ধিলেক ধাৰ।
তেতিক্ষণে উঠিলন্ত দেৱতা শঙ্কৰ॥ ১৭৩৪
জয় জয় বুলি লোক আশীৰ্ব্বাদ দিল।
শঙ্কৰদেৱক বহু লোকে প্ৰশংসিল॥

বাহুভূঞা বোলে ধন্য ধন্য ভেকাগিৰি।
জয় জয় শব্দ কৰয় লোকে বেঢ়ি॥ ১৭৩৫
জগতৰ দুখ দূৰ এখনে কৰাই।
তুমি সম উপকাৰী ব্ৰহ্মাণ্ড নাই॥
তোমাৰ যশস্যা ৰৈল চন্দ্ৰ দিবাকৰ।
বুলিবে অদ্ভুত কৰ্ম্ম কৰিলা শঙ্কৰ॥ ১৭৩৬
কটকসকলে হৰিধ্বনি কৰিলেক।
ভূঞাগণ সমে তেবে গৈলন্ত গৃহক॥
বাল্য বৃদ্ধ যুবা সমে সিটো কথা শুনি।
শঙ্কৰক প্ৰশংসা কৰিলা তিনি তিনি॥ ১৭৩৭
শুনা সভাসদ বৰ শঙ্কৰ চৰিত্ৰ।
শুনিবা মাত্ৰকে হোৱে পাপীয়ো পবিত্ৰ॥
হেন জানি গুৰুৰ চৰিত্ৰ কৰা সাৰ।
তেবেসে তৰিবা ঘোৰ যাতনা নিকাৰ॥ ১৭৩৮
পৰম পাতকী মোত পৰে আন নাই।
চিন্তিবোহো পৰম সুহৃদ গুৰু পাই॥
নজানো তোমাক মই কিনো অগিয়ান।
দাস হেন মানি তুমি কৰা পৰিত্ৰাণ॥ ১৭৩৯
তোমাৰ একান্ত ভৃত্য সব সঙ্গ হোক।
এহি অনুগ্ৰহ প্ৰভু কৰিয়োক মোক॥
জন্মে জন্মে তযু চৰণৰ হৈবো দাস।
তেবেসে পাপীৰ মোৰ জীৱ নোহে নাশ॥ ১৭৪০

কহে ৰামচৰণ আনত এৰি মন।
হৰি হৰি বোলা পাপ পলাওক এখন॥ ১৭৪১

---

## ছুলড়ী

শুনা আত পৰে শঙ্কৰ দেৱৰ
যেনমতে জীউ ভৈল।
বৈশাখ মাসৰ নৱ দিন যাত্তে
তাহান বীৰ্য্য ৰহিল॥
পুষ যে মাসৰ আঠ দিন গত্তে
মনু কন্যা উপজিল।
দেখি সমস্তৰ হৰিষ বিস্তৰ
সমস্ত লোকে কৰিল॥ ১৭৪২
জীউ উপজিবে দেখি শঙ্কৰৰ
হৰিষৰ পাৰ নাই।
মহাৰঙ্গ মনে শঙ্কৰে তেখনে
সণ্ডৰা নিলে মতাই॥
শুনা দলৈ বৰ আমাৰ জীউৰ
ৰাশিচয় গণিয়োক।
কেনমতে কন্যা ধৰ্ম্মৰত্ত হৈব
আমাৰ আগে কৈয়োক॥ ১৭৪৩

শুনিয়া দলৈ দ্ৰোণী আম ডালি
ঘট হাণ্ডি আনিলন্ত।
বৰ ফলি আনি দৰ্ব্বানক ধৰি
গণিবাক লাগিলন্ত॥
যত নাৰীগণ গাৱত বসন
যাৰ যিবা আছিলেক।
সূৰ্য্যৱতী আই যি দিশক মুখে
আছিল তাক কৈলেক॥ ১৭৪৪
যেহি দণ্ড বেলা কন্যা উপজিলা
সিসব কথাক কৈল
উপজিব বেলা যিবা বস্ত্ৰ পাৰি
যিবা নাৰীগণে লৈল॥
তাম্ৰ খুৰ খানে নাড়ীক ছেদিল
ৰজত পাত্ৰে ধুৱাই।
সুৱৰ্ণ ঝাৰিয়ে জল বাকি দিয়া
চান্দেৰী লৈলন্ত যাই॥ ১৭৪৫
সমস্তে দ্ৰেকান একো নলবিল
সণ্টৰা কহিলা তাক।
গণি এক চিত্তে সণ্টৰা ত্বৰিতে
শঙ্কৰক বোলে বাক॥
শুনিয়ো গোমথা কবা মোক বেথা
জানা তুমি সৰ্ব্বকালে।

তোমাৰ জীউ যে হুইব ধৰ্ম্মব্ৰত
জানো মই ভালে ভালে ॥ ১৭৪৬
কিন্তু একথানি হুইবেক বৈগুণ
জানি আছা তাক তুমি।
যি কাৰ্য্যে এথাক আনিলাহা তুমি
মুকুত হৈবেক তুমি ॥
তোমাৰ প্ৰসাদে তাক জানি আমি
তুমি জগতৰ নাথ।
ব্ৰহ্মা হৰ ইন্দ্ৰ তোমাক প্ৰণামে
অনন্ত দোৱাৱে মাথ ॥ ১৭৪৭
জীউ ৰূপে তাক যি কাৰ্য্যে অনাইল
আন যিবা হুইবে স্বামী।
কহিবে নলাগে বাপ জগন্নাথ
সমস্তকে জানো আমি ॥
এহিমতে যত গণিয়া দলই
কৈলা কথা শঙ্কৰক।
যিবা জমাই তাক কৰয় বিবাহ
অল্পতে হৈবেক হত ॥ ১৭৪৮
তাৰ মৃত্যু ভৈলে সাত বৎসৰৰ
পাচত এন্তে চলিব ॥
কহিলে নিশ্চয় জানিবা মনুৰ
সন্ততি কিছু নুহিব ॥

তবু ভাৰ্য্যা যিটো মাত্ৰ গৰ্ভৱতী
নৱ মাসে মৃত্যু হৈব।
মহু জন্মিবাৰ মাস নৱ থাকি
বৈকুণ্ঠপুৰে চলিব॥ ১৭৪৯
শঙ্কৰে বোলন্ত ইসব কথাক
নকহিবা প্ৰপঞ্চিয়া।
ইটো কথাচয় লোকে শুনি লয়
কৰিব বিকল হিয়া॥
হেন বাণী শুনি সণ্ডৰা দলাই
পাঞ্জি পুথি থৈয়া বান্ধি।
সাজ বিলাইবাক দিলন্ত শঙ্কৰে
লোকৰে সমায়া সান্ধি॥ ১৭৫০
দিলা সাজ যত আনিয়া সমস্ত
ব্ৰাহ্মণক দিলা দান।
শ্ৰীমন্ত শঙ্কৰে বিত্তক বিলাইল
টকা এক শত মান॥
বিপ্ৰ ভুঞা যত কন্যায়ো সমস্ত
সবে ঘৰা ঘৰি গৈল।
জীউ মুখ দেখি পাচে ভেকাগিৰি
শুনা যেন কৰ্ম্ম ভৈল॥ ১৭৫১
পাকগুটি গৃহ শুদ্ধ কৰিলন্ত
মাসশুদ্ধি যেবে ভৈল।

বীতিমতে কাজ সবাহাকে কবি
গুরুব গৃহক গৈল ॥
পবমানন্দ সর্ব্বজয় লগত
লৈয়া পাচে চলি গৈলা।
মহাবেগ ধবি শঙ্কব শ্রীহবি
আগে উপসন্ন ভৈলা ॥ ১৭৫২
মহেন্দ্র কন্দলী দেখি শঙ্কবক
উঠিলন্ত আথে বেথে।
শঙ্কব গুরুক দেখিয়া তেখনে
নমিলন্ত প্রণিপাতে ॥
গুরুরে শঙ্কবক লাগি হেন আনি
কবযোব কবি বৈলা।
কিবা কাজে বাপু আসিলা শঙ্কব
বুলিয়া পুছিবে লৈলা ॥ ১৭৫৩
শঙ্কবে শুনিয়া হবিষ কবিয়া
বোলন্ত শুনিয়ো বাণী।
জগন্নাথ ক্ষেত্রে যাইবে ইচ্ছা ভৈলা
বিদায় দিয়ো আপুনি।
গুরুরে বোলন্ত তুমি যে ঈশ্বব
ক্ষেত্রত কমন কাম।
ব্রহ্মাণ্ডব লোক সবে নিস্তবিব
তোমাথেব গায়া নাম ॥ ১৭৫৪

শঙ্কৰে বোলন্ত শুবুলিবা গুৰু
সিসব বাক্য আম্মাক।
দিয়ো অনুমতি যাইবোহো সম্প্ৰতি
তীৰ্থ ক্ষেত্ৰ দেখিবাক॥
কন্দলী বোলন্ত শুনিয়ো শঙ্কৰ
বৃঢ়া পাঞ্জি আমি চাইলো।
এক গোটা বিঘ্নি তযু গৃহে হৈবো
শাস্ত্ৰক বিচাৰি পাইলো॥ ১৭৫৫
শঙ্কৰেয়ো বোলে জঞ্জাল ছাৰিয়া
তেনেসে চলিবো আমি।
কৰিলো বিদায় থাকা এহি ঠাই
বাধা নবুলিবা তুমি॥
যায়ো বাপু বুলি বিদায় কৰিয়া
তাঙ্ক আগবঢ়াই থৈলা।
গুৰুত বিদায় লইয়া শঙ্কৰ
নিজ গৃহে চলি গৈলা॥ ১৭৫৬

---

## ছবি

শুনিয়োক সভাসদ এৰিয়া আলাস যত
শঙ্কৰে গৃহক যেবে গৈলা।
মনু কন্যা উৎপত্তিৰ নৱ মাস ভৈলা যেবে
শুনা যেন অথন্তৰ ভৈলা॥

নৱ মাস আসি যেবে নাপৰা পৰিল ভেবে
শঙ্কৰৰ ভাৰ্য্যা সূৰ্য্যৱতী।
ধৰিলেক ঘোৰ জ্বৰে গায় ধৰফৰ কৰে
ভৈলা দেখে কাৰ্য্য বিসঙ্গতি ॥ ১৭৫৭
অগনিৰ তাপ যেন পোৰে তৃণ কাষ্ঠবন
তেনমতে শৰীৰ দহয়।
দেখি মায় সূৰ্য্যৱতী কান্দয় মনুক প্ৰতি
ধাৰাদণ্ডে লোতক বহয়।
হে মায় মনু আই আৰে ইজন্মক লাগি
পৰিচ্ছেদ দেখি এৰো তোক।
হে প্ৰাণবন্ধু স্বামী কৰা দয়া আৰে তুমি
চৰণে নেৰিবা আৰে মোক ॥ ১৭৫৮

---

## ছুলড়ী

ভাৰ্য্যাৰ কাৰুণ্য শুনিয়া শঙ্কৰে
আগবাঢ়ি চলি গৈলা।
দেখি সূৰ্য্যৱতী উঠিয়া সম্প্ৰতি
চৰণে পৰিয়া ৰৈলা ॥
আপুনাৰ চুলি মেলি লৈলা ধুলি
মাথাত বান্ধিলা পায়।

শুনিয়ো গোসাই দিয়োক বিদায়
ই জন্মক লাগি যাওঁ ॥ ১৭৫৯
জন্মে জন্মে আমি আন নবাঞ্ছোহো
তুমি হোৱা প্ৰাণপতি ।
কৰোহো কাতৰ তোমাৰ চৰণ
বিনে নাই আন গতি ॥
ইটো কন্যা খানি পালিবা আপুনি
তুমি এইৰ নিজ পিতা ।
মোৰ যাই প্ৰাণ আইক নিদান
তাতে মনে কৰো চিন্তা ॥ ১৭৬০
শুনিয়ো গোসানী বোলো মই বাণী
মনুক তুমি তুলিবা ।
জ্ঞাতি বন্ধুগণে কৰিয়া আলচ
ভাল বৰ চাই দিবা ॥
শুনা পেসী শাশু যমপুৰে বাস
জানিবা আমাৰ ভৈল ।
মোৰ যত দোষ ক্ষমা তোৰা সবে
যত অপৰাধ ভৈল ॥ ১৭৬১
শুনি খেৰমুতী থাকু গৈল টুটি
দুই হাতে থাকুৰে হিয়া ।
মোক যাস এৰি শোকে পাৰে গেৰি
আই বুলি উকি দিয়া ॥

বহাৰী এৰিল কুসুম চলিল
স্বামীয়ো মৰিল প্ৰাণে।
তয়ো চলি যাস কৰিয়া নৈৰাশ
মৰি নযাওঁ কি কাৰণে॥ ১৭৬২
শঙ্কৰৰ মনে বিষাদ কৰয়
আনো বন্ধু যত আছে।
আশ্বিন মাসৰ দুই দিন যান্তে
শুনা যেন ভৈলা পাচে॥
বুধ বাসৰৰ দুই দণ্ড বেলা
যেবে ভাঠি দিয়া গৈলা।
হৰি মনে স্মৰি শঙ্কৰক ধৰি
বৈকুণ্ঠে লাগি লৰিলা॥ ১৭৬৩
ক্ৰন্দনৰ মহা ঊৰ্ম্মি উথলিল
বৰদোৱা গ্ৰাম জুৰি।
যত বন্ধুগণ ভৈলা অচেতন
শোকে মৰে সবে পুৰি॥
মনুষ্যৰ ভাব দেখাই এহি ঠাৱ
শঙ্কৰে কৰন্ত খেদ।
বুঢ়াখাৰ পত্নী বিষাদে কান্দয়
লোতকৰ নাহি ছেদ॥ ১৭৬৪

---

## ছবি

শুনা সাধু সভাসদ শঙ্কৰ চৰিত্ৰ পদ
মৰণক আগত নেদেখা ।
নিতে হোৱে আয়ুপাত চেতন নাহিকে গাত
কালে পাইলে কোনে কৰে ৰক্ষা ॥
নিতে নিতে টুটে আয়ু কৈত পৰে প্ৰাণবায়ু
হৰি গুৰু পাৱে চাপি ধৰা ।
নকৰিবা আন মতি গুৰু পাৱে কৰা ৰতি
অপ্ৰয়াসে ভৱনদী তৰা ॥ ১৭৬৫
হে প্ৰাণবন্ধু দেৱ তযু পাৱে কৰা ৰতি
মই অধমৰ কৰা গতি ।
কাৰ্য্যে লাগে যেহি হৌক নছাৰিবা গুৰু মোক
হৌক মোৰ তযু পাৱে ৰতি ॥
তোমাৰ ভকতৰ সঙ্গ দিয়া নকৰিয়ো ভঙ্গ
পূৰিয়োক মোৰ মন কাম ।
কৰা কৃপা কৃপাময় মূঢ়মতি ৰামে কয়
ডাকি সবে বোলা ৰাম ৰাম ॥ ১৭৬৬

—:০:—

## পদ

শুনা সভাসদ ইটো কথা সাৱধানে ।
শঙ্কৰৰ পত্নী যিটো মৰিলন্ত প্ৰাণে ॥
দাহ কৰিবাক লাগি চৌদলত তুলি ।
বৰগঞা কেতাই লৈয়া যাহন্ত সমূলি ॥ ১৭৬৭

ঘৃত চুৰা চন্দনক লৈয়া লৰিলন্ত।
লৌহিত্যৰ তীৰে যাই চিতা সজাইলন্ত॥
বহুতৰ লোকে হৰি কীৰ্ত্তনক গাই।
মুখ অগ্নি দিলা ৰামৰামে বিধি চাই॥১৭৬৮
উছৰ্গি চিতাক শৰ উপাৰক মুৰ।
লৌহিত্যক নামিয়া শঙ্কৰে দিলা বুৰ॥
অগ্নি লগাই তাতে ঘৃতচয় ঢালি দিলা।
অগৰু চন্দন চুৰা তাহাতে বাকিলা॥১৭৬৯
খোচনি দাণ্ডিক কেতাইখায়ে আছে ধৰি।
বনগঞা গিৰি দিলা লুটিয়াই ভৰি॥
সৰ্ব্বজয় আতৈই কৰিলেক হৰিধ্বনি।
আসিলন্ত বিপ্ৰসৱে হেন কথা শুনি॥১৭৭০
কড়ি টকা স্বৰ্ণ বস্ত্ৰক তথা নিল।
ব্ৰাহ্মণসবাক বাঠি গৰু বিলাইল॥
প্ৰথমৰ পিণ্ড দিয়া গৃহক আসিল।
শঙ্কৰৰ লগে সবে লোক চলি গৈল॥১৭৭১
সেহি বেলা পুত্ৰ সবে লাগিলা কান্দিতে।
কান্দে বন্ধুগণ সবে বিষাদিত চিত্তে॥
দেখিয়া শঙ্কৰে সমস্তকে নিষেধিল।
একো বন্ধু বান্ধৱক কান্দিতে নেদিল॥১৭৭২
এহিমতে তিনি দিন যেবে বহি গৈল।
তিনিখানি তিথি সেহিদিনা আসি হৈল॥

তৰ্থ্যাণি কৰিয়া আছে টকা এক শত ।
আধলিক টকা সিকা আনিলা সমস্ত ॥১৭৭৩
কম্বলক অনাইলন্ত এক শত মান ।
ব্ৰাহ্মণসবক ৰঙ্গে কৰিলন্ত দান ॥
অষ্টাদশ তোলা সুৱৰ্ণক দান কৈলা ।
ৰামৰাম গুৰু দক্ষিণাক উছৰ্গিলা ॥ ১৭৭৪
দান পাই বিপ্ৰসব ঘৰাঘৰি গৈল ।
পুনৰপি তেবে আসি দৰা আসি ভৈল ॥
পূৰ্ব্বমতে শ্ৰাদ্ধ তেহুমতে কৰাইলন্ত ।
ৰামৰাম গুৰু দশপিণ্ড দিয়াইলন্ত ॥ ১৭৭৫
কৰ্ণপূৰ চতুৰ্ভুজ জয়ন্ত মাধৱ ।
বুঢ়াখা হলায়ুধ সমস্তে বান্ধৱ ॥
সকলে আসিল শঙ্কৰৰ ঘৰ লাগি ।
নানান দেশৰ বিপ্ৰ আসিলেক ভাগি ।১৭৭৬
দুই দিন পথহন্তে আসিল ব্ৰাহ্মণ ।
আথে বেথে আসিলন্ত যত ভূঞাগণ ॥
এহিমতে দশা যেবে কৰিলেক সাজ ।
ব্ৰাহ্মণক দিলা দান এক শত গাজ ॥ ১৭৭৭
দুই শত টকা দশা কাৰ্য্যত বিলাইল ।
মালা সিকা কৰি সুৱৰ্ণক ভাঙ্গি দিলা ॥
দুই সেৰ তোলা লাগিলেক বৰ্ণহাৰ ।
বস্ত্ৰ কম্বলক জানা লগিল অপাৰ ॥ ১৭৭৮

এহিমতে ডেকাগিবি যেবে দান কৈল।
বিপ্রসব আপুনি স্বস্থানে চলি গৈল॥
গুরুক দিলন্ত তুলি খাট বালিশক।
কুণ্ডা জবা বেলা বাটি দিলেক অনেক॥১৭৭৯
কর্ণপূব চতুর্ভুজ দুই সৃষ্ট কবি।
ভোজন সম্ভাব সাজ দিলাহা সাদবি॥
আন ভূঞাসকলক বস্ত্র ধন দিলা।
দান পাই ভূঞা বন্ধু সমস্তে চলিলা॥১৭৮০
দশাব দানব কথা এহিমানে গৈল।
শুনিয়োক এক মান যেনমতে ভৈল॥
চাবি দিন পথহন্তে বিপ্রে বার্ত্তা লয়।
শঙ্কবব পত্নীকার্য্য কোন দিনা হয়॥১৭৮১
কার্ত্তিক মাসব যেবে গৈল দিন তিনি।
আসিল ব্রাহ্মণগণ কার্য্য কথা শুনি॥
ববদোৱা গ্রামে বিপ্র ভৈল একত্রক।
যত লোক ভৈল তাব লেখা কবে কিক॥১৭৮২
বামবাম গুরু দুই খুবা আসিলন্ত॥
বিধি মেলি বৃষোৎসর্গ তিনিয়ো কবন্ত॥
একখান দোলা দিলা আবো এক বাজী।
খাট পীবা তামক করুৱা দিলা সাজি॥১৭৮৩
বহুল তুলিক হংসশয্যা উছর্গিল।
তিনিগোটা মহিষ তিনিক দান দিল॥

জড়া কাহি বেলা আৰো সুৱৰ্ণৰ দান।
ৰজতকো উছৰ্গিলা তিনি তোলা মান ॥১৭৮৪
তামৰ কৰণ্ডী জাপী লাঠি সুৱৰ্ণৰ।
চাৰিভাল সজাইন্ত ফোকোলা ভিতৰ ॥
শুনা পিতামহগণ আমাৰ বচন।
তিনিখান ধাৰে দান দিয়া তিনি জন ॥১৭৮৫
বুঢ়াখা পেসাই তুমি নিয়া এক দ্বাৰে।
যথাযোগ্য দিবা মন পুৰিয়া সবাৰে ॥
পাঞ্চশত টকা সোণা দিলা তোলা ষাঠি।
দানৰ জানিবা কিছু নাথাকিল ঘাটি ॥১৭৮৬
পাঞ্চশত গৰু দান দিলা সিবেলাত।
কৰে আশীৰ্ব্বাদ যত বিপ্ৰ অসংখ্যাত।
জয় জয় শঙ্কৰ বুলিয়া প্ৰশংসিলা।
ব্ৰাহ্মণসকল নিজ থানক চলিলা ॥১৭৮৭
আৰো দিনা শঙ্কৰে জ্ঞাতিক দিলা ভাত।
বাৰভূঞা সমে লোক আইলা অসংখ্যাত ॥
কৰিলা ভোজন ভাত যত ভূঞাগণ।
শঙ্কৰেয়ো সমস্তকে দিয়াইলা বসন ॥১৭৮৮
যাৰ যেন যোগ্য তাৰ তাৰে তাৰে দিল।
সতকাৰ পায়া ভূঞা সমস্তে চলিল ॥
ইসব কথাক আৰে থৈলোহো সংহৰি।
শুনা বৰদোৱা বিজ কৈল যেন কৰি ॥১৭৮৯

বসিলেক যথা তথা ভূঞা যতমানে ।
পানী খাইবে নপাই সবে দুখ করে মনে ॥
আলোচিয়া মাগিলন্ত সবে ভক্তগণে।
নাহিকয় পানী আমি বাঞ্চিবো কেমনে॥ ১৭৯০
শঙ্করে বোলন্ত আরে শুনা ভক্তচয় ।
আজি নিশাভাগে জল লভিব নিশ্চয় ॥
হবিষ্যান্ন কবি ভক্তসবে মাগা বর।
এতেকে সন্তুষ্ট জানা হৈব দামোদর ॥ ১৭৯১
দিবা রাত্রি ভাগে হৈব জল এহি ঠাই।
শুনি হরিধ্বনি কৈলা ভক্তে নাম গাই ॥
হবিধ্যান কবি যেবে ভক্তে শুনি আছে।
শুনিয়োক যেন কথা ভৈল তাত পাচে ॥১৭৯২
রাত্রি উঠি শঙ্করে ভবিব চিন দিল।
ধনুর আকৃতি সিটো জিলিকি উঠিল ॥
আকাশর পরা চিক্ চিক্ কবি আসে।
সর্ব্বজয় বলরাম দেখি দুয়ো হাসে ॥১৭৯৩
কিনো মোর গুরুর প্রভাব বিপরীত।
এহি বুলি দুয়ো যেবে আছয় গুহিত ॥
গিরিসিত কবি আসি পরিলেক জল।
শব্দ শুনি সর্ব্বলোকে ভৈলন্ত বিকল ॥১৭৯৪
কৈত কিবা হৈল বুলি সবেয়ো উঠিল।
ঘুমন্তির উঠি বুঢ়াখায়ো লব দিল॥

কি হৈল কি ভৈল বুলি গৈলা সেহি ঠাই।
বুঢ়াখায়ো দেখে ভেকাগিৰি ঘৰে নাই ॥১৭৯৫
চাৰি দণ্ড ৰাত্রি যেবে সিদিনাৰ আছে।
হাতে লতা ধৰিয়া শঙ্কৰ গৈল পাচে ॥
উঠা ভক্তসব বুলি মাতিলা শঙ্কৰে।
ব্ৰহ্মপুত্ৰে কুণ্ডখানি দিলা দয়াভৰে ॥১৭৯৬
এহি কথা কহি লোক ভাগিবাক চান্ত।
ভকতসকলে সব কথা বুজিলন্ত ॥
সৰ্ব্বজয় বলৰাম দুই মাত্ৰ জানে।
বুঢ়াখায়ে দুই হান্তৰ পুছিলা আপুনে ॥১৭৯৭
যেনমতে শঙ্কৰে ভৰিয়ে দেখাইল।
সেহিমতে জল জানা আপুনি উঠিল ॥
শুনি বুঢ়াখাৰ ভৈলা পৰম হৰিষ।
ভকতসকলে শুনি ভৈলন্ত হৰিষ ॥১৭৯৮
শঙ্কৰে বোলন্ত শুনা যত ভৃত্যমান।
ভৈল জল সবে হুন্তে কৰিয়োক স্নান ॥
ব্ৰহ্মপুত্ৰ কুণ্ড গোট দিলেন্ত খানি আনি।
সবে হুন্তে কৌতুকে ভুজিয়ো তাৰ পানী ॥১৭৯৯
সৰ্ব্বজয় বলৰাম দুয়ো কথা কহে।
চাহিবে নপাৰো আমি চক্ষু যেন থহে।
আকাশৰ পৰা যেন আইলা সূৰ্য্যচন্দ্ৰ।
জলত পৰিল শব্দ শুনি ভৈল ভয় ॥১৮০০

কাণত লাগিল তাহ বিপরীত ছটা।
পবিল জলত যেন দেব দণ্ড ঘটা॥
বুঢ়াখায়ে বোলে তাব শুনিলোহো শব্দ।
ঘুমটিব উঠিয়া বসিলো হুয়া স্তব্ধ॥১৮০১
জল দেখি হবিধ্বনি কবে ভক্ত নব।
জয় জয় ধ্বনি কবে হবিব কিঙ্কব॥
বুঢ়াখায়ে বোলে জলে কিবা আছে পবি।
তাব ধ্বনি শুনি আমি পবিলো বাগবি॥১৮০২
কবা ডেকাগিবি তোবা সিসব আশ্রয়।
শঙ্কবে বোলন্ত জলে পদ্ম পবিলয়॥
ভক্ত সবে চাই দেখে গজি আছে পদ্ম।
শঙ্কবে আসিলা আমাসাক কবি ছদ্ম॥১৮০৩
এহিমতে ববদোয়া বিল যেবে ভৈল।
ভক্তসবে তাতে তেবে স্নান দান কৈল॥
ববত জন্মিল কাজে ববদোয়া নাম।
আৱব আসয় কতো আতি অনুপাম॥১৮০৪
হবত মাগিয়া বব শঙ্কবক পাইল।
তেন্তে ববপ্রার্থী ইটো বিলক নমাইল॥
আগব ববত ভৈল শ্রীমন্ত শঙ্কব।
তেন্তে ববপ্রার্থী পাইলা তীর্থ মনোহব॥১৮০৫
ববদোৱা বুলি জানা এহিসে কাবণে।
তাতে ববদোৱা তাক বোলে সাধুজনে॥

ইসব কথাক আছে এহিমানে খণ্ড ।
ৰামৰাম পিতৃ যেন কৈল তাক কণ্ঠ ॥১৮০৬
নাপৰা পৰিল যে জানা নৰোত্তম ।
কাৰ্ত্তিক মাসৰ জানা দিন ভৈল সম ॥
পক্ষ পৰিবাৰ দিনা মঙ্গলবাৰৰ ।
নৰোত্তম গুৰু মৰি গৈলা যমঘৰ ॥১৮০৭
চতুৰ্ভুজ কৰ্ণপূৰ আৰো ৰামৰাম ।
সন্তাপ কৰিয়া মাত্ৰ লোৱে ৰামনাম ॥
লৌহিত্যৰ তীৰে দাহ কৰিবাক নিল ।
বিস্তৰ ব্ৰাহ্মণ শুনি তথাতে মিলিল ॥১৮০৮
আপুনি পণ্ডিত বিধি তিলেকে নেৰন্ত ।
নীতি পূৰ্ব্বকেৰে কৰ্ম্ম সবে কৰিলন্ত ॥
জীৱন্তে তেবে আগে বৈতৰণী দিল ।
তাম্ৰ পোৱালাদি সুবৰ্ণক উছৰ্গিল ॥১৮০৯
অহিতো আসিয়া উছৰ্গিল চিতাখান ।
অসংখ্যাত ব্ৰাহ্মণসবক দিলা দান ॥
শৱ শান্তি কৰি চিতা উপৰে তুলিলা ।
সাত পাক ঘূৰাই পাচে মুখাগ্নিক দিলা ॥১৮১০
তিলোদকে জলে নামি কৰিলন্ত স্নান ।
মহেন্দ্ৰ কন্দলী গুৰু আনিলা সিঠান ॥
তেহেন্তে কৰাইলা জানা তাসম্বাৰ কাজ ।
দান লৈয়া চলি গৈলা ব্ৰাহ্মণ সমাজ ॥১৮১১

দৌহিত্ত্যে আলাম উঠাই চাপি গৈলা ঘৰে ।
ৰামৰায়ে পিতৃৰ সন্তাপে দুখ কৰে ॥
এহিমতে চতুৰ্থা তিথি যেবে পাইল ।
মহেন্দ্ৰ কন্দলী আসি চতুৰ্থা কৰাইল ॥১৮১২
নানান দেশৰ বিপ্ৰসব আসিলন্ত ।
কম্বলক পাৰিয়া সমস্তে বসিলন্ত ॥
চতুৰ্থা শান্তিক দিয়া সাঙ্গ যেবে কৈল ।
ব্ৰাহ্মণসবক তেবে দান দিবে লৈল ॥১৮১৩
সুবৰ্ণ আঙ্গুঠি ধঙ্গা গৰু দান দিল ।
ৰজতৰ আধলি বিস্তৰ বিলাইল ॥
দান পাই বিপ্ৰসব গৈলা ঘৰাঘৰি ।
ৰামৰামে থাকিলা পিতৃৰ ক্ৰিয়া কৰি ॥১৮১৪
তাত অনন্তৰে দশা তিথি আসি পাইল ॥
মহেন্দ্ৰ কন্দলী তেবে দশাক কৰাইল ॥
খাট তুলি জাৰি তুণ্ডা বেলা বাটি দিল ।
দশগোটা পিণ্ড দিয়া দশা সাঙ্গ কৈল ॥১৮১৫
পূৰ্ব্বমতে দান আদি দিয়া ব্ৰাহ্মণক ।
একাদশী দিনা আসি কাৰ্য্য মিলিবেক ॥
আসিয়া কন্দলী বৃষোৎসৰ্গক কৰয় ।
পণ্ডিতক দিলা দান বহুতৰ গাই ॥১৮১৬
ৰজত সুবৰ্ণ বস্ত্ৰ দিলা পাৰে পাৰে ।
বুঢ়াখায়ে বিপ্ৰক দিলন্ত ভাৰে ভাৰে ॥

এহিমতে ভান ক্ৰিয়া যেবে সাঙ্গ ভৈল।
এক দুই কৰি তেৰ বৎসৰ যে গৈল॥১৮১৭
ৰামৰাম গুৰু সমে পাচে আলোচিয়া।
ক্ষেত্ৰক যাইবাক লাগি উত্তম কৰিয়া।
টকা সোণাচয় লৈয়া ক্ষেত্ৰে চলি যাইবো।
পিতৃৰ মাতৃৰ অস্থি গঙ্গাত লগাইবো॥১৮১৮
ৰামৰামে বোলে বাপু মই চলি যাইবো।
আমাৰ পিতৃৰ অস্থি গঙ্গাত লগাইবো॥
শঙ্কৰে বোলন্ত বিলম্বত কাৰ্য্য নাই।
তিনি পিতামহ তাকে আনিলা মতাই॥১৮১৯
ক্ষেত্ৰক যাইবাক মোৰ হুয়া আছে মন।
মনুৰ বৰক লাগি কৰিয়ো যতন॥
ৰামচন্দ্ৰ কায়স্থৰ আছয় কুমাৰ।
মহা শুদ্ধমতি সিটো মাতৃ আছে তাৰ॥১৮২০
তাঙ্ক বিহা দেওঁ কন্যা সাত বৎসৰৰ।
হেন শুনি জয়ে স্তুয়ো দিলন্ত উত্তৰ॥
আপুনি সৰ্ব্বজ্ঞ তুমি সমস্ততে জানা।
ই কাৰ্য্যক লাগি কেনে আমাসাক আনা॥১৮২১
দিয়ো কন্যা খানি বিহা হবিয়ো সুন্দৰ।
মনুৰ হবিৰ একে তুল্য কলেৱৰ॥
আমাৰ ঘৰত বৈৰ তাৰ কেউ নাই।
হবিয়ো মাতৃয়ো জানো বৈৰ এহি ঠাই॥১৮২২

শঙ্কৰে বোলন্ত কালি বৃহস্পতিবাৰ।
আঘোণ মাসতে বিহা দিবো নিষ্টে তাৰ॥
যাইবো পিতামহসব নকৰিবা বাধ।
হবিষ্য কৰোহো আজি কালি কৰো শ্ৰাদ্ধ॥১৮২৩
নান্দীমুখ পিণ্ড দিয়া কৰো কন্যাদান।
কালি তোৰাসব আসিবাহা এহি থান॥
মাৰবা মনুৰ লগে সবে পিণ্ড দিবো।
ভাই জমাই দুইক ঘৰ বাড়ী সমৰ্পিবো॥১৮২৪
এহি শুনি তিনি পিতামহ চলি গৈলা।
বুঢ়াথাক আদি যত বন্ধুত কহিলা॥
কৈসানি বিবাহ দিবো আমি মনু আই।
শুনি সমস্তৰে আনন্দৰ সীমা নাই॥১৮২৫
কম্বলধৰায়ে সব লোক দিলা জান।
বিহা শুনি লোক আইলা অসংখ্যাত মান॥
প্ৰাতসবে পৰা তোলা খানি শুক নিল।
সাত দণ্ড বেলা ভৈল শ্ৰাদ্ধত বসিল॥১৮২৬
নব দণ্ড আছন্তে উঠিল শ্ৰাদ্ধ হন্তে।
ৰবদোৱা বিলে পিণ্ড লগাইলা জয়ন্তে॥
কুশ বাছি শঙ্কৰে তীৰত থালি থৈল।
ভক্ত সমে নাম গায়া পুনু ঘৰে আইল॥১৮২৭
ব্ৰাহ্মণসবক দান-দক্ষিণাক কৰি।
বিপ্ৰসকলক পঠাই দিলন্ত সাদৰি॥

পদ্ম চন্দ্র সূর্য্য মণ্ডলক গুরু দিল।
সর্ব্বতভদ্র মণ্ডলক শঙ্করে কহিল ॥১৮২৮
সিটো মণ্ডলক দিলে কিছু দোষ নাই।
শঙ্করে মণ্ডলগোট দিলন্ত দেখায় ॥
ত্রিভুবনে নাহি সম ইটো মণ্ডলৰ।
সবে দেব তুষ্ট হোৱে যত চৰাচৰ ॥১৮২৯
অগ্নিৰ অষ্টম জিহ্বা পত্রে লিখিলন্ত।
মণ্ডলৰ সমীপত তাহাক থৈলন্ত ॥
ৰাত্রি যিবা জিহ্বাত কৰিব লাগে হোম।
কৰণ্ডী ভৰিয়া থৈলা আছন্ত কুসুম ॥১৮৩০
পঞ্চ সেৰ ঘৃত দূর্ব্বাৰ তুলসীক আনি।
তাম্র চাৰি গোটা ঘটে লৈয়া আছে পানী ॥
অনন্ত কন্দলী ৰত্ন পাঠক আসিলা।
গুৰু লজ্জা কৰিবাক মনে আলোচিলা ॥১৮৩১
শঙ্কৰৰ পুৰোহিত পণ্ডিত যিমান।
তাঙ্ক লজ্জা কৰি শঙ্কৰৰ গণ্ড মান ॥
এহি বুলি সমস্তে আসিল গুপ্তি কৰি।
ৰামৰাম গুৰু দেখে স্রুব আছে ধৰি ॥১৮৩২
লাজাদি প্রায়শ্চিত্ত হোম দুইকো গুৰু দিলা।
প্রথমতে হোমণ্ডিক আনন্দে কৰাইলা ॥
ধৰিবেক চাৰি তথা দিয়া আছে চাই।
আছন্ত কন্দলী যেন মত্তসিংহ প্রায় ॥১৮৩৩

ব্ৰাহ্মণ বৰণ অগ্নি বৰণক কৈল।
তাম্ৰ থাল ভৰি পূৰ্ণপাত্ৰ সাজি থৈল॥
প্ৰথমতে কুশণ্ডীক গুৰুৱে কৰাই।
দিলা হোমচয় তেৱে যজ্ঞে বিধি চাই॥১৮৩৪
এক জোৰা বস্ত্ৰ প্ৰথমতে আনি দিলা।
পাটৰ পামৰি আনি গাৱত উৰাইলা॥
কটি মধ্যে সুৰ পিন্ধাইলা পাট ভুনি।
সুৱৰ্ণৰ আঙ্গুঠিক পিন্ধাইলা আপুনি॥১৮৩৫
বিবাহৰ হোম যেবে সাঙ্গ কৰি পাচে।
নব গোটা গৰু আনি দিলা তাৰ কাছে॥
অনন্ত কন্দলী তেন্তে বৰ বিপ্ৰবৰ॥
একহাল বৃষভক দিলন্ত ডাঙ্গৰ॥১৮৩৬
জীউৰ বিবাহে আনো বিপ্ৰগণ তুষি।
আন বন্ধুসকলক পঠাইলন্ত তুষি॥
শঙ্কৰে বোলন্ত বাপু শুনিয়ো জমাই।
একগুটী জীউ মোৰ পুত্ৰ আন নাই॥১৮৩৭
তুমি যে আমাৰ পুত্ৰ থাকা মোৰ ঘৰে।
যতেক সৰ্ব্বস্ব আছে সবেয়ো তোমাৰে॥
আমি যাইবো ক্ষেত্ৰে তুমি থাকা ভ্ৰাতৃ সমে।
গৰু মহিষক পালিবাহা অনুক্ৰমে॥১৮৩৮
শুনিয়োক আতৈসৱ বচন আমাৰ।
তোমাসাৰ চৰ্চ্চিবাহা যত বাজ্যভাৰ॥

মাধৱী খুড়াই তুমি মাৰক পালিবা ।
বুঢ়াখা গোসাই ভাইক সৎবুদ্ধি দিবা ॥১৮৩৯
উৰনা বনৰা তোৰা দুই ঘৰ বুঢ়া ।
কৰিবাহা ভঙ্গ তোৰা সভানন্দ খুড়া ॥
সবাকে পালিবা তোৰা সবে তুমি ছোট ।
সবাহানে সখা আছে ইটো বুঢ়া গোট ॥১৮৪০
কৰিবাহা প্ৰতিপাল তোৰাবেসে শান্ত ।
কৰিলো গমন মই ভৈলো পৰবান্ত ॥
শুনিয়োক কহো কথা চান্দৰী মাধই ।
সৰ্ব্বদায়ে মস্তুক ফুৰিবি কোলে লই ॥১৮৪১
শুনা কৰ্ণপূৰ আৰে গুৰু চতুৰ্ভুজ ।
পিতৃৰ মাতৃৰ কাৰ্য্য কৰাইবা নিকজ ॥
শুনিয়োক কথা আৰে ভাই বনগঞা ।
শ্ৰাদ্ধক কৰিবা যদি মোক থাকে দয়া ॥১৮৪২
মহেন্দ্ৰ কন্দলী গুৰু পঠাইলন্ত মাতি ।
শুনিল মাত্ৰকে গুৰু শীঘ্ৰে গৈল আতি ॥
গুৰু বোলে কি কাৰ্য্যত মাতিলা শঙ্কৰ ।
তাহান বচন শুনি দিলন্ত উত্তৰ ॥১৮৪৩
ক্ষেত্ৰক যাইবাক চাওঁ দিয়োক বিদায় ।
পিতৃ মাতৃৰ পিণ্ড লগাইবোহো যায় ॥
কন্দলী বোলন্ত তুমি মোক লগে নিয়া ।
পুৰুষৰ ভাগ্য হোক মোক ভেটাই দিয়া ॥১৮৪৪

শঙ্কৰে বোলন্ত শুক হুয়োক স্বতন্ত্র।
পৰশুই দিনা আমি কৰিবো গমন ॥
আমাৰ লগত চলি যাইবা মিতা শুক।
যাইবে লাগে চলি যাত্ৰী বহুতৰ আৰু ॥ ১৮৪৫
নৰোত্তম শুকৰ লগাইবে অস্থিচয়।
কৰিবেক গঙ্গা স্নান মিতা মহাশয় ॥
এহি শুনি কন্দলীয়ো চলি গৈলা ঘৰে।
খনটা গুচুৰি টোপ লৈলন্ত শঙ্কৰে ॥১৮৪৬
সৰ্ব্বজয় বলৰাম আৰু পৰ্ব্বানন্দে।
দামোদৰ শ্ৰীৰাম হুয়ো চলিলা আনন্দে ॥
যাৰ যিবা সোণা টকা ঘৰে আছিলন্ত।
পৰম কৌতুকে ভক্তসকলে লৈলন্ত ॥১৮৪৭
দুই বিংশ তোলা সোণা দেৱ শঙ্কৰৰ।
লৈল সুবৰ্ণক ৰামৰাম্ বিপ্ৰবৰ ॥
একাশী তোলা লৈলা কন্দলী মহামতি।
খনটা গুচুড়ি তেহো লৈলন্ত সম্প্ৰতি ॥১৮৪৮
আথ বেথ কৰি গোসাই কন্দলীয়ে পাইল।
অষ্টাদশ তোলা সোণা তহিতে মিলিল ॥
সবন্ধু বান্ধৱক অনাইলন্ত মাত্তি।
পৰম বিষাদে তাকে কান্দন্ত সম্প্ৰতি ॥১৮৪৯
দেখি ডেকাগিৰি সবাহাকে নিবেধিল।
একো বন্ধু বান্ধৱক কান্দিতে নেদিল ॥

বুঢ়ীআইক বোলে-মোক দিয়োক বিদায়।
চাহিবোহো মই জগন্নাথ ক্ষেত্ৰে যাই ॥১৮৫০
শনিবাৰদিনা প্ৰাতসত্তে ভুঞ্জিলন্ত।
বিদায় কৰিয়া দেৱ শঙ্কৰ গৈলন্ত ॥
জয়ন্ত মাধৱ হলায়ুধ তিনি ভাই।
বনগঞ্জা সহিতে কান্দয় বুঢ়ী আই ॥১৮৫১
শঙ্কৰৰ সপত্নী মাতৃয়ো কান্দে পৰি।
মাধই চান্দেৱী দুয়ো কান্দয় বাগৰি ॥
ধ্বজা বনৰ উৰবায়ে পৰি আছে কান্দি।
চতুৰ্ভুজ কৰ্ণপুৰ দুয়ো গলে বান্ধি ॥১৮৫২
ৰামৰাম শঙ্কৰক ধৰি দুয়োজন।
নৰহিবা বহুদিন বোলোহো বচন ॥
বুঢ়াখা কেন্তাইখা দুয়ো কৰন্ত সন্তাপ।
শঙ্কৰ পেসী কান্দে কৰিয়া বিলাপ ॥১৮৫৩
সি বেলাত ক্ৰন্দনৰ উৰ্ম্মি উথলিল।
সব গ্ৰাম লোক আইল শঙ্কৰৰ কোল ॥
সবাহাকে নিষেধিয়া শঙ্কৰে পঠাইল।
বাক্য বাধা নকৰিয়া সবে ঘৰে গৈল ॥১৮৫৪
আসি লগ লৈলা যত ভৃত্য নিৰন্তৰ।
শুভক্ষণ বেলা দেৱ লৰিলা শঙ্কৰ ॥
ৰামৰাম গুৰু আগ পাচত শঙ্কৰ।
নৌকাত হৰিষে চলে আনো কত নৰ ॥১৮৫৫

এক পক্ষ হুয়া পাচে এবিলম্ব নাও।
শুনা সিটো থানে যেন মিলিল প্রভাব॥
শঙ্কৰে বোলন্ত আজি প্রথম প্রবাস।
কড়ি লৈয়া যাৱা সবে দোকানীৰ পাশ॥ ১৮৫৬
মাস মুগ কলাই তণ্ডুলক কিনি আনা।
সম্ভাৰ আনিবে লাগি যায়ো তিনি জনা॥
পৰমানন্দ বলবান আৰ হৃবিদাস।
কুৰি টকা লৈয়া গৈল দোকানীৰ পাশ॥ ১৮৫৭
আছে দুই দোকানীয়ে দোকানক দিয়া।
বাৰী কথা কোৰে তিনি আছয় শুনিয়া॥
এক দোকানীয়ে কথা কৰে সিজনীত।
শুনিয়োক বুঢ়ী মই দেখিলো নিদ্ৰাত॥ ১৮৫৮
আমাৰ সমীপে দেখো পুৰুষ সুন্দৰ।
জগত আসিয়া আছে সপ্তদশ নৰ॥
দীৰ্ঘতৰ দুই বাহু আজানুলম্বিত।
সুদীৰ্ঘ আঙ্গুলি নখচন্দ্ৰ বিপৰীত॥ ১৮৫৯
মুখপদ্ম দেখি যেন চন্দ্ৰৰ মণ্ডল।
পাট-পীত ভুনি আৰি শৰীৰ উজ্বল॥
বহল হৃদয় শুক্ল উৰ্দ্ধ লোমপান্তি।
সাক্ষাতে জ্বলয় যেন চন্দ্ৰমাৰ কান্তি॥ ১৮৬০
দেখি মই পুছিলোহো কৰযোৰ কৰি।
কিবা মায়া কৰি যেন আসি আছা হৰি॥

কিবা ব্ৰহ্মা কিবা বিষ্ণু কিবা মহেশ্বৰ।
তেন্তে বোলে মোক জানা বোলয় শঙ্কৰ ॥ ১৮৬১
বৰদোৱা গ্ৰামে থাকো কুসুমৰ সুত।
কি কহিবো মোৰ ইটো মহিমা অদ্ভুত ॥
আছোক মনুষ্য ব্ৰহ্মা হবে নপাৰন্ত।
মোকে বোলে জগতৰ নাথ ভগৱন্ত ॥ ১৮৬২
নিচিনি মনুষ্যে মোক বুলিয়া ঈশ্বৰ।
যইসে জানিবা প্ৰভু ইটো জগতৰ ॥
নজানি মনুষ্যগণে নমানে আমাক।
জগন্নাথ ক্ষেত্ৰে যাওঁ তীৰ্থ কৰিবাক ॥ ১৮৬৩
তোহোকেসে দয়াভৱে আইলো এহি ঠাই।
ভোজন সম্ভাৰ দ্ৰব্য থৈয়োক মিলাই ॥
কালি গধূলিতে মোক হুইবা দৰিশন।
এহি বুলি মোৰ আগে ভৈলা অন্তৰ্দ্ধান ॥ ১৮৬৪
নজানোহো তাতে পাচে কৈক চলি গৈলা।
এহি কথা কন্তে তিনি হস্তে আ।ভৈলা ॥
দোকানীৰ আগে যাই প্ৰবেশিল পাচে।
মাস দালি আদি কৰি সবে দ্ৰব্য আছে ॥ ১৮৬৫
পসাৰী বোলন্ত তোৰা কৈৰ তিনি জন।
হেন শুনি পৰ্ব্বানন্দে মাতিলা তেখন ॥
শঙ্কৰৰ লগে আইলো সবে যাত্ৰীচয়।
বেসতি কৰিতে আমাসাক পাঠি দয় ॥ ১৮৬৬

ববদোৱা গ্ৰামে এন্তে থাকন্ত শঙ্কৰ।
ৰূপে গুণে সাক্ষাতন্তে যেন মহেশ্বৰ।
হেন শুনি বুঢ়ী আথ বেথ কৰি উঠি।
শঙ্কৰক লাগি লৈলা মুগ ডালি গুটি ॥ ১০৬৭
আথে বেথে একো দ্ৰব্য নিবাক নপাৰি।
শঙ্কৰক প্ৰণাম কৰিলা বৰনাৰী ॥
ঐ বাপু যাদয়া তোৰ নো হেন বুদ্ধি।
মই পাপিষ্ঠীক ছদ্মে আসিলিছি সুধি ॥ ১০৬৮
এহি বুলি দোকানীয়ে কান্দি পাৰে গেৰি।
সবে যাত্ৰীসকলে পুছন্ত তাক বেঢ়ি ॥
কি কৰি জানিলি বুঢ়ী কহ তই কথা ।
কি সক কান্দস ওই বিকল অৱস্থা ॥ ১০৬৯
বুঢ়ী বোলে কালি মই দেখিলো সপোন।
মোহোৰ পাশক আইলা পুৰুষ ৰতন ॥
মই কৰযোৰে বোলো তুমি কোন নৰ।
এক্তেকেসে মোৰ নাম শ্ৰীমন্ত শঙ্কৰ ॥ ১০৭০
ববদোৱা গ্ৰামে থাকো ক্ষেত্ৰ লাগি যাওঁ।
জগন্নাথ সমে যেন কথা হুইবে পাওঁ।
কালি গধূলিক বেলা দেখা পাইবি মোক।
দিবি মাস ডালি ভুঞ্জিবেক যাত্ৰী লোক ॥ ১০৭১
পসাৰীৰ আগে যেবে কহি আছো কথা।
এই তিনিজন গৈয়া মিলিবেক তথা ॥

তাসম্বাক বোলে তোৰা আইলা কৈৱৰ্ত্তবা।
আমাৰ লগত বুঢ়ী পৰিল নাপৰা॥ ১৮৭২
তাই আসিবাক মোৰ লগে নপাৰিল।
শঙ্কৰ আসিল বুলি এসম্বে কহিল॥
নাপৰা বুঢ়ীক জানা তথা এৰি আইলো।
স্বপ্নৰ পুৰুষ আসি মই চিনি পাইলো॥ ১৮৭৩
ব্ৰহ্মা হৰ ইন্দ্ৰ চন্দ্ৰ চৰণ উপাসে।
তোমাৰ চৰণ সেবে আতি অপ্ৰয়াসে॥
এহি জানি তোমাৰ চৰণে কৰো সেৱ।
নাহি মিত্ৰ বান্ধৱ তুমিসে মোৰ দেৱ॥ ১৮৭৪
আপুনাৰ নিজ থানে পাইলো আবে লাগ।
কোনবা জন্মৰ মোৰ হুইবে আছে ভাগ॥
কৰি আছো সাজ যত সমস্তক দিয়া।
দোকানে পসাৰে টকা আছোহো আৰ্জিয়া॥ ১৮৭৫
এবেশ্বৰ বুঢ়ী মই নলাগয় তাক।
নিষ্টে সবে তাক আজি দিবোহো তোমাক॥
এহি বুলি শঙ্কৰে বুলিলা পাচে বাণী।
আৰ্জ্জিলাহা দুখে কিয় দিবা টকা থিনি॥ ১৮৭৬
বুঢ়ী বোলে সিটো টকা নাহি প্ৰয়োজন।
তুমি অজ ব্ৰহ্মা প্ৰভু নাথ নাৰায়ণ॥
পতিতপাৱন নাম তুমি আছা ধৰি।
পতিতক তাৰিবাক আইলা তুমি হৰি॥ ১৮৭৭

এহি বুলি বুঢ়ী পাচে মৌন হুয়া ভৈল।
জগন্নাথে দিয়ো টকা শঙ্কৰে বুলিল॥
শঙ্কৰৰ বাণী শুনি বুঢ়ীয়ো বোলন্ত।
তুমি জগতৰে নাথ প্ৰভু ভগৱন্ত॥ ১৮৭৮
কেনে মোৰ আগে ছদ্ম কৰা যদুৰায়।
পুৰাতন দাসী মোৰ ভাণ্ডন নাযায়॥
পূৰ্ব্বৰ কথাক তুমি নপাৰয় মনে।
ৰুক্মিণীক বিবাহ কৰিলা যেতিক্ষণে॥ ১৮৭৯
নকহিবি বুলি ডেকাগিৰি দিলা হাক।
ৰামৰাম গুৰু মনে জানিলন্ত তাক॥
শঙ্কৰে বোলন্ত সবে জানো আনা সাজ।
হেন শুনি লৰি গৈলা যাত্ৰীৰ সমাজ॥ ১৮৮০
সৰ্ব্বজয়ে বলৰাম আছন্ত আলোচি।
অভক্ত বুঢ়ীৰ সাজ ভুঞ্জয় সুপুছি॥
কদাচিত মুভুঞ্জিব বস্তু অভক্তৰ।
হেন বাণী শুনি পাচে মাতিলা শঙ্কৰ॥ ১৮৮১
শুনা ভক্তগণ ইটো বুঢ়ীৰ মহিমা।
যিটো ভক্তি কৰি আছে তাৰ নপাওঁ সীমা॥
ৰামৰাম গুৰু বোলে কহিয়ো বুজায়।
বুঢ়ীৰ পূৰ্ব্বৰ কোন কিবা অভিপ্ৰায়॥ ১৮৮২
শুনা ৰামৰাম বলৰাম সৰ্ব্বজয়।
এহি বুঢ়ী সুমালিনী ধাই আছিলয়॥

কৃষ্ণ ভাৰ্য্যা ৰুক্মিণীক নমিলে সুমালিনী।
তাহাক বিবাহ হৰি কৰিলন্ত আনি ॥ ১৮৮৩
কৃষ্ণৰ চৰণে নমিলেক সুমালিনী।
মাধৱক বুলিলেক বহু স্তুতি বাণী।
তুষ্ট হয়া দামোদৰ দিলেক যে বৰ।
যেনমতে গতি মোৰ হোৱে গদাধৰ ॥ ১৮৮৪
শুনি হাসি হৰি পাচে বুলিলা বচন।
আদিপুথুৱীত শঙ্কৰ জন্মে যেতিক্ষণ ॥
পাচে জগন্নাথ ক্ষেত্রে তেন্তে যাইব চলি।
দোকানী স্বৰূপে তৈতে পসাৰ থৈবি মেলি ॥ ১৮৮৫
প্যাচে লাগ পাইবি তৈতে সেহি শঙ্কৰক।
শঙ্কৰক দিবি তোৰ সব অশ্বৰ্য্যক ॥
সবে যাত্রী সমস্তক নমস্কাৰ কৈবি।
মাস মুগ কণাই যাত্রী সমস্তক দিবি ॥ ১৮৮৬
বুলিবাহা ইটো কথা পাইলা কৈত তোৰা।
চন্দ্রপুৰাণৰ হন্তে পাইলো ইটো ওৰা ॥
হেন জানি তুমি সব সমস্তে ভুঞ্জিয়ো।
আন কেন গতি হোৱে তাহাক দেখিয়ো ॥ ১৮৮৭
হেন শুনি যাত্রীসবে সমস্তকে নিলে।
পৰম হৰিষে সবে বস্তুক ভুঞ্জিলে ॥
দেখিয়া পসাৰী আপুনাৰ টকা যত।
শঙ্কৰৰ আগে দিয়া দিলন্ত সমস্ত ॥ ১৮৮৮

পঞ্চশত কল এক সেৰ স্বর্ণহাৰ।
গণি গণি লেখি বিত্ত দিলা আপুনাৰ॥
শঙ্কৰে বোলন্ত বুঢ়ী যাহা নিজ ঠাই।
স্নান কৰিবাক লাগি যাত্রী আছে চাই॥ ১৮৮৯
পাৱ ধুই আসি বুঢ়ী পিন্ধি শুক্লশাৰী।
শঙ্কৰক প্ৰণাম কৰিয়া জানু পাৰি॥
নমস্কাৰ কৰি পুনু গৈলা পাচগুৰি।
ক্ষেত্রক যাইবাৰ কথা শঙ্কৰক পুছি॥ ১৮৯০
বৈসানি যাইবাহা বাপ কহিয়োক নাথ।
বন্দো তযু চৰণত আবে নমাই মাথ॥
হে যদুপতি মোৰ নেৰিয়ো চৰণে।
মই মহা পণ্ডিতক বাধা নাৰায়ণে॥ ১৮৯১
এহি বুলি বুঢ়ী সাতবাৰ প্ৰণামিলা।
আসন ভিৰিয়া বৈল সমস্তে দেখিল॥
শঙ্কৰ শঙ্কৰ বুলি দিয়া দীৰ্ঘ উকি।
নমাতিয়া বৈল পাচে থমকি নিচুকি॥ ১৮৯২
শ্রীকৃষ্ণ শঙ্কৰ বুলি মেলিলেক মুখ।
বৈকুণ্ঠপুৰত গৈয়া পাইলা মহাসুখ॥
বলৰাম সৰ্ব্বজয় মহেন্দ্র কন্দলী।
ৰামৰাম আদি কৰি হাসে খলখলি॥ ১৮৯৩
জয় জয় শঙ্কৰৰ অদ্ভুত কিনো গতি।
জানো নিষ্টে আইল এন্তে জগতৰ পতি॥

মনুষ্য মুহিকে এন্তে নন্দৰ কুমাৰ ।
এহি বুলি প্ৰশংসা কৰয় বাৰে বাৰ ॥ ১৮৯৪
শঙ্কৰে বোলন্ত খৰি কিনি আনিয়োক ।
নদীৰ কূলত চিতাখান সাজিয়োক ॥
হেন শুনি ভক্তে টকা দিয়া খৰি কিনি ।
শঙ্কৰে সজাইল চিতাখানক আপুনি ॥ ১৮৯৫
কৃপালু শঙ্কৰে সৰ্ব্বজয়ক পাচিল ।
দুই হাতে ধৰি তেন্তে চিতাত তুলিল ॥
জল উছৰ্গিয়া শৰ শান্তি কৰিলন্ত ।
সৰ্ব্বজয় আতৈ মুখাগ্নিক কৰিলন্ত ॥ ১৮৯৬
খোচনি ধৰিয়া তেন্তে দহিল শৰীৰ ।
বুঢ়ীক পুৰিলা সৰ্ব্বজয় মহাধীৰ ॥
একশত টকা বান্টি দিলা সমস্তক ।
আৰ একশত দিলা আতৈ সৰ্ব্বজয়ক ॥ ১৮৯৭
সৰ্ব্বজয় বোলে মোক নলাগয় আক ।
ইয়ো শত টকা বান্টি দিয়োক সবাক ॥
কোনবা জন্মৰ মোৰ আছে মহাভাগ ।
শুদ্ধ বস্তু বুঢ়ীক পুৰিবে পাইলো লাগ ॥ ১৮৯৮
হেন শুনি সিয়ো শত টকা বান্টি দিল ।
প্ৰাতসন্তে ক্ষেত্ৰ লাগি শঙ্কৰে লৰিল ॥
সিদিনাক প্ৰতি কোনো গাওঁ নপাইলেক ।
অৰণ্যৰ মধ্যে সবে যাত্ৰী ৰহিলেক ॥ ১৮৯৯

সবে বোলে আমি কিছো খাইবে নাহিকয় ।
নিৰাহাৰে থাকিবাক লাগিবে নিশ্চয় ॥
এহি বুলি সব লোক তথা ৰহি আছে ।
শুনিয়োক যেন কথা ভৈল তাত পাচে ॥ ১৯০০
আসিলা পুৰুষ এক পৰম সুন্দৰ ।
অলয় শৰীৰ যেন সূৰ্য্য শশধৰ ॥
তান লগে আসিলেক বহুতৰ লোক ।
সবে সাজ দ্ৰব্য আনি তৈলে মিলাইলেক ॥ ১৯০১
শুতি আছে ভক্তগণে ন পাৰে চেতন ।
সৰ্ব্বজ্ঞয় বলৰাম জানে প্ৰয়োজন ॥
ৰামৰাম গুৰুক চিমিটি জগাইলেক ।
কণাকাণি কৰিয়া তিনিয়ো বসিলেক ॥ ১৯০২
শঙ্কৰে বোলন্ত যাত্ৰীসবে উঠিয়োক ।
আছে আন সাজ তোৰা সবে ভুঞ্জিয়োক ॥
শুনি যাত্ৰীসবে উঠিলন্ত চেষ্টা পাই ।
বোলে কোনজনে দিলা সাজক মিলাই ॥ ১৯০৩
শঙ্কৰে বোলন্ত মই আনিলো কিনিয়া ।
আপুনাৰ গাখিৰ এগুটি টকা দিয়া ॥
হেন শুনি যাত্ৰীসবে কৰিলা ভোজন ।
দেখি শঙ্কৰৰ ভৈলা আনন্দিত মন ॥ ১৯০৪
গুৰু বোলে ইটো সাজ কৈত আৰ্জ্জিলাহা ।
কিনো ভাগ্য অবশ্যে পসাৰী পাইলাহা ॥

তুমি বিনে নিষ্টে আন নাহিকে পসাৰী ।
বৈকুণ্ঠপুৰৰ হন্তে আনিলাহা পাৰি ॥ ১৯০৫
তুমি যদি টকা দিয়া আছাহা কিনিয়া ।
আকাশৰ হন্তে লোক গৈলা সাজ দিয়া ॥
চৈধ্য জন লোক আইল লগে সিজনৰ ।
তাহান শৰীৰ কাৰো নাহি পটন্তৰ ॥ ১৯০৬
কিবা ইন্দ্ৰ চন্দ্ৰ কিবা দেৱ সৃষ্টিকৰ ।
কিবা ত্ৰিনয়ন পশুপতি মহেশ্বৰ ॥
ৰূপ দেখি তাহাক আছিলো আমি চাই ।
চৈধ্য জন লোক সাজ গৈলন্ত পেহ্লাই ॥ ১৯০৭
বলৰাম ৰামৰাম আৰু সৰ্ব্বজয় ।
যাত্ৰীসকলৰ আগে সিটো কথা কয় ॥
মহেন্দ্ৰ কন্দলী বোলে কিনো মোৰ শঙ্কৰ ।
জগন্নাথ সমে হুইবো তুল্য কলেৱৰ ॥ ১৯০৮
জগন্নাথ প্ৰভু পাশে যাওঁ কিক লাগি ।
নিচিনিলো শঙ্কৰক আমি মন্দভাগী ।
হেন কথামতে যেবে গৈল সিটো ৰাতি ।
প্ৰাতসন্তে লৰিলন্ত আছে যত যাত্ৰী ॥ ১৯০৯
এহিমতে থানে থানে শঙ্কৰ ৰহন্ত ।
যাত্ৰীসকলেয়ো কিছু দুখ নপাৱন্ত ॥
আনন্দতে সবে শঙ্কৰৰ লগে যাই ।
মহাশ্ৰম দুখ হেন কাৰো মনে নাই ॥ ১৯১০

শৰীৰতে মন প্ৰাণ সবে সমৰ্পিল ।
আপুন মনৰ চেষ্টা সবে বিসৰ্জ্জিল ॥
নৱদিন একেপথে এহিমতে যাই ।
নৱদিন মন্দ তিনি মাস যেবে পাই ॥ ১৯১১
দুই দণ্ড পথ মাত্ৰ আছয় পাইবাক ।
শঙ্কৰে বোলন্ত আজি ৰয়ো যাত্ৰীজাক ॥
বাধা শুনি ৰহিলা সমস্তে যাত্ৰীগণ ।
শঙ্কৰে সহিতে কেহো সুভুঞ্জিলা অন্ন ॥ ১৯১২
প্ৰথমতে গঙ্গা দেখি কেহো সুভুঞ্জিলা ।
নিৰাহাৰে যাত্ৰীসব শৰণ কৰিলা ॥
মধ্যৰাত্ৰি কন্দলীয়ে দেখিলা সোপন ।
কাচি পাৰি আসিলেক কন্যা নৱজন ॥ ১৯১৩
সবাৰো আগত যিটো কন্যাজনী আছে ।
বস্ত্ৰ অলঙ্কাৰে তান শৰীৰ প্ৰকাশে ॥
শিখত সিন্দুৰ পাৱে ৰত্নৰ নূপুৰ ।
দেৱাঙ্গ বসন গায়ে একাশে প্ৰচুৰ ॥ ১৯১৪
অসংখ্য সুন্দৰীগণে আৱৰিয়া আছে ।
মহেন্দ্ৰ কন্দলী গুৰু দেখিলন্ত পাচে ॥
সুৱৰ্ণৰ মালা গাথি আছে হাতে ধৰি ।
দিলা মাথে শঙ্কৰৰ নমস্কাৰ কৰি ॥ ১৯১৫
তযু দাসী কিঙ্কৰী জানাহা নাৰায়ণ ।
পৱিত্ৰ কৰিবে মোক আইলা এহি থান ॥

তোমাৰেসে পদে পাই পূৰ্ব্বে মুক্ত ভৈলো।
জগত পবিত্ৰকাৰী সিকাৰণে হৈলো ॥১৯১৬
পাতকীৰ পৰশত ভৈল বহু পাপ।
তযু পদ পৰশনে হৈবোহো নিস্পাপ ॥
এহি বুলি শঙ্কৰক সবোয়ো নমিলা।
ৰামৰাম বুলি পাচে কন্দলী উঠিলা ॥ ১৯১৭
লোম শিহৰয় তান জাত জাত কৰি।
দুইধাৰা লোতক বহয় সৰসৰি ॥
মাৰ মাৰ বুলিয়া কন্দলী দিলা ৰিঙ্গ।
বসিলন্ত শঙ্কৰ যেহেন মত্ত সিংহ ॥ ১৯১৮
সমস্ত যাত্ৰীয়ে তৈতে বসিলন্ত জাগি।
কন্দলী উঠিয়া চান্ত চতুৰ্ভিত্তি লাগি ॥
কি ভৈল কি ভৈল বুলি পুছে ৰামৰাম।
কহিয়োক গুৰু কিবা ভৈল মন্দকাম ॥১৯১৯
কন্দলী বোলয় মই দেখিলো সোপান ॥
শঙ্কৰৰ পাশে আইলা কন্যা নৱজন ॥
সুৱৰ্ণৰ মালা দিয়া নমস্কাৰ কৈল।
নাজানো সুন্দৰীগণ কোন থানে গৈল ॥ ১৯২০
বোলে তযু পদ পৰশনে মুক্ত ভৈলো।
পাপীৰ পৰশে জানো পুণ্যহীন হৈলো ॥
তযু পৰশনে জানো নিষ্টে নিস্তৰিব।
আৰকা পাপৰ হন্তে নিশ্চয় তৰিব ॥ ১৯২১

এহি বুলি নরঞ্জনী ভৈল অন্তৰ্দ্ধান।
তাসম্বাক দেখি তৰতৰি কাম্পে প্ৰাণ॥
এভো গাৱ শিহৰয় জাত জাত কৰি।
দেখিলোহো কন্যাগণ পৰম সুন্দৰী॥ ১৯২২
শঙ্কৰক নমস্কাৰ কৰি চলি গৈল।
শঙ্কৰক স্তুতি-নতি নৰঞ্জনী কৈলা॥
সুহিকা মানুষ এন্তে দৈৱকী কুমাৰ।
জগতৰ ঈশ এন্তে জানা সাৰে সাৰ॥ ১৯২৩
গঙ্গায়ো কাৰুণ্য কৰে ইটো শঙ্কৰক।
শুনি যত যাত্ৰীগণ হৰিষ ভৈলেক॥
গঙ্গাক লাগিয়া যাত্ৰীসব লৰি গৈলা।
স্নান কৰিবাক সবে যাত্ৰীগণ লৈলা॥ ১৯২৪
জলহন্তে পাচে যেবে উঠিলা শঙ্কৰ।
ব্ৰাহ্মণসবক দান দিলন্ত বিস্তৰ॥
দান দক্ষিণাক কৰি পাচে পিণ্ড দিলা।
পিতৃ পিতামহ অস্থি জলত অৰ্পিলা॥১৯২৫
পুনু জলে নামি সহস্ৰেক দিলা বুৰ।
জলহন্তে উঠে কন্যা পৰম সুন্দৰ।
দেৱাঙ্গ বসন পিন্ধি বস্ত্ৰ আভৰণে।
উঠিলেক কন্যা দেখিলেক সৰ্ব্বজনে॥১৯২৬
চাহি আছে দৃষ্টি ভৰি সমস্ত সমাজে।
শঙ্কৰক স্তুতি কৰি বসি জন মাজে॥

সিবেলাত যাত্ৰীসবে পাসৰিলা দেহ।
আপুনাৰ গাৰৰ গুচিল যত স্নেহ ॥ ১৯২৭
কিবা ব্ৰহ্ম ঈশ্বৰ নজানে একো নৰে।
শঙ্কৰক গঙ্গাদেৱী বহু স্তুতি কৰে ॥
গঙ্গা হেন বুলি তাঙ্ক কেহো নিচিনিল।
শঙ্কৰ গঙ্গাৰ মায়া সবাক মুহিল ॥ ১৯২৮
কতো বেলি থাকি দেৱী ভৈল অন্তৰ্দ্ধান।
শঙ্কৰ উঠিলা তীৰে জলে কৰি স্নান ॥
এহিমতে হেৰে নৱদিন আছা ৰহি।
আৰ গোট যাত্ৰীয়ো তথাতে গৈলা বহি ॥ ১৯২৯
স্নান দান কৰিয়া তথাতে ক্ষৰি গৈল।
গয়ানামে তীৰ্থ গৈয়া উপসন্ন ভৈল ॥
স্নান কৰি গয়াত কৰিল পিণ্ডচয়।
পিতৃ পিতামহগণে তৰ্পিলা নিশ্চয় ॥ ১৯৩০
জলাঞ্জলি কৰি পিতৃ গুৰুক তুষিলা।
তিনি ৰাত্ৰি তৈতে গৈয়া ৰহি ক্ষেত্ৰে গৈলা ॥
পৰম কৌতুকে ৰাজমাৰ্গে চলি গৈলা।
বলধ উটক বহু লোকক দেখিলা ॥ ১৯৩১
পুনু দশদিনে গঙ্গা তীৰ্থক পাইলন্ত।
চাল যাই গাৰ কটকৰ নাহি অন্ত ॥
গঙ্গা হন্তে একৈশ দিবসে ক্ষেত্ৰ পাইল।
আঠাৰ নালাত গৈয়া পাচে প্ৰবেশিল ॥ ১৯৩২

ইসব কথাক আবে এহিমানে খণ্ড।
জগন্নাথ পাণ্ডা আবে যেন ভৈলা কণ্ড।
আসিল শঙ্কৰ জগন্নাথে হেন জানি।
পাণ্ডাসকলক চাই বুলিলন্ত বাণী॥ ১২৩৩
শুনা বাপু পাণ্ডাসব চলাহা সত্বৰে।
আমাক দেখিবে প্ৰতি আসিল শঙ্কৰে॥
মোৰ প্ৰাণনাথ বুলি আহ্বাক জানাহা।
প্ৰসাদ দ্ৰব্যক লৈয়া সবে পাণ্ডা যাহা॥ ১২৩৪
মোৰ নমস্কাৰ জনাইবাহা তান পাৱে।
দিবাহা প্ৰসাদ শঙ্কৰক যত্নভাৱে॥
পাণ্ডা বোলে শঙ্কৰক চিনিব কিমন্ত।
জগন্নাথ বোলে মই চিনি দিব তাত॥ ১২৩৫
শুনা পাণ্ডাগণ তান যেন ৰূপ গুণ।
স্বভাৱতে বৃদ্ধ তেবে বয়সে তৰুণ॥
গমনে মাতঙ্গ বাক্যে মেঘৰ গৰ্জ্জন।
ছত্ৰাকৃত মাথা নেত্ৰ অৰুণ চৰণ॥ ১২৩৬
উন্নত নাসিকা ভ্ৰূৰ ধনুৰ সমান।
আঙ্গুলি চম্পক নয় নীল যে মোলান॥
বহল হৃদয় তাতে শুক্ল লোম পাতি।
পাট-পীত পচৰা শৰীৰ কৰে কান্তি॥ ১২৩৭
কটিমধ্যে দেখি যেন হৰৰ ডম্বৰু।
ৰামকল সদৃশ প্ৰকাশে দুই উৰু॥

গৌৰাঙ্গ শৰীৰ ভুনি কৰয় জেউতি।
চলন্তে দেখিয়ো ৰাজহংস যেন গতি ॥ ১৯৩৮
সবাতে উচ্ছ্রিত হুয়া ভেন্তে চলি আসে।
সমস্ততে কৰি তান শৰীৰ প্ৰকাশে ॥
প্ৰসাদক নতো পান্তে যাত্ৰীক কহিব।
দিলে জগন্নাথ বুলি থানক লেখিব ॥ ১৯৩৯
মোহোৰ প্ৰভাৱে তোৰা সকলে চিনিবি।
শঙ্কৰৰ আগে এহি প্ৰসাদক দিবি ॥
তোৰা সব আসিলে আমিয়ো তৈকে যাইবো ॥
শঙ্কৰৰ অৱশেষ প্ৰসাদক খাইবো ॥ ১৯৪০
হেন কথা শুনি পাণ্ডাগণ গৈল চলি।
জগন্নাথ বাক্যচয় যাহন্ত আকলি ॥
প্ৰসাদক লৈয়া পাঞ্চজন পাণ্ডা যান্ত।
কহিত শঙ্কৰ বুলি পথে গেৰিয়ান্ত ॥ ১৯৪১
শঙ্কৰ শঙ্কৰ বুলি পাণ্ডা গেৰিয়াই।
বহুতৰ নানা দেশযাত্ৰী লগ পাই ॥
সবাতে পুছিলা দেখে নাহিকে শঙ্কৰ।
পাণ্ডাৰ বচনে যাত্ৰী দিলন্ত উত্তৰ ॥ ১৯৪২
নজানোহো শঙ্কৰ আছন্ত কোন ঠাই।
হেন শুনি পাণ্ডা পাচে যান্ত গেৰিয়াই ॥
দুইহন্তে দেখন্ত সুন্দৰ এক নৰ।
পাণ্ডা বোলে এহিজন জানোহো শঙ্কৰ ॥ ১৯৪৩

শঙ্কৰে বোলন্ত মিত্তা গুৰু চাহিয়োক।
প্ৰসাদক লৈয়া শীঘ্ৰে আসে পাণ্ডা লোক॥
মোক লাগি প্ৰসাদক দিলা জগন্নাথে।
জানি তোৰাসবে খান মাৰ্জ্জা আথে বেথে॥১৯৪৪
সৰ্ব্বজয় কমণ্ডলু জলে মুচি থান।
শঙ্কৰ ৰহিয়া আছে একদণ্ড মান॥
পাণ্ডাগণে শঙ্কৰৰ যাই ৰূপ চাই।
জগন্নাথ যেন কহিয়াছে অভিপ্ৰায়॥১৯৪৫
সেহি মুখ দেখি নেত্ৰ তেহুয় গমন।
শুক্ল লোমপান্তি তেহু অৰুণ চৰণ॥
পাণ্ডা বোলে প্ৰভুৰে আমাক চিনাইলেক।
শঙ্কৰ বুলিয়া এহি জনক কৈলেক॥১৯৪৬
হাজাৰ দশেক লোক ক্ষেত্ৰ বুলি আসে।
সবাণ্ডো কৰিয়া তান শৰীৰ প্ৰকাশে॥
জানিলো মনুষ্য নহে সাক্ষাত ঈশ্বৰ।
জগত কাৰণ প্ৰভু দেৱ মহেশ্বৰ॥১৯৪৭
এহি বুলি পাণ্ডাগণ তান পাশ পাইলা।
নমস্কাৰ কৰি আগে প্ৰসাদক থৈলা॥
মহা প্ৰসাদক খাই শঙ্কৰৰ ৰঙ্গ।
আনো দেশযাত্ৰীগণে লৈলা তান সঙ্গ॥১৯৪৮
শঙ্কৰে বোলন্ত পাণ্ডাগণ আইলা কিক।
কোনে প্ৰসাদক দিয়া পঠাইলা ইঠাইক॥

পাণ্ডাগণে বোলে শুনা দ্বিতীয় ঠাকুৰ।
জগন্নাথ তুমি সমে নুহিকা বিদুৰ॥১৯৪৯
দেখাইলা সপোন ৰাত্ৰি আমাসাৰ আগে।
লৈয়া আসিলোহো প্ৰসাদক মহাভাগে॥
চিনিলো শঙ্কৰ বুলি কহিলো বুজাই।
তোমাৰ স্বৰূপক তেহে দিলন্ত চিনাই॥১৯৫০
শঙ্কৰৰ মোহোৰ নাহিকে ভিন্ন ভাৱ।
তাহানে মোহোৰে জানা এক তুল্য গাৱ॥
প্ৰভাততে কালি তোৰা নৈবেদ্য কৰিবা।
মান্য কৰি শঙ্কৰৰ আগে নিয়া দিবা॥১৯৫১
মোৰ নমস্কাৰ জনাইবাহা তান পাৱে।
তাহান আমাৰ জানা নাহি ভিন্নভাৱে॥
এহিবুলি আমাসাক দিলন্ত পঠাই।
ভাগ্য ভৈলে তোমাসাক তেবে দেখা পাই॥১৯৫২
এহি বুলি পাণ্ডাগণ মৌনে ৰহি আছে।
শঙ্কৰেয়ো প্ৰসাদক বাণ্টি দিলা পাছে॥
একে মহাপ্ৰসাদৰ নাপাই কেহো অন্ত।
তাত শঙ্কৰৰ হস্ত পদ্ম লাগিলন্ত॥১৯৫৩
বহুত যাত্ৰীক দিল তভো নুটুটিল।
হেন দেখি সব লোকে বিস্ময় মানিল॥
শঙ্কৰৰ প্ৰভাৱৰ নাপাই কিছো অন্ত।
যাহাৰ মায়াক ব্ৰহ্মা হৰে নজানন্ত॥১৯৫৪

পাণ্ডাসকলক বোলে তোৰা সব যায়ো।
জগন্নাথ আগে সেৱা আমাৰ জনায়ো।
হেন শুনি পাণ্ডাসবে আজ্ঞা শিৰে ধৰি।
ক্ষেত্ৰক লাগিয়া গৈলা নমস্কাৰ কৰি ॥১৯৫৫
সেহি ৰাত্ৰি শঙ্কৰ তথাতে ৰহি আছে।
জগন্নাথ আগে পাণ্ডাগণ গৈল পাচে ॥
আসিল শঙ্কৰ আমি সবে সেৱা কৈলো।
তোমাৰ নিৰ্ণয় আমি সকলো কহিলো ॥১৯৫৬
পাণ্ডাসকলৰ কথা থৈলোহো সংহৰি।
শুনিয়োক জগন্নাথ গৈলা যেন কৰি ॥
শঙ্কৰক দেখিবাক কৰন্ত আনন্দ।
মাৰ্জ্জাৰীৰ ৰূপ ধৰি গৈল কৰি ছন্দ ॥১৯৫৭
বলভদ্ৰ সুভদ্ৰায়ে জগন্নাথ গৈল।
তিনিটা মাৰ্জ্জাৰী দেখি যাত্ৰী ভয় ভৈল ॥
সুৱৰ্ণৰ বৰ্ণ কতো ৰজতৰ নয়।
তাম্ৰ কাংস ৰত্ন কতো ডুমুকা জলয় ॥১৯৫৮
শঙ্কৰে প্ৰসাদ খাই অৱশেষ থৈল।
তাকে খাইবে প্ৰতি দাৰুব্ৰহ্ম চলি গৈল ॥
শুতি আছে যাত্ৰী তাৰ পশিলেক মাজ।
সুন্দৰ মাৰ্জ্জাৰী দেখিলেক দ্বিজৰাজ ॥১৯৫৯
কন্দলীয়ো আথবেথ কৰি উঠিলন্ত।
সৰ্ব্বজন আতৈক চিমিটি জগাইলন্ত ॥

সৰ্ব্বজয় চক্ষু মেলি দেখিলেক পাচে ।
তিনি গুটি সুন্দৰ মাৰ্জ্জাৰী আসি আছে ॥১৯৬০
খুটি খুটি প্ৰসাদক লৈয়া আছে আৰি ।
প্ৰসাদক খাইবে লৈয়া উঠি সেহি বাৰী ॥
খাই খাই বুলি সৰ্ব্বজয় দিলা ডাক ।
দেখিয়া শঙ্কৰে নিষেধিয়া বোলে তাক ॥১৯৬১
ইটো বিড়ালীক জানা খেদিবে নাপায় ।
ৰামৰাম উঠিলন্ত চেতনক পাই ॥
বিড়ালীক দেখিলেক সমস্তে বিস্ময় ।
আথবেথ কৰি যাত্ৰীসবে বেঢ়ি লয় ॥১৯৬২
চন্দাৰলী ৰজনী যেহেন দিনে প্ৰায় ।
বেঢ়ি আছে তিনিয়ো মাৰ্জ্জাৰী দেখে নাই ॥
নেদেখি মাৰ্জ্জাৰী ভৈলা সমস্তে বিস্ময় ।
সবে জানিলেক সত্যে মাৰ্জ্জাৰী নহয় ॥১৯৬৩
খেদা গুড়া কৰি পুনু সবে নিদ্ৰা গৈল ।
শুনিয়োক ভাত পাচে যেন কথা ভৈল ॥
আসনে সহিতে জগন্নাথ আসিলন্ত ।
যাত্ৰীসকলক পাচে স্বপ্ন দেখাইলন্ত ॥১৯৬৪
শুনিয়ো কন্দলী ৰামৰাম সৰ্ব্বজয় ।
দেৱভোগ্য যোগ্য জানা আমাৰ মিলয় ॥
ভুঞ্জি আছো অন্ন বহু পিঠা পৰমান্ন ।
নাহি স্বাদ সিসবত ইহাৰ সমান ॥১৯৬৫

মার্জ্জাৰীৰ ৰূপ ধৰি আমি শেষ খাইলো।
অমৃততোধিক স্বাদ তাত আমি পাইলো॥
এহি বুলি জগন্নাথ অন্তর্দ্ধান ভৈলা।
তিনিয়ো চেতন লভি শঙ্কৰক কৈলা॥১৯৬৬
ইসব কথাক আৱে এহিমানে খণ্ড
প্রাতসন্তে যেন ভৈলা শুনা তাক কণ্ড॥
শঙ্কৰে বোলন্ত যাত্রী সবে কৰা স্নান।
তেবেসে যাইবাক পাইবা মাধৱৰ থান॥১৯৬৭
হেন শুনি সবে হন্তে স্নান কৰিলন্ত।
শঙ্কৰে সহিতে সবে ক্ষেত্রক গৈলন্ত॥
প্রথমতে দেৱগৃহ পশিলা শঙ্কৰে।
যাত্রীক চাহিয়া বোলে শুনা সবে নৰে॥১৯৬৮
লগাইবাক প্রতি যিবা বস্তু আছা আনি।
যত্ন কৰি তাহাক লয়োক সবে প্রাণী॥
হেন শুনি সবে প্রাণী বিত্ত টকা লৈল।
কন্দলীক আগ কৰি সবে লোক গৈল॥১৯৬৯
দৌলক দেখিয়া পাচে শ্রীমন্ত শঙ্কৰ।
নগৈলেক কেহো ভোগ মণ্ডপ ভিতৰ॥
প্রথমে দৌলত ভ্রমে সাত পাক ফুৰি।
প্রদক্ষিণ কৰি প্রণামন্ত পৰি পৰি॥১৯৭০
পাচে ভোগ মণ্ডপৰ পশিল ভিতৰ।
চান্দমুখ দৰশন ভৈলন্ত শঙ্কৰ॥

প্ৰণামিলা পৰি যাত্ৰীসব মহামতি।
জগন্নাথ চাহি আছে তাহাক সম্প্ৰতি ॥১৯৭১
বলভদ্ৰ জগন্নাথ সুভদ্ৰা যেন নাম।
একচিত্ত মনে কৈলা কৰিয়া নিয়ম॥
বিচিত্ৰ পুষ্পৰ মালা শঙ্কৰৰ মাথে।
পৰম কৌতুকে তাঙ্ক দিলা জগন্নাথে ॥১৯৭২
জগন্নাথ দিলে কোনজনে নেদেখিল।
দেখে মালা শঙ্কৰৰ মাথাত চড়িল॥
একেলগে আছে সবে হস্তে জানু পাৰি।
শঙ্কৰৰ প্ৰভাৱক বুজিতে নাপাৰি॥১৯৭৩
যাত্ৰী বোলে মালা আগে জগন্নাথ শিৰে।
আবে দেখো প্ৰকাশয় শঙ্কৰৰ শিৰে॥
জানিলো নাহিকা এন্তে নিশ্চয় মানুষ।
জগতৰ আত্মা এন্তে পৰম পুৰুষ॥১৯৭৪
এহি বুলি সৰ্ব্বলোকে কৰে কাণাকাণি।
আন শৰীৰৰ তেজে মুখে লাগে ধ্বনি॥
এহি বুলি সবেয়ো নিজম পৰি আছে।
আত অনন্তৰে শুনা যেন ভৈলা পাচে ॥১৯৭৫
চান্দমুখ নিৰেখি আছয় সৰ্ব্বজন।
বহয় লোতক দাৰুব্ৰহ্মৰ সঘন॥
দেখি শঙ্কৰৰ লোতকৰ ছেদ নাই।
পূৰ্ণব্ৰহ্ম অংশে এবে ভৈলা একঠাই ॥১৯৭৬

দেখি সবে যাত্ৰী লোকে কৰে কাণাকাণি।
উঠিলা শঙ্কৰ জগতৰ শিৰোমণি ॥
অন্তৰে নপশিলা বাহিৰে আসিলা।
পৰি আছে শালগ্ৰাম বুজি নবন্দিলা ॥১৯৭৭
বাহিৰত সাতবাৰ কৰি প্ৰদক্ষিণ।
বন্দিলা শঙ্কৰে দেখাই মণ্ডুক্কৰ চিন ॥
ইসব কথাত কিছু দোষ নধৰিবা।
শালগ্ৰাম ঈশ্বৰৰ আশয় বুজিবা ॥১৯৭৮
গণ্ডৱতী নামে পূৰ্ব্বে আছিল ব্ৰাহ্মণী।
বৰ লৈয়া ভেক্তে নদী ভৈলেক আপুনি ॥
আকাশী বচন শুনি তনয় মাগিল।
হেন শুনি পাচে তাইক হৰি বৰ দিল ॥১৯৭৯
গণ্ডকিনী নামে নদী হৈবি যাই তই।
শালগ্ৰাম শিলা হুয়া জন্মিবোহো মই ॥
আৰো বহুতৰ শিলা অংশ ৰূপ হুইব।
বজ্ৰ কীট পোকা হুইয়া অসুৰে ভক্ষিব ॥১৯৮০
শ্ৰীৰূপ মূৰ্ত্তি হুইব ঈশ্বৰ শকতি।
তাতে মাত্ৰ পূজি লোকে লভিবেক গতি ॥
সামান্য ব্ৰাহ্মণে তাক পূজিবে নপাই।
বিটো ব্ৰাহ্মণৰ পিতৃ-মাতৃ হানি নাই ॥১৯৮১
ভাৰ্য্যা পুত্ৰ বন্ধুগণ সমস্তে বহিব ॥
কেশো নপকিব তাৰ নখো নমৰিব ॥

মুহিবেক ব্যাধি তাৰ নসৰিব দন্ত ।
চাৰিও বেদত যিটো বিপ্ৰ প্ৰৱৰ্ত্তত ॥১৯৮২
সেহিসে পূজিবে পাৰে জানা শালগ্ৰাম ।
শ্ৰীমূৰ্ত্তি ঈশ্বৰৰ নাহিকে উপাম ॥
যদি বিপ্ৰে পূজা জল পেলায়ে ভূমিত ।
পুৰুষসকল তাৰ নৰকত থিত ॥১৯৮৩
শূদ্ৰসবে পূজিবাক নপাৰয় তাক ।
নজানিয়া মূৰ্খ বিপ্ৰে বাধে তাৰ হাক ॥
এক ঘৰে দশ কুৰি ধৰে শালগ্ৰাম ।
নজানে সিসব মূৰ্ত্তি সাধে কোন কাম ॥১৯৮৪
ঈশ্বৰক ত্যজি কীৰ্ত্তি মাত্ৰ কৰে আশা ।
অন্তত কৰিয়া মৰে মলমতি নাশা ॥
শালগ্ৰাম আছয় আৰৰ শুনিয়োক ।
মৎস্যপুৰাণত আৰ প্ৰমাণ লৈয়োক ॥১৯৮৫
গৌতমৰ ভাৰ্য্যা ইন্দ্ৰে হৰিলা যৈসানি ।
ইন্দ্ৰৰ সহস্ৰ যোনি ভৈলা ঋষি বাণী ॥
লজ্জা হয়া পুৰন্দৰ গৃহক নগৈল ।
সৰোবৰে পদ্মৰ তন্তুৰ মাজে ৰৈল ॥১৯৮৬
শচী বোলে গুৰু কৈক গৈল পুৰন্দৰ ।
হেন শুনি বৃহস্পতি দিলন্ত উত্তৰ ॥
গৌতমৰ ভাৰ্য্যা হৰিলেক তযু স্বামী ।
ঋষি শাপ দিলে তেন্তে ভৈলা অধোগামী ॥১৯৮৭

সহস্রেক যোনি তাৰ শৰীৰত ভৈল ।
লজ্জা হুয়া দেৱৰাজ সৰোবৰে ৰৈল ॥
পাচে শচী পুছিলন্ত গুৰুত উপায় ।
কিমতে এৰাইবে স্বামী ইটো ঘোৰ দায় ॥১৯৮৮
হেন শুনি গুৰু পাচে দিলন্ত উত্তৰ ।
হৰক উপাসা শচী অতি শীঘ্রে কৰ ॥
গুৰুৰ আজ্ঞাক লৈয়া আৰাধিলে হৰ ।
তুষ্ট ভৈলে তেতিক্ষণে প্রভু মহেশ্বৰ ॥১৯৮৯
শচী বোলে মহেশ্বৰ দিয়ো এহি বৰ ।
গুচোক সহস্র যোনি স্বামীৰ গাৱৰ ॥
হেন শুনি হৰে বোলে শুন শচী তই ।
ব্রহ্মশাপ খণ্ডিবাক নপাৰোহো মই ॥১৯৯০
তথাপিতো এক বৰ দিবো হৌক সিদ্ধি ।
মোক আৰাধনে নৰে পাৱে নৱনিধি ॥
যোনি গুচি সহস্র লোচন তান হৌক ।
গণ্ডকীত শিলা হুয়া সেহি যোনি ৰৌক ॥১৯৯১
এহি বুলি হৰে পাচে ভৈলা অন্তর্দ্ধান ।
বজ্রকীট পোক কৰে মূর্ত্তি যেন ঠান ॥
নজানিয়া পাপী বিপ্রে তাহাক পূজয় ।
কৰে নিন্দা বহু বোলে শূদ্রে নমানয় ॥১৯৯২
সেহিসে কাৰণে অভ্যন্তৰ নপশিলো ।
বাহিৰত প্রদক্ষিণ কৰিয়া আসিলো ।

আসিল ওলাই পাণ্ডাগণে দিলে থান ।
শঙ্কৰক সমস্ত পাণ্ডায়ে কৰে মান ॥১৯৯৩
ৰহিলেক ৰাত্রি সবে প্রসাদক খাই ।
শুনিলেক সবেয়ো ভূমিত নিদ্রা যাই ॥
সমস্ত যাত্রী যেবে তৈতে নিদ্রা গৈল ।
শুনিয়োক তাত পাচে যেন কথা ভৈল ॥১৯৯৪
ৰামৰাম গুৰু যেবে কন্দলীয়ো আছে ।
আসন সহিতে জগন্নাথ গৈলা পাচে ॥
জগন্নাথে দ্বাৰক মেলিলা চাত কৰি ।
হেন শুনি শঙ্কৰে কোচালে নিজ ভৰি ॥১৯৯৫
শঙ্কৰে জানিলা আসিলেক জগন্নাথ ।
কৰযোৰ কৰি পাচে চপৰাইল মাথ ॥
দেখি জগন্নাথে হাসিলেক তেতিক্ষণ ।
ছদ্ম কৰা কিক তুমি নাথ নাৰায়ণ ॥১৯৯৬
আমি অংশ তুমি পূর্ণ জানো আক সাৰে ।
তোমাৰ মহিমা কোনে বুজিবাক পাৰে ॥
নৰসকলক ভাগি তযু অৱতাৰ ।
পূর্ণব্রহ্ম হৰি তুমি আসিলা ইবাৰ ॥১৯৯৭
তোমাকে প্রার্থিলা ইন্দ্রদ্যুম্ন নৰেশ্বৰ ।
তযু অংশ আমাকে আনিলা দামোদৰ ॥
নৰকেসে ভাণ্ডা মোক নাপাৰা ভাণ্ডিত ।
অংশ হুয়া তোমাৰ জানোহো সবে চিত ॥১৯৯৮

হেন শুনি শঙ্কৰেয়ো উত্তৰক দিলা।
দাৰুব্ৰহ্ম মুখ চাই বচন বুলিলা॥
শুনা জগন্নাথ তুমি মোৰ নিজ অংশ।
এন্তে বলভদ্ৰ জানা আমাৰেসে অংশ॥১৯৯৯
হোৱন্ত সুভদ্ৰা সতী আমাৰ ভগিনী।
ইন্দ্ৰদ্যুম্ন প্ৰাৰ্থিলা আসিলা তোৰা তিনি॥
কলিৰ মলিন লোক সবে নষ্ট যাই।
তাক কৃপা কৰিলো আশয় আৰ নাই॥২০০০
মনুষ্য চেষ্টাক দেখাই আসিলো ইঠাই।
পাষণ্ডসকলে মোক চিনিয়ো নাপাই॥
কলিযুগ মধ্যে তুমি পৰম উত্তম।
নাহিকয় শ্ৰেষ্ঠ আন জানা তযু সম॥২০০১
কলিৰ মনুষ্য নমানিবে নপাৰয়।
তোমাক দেখিলে সন্তে মুকুতি পাৱয়॥
শুনা সভাসদ পদ দেৱ শঙ্কৰৰ।
একচিত্ত মনে শুনা যত সাধু নৰ॥২০০২
নিচিন্তি আছাহা কালে ধৰিলেক পৰা।
শুকদেৱ কুসুমৰি মিছাত নমৰা॥
কলিৰ যুগত ধৰ্ম্ম একো নাহি আৰ।
গুৰুপদে ধৰি হুয়ো সংসাৰৰ পাৰ॥২০০৩
গুৰু ব্ৰহ্মা গুৰু বিষ্ণু গুৰু পিতা মাতা।
গুৰু বিনে সংসাৰত নাহি গতিদাতা॥

গুরুক সেৱিয়া লৈয়ো ভকতৰ সঙ্গ।
এহি দান দিয়ো নকৰিয়ো মন ভঙ্গ ॥২০০৪
হুয়া কামাতুৰ নৰাছোহো জাতি কুল।
পৰম পাতকী মই কাক গৃধ্র তুল॥
শঙ্কৰেসে নিজ দেৱ দৈৱকী কুমাৰ।
মাধৱত পৰে জানা গুৰু নাহি আৰ ॥২০০৫
নামত বিনায় আন নাহিকয় ধৰ্ম্ম।
তপ জপ আদি কৰি সমস্তে অকৰ্ম্ম॥
কলিযুগে হৰি নাম বিনে নাই গতি।
কৃপাময় গুৰুৰ চৰণে হৌক ৰতি ॥২০০৬
কহে ৰাম মূঢ় পাপী অজ্ঞানী প্ৰধান।
হৰি হৰি বুলি পাইবা বৈকুণ্ঠত থান ॥২০০৭

## ছবি

আত অনন্তৰে মন্ত্ৰ শঙ্কৰে
যেবে কথা কৈয়া আছে।
ৰামৰাম গুৰু আৰো সৰ্ব্বজন
চেতনক পাইয়া আছে॥
শৰীৰৰ কান্তি গৃহ প্ৰকাশন্তি
চাহি আছে ছয়োজনে।
জগন্নাথ হেন আশয় বুজিয়া
আত্তৰিলা তেতিক্ষণে ॥২০০৮

ভৈল অন্তৰ্দ্ধান পাচে সেহিখান
অন্ধকাৰ আসি ভৈলা ॥
যাত্ৰীক জগাই পাচে সৰ্ব্বজয়
ইসব কথাক কৈলা ॥
শুনি যাত্ৰীগণে আতি ৰঙ্গমনে
নিদ্ৰা আৰ নকৰিলা।
প্ৰভাততে উঠি শ্ৰীমন্ত শঙ্কৰে
তীৰ্থক লাগি লৰিলা ॥ ২০০৯
পঞ্চ তীৰ্থ কৰি শঙ্কৰ শ্ৰীহৰি
পুনু আইলা জগন্নাথে ॥
দেখি চান্দমুখ খণ্ডিলেক দুখ
পুনু মালা পাইলা মাথে ॥
হাসো হাসো যেন কৰয় বদন
শঙ্কৰক আছে চাই।
পাণ্ডাগণ যত লগত সমস্ত
থাকয় কেকো নযায় ॥ ২০১০
শঙ্কৰক পাই যেন বাপ ভাই
পাণ্ডায় নেৰয় পাশ।
মাতা জগন্নাথ বুলি বন্দে মাথ
কতোহো কৰয় হাস ॥
শয়ন ভোজন এৰি পাণ্ডাগণ
নেৰে শঙ্কৰত মতি।

ভোগ মণ্ডপৰ প্ৰসাদ বিস্তৰ
দিবন্ত তাঙ্ক সম্প্ৰতি ॥২০১১
এহিমতে যেবে দুই ৰাত্ৰি ভেবে
শঙ্কৰ ৰহিলা তথা।
আত অনন্তৰে দেৱ শঙ্কৰৰ
শুনা যেন ভৈল কথা ॥
ক্ষেত্ৰত আছন্ত শঙ্কৰ মহন্ত
দেই জগন্নাথে সাজ।
নানান দেশৰ লোকে বোঢ় চাৰে
যতেক যাত্ৰী সমাজ ॥২০১২
আৰো দিনা বোলে শুনিয়ো সকলে
যত আছা যাত্ৰীগণ।
ক্ষেত্ৰ হন্তে আবে ময়ো তোৰাসবে
গৃহক কৰা গমন ॥
আজি জানো আবে বৃন্দাবন লাগি
যাইবাক আছয় মতি।
শুনা সৰ্ব্বজয় শুনা বলৰাম
মোৰ লগে কৰা গতি ॥২০১৩
শুনা সৰ্ব্বানন্দ কৰিয়া আনন্দ
চলিয়ো বৃন্দাবনক।
পৰম উত্তম কৰিয়া নিয়ম
দেখিবা বহু তীৰ্থক ॥

এহি বচনক শুনি তিনিজন
যাইবাক কৰিলা মতি। ·
ৰামৰাম গুৰু যত যাত্ৰী আৰো
গৃহে নকৰিবা গতি ॥২০১৪
সবেয়ো চাহিয়া বচন বুলিয়া
বোলে শুনা ডেকাগিৰি।
তোমাক ত্যাজিবো গৃহক চলিবো
দেখি হাসিবেক তিৰী ॥
শঙ্কৰে বোলন্ত যায়োক সমস্ত
আতো কিছো লাজ নাই।
তোমাৰ আমাৰ যত বন্ধু আছে
জনায়ো সবাতে যাই ॥২০১৫
চলা নিষ্ট মনে আৰো একজনে
নবাধিবা মোৰ বাক।
প্ৰতি প্ৰতি কৰি বোলোহো সাদৰি
দিলো তোমাসাক হাক ॥
ৰামৰাম সমে কান্দে অনুক্ৰমে
আছে যত যাত্ৰীগণ।
মহেন্দ্ৰ কন্দলী কৰিয়া বিকলি
কাৰো সুস্থ নাহি মন ॥২০১৬
মহা দুখ কৰি কান্দন্ত সুমৰি
শঙ্কৰৰ যত গুণ।

তোমাক ত্যজিয়া কিমতে ৰহিবো
পুৰুষ তোৰা নিপুণ ॥
পাণ্ডাগণে চাই কান্দে গেৰিয়াই
শঙ্কৰেৰো নাহি সুখ।
ভক্তসকলক ত্যজন্তে মনত
মিলে আতি মহাদুখ ॥২০১৭
শঙ্কৰে বোলন্ত নকৰা ক্ৰন্দন
অল্পতে আমাক পাইবা।
অপুনৰ্ভৱক নমস্কাৰ কৰি
তেবেসে গৃহক যাইবা ॥
উঠা উঠা বুলি ডাকিলা সমূলি
শুনিয়া সবে উঠিল।
শঙ্কৰ সুমৰি কান্দে দুখ কৰি
সবাৰো দুখ মিলিল ॥২০১৮
ভোগ প্ৰসাদক দ্ৰব্য সমস্তক
কন্দলী সহিতে লৈলা।
শঙ্কৰে গুৰুক কৰযোৰ কৰি
নমস্কাৰ পাচে কৈলা ॥
দেখিয়া কন্দলী দুই বাহু মেলি
সাৱটি ধৰিলা পাচে।
আনো পাণ্ডাগণ যতেক সমাজ
বিস্ময়ে চাহিয়া আছে ॥২০১৯

আত অনন্তবে দেৱতা শঙ্কবে
সমস্তকে প্ৰবোধিলা।
বিদায়ক কৰি সবাকো সাদৰি
বৃন্দাবন লাগি গৈলা॥
সবে পাণ্ডাগণে কান্দে দুখমনে
যাত্ৰীসবো গৈলা ঘৰে।
তীৰ্থক গমন মনে যেবে গৈলা
শুনা কথা অনন্তবে॥২০২০
পঞ্চ পক্ষ যেবে চলি গৈলা তেবে
পাইলা ৰূপ সনাতন।
আসিল শঙ্কৰ বুলিয়া সত্বৰ
চলি গৈলা দুয়োজন॥
শঙ্কৰক পাই চুৰ্ত্তি জ্ঞান নাই
যেহেন ভৈলা বাতুল।
পৃথিবীত পৰি কুৰন্ত বাগৰি
অধিকে ভৈলা নিৰ্ম্মল॥২০২১
দেখিয়া শঙ্কবে আত অনন্তবে
তুলিয়া বান্ধিলা বুকে।
তাসম্বাত কথা পুছিলন্ত তথা
মনত মহা উৎসুকে॥
তোবা দুই ভাই আইলা কিবা লই
হাতত মন্দিবা আছে।

কিবা ধৰ্ম্ম তোৰা সকলে আচৰা
কৈয়ো মোক সাক্ষে সাক্ষে ॥২০২২
ৰূপে বোলে চাই কি কৈবো গোসাই
তুমি জগতৰ নাথ।
ছদ্মৰূপ ধৰি আসিছা শ্রীহৰি
নকৰা মোক অনাথ॥
তুমি নিৰাকাৰ সুহৃদ আমাৰ
আমি তুয়ু অংশচয়।
নানান দেশক ভক্তি কহিবাক
পাঞ্চি আছা কৃপাময় ॥২০২৩
নাম কৰ্ম্ম বিনে আন কোনজনে
কহিতে আন ভকতি।
হে যদুদেৱ পায়ে কৰো সেৱ
তুমি মোৰ নিজ গতি॥
একে নামধৰ্ম্ম আন নাহি কৰ্ম্ম
কহিছো এক শৰণ॥
তুয়ু আজ্ঞাচয় ধৰি কৃপাময়
কহিলো নিজ বচন॥২০২৪
শুনিয়া শঙ্কৰে পুছিলা সাদৰে
তোমাসাৰ আগে কোন।
ৰূপে বোলে যাই আন একো নাই
তুমিসে প্ৰভু নিপুণ॥

তোমাৰ চৰণ এৰি নাৰায়ণ
নাহিকে মোৰ সুহৃদ।
চৰণৰ ছায়া দিয়া খণ্ডা মায়া
তবু পদ অৰবিন্দ॥
এহি স্তুতি নতি কৰিয়া সম্প্ৰতি
দিলা ভোজনৰ সাজ।
ঘৃত চিনিচয় দিলা মহাশয়
কৰিলা ভোজন কাজ॥২০২৫
প্ৰভাততে পাচে লৰিল শঙ্কৰ
দুই ভায়ো এৰিলা ঘৰ।
ৰূপৰ যে ভাৰ্য্যা পৰমা সুন্দৰী
কৰন্ত বহু কাতৰ॥
মোক লগে নিয়া নযাইবা এৰিয়া
তুমি মোৰ নিজস্বামী।
মই পতিব্ৰতা তবু বিবাহিতা
আনক নজানো আমি॥২০২৬
শুণি চোৰা মনে পূৰ্ব্বে নিজ থানে
মোহোক পৰীক্ষা কৈলা।
বৎসৰ তেহুকে আসি নিজ থানে
মোক তুমি এৰি গৈলা॥
তবু ভাই সমে বহিলো নিয়মে
শুতিছিলো এক সঙ্গে।

অগ্নিত পেহ্লাই পরীক্ষা করিলা
প্রবেশিলো অগ্নি সঙ্গে ॥২০২৭
জানি দাসী বুলি নিয়োক সমূলি
তোমার আমি কিঙ্করী।
তাহান বচন শুনিয়া তেখনে
মাতিলা শঙ্কর হরি॥
আনা এহি কন্যা এন্তে মহা ধন্যা
শাস্ত্রী মাজে অগ্রগণী।
রঙ্গ হুয়া চাই আসিবে হুনাই
মাতিলন্ত হেন শুনি ॥২০২৮
আসোক বুলিয়া তান নিজ জায়া
পাচে লগ করি নিলা।
পরম কৌতুকে শ্রীমন্ত শঙ্করে
উত্তম তীর্থ দেখিলা॥
শুনা সভাসদ হুয়া নিশব্দ
শঙ্কর চরিত্র কথা।
বিষয় বাসনা দূর করি জানা
গুরুত ভজা সর্ব্বথা॥২০২৯
মই অজ্ঞানর ক্ষমিয়ো শঙ্কর
বড়া টুটা যত দোষ।
তোমার সেৱক বুলি নারায়ণ
নকরিবা অসন্তোষ॥

তোমার কৃপাক কোনে বুজিবেক
কৈলা নিজ ধর্ম্ম সার।
অনাদি জন্মর সমস্তে নরর
আছয় পাপ ভাণ্ডার ॥২০৩০
অবশ্যক যেন দহয় প্রত্যেক
অগনিচয় লগাই।
তেমনে কৰিব লোক সমস্তর
বাসনা কৰিলা ছাই ॥
আরে গুরুদেৱ পারে করো সেৱ
দিয়ো ভকতর সঙ্গ।
দান্তে তৃণ ধরো কাতর করোহো
আশা নকরিয়ো ভঙ্গ ॥২০৩১
কালসর্পে গিলে কৈত মৃত্যু মিলে
দিবো তবু পদে ঠাই।
তোমার চরণ বিনে নারায়ণ
আরর নিস্তার নাই ॥
কোটি কোটি জন্ম অনেক অকর্ম্ম
করিয়া বুবিলো হরি।
একোমতে মোর নতৈল নিস্তার
ভুঞ্জো পাপ মরি মরি ॥২০৩২
জানি বুধজন এরি আন মন
ধরা মাধৱর নাম।

মূঢ়মতি ৰাম- চৰণে কহয়
ডাকি বোলা ৰাম ৰাম ॥২০৩৩

---

পদ

ৰূপসনাতন সমে যেবে চলিলন্ত ।
শুনিয়োক যিটো মহাতীৰ্থক পাইলন্ত ॥
নামে সীতাকুণ্ড সিটো মহামোক্ষ থান ।
অতি পুণ্যভাগী তীৰ্থ গঙ্গাৰ সমান ॥২০৩৪
তাহাৰ মহিমা গুণ কহন নযায় ।
তাতে স্নান কৰি লোকে বিষ্ণুপুৰী যায় ॥
এক গিৰি আছে তাত নহাঠয় পায়ে ।
ভৰি দিলে কুষ্ঠৰোগ হয় সৰ্ব্বগায়ে ॥২০৩৫
উকত বান্ধিয়া পায় আঠুৱে বুলয় ।
চাৰি দণ্ড পথ গৈয়া তেৰেসে মিলয় ॥
সাতে পাৰে যাত হাণ্ঠি যত যাত্ৰী নৰ ।
তেবে পায়ে সীতাকুণ্ড তীৰ্থ শ্ৰেষ্ঠতৰ ॥২০৩৬
গৈলন্ত শঙ্কৰ সমে যাত্ৰী আঠজন ।
দুই ভায়ো সঙ্গে গৈল ৰূপসনাতন ॥
প্ৰথমতে পূৰৱ ঘাটত কৰে স্নান ।
বজাৱয় কাকপক্ষী অসংখ্য প্ৰমাণ ॥২০৩৭

দক্ষিণত স্নান কৈলে লালুক বজায় ।
পশ্চিমৰ ঘাটে যাই কালা জল পায় ॥
উত্তৰ ঘাটত দুধ সম পাই জল ।
তেবে শৰীৰৰ জানা গুচে পাপমল ॥২০৩৮
আপুনি ঈশ্বৰ তেন্তে শ্ৰীমন্ত শঙ্কৰ ।
তাত কৰি শ্ৰেষ্ঠ আছে কোন তীৰ্থবৰ ॥
গৈলন্ত তীৰ্থক তেন্তে কৰিতে মুকুত ।
নেদেখিয়া কেহো কিছো কথা অদভুত ॥২০৩৯
প্ৰথমে পূবৰ ঘাটে স্নান দান কৰি ।
শঙ্কৰে তীৰত উঠিলেক বিষ্ণু স্মৰি ॥
পিতৃ-পিতামহৰ লগাইলা পিণ্ডচয় ।
দক্ষিণৰ ঘাটে স্নান কৈলা মহাশয় ॥২০৪০
তাতে বিধিপূৰ্ব্বক পিণ্ডক যেবে দিলা ।
তাত অনন্তৰে পশ্চিমৰ ঘাটে গৈলা ॥
স্নান কৰি তাহাতো কৰিলা পিণ্ডদান ।
উত্তৰ ঘাটত পুনু কৰিলন্ত স্নান ॥২০৪১
তৈতো কৰিলন্ত পাচে পিণ্ড জলাঞ্জলি ।
তাত পাচে বৃক্ষৰ তলক গৈলা চলি ॥
বসিলন্ত যাত্ৰীলোক তাৰ লৈয়া ছায়া ।
শঙ্কৰক দিলা ফল কৰি অতি দায়া ॥২০৪২
সিটো ফল মহিমাক নযায় কথন ।
তাক খাইলে ক্ষুধা তৃষ্ণা হবে তেতিক্ষণ ॥

একগোট খাইলে ক্ষুধা নাই দিন গোট।
মুহিকা ভাদৰ সিটো ফল ছোট ছোট ॥২০৪৩
এক পূৰা ভূমিমান বৃক্ষে আছে জুৰি।
দশজনে বেঢ়ে পাই ভয়ঙ্কৰ গুৰি।
তাক দেখি আনন্দে শঙ্কৰে আছে চাই।
নসৰিলে ফল জানা কেহোৰে নাপায় ॥২০৪৪
শঙ্কৰক দেখি ফল আপুনি সৰয়।
ৰূপসনাতন দেখি ভৈলন্ত বিস্ময়॥
যিবা চাৰিজন তৈতে আছন্ত দেৱৰ্ষি।
যাত্ৰীসবো আছে যেবে তৈতে নিদ্ৰা কৰি ॥২০৪৫
চাৰিয়ো দেৱৰ্ষি তেবে দেখিলা সপোন।
শঙ্কৰৰ ৰূপক দেখিলা বিতোপন॥
শ্ৰীৰাম প্ৰভুৰ তেজে ধৰিলন্ত ৰূপ।
চাৰিয়ো দেৱৰ্ষি দেখি ভৈলা তেবে চুপ ॥২০৪৬
আছন্ত জনক জীউ ৰাঘৱক সেৱি।
কৰন্ত বহুত স্তুতি সীতা মহাদেৱী॥
দেখিয়া চাৰিও নমস্কাৰ কৰিলন্ত।
কৈৱৰ্ত্তা [আইলা তোৰা ৰাম ভগৱন্ত ॥২০৪৭
এহি বুলি স্তুতি নতি কৰিলা বিস্তৰ।
হেন দেখি হাসি ৰামে দিলন্ত উত্তৰ॥
শুনিয়ো দেৱৰ্ষিসব আমাৰ বচন।
কামৰূপ দেশে অৱতাৰ মোৰ জান ॥২০৪৮

শঙ্করে বোলয় মোর শূদ্রকুলে জাত।
একরে শরণ ধর্ম্ম কহিবো সবাত॥
তীর্থক লাগিয়া আইলো দেখাইতে প্রমাণ।
সিটো রূপ তেতিক্ষণে হৈলা অন্তর্দ্ধান॥২০৪৯
পূর্ব্বরতে শঙ্কর দেখন্তে আছে বসি।
করন্ত প্রকাশ যেন পূর্ণিমার শশী॥
উঠিলা চারিওজনে করি রাম রাম।
সর্ব্বদায় পাচে উচ্চারন্ত মাত্র নাম॥২০৫০
বলরাম সর্ব্বজয় রূপসনাতন।
তান ভার্য্যা মহাশান্তী লভিলা চেতন॥
বোলে বিপ্রসব কৈয়ো তোরা চারিজন।
কিবা দৃষ্ট কিবা তোরা দেখিলা সপোন॥২০৫১
দেরবি সকলে বোলে শুনিয়ো উত্তর।
মানুষ নুহিকা এন্তে শ্রীমন্ত শঙ্কর॥
দশরথসুত এন্তে জানোহো শ্রীরাম।
ধরিলন্ত রূপচয় আতি অনুপাম॥২০৫২
জনকনন্দিনী সীতা দেখিলো ইঠাই।
পৃথিবী মণ্ডলে যার সম রূপ নাই॥
আন্তে সেবা করিয়া তেহেন্তে রহি আছে।
শঙ্করর লগে সিটো প্রবেশিলা পাচে॥২০৫৩
আপুনার রূপক চাকিলা রামরায়।
শঙ্কর সহিতে পিচে একপিণ্ড হুই॥

আমাসাৰ প্ৰাণপতি এন্তে ৰঘুনাথ।
এহি বুলি পাৰত দিৰাক চান্ত মাথ ॥২০৫৪
ৰামৰাম বুলিয়া শঙ্কৰে তুলি ধৰি।
চাৰিয়ো বিপ্ৰক মাতি কৰযোৰ কৰি ॥
চাৰিয়ো যুগতে জানা বিপ্ৰসবে পূজ্য।
কহিলোহো ইটো কথা বেদান্তৰো গুহ্য ॥২০৫৫
ব্ৰাহ্মণে বোলন্ত খিক খিক বিপ্ৰকায়।
তুমি প্ৰভু ৰামচন্দ্ৰ জানো অভিপ্ৰায় ॥
হেন শুনি ৰূপসনাতনে বোলে বাক।
জগত ঈশ্বৰ তুমি জানোহো তোমাক ॥২০৫৬
চাৰিয়ো জনক চাৰি গোট টকা দিল।
আৰো দিনা প্ৰাতসন্তে শঙ্কৰ লৰিল ॥
উত্তৰ বাহিনী গঙ্গা দেখিবাক মনে।
চলি গৈলা পাঞ্চজন পৰম যতনে ॥২০৫৭
বিদায় কৰিয়া ৰূপসনাতন গৈল।
শঙ্কৰৰ চৰণৰ ধূলা মূচি লৈল ॥
আপুনাৰ স্তৱনক চলি গৈলা তিনি।
গঙ্গাক পাইলন্ত দেৱ শঙ্কৰে আপুনি ॥২০৫৮
উত্তৰ বাহিনী গঙ্গা দেখিলা শঙ্কৰে।
যাত্ৰী সমে নামি স্নান কৈলা তাতপৰে ॥
তাতো পিণ্ড লগাইলন্ত কৰিয়া যতন।
তুৰিলন্ত শঙ্কৰে যতেক পিতৃগণ ॥২০৫৯

এক রাত্রি রক্ষি তাত আপুনি শ্রীহরি ।
বরাহ ক্ষেত্রক লাগি গৈলা রঙ্গ করি ॥
সিটো পুণ্যভাগী ক্ষেত্র দেখিলা শঙ্কর ।
তেবে আসি ভৈলা তান চল্লিশ বৎসর ॥২০৬০
প্রয়াগ তীর্থক লাগি তেবে চলি গৈল ।
পরম কৌতুকে তাত স্নান দান কৈল ॥
পিতৃসকলকো পিণ্ড জলাঞ্জলি দিল ।
তাত পাচে পুষ্করিণী তীর্থক লরিল ॥২০৬১
পুষ্করিণী তীর্থে পিণ্ড দিলা বিধিমতে ।
শঙ্করর মহিমাক দেখয় সমস্তে ॥
তীর্থক্ষেত্রে থানে থানে দেখয় সপোন ।
স্বপ্ন দেখি কহন্ত শুনন্ত যাত্রীগণ ॥২০৬২
সবে তীর্থ গৈলে স্বপ্ন দেখে ঠাই ঠাই ।
শঙ্করত পরে জানা গুরু আন নাই ॥
শঙ্করর লগে আরো নয় যাত্রী যাই ।
কতোদিন অন্তরে মথুরাপুরী পাই ॥২০৬৩
ছয় মাস রহিলন্ত তহিতে শঙ্কর ।
আমাক দেখায়ো বাপ দ্বারকা নগর ।
রুক্মিণী দেৱীর নিজ মন্দিরক চাওঁ ।
তোমার প্রসাদে বাপ দেখিবাক পাওঁ ॥২০৬৪
এহি বুলি তিনি জনে করন্ত কাতর ।
শুনা সর্ব্বজয় বুলি মাতিলা শঙ্কর ॥

চৈত্র বিষু সংক্রমণ আসিয়া মিলিব।
সেহিদিনা রুক্মিণীর মন্দির উঠিব॥২০৬৫
দেখিবোহো সর্বলোকে মন্দির বিশেষ।
হুইবেক মঙ্গল পুণ্য সিদ্ধির অশেষ॥
সর্বজয় বলরাম আরু পরমানন্দ।
পুছিল কাতরে কথা করিয়া আনন্দ॥২০৬৬
দ্বারকা সহিতে আমি যেন দেখো ঘর।
তিনিয়ো পারন্ত পরি করন্ত কাতর॥
শঙ্করে বোলন্ত দূর করা সবে খেদ।
শেষ নয় দিন গৈলে দিবো পরিচ্ছেদ॥২০৬৭
রবিবার দিনা হুইবে বিষু সংক্রমণ।
সমুদ্রক লাগি সবে করিবো গমন॥
বাট চাই তথাতে থাকোহো রঙ্গ করি।
আমাক কৃপায়ে দেখাইবন্ত দেবহরি॥২০৬৮
হেন শুনি তিনিয়ো যাইবাক সাজ ভৈল।
শঙ্কর সহিতে সবে রঙ্গে চলি গৈল॥
পাইলেক সমুদ্র রঙ্গেবাই চারিজন।
ভৈতে যেন ভৈল তার শুনিয়ো কারণ॥২০৬৯
প্রথম সংক্রান্তি যেবে রহিছা শঙ্কর।
আউর দিনা বিষু তিথি ভৈলা শ্রেষ্ঠতর॥
প্রভাত সময়ে উঠি পাছে চারিজন।
করিলন্ত স্নান ভেবে আতি রঙ্গমন॥২০৭০

পশ্চিমৰ মুখে বসি পদ্মাসন ভিৰি।
সমুদ্ৰত শুনিলন্ত বৰ গিৰিগিৰি॥
শঙ্কৰে বোলন্ত চক্ষু মুদিয়োক তিনি।
ঢাকিলেক নেত্ৰ হাতে হেন কথা শুনি॥২০৭১
যেতিক্ষণে তাবাসবে আখিক মুদিল।
বসিবাৰ থান হন্তে শঙ্কৰ উঠিল॥
কতোবেলি চক্ষু মেলি তিনিয়ো দেখিলা।
শঙ্কৰক নেদেখিয়া বৰ ভয় ভৈলা॥২০৭২
পূৰ্ব্ব পশ্চিম উত্তৰক চাহিলন্ত।
সাগৰ মাজত এক পুৰুষ দেখন্ত॥
কিবা স্বৰ্গে আছে কিবা আছয় পাতালে।
তিনিয়ো ভকতে একো প্ৰমাণ নপালে॥২০৭৩
কেহো বোলে জানা আমি দেখিলো সপোন।
নিশ্চয় কহিবে নপাৰয় কোনো জন॥
আপুনাৰ দেহাৰ চেষ্টক পাসৰিলা।
সমুদ্ৰ মধ্যত যিবা পুৰুষ দেখিলা॥২০৭৪
মনে বোলে এহেন্তেসে আমাৰ শঙ্কৰ।
নিহালি চাহন্তে পাচে তান কলেৱৰ॥
সাগৰ মাজত দেখিলেক দিব্য পুৰী।
সুবৰ্ণৰ সূৰ্য্য সম গৃহে আছে জুৰি॥২০৭৫
ভয়ঙ্কৰ যেন এক আছয় পৰ্ব্বত।
তাক আবৰিয়া আছে বৃক্ষলতা বত॥

ভেটু ভাবে দেখি সিটো পুৰৰী প্ৰকাশ।
যত লতা লাগিছে সি গৃহৰ আভাষ ॥২০৭৬
থানে থানে উপবন দীঘি সৰোবৰ।
তাহাৰ মধ্যত দেখে আছয় শঙ্কৰ ॥
ষোড়শ হাজাৰ দিব্য জলয় আবাস।
দেখিয়া সাক্ষাতে যেন সূৰ্য্যৰ প্ৰকাশ ॥২০৭৭
কিবা চন্দ্ৰ সূৰ্য্য কিবা থানৰ জেউতি।
লক্ষিবাক নপাৰয় সিসবৰ গতি ॥
তাৰ মধ্যে এক গ্ৰহ পৰম শোভন।
দেখিবা মাত্ৰকে মোহে সমস্তৰে মন ॥২০৭৮
কিবা স্বৰ্গ বৈকুণ্ঠ নজানে তাৰ থিতি।
আখিত জিলিকে সিটো থানৰ জেউতি ॥
সেহি গৃহ মধ্যে এক কন্যা মনোহৰ।
পৃথিবীমণ্ডলে তাৰ মুহি পটন্তৰ ॥২০৭৯
ত্ৰিভুবনে খ্যাত জানা মাধৱৰ জায়া।
তত্তুল্য শৰীৰ লক্ষ্মী এবে একে কায়া ॥
দিব্য ৰত্নশয্যা মাজে আছে তেন্তে বসি।
প্ৰকাশে শৰীৰ যেন কোটি সূৰ্য্য শশী ॥২০৮০
সেহি শয্যা মাজে পাছে শঙ্কৰক দেখি।
চাহি আছে তাৰাসবে ক্ষণেক নেদেখি ॥
চতুৰ্ভিতি উপাসয় যত প্যাৰিষদ ॥
তথ্যাতে মিলিল আসি বৈকুণ্ঠ সম্পদ ॥২০৮১

তাসম্বার দেখি আতি সিহরিল লোম।
আকাশর হস্তে দেৱ সিঞ্চায়ে কুসুম॥
বত্ন বিৰচিত দ্বাৰ গৃহৰ আবন্ত।
বৈদুৰ্য্য মন্দিৰ গৃহ লগাই আছে স্তম্ভ॥২০৮২
বিশ্বকৰ্ম্মে নিৰ্ম্মি আছে কৰিয়া যতন।
ৰত্নে বিৰচিত থল কৃষ্ণৰ ভৱন॥
যাহাতে পশিলে বৃদ্ধসবো যুৱা হয়।
দশ দিকপালে তাক উপাসি থাকয়॥২০৮৩
সমস্ত আৱৰি ৰত্নগণে তৈতে আছে।
পৰম অদ্ভুত তিনিজনে চাহি পাচে॥
দৃষ্টে দেখে ভভো বোলে দেখিলো সপোন।
কণাকণি কৰি কথা কৰে তিনিজন॥২০৮৪
বোলে বৈত আছো ঐক আইলো কিবা কাজে।
কিবা পথে আছো কিবা আছো ঘৰমাজে॥
শুণি তাৰাসবে একো নাহি পাবন্তৰ।
স্বৰ্গক দেখিলো কিবা বৈকুণ্ঠ নগৰ॥২০৮৫
আমাৰ লগত দেখো নাহিকে শঙ্কৰ।
প্ৰকাশয় দেখো সেহি শয্যাৰ উপৰ॥
জানিলোহো এন্তে কৃষ্ণদেৱ নাৰায়ণ।
কণাকণি কৰি যেবে আছে তিনিজন॥২০৮৬
নগৰে সহিতে পুনু অন্তৰ্দ্ধান ভৈলা।
আবকান্নো শঙ্কৰক নমস্কাৰ কৈলা॥

চক্ষু মেলি চাহে দেখি পাচতে আছন্ত।
নমস্কাৰ কৰিয়া তিনিয়ো পুছিলন্ত ॥২০৮৭
কিবা স্বৰ্গ বৈকুণ্ঠ নিশ্চয় নাজানিলো।
কিবা দৃষ্টে কিবা আমি সপোন দেখিলো ॥
তুমিসে ঈশ্বৰ প্ৰভু জগতৰ নাথ।
সুৰাসুৰসকলে প্ৰণামে দমাই মাথ ॥২০৮৮
তোমাৰ মহিমা আজি দেখিলো বিস্তৰ।
তযু সঙ্গে আমাক আনিলা দামোদৰ ॥
তোমাৰ প্ৰসাদে তীৰ্থ বহুত দেখিলো।
বৈকুণ্ঠ সদৃশ দ্বাৰকাক দেখা পাইলো ॥২০৮৯
যমুনাক স্নানিবাক কৰিয়ো যতন।
শুনিয়া শঙ্কৰে লৰিলন্ত তেতিক্ষণ ॥
মথুৰাৰ দক্ষিণ পশ্চিমে তীৰ্থ পাই।
কৰিলন্ত স্নান দান যমুনাত যাই ॥২০৯০
তাতো জলাঞ্জলি কৰিলন্ত মহাশয়।
পূৰ্ণ বৃন্দাবন লাগি ৰঙ্গে লৰিলয় ॥
পথে যাস্তে পুনু দেখিলন্ত যমুনাক।
কৰিলেক স্নান আৰো যত যাত্ৰীজাক ॥২০৯১
তাতো জলাঞ্জলি শ্ৰীশঙ্কৰে কৰিলন্ত ॥
পুনৰপি গোকুলক লাগি লৰিলন্ত ॥
পাইলন্ত শঙ্কৰ বেগে গোকুলক যাই।
আনৰ মহিমাচয় কহন নযায় ॥২০৯২

গোকুলবাসীৰ পাছে মহিমাক দেখি।
সিটো থান হন্তে মন নযায় উপেখি ॥
শূন্য নোহে থান তাত আছে লোকচয়।
দেখিলেক সবাকে শঙ্কৰ কৃপাময় ॥ ২০৯৩
শঙ্কৰক পায়া যেন দেখিলে কৃষ্ণক।
গোপ-গোপীসকলে তেখনে বেঢ়িলেক ॥
আপোনাৰ যেন সবে পাইলে নিজ নাথ।
শঙ্কৰক সবেয়ো বন্দিলা নমাই মাথ ॥ ২০৯৪
নিজ নাথ পাই তৰিবাক নপাৰন্ত।
নিজ দাস বংশ জানি শঙ্কৰে বোলন্ত ॥
তিনিয়ো ভক্তৰ দেখি হৰিষ বিস্তৰ।
কিনো কৃপাময় এন্তে শ্ৰীমন্ত শঙ্কৰ ॥ ২০৯৫
কোটি কোটি পুৰুষে নপাই দেখিবাক।
কিনো ভাগ্য ভৈল আবে দেখাই আমাক ॥
নন্দৰ মন্দিৰ মাধৱৰ ক্ৰীড়া স্থান।
দেখিয়া সবাৰো তাতে মগ্ন ভৈল প্ৰাণ ॥ ২০৯৬
মাধৱৰ খেলচয় আছে ঠাই ঠাই।
দেখি সমস্তৰে আনন্দৰ সীমা নাই ॥
দণ্ডৱতে পৰি তাৰ ধূলি লৈলা মাথে।
যৈত ক্ৰীড়া কৰিলন্ত প্ৰভু যদুনাথে ॥ ২০৯৭
গোকুলবাসীৰ যত আছে লোকজন।
শঙ্কৰক দেখিয়া সবাৰ বঢ়মন ॥

শঙ্কৰৰ আগে দুধ দিয়ন্ত থীৰিসা।
ভুঞ্জিলেক ভকতসকলে এৰাই তৃষ্ণা ॥ ২০৯৮
এহিমতে তৈতে যেবে যাত্ৰী ৰহি আছে।
শুনিয়োক যেন কথা ভৈল তাত পাচে ॥
কৃষ্ণক দেখিয়া যেন গোপ-গোপীগণ।
এৰন্তে সহস্ৰ যুগ যাই একক্ষণ ॥ ২০৯৯
সেহিমতে গোকুলবাসীয়ো নেৰে লাগ।
তেসম্বো বোলয় আমাসাৰ কিনো ভাগ ॥
ভুঞ্জি খাই আনন্দে আছন্ত যেবে শুতি।
শঙ্কৰৰ ৰূপ যেন পুৰন্দৰ দ্যোতি ॥ ২১০০
তিনিয়ো ভকতে যেবে আলোচিয়া আছে।
মনে মনে সৰ্ব্বজয় বুলিলেক পাচে ॥
এন্তে কৃষ্ণ আপোনাৰ পাইলে নিজ থান।
ধৰিবেক নিজৰূপ দেখিয়ো প্ৰমাণ ॥ ২১০১
তিনিয়ো আছন্ত বসি নিদ্ৰা নকৰিয়া।
সেহি ৰাত্ৰি গোপ-গোপী মিলিল আসিয়া ॥
শঙ্কৰক আবৰি সবেয়ো বসি আছে।
কৃপা কৰি নিজৰূপ ধৰিলেক পাচে ॥ ২১০২
পুৰাতন ভৃত্যৰ আগত ৰূপ ধৰি।
তিনিয়ো ভকতে চাই আছে দৃষ্টি কৰি ॥
নৱমেঘ সদৃশ শৰীৰ প্ৰকাশয়।
কচিকৰ কৰ্ণে দুই কুণ্ডল দোলয় ॥ ২১০৩

ৰক্তবৰ্ণ দুই নেত্ৰ দেখিতে সুন্দৰ।
পদ্ম সম কৰে শোভা অৰুণ অধৰ ॥
গলে বৈজয়ন্তী মালা কৰন্ত প্ৰকাশ।
দৰশনে পাপীৰ পাপক কৰে নাশ ॥ ২১০৪
অৰুণ চৰণে যেন নৱ পদ্মকোষ।
ভকত জনৰ দেখি পৰম সন্তোষ ॥
দেখিয়া সবাৰো মনে মিলিল বিস্ময়।
তিনিয়ো ভকতে মনে মনে আলোচয় ॥ ২১০৫
প্ৰেমমত্ত চক্ষুৰ লোহ পৰে সৰসৰি।
তিনিয়ো ভকতে প্ৰণামিলা পাৱে পৰি ॥
তিনিকো দেখিয়া পাচে অন্তৰ্দ্ধান ভৈলা।
পুনৰপি নিজৰূপে শঙ্কৰেয়ো হৈলা ॥ ২১০৬
তিনিয়ো দেখন্তে ভৈত গোপ-গোপী নাই।
সৰ্ব্বজয়ে বোলে এন্তে প্ৰাণৰ গোসাই ॥
তোমাৰ মায়ায়ে মোক মোহিতে নপাৰে।
কোনে বুজিবাক পাৰে মহিমা তোমাৰে ॥ ২১০৭
কোন ভাগ্যবশে তুমি হেন গুৰু পাইলো।
নিচিনিয়া ভবো পাপী দুই চক্ষু খাইলো ॥
চলিয়োক বাপ আৰে যাওঁ বৃন্দাবন।
দেখো মাধৱৰ থান পৰম শোভন ॥ ২১০৮
প্ৰান্তসে শঙ্কৰে বৃন্দাবনক লৰিল।
দেখিয়া কৃষ্ণৰ খোজ তিনিয়ো পৰিল ॥

শঙ্করে বোলয় মোৰ নজানয় ভাৱ।
বৃন্দাবন যাইতে বৈক দিয়া যাৱ পাৱ॥ ২১০৯
তাতে ধ্বজ চন্দ্ৰ যৱ পঙ্কজ অঙ্কুশ।
দেখিয়া চিনিবো এন্তে পৰম পুৰুষ॥
সেহি কৃষ্ণ এন্তে জানা নহয় মানুষ।
যদুবংশসকলৰ এহেন্তে পুৰুষ॥ ২১১০
ক্ৰীড়া কৰি গোপসমে সিটো দেৱহৰি।
আসিলন্ত তেহেন্তে শঙ্কৰ ৰূপ ধৰি॥
পূৰ্ব্বত আমিয়ো হুয়ো সেৱক আছিলো।
সিকাৰণে জানো আন সঙ্গক লভিলো॥ ২১১১
সৰ্ব্বজয় বলৰাম পৰ্ম্মানন্দ সন্ত।
পূৰ্ব্ব খোজ এৰি নৱ খোজত পৰন্ত॥
যেহি খোজ দেখে পদ্ম চিহ্ন আছে বান্ধি।
তাতে তাতে তিনিয়ো পৰন্ত কান্দি কান্দি॥ ২১১২
তাত পাচে খোজচয়ে সাঞ্চ নবান্ধিল।
শঙ্কৰৰ মায়া তিনি ভকতক কহিল॥
ভেলয়ে মনত পাসৰিলা সিটো জ্ঞান।
পাইলা গৈয়া বৃন্দাবন কতোক্ষণমান॥ ২১১৩
সিটো মহা বিতোপন বন সবে দেখি।
একো দিশি লাগি কেহো নভাসন্ত আখি॥
বাহুয় ধৰৰ বাহু দেখিলেক তাৰ।
পৰম সুন্দৰ দেখি শিহৰিলা গাৱ॥ ২১১৪

তিনিয়ো বোলন্ত এন্তে জানো সেহি হৰি।
আমাক আনিলা এন্তে জানো কৃপা কৰি॥
গোপীগণ সহিতে ক্ৰীড়িলা কতোদিন।
গোকুলবাসীৰ পাপ কৰিলন্ত ক্ষীণ॥ ২১১৫
কিনো কৃপাময় এন্তে দয়ালু শঙ্কৰ।
আমাক কৰিলা কৃপা তুমি মহেশ্বৰ॥
তযু সঙ্গে আসিবাক পাইলো পাপমতি।
কোনোবা জন্মত হুয়ো কৰিছো ভকতি॥ ২১১৬
এহি বুলি স্তুতি নতি কৰিলা বিস্তৰ।
শুনি তাৰে তুষ্ট ভৈলা দয়ালু শঙ্কৰ॥
তাসম্বাক আশ্বাসিয়া বুলিলা বচন।
আশঙ্কা নকৰি তোৰা চাৱা বৃন্দাবন॥ ২১১৭
ভাগ্যেসে চাহিবে পাই পুণ্য ইটো থান।
গুৰুৰ বাক্যত ভক্তে কৰিলেক মান॥
বৃন্দাবন স্থলি ভক্তে ঘুৰি ঘুৰি চাইলা।
মহা বিত্তোপন বন দৰশন পাইলা॥ ২১১৮
আনন্দে নধৰে হিয়া ভ্ৰমে ভকতৰ।
সাক্ষাতে দেখিয় যেন বৈকুণ্ঠনগৰ॥
থানৰ মহিমা গুণ কহন নযায়।
জন্তু পশুগণ যেন মাতিলন্ত যাই॥ ২১১৯
বৃক্ষ গুল্ম লতাচয় দেখিতে সুন্দৰ।
তাৰে তাৰে সবাহাক দেখাইলা শঙ্কৰ॥

আনন্দ কৰিয়া তৈতে একমাস ৰৈল।
ভক্তসকলৰ মনোৰথ সিদ্ধি ভৈল॥ ২১২০
সৰ্ব্বজয় বোলে বাপ দেখায়ো আমাক॥
ভাণ্ডীৰক নামে বট দেখো আৰে তাক॥
হ্ৰদৰ কদম্ব কেন দেখে ৰঙ্গমনে।
যৈত ক্ৰীড়া কৰিছিল গোপ-নাৰীগণে॥ ২১২১
তাক চাহিবাক প্ৰতি হৰিব আমাৰ।
হেনবা পাতকী তৰো দুৰ্ঘোৰ সংসাৰ॥
শুনি ৰঙ্গে বুলিলন্ত তাসম্বাক চাই।
দেখিবা বৃক্ষক তোৰা কিছো শঙ্কা নাই॥ ২১২২
শঙ্কৰে বোলন্ত শীঘ্ৰে চোৱা ভক্তগণ।
হেন শুনি তেসম্বেয়ো লৰিলা তেখন॥
কতোক্ষণে ভাণ্ডীৰক বট লাগ পাইল।
শঙ্কৰে আনন্দমনে ভক্তক দেখাইল॥ ২১২৩
জানু পাৰি সবেয়ো কৰিলা নমস্কাৰ।
বোলে প্ৰভু বট পাপ হৰিয়ো আমাৰ॥
এহি বুলি নমস্কাৰ শঙ্কৰে কৰিলা।
কদম্বৰ সমীপক পুনু চলি গৈলা॥ ২১২৪
তীৰ্থৰ নিয়ম যত সমস্তে কৰিলা।
গঙ্গাক এৰিয়া গয়া তীৰ্থ প্ৰবেশিলা॥
পিতৃ পিতামহ আদি যতেক আছন্ত।
গয়া পিণ্ডদানে সমস্তকে তুষিলন্ত॥ ২১২৫

দক্ষিণায়ে তুষিলন্ত বিপ্র নিৰন্তৰ ।
আনো সৰ্ব্ব তীৰ্থ স্নান কৰিলা শঙ্কৰ ॥
বিধি অনুৰূপে সবে তীৰ্থ কৰিলন্ত ।
যথাযোগ্য শঙ্কৰে সবাকে তুষিলন্ত ॥ ২১২৬
শঙ্কৰক দৰশনে মিলে মহাভাগ ।
মুখ্য পাণ্ডাসবে শঙ্কৰক নেৰে লাগ ॥
উঠি নিৰীক্ষন্ত জগন্নাথৰ মুখক ।
জগন্নাথ হুবিহ দেখিবা শঙ্কৰক ॥ ২১২৭
শুদ্ধাত্মক ভাৱে চাহিলন্ত আনন্দতে ।
নমস্কাৰ কৰি বাজ ভৈলা তৈৰহস্তে ॥
মহা প্ৰসাদক বসি ভোজন কৰিলা ।
মহাৰঙ্গে কতোদিন ক্ষেত্ৰত ৰহিলা ॥ ২১২৮
মুখ্য পাণ্ডাসবে লগ নেৰে শঙ্কৰৰ ।
পূৰ্ব্ব কথা বাৰ্ত্তা কৰি থাকে নিৰন্তৰ ॥
ব্ৰহ্মপুৰাণক চাই শঙ্কৰে কহন্ত ।
যেনমতে জগন্নাথ সাক্ষাত ভৈলন্ত ॥ ২১২৯
সিসব বৃত্তান্ত কথা শুনিয়া সমস্ত ।
ক্ষণপ্ৰায় গৈল দিন সবাৰে মনত ॥
অনন্তৰে শঙ্কৰ আসিতে সাজ ভৈলা ।
জগন্নাথ প্ৰণামিয়া বিদায় কৰিলা ॥ ২১৩০
প্ৰিয়বাক্যে সম্বোধিয়া পাণ্ডা সমস্তক ।
আসন্ত শঙ্কৰ যেবে আপুন ৰাজ্যক ॥

দেখিয়া পাণ্ডাৰ খেদ মিলিল অপাৰ ।
আগবঢ়াই থৈলা নিয়া কৰি সত্তকাৰ ॥ ২১৩১
দ্বাদশ বৎসৰ তীৰ্থ কৰি ফুৰিলন্ত ।
অনন্তৰে আসি নিজ মন্দিৰ পাইলন্ত ॥
বৰগঞা দেখে দাদা গৃহক আসিলা ।
জগন্নাথ প্ৰসাদক গাৱে গাৱে দিলা ॥ ২১৩২
জয়ন্ত মাধৱ হলায়ুধ আসিলন্ত ।
তাসম্বাক দেখিয়া শঙ্কৰ উঠিলন্ত ॥
পিতামহ আসিলন্ত আসন দিয়াইল ।
নমস্কাৰ কৰিবাক ওচৰ চাপিল ॥ ২১৩৩
নমস্কাৰ কৰিবাক কেহু নেদিলন্ত ।
আশীৰ্ব্বাদ কৰিয়া সাৱটি ধৰিলন্ত ॥
শঙ্কৰক আশ্বাসিয়া আসনে বসিলা ।
ক্ষেত্ৰৰ মহিমা যত শঙ্কৰে কহিলা ॥ ২১৩৪
জগন্নাথ প্ৰসাদক তিনিকো দিলন্ত ।
প্ৰসাদ ভুঞ্জিয়া সবে সন্তুষ্ট ভৈলন্ত ॥
তিনি পিতামহ শঙ্কৰক আশ্বাসিয়া ।
গৃহক গৈলন্ত চলি বিদায় কৰিয়া ॥ ২১৩৫
বৰগঞাশিৰি পাচে গুণিলা মনত ।
দুধ খাইবে ধেনু নাই দাদাৰ গৃহত ॥
ধেনু আনিবাক লাগি কাটি পাৰি গৈলা ।
ভাল ভাল বাছি ধেনু পালৰ আনিলা ॥ ২১৩৬

জয়ন্ত মাধৱ পাল ৰাখন্ত গুৱালে ।
ধেনুক আনন্দে বাধিলেক ভত্তকালে ॥
নেনা নেনা ধেনু বুলি আগ ভেটিলেক ।
গুৱালক প্ৰাণে মাৰি ধেনু আনিলেক ॥ ২১৩৭
আনসব গুৱাল দেখিয়া ভয় কৈলা ।
জয়ন্ত মাধৱ দুই ভাইয়ে জনাইলা ॥
বনগঞাগিৰি গুৱালক মাৰিলেক ।
ভাল বাছি গোটা দশ ধেনুক নিলেক ॥ ২১৩৮
শুনি দুয়ো ভাই হাসি বুলিলেক বাক ।
ইকি কথা আমাক আসিলি কহিবাক ॥
আৰো ধেনু যদি সবে সৰ্ব্বস্বক নেই ।
কি কৰিবো শঙ্কৰক পাল ৰাখা গাই ॥ ২১৩৯
শঙ্কৰে বোলন্ত ভাই কি কাৰ্য্য কৰিলি ।
সুখুজিয়া ধেনু তই কিসক আনিলি ॥
বনগঞা বোলে খণ্ডিবাক নাহি যোগ ।
তোমাৰ সম্পত্তি পিতামহে কৰে ভোগ ॥ ২১৪০
এতেকে আনিলো ধেনু আমাৰ গৃহক ।
শুনি দুই পিতামহে পাইল আনন্দক ॥
জয়ন্ত মাধৱ দুই ভাই আসিলেক ।
শঙ্কৰক পাই পাচে বাক্য বুলিলেক ॥ ২১৪১
বিবাহ কৰিতে ইচ্ছা নাহিকে তোমাৰ ।
শুনিয়া মনত দুখ মিলিল অপাৰ ॥

কন্যা যাচি দেই বিহা কৰিয়ো শঙ্কৰ ।
গোত্ৰ বৃদ্ধি হৌক বাপু আমাৰ বংশৰ ॥ ২১৪২
শুনিয়া শঙ্কৰে তাক মৌন হুয়া ৰৈলা ।
সালঙ্কৃতা কৰি কন্যা বিবাহক দিলা ॥
সমস্ত ভূঞাওয়ে ৰঙ্গে উচ্ছুর্গা দিলন্ত ।
গো ৰূপা হেম চন্দ্ৰ বিস্তৰ পাইলন্ত ॥ ২১৪৩
তাম্বুল বসনে সমস্তকে তুষিলন্ত ।
কুটুম্বক সম্বোধিয়া কন্যা আনিলন্ত ॥
পূৰ্ব্বতো অধিক কৰি সম্পত্তি লভিল ।
শুনা আতপৰে পাচে যেন কথা ভৈল ॥ ২১৪৪
শুনা সৰ্ব্বজনে পুণ্যকথা মনোহৰ ।
প্ৰসিদ্ধ অমৃত নোহে আক পটন্তৰ ॥
যিটো পিৱৈ হোৱে সিটো অজয় অমৰ ।
সবংশক নিস্তৰে চৰিত্ৰ শঙ্কৰৰ ॥ ২১৪৫
হে প্ৰাণবন্ধু কৃষ্ণ দৈৱকীনন্দন ।
হুয়ো কৃপাময় মই পাপীত প্ৰসন্ন ॥
কত জন্ম পুণ্যৱশে মৰ্ত্ত্যে জন্ম পাইলো ।
ভকতি নকৰি বৃথা জনম গোৱাইলো ॥ ২১৪৬
অসত বিষয় আশকতি ভৈল মোৰ ।
তযু নাম ধৰিয়া ভৈলোহো সেৱাচোৰ ॥
জন্মে জন্মে সাক্ষি আছো পাপৰ পৰ্ব্বত ।
সিকাৰণে নাম নাহে মোহোৰ মুখত ॥ ২১৪৭

শুনি আছো তুমি প্রভু পতিতপাৱন।
মই পতিতৰ গতি কৰা নাৰায়ণ॥
তুমি বিনে পতিতপাৱন নাহি আন।
কৰো'হা কাকুতি প্রভু দিয়া এহি দান॥ ২১৪৮
শৰণ পশিলো প্রভু কৰা কৃপা মোক।
তযু ভকতৰ সঙ্গ সদায় থাকোক॥
বচনে নেৰোক দিনে ৰাতি তযু নাম।
তেবেসে নিস্তৰো সবে বোলা ৰাম ৰাম॥ ২১৪৯

---

ছবি

এহিমতে বিহা ভৈলা ৰামভূঞা ঘৰে গৈল
কাজীন্দিক বেৰে বিহা দিয়া।
তাৰে ভাৰ্য্যা মহাসতী জয়ন্তৰো বন্দ আতি
আনো বান্ধৱ সমস্তে ভূঞা॥
শিঙ্গৰীৰ লোক যত শুনি সবে আসিলন্ত
ভূঞাৰ গৃহক চাৰি বাটি।
তাম্বুল পাণক দিয়া সবাহাকে তুষিলন্ত
দিলা তেহে কৰি পৰিপাটি॥২১৫০
সভকাৰ পায়া বেৰে ঘৰাঘৰি গৈলা সবে
ভূঞায়ো আনন্দে থাকিলন্ত।

ইকথা থাকোক আৰে আত পৰে শুনা যেৰে
আৰো কাৰ্য্য যেন কৰিলন্ত ।
জয়ন্ত মাধৱ দুয়ো প্ৰিয়বাক্য আশ্বাসিয়া
সম্মুখি বুলিলা শঙ্কৰক ।
তোমাৰ পিতৃৰ লোকে তোমাতে থাটোঁক বাপ
চৰ্চ্চিয়োক পূৰ্ব্ব বিষয়ক ॥ ২১৫১
শঙ্কৰে বোলন্ত মোক নালাগে পিতৃৰ লোক
প্ৰয়োজন নাহিকে আমাৰ ।
পঢ়িলোহো শাস্ত্ৰ দুঃখ গৃহত থাকিয়া সুখে
কৰিবোহো অৰ্থক বিচাৰ ॥
তথাপিতো দুয়োজনে বুলিলা সাদৰে মাত্তি
তুমি চৰ্চ্চিবাহা তন্ত্ৰীজাক ।
শঙ্কৰক নমস্কাৰ কৰি ৰামৰায়ে বোলে
চৰ্চ্চিবাহা কৃষ্ণৰ কথাক ॥ ২১৫২
আৰো প্ৰিয়বাক্য বুলি ৰামৰায় আদৰিয়া
শঙ্কৰক নমস্কাৰ কৰি ।
গজলাম্বৰিতৰ পৰা পূৰ্ব্বৰ গ্ৰামক আগি
শঙ্কৰক আনিলা সাদৰি ॥
শঙ্কৰে বোলন্ত ভাই শুনিয়োক ৰামৰায়
দেৱ-গৃহ সাজিয়ো যতনে ।
হেন কথা শুনিলন্ত সত্ৰ-গৃহ সজাইলন্ত
ৰামৰায় মহাৰঙ্গ মনে ॥ ২১৫৩

বামৰাম শুক সঙ্গে সেহি গৃহে বসি ৰঙ্গে
ভাগৱত কৰিলা বিচাৰ।
তত্ত্ব-ধৰ্ম্ম জানিলন্ত মনে খেদ কৰিলন্ত
মায়াময় অনিত্য সংসাৰ ॥
পুত্ৰ-দাৰা ধন-জন সবে মিছা অকাৰণ
নজানি বিশ্বাস তাত কৰে।
নজানি শস্ত্ৰৰ তত্ত্ব নিৰন্তৰে লোক যত
মোৰ মোৰ বুলি মাত্ৰ মৰে ॥ ২১৫৪
কলিমল সাগৰত তল গৈল লোক যত
বেহাইলেক অবিদ্যাৰ হাট।
অবিদ্যাত জন্মি আছে পঞ্চপৰ্ব্বা * নামে দোষ
ভাগৱত শাস্ত্ৰত প্ৰখ্যাত ॥
পৰমাত্মা ৰূপে হৰি হৃদয়তে আছা তাঙ্ক
অবিদ্যায়ে আছন্ত ঢাকিয়া।
তম নাম অজ্ঞানত ভ্ৰমি মৰে লোক যত
ঈশ্বৰ কৃষ্ণক পাসৰিয়া ॥ ২১৫৫
দেহে অহং বুদ্ধি জ্ঞান মোহ নামে গৰ্ব্ব হোৱে
গুৰুজন হেলাত নাদৰে।
ভোগক ইচ্ছায়ে যেবে মহা মোহে ধৰে তেবে
আশাতে মজিয়া দুখে মৰে।

---

* পঞ্চপৰ্ব্বা (পাঁচবিধ অবিদ্যা) যেনে—
তম, অহংভাৱ, মোহ, তামিশ্ৰ (ক্ৰোধ আদি), অন্ধতামিশ্ৰ (মৃত্যুভয়)।

যাক প্ৰতি আশা কৰে তাক যেবে কালে হৰে
বাক্যে তিৰস্কাৰ কৰে আতি।
তামিস্ৰ বোলয় তাক বোলে নানা নিন্দা বাক
ক্ৰোধত হৰয় জ্ঞান চুতি॥ ২১৫৬
পুত্ৰ-ধন-কলত্ৰত বিশ্বাস কৰয় মাত্ৰ
তাকো কালে কৰয় সংহাৰ।
আপুনি মাৰিলো বুলি সমূলি আকুল হোৱে
অন্ধতামিস্ৰ নাম তাৰ॥
এহি অবিদ্যাৰ পঞ্চ পৰ্ব্বা নাম বোলে তাক
পুৰুষক অন্ধ কৰি মাৰে।
শ্ৰীধৰ স্বামী তাক বিদিত কৰিয়া থৈলা
সাধু সেৱাতেসে সুখে তৰে॥ ২১৫৭
দৈৱকীনন্দন দেৱ একে মাত্ৰ শাস্ত্ৰ তাক
দৈৱকীনন্দনে কৈলা যাক।
কৰ্ম্ম একে তানে সেৱা মন্ত্ৰ একে তানে নাম
জানিবা নিশ্চয় কৰি তাক॥
ইহাক নজানি হৰে যেবে সংসাৰত মৰে
নানা দুখ কৰ্ম্মক আচৰি।
কৃষ্ণ-গুণনাম ধৰ্ম্ম লোকত বেকত কৰে
সুখে যাওক সংসাৰক তৰি॥ ২১৫৮
হেন হিত চিন্তি মনে শ্ৰীমন্ত শঙ্কৰ দেৱে
ভাগৱত কৰিয়া বিচাৰ।

শ্রবণ কীৰ্ত্তন কৰি        তৰোক সমস্তে লোক
পদবন্ধে কৰিলা প্ৰচাৰ ॥
কৃপাময় শঙ্কৰৰ        দেখা কেনে মহাগুণ
বিচাৰিয়া সমস্ত শাস্ত্ৰক।
কৃপাময় নাম ধৰ্ম্ম        কলিত প্ৰচাৰ কৰি
তাৰিলন্ত সমস্ত লোকক। ২১৫৯
ই কথা থাকোক আৰে        শুনিয়োক সাধু সবে
যেন কথা ভৈল আতপৰ।
ক্ষেত্ৰ হস্তে ভাগৱত        গ্ৰন্থ লৈয়া আসিলন্ত
পঢ়িবাক এক বিপ্ৰবৰ॥ ২১৬০

---

# গুৰু-চৰিত

## চতুৰ্থ খণ্ড

শ্ৰীশঙ্কৰদেৱৰ ( সাংসাৰিক ) লীলা, ধৰ্ম্ম প্ৰচাৰ, নিম্ন অসমত বাস, শ্ৰীমাধৱদেৱ আৰু ঠাকুৰ আতাৰে সৈতে মিলন

ছুলড়ী

তিৰতি দেশৰ এক বিপ্ৰবৰ
ভাগৱত গ্ৰন্থ লৈলা।
জগন্নাথ আগে পঢ়িবাক ৰঙ্গে
ক্ষেত্ৰক লাগি আসিলা॥
জগন্নাথে তাঙ্ক স্বপ্নত বুলিলা
শুনিয়োক বিপ্ৰবৰ।
উদয় ৰাজ্যত বৰদোৱা গ্ৰামে
আছন্ত শঙ্কৰ বৰ॥ ২১৬১
তান আগে গৈয়া পঢ়িয়োক ইটো
মহাগ্ৰন্থ ভাগৱত।
তাহান আমাৰ নাহিকে অন্তৰ
কৈলো ইটো স্বৰূপত॥
চেতন লভিয়া গুণন্ত মনত
দেখিয়া স্বপ্ন বিশেষ।
উদয় ৰাজ্যক যাইবে জগন্নাথে
কৰিলা মোক আদেশ॥ ২১৬২

প্ৰভাতে উঠিয়া স্নান কৰি বিপ্ৰে
জগন্নাথ দৌলে গৈলা ।
প্ৰদক্ষিণে পৰি নমস্কাৰ কৰি
বিদায় মাগিয়া লৈলা ॥
জগন্নাথ আজ্ঞা শিৰোগত কৰি
দ্বিজবৰ লৰিলন্ত ।
যাত্ৰীৰ লগত পৰম হৰিষে
কামৰূপে আসিলন্ত ॥ ২১৬৩
দুগুটি মনুষ্য লগত চলন্ত
পন্থক সোধন্তে যান্ত ।
ব্ৰহ্মপুত্ৰ তীৰ্থ উত্তৰি আনন্দে
দক্ষিণ কূল পাইলন্ত ॥
অনুক্ৰমে সবে দেশক এৰিয়া
ৰাজ্য পাইলা অসমৰ ।
তেম্বুৱানীবন্ধে বৰদোৱা গ্ৰাম
পাইলা পাচে শঙ্কৰৰ ॥ ২১৬৪
কেতেখাক লাগ পায়া পুছিলন্ত
হৰিষতে বিপ্ৰবৰ ।
দেখিবাক লাগি আসি আছো আমি
কোন বাৰী শঙ্কৰৰ ॥
যাভতে জানিলা তিবস্তিয়া বিপ্ৰে
বোলন্ত থাকিয়ো এথা ।

আহা কি নাহিকা জিজ্ঞাসিয়া মই
কহিবো তোমাত কথা ॥ ২১৬৫
অনন্তরে গই শঙ্করত কথা
কহিলন্ত লাসে লাসে।
তিরহুতিয়া এক বিপ্র আসি আছে
দেখিবাক অভিলাষে॥
মনত আশঙ্কা পণ্ডিমত তুমি
আহা টকা ধাৰ কৰি।
এতেকে ব্রাহ্মণে শোধয় শুনিয়া
কহিলো ভাগুনা কৰি ॥ ২১৬৬
শুনিয়া শঙ্কৰ চলিলা সত্বৰ
গৌৰাঙ্গ সব যাত্ৰীৰ।
গজগতি লীলা গমনে আসন্ত
সাগৰ সম গম্ভীৰ ॥
আজানুলম্বিত দুইখান ভুজ
সুদীৰ্ঘ আঙ্গুলিচয়।
মুখ পদ্ম যেন চন্দ্ৰৰ মণ্ডল
বহল পুষ্ট হৃদয় ॥ ২১৬৭
পাট ভুনি মাটি লোটন্তে আছয়
গাৱত পাট পামৰি।
যেন সুৰবৰ প্ৰকাশি আছয়
চাহিলন্ত নেত্ৰভৰি ॥

মনন্ত বোলন্ত এহেন্তে শঙ্কৰ
দৰশন ভৈলো আসি।
মহা ভাগ্যোদয় মিলিল আমাৰ
দূৰে গৈলা পাপৰাশি ॥ ২১৬৮
জগন্নাথে কৃপা কৰি পঠাইলন্ত
মানিলন্ত বিপ্ৰবৰ।
শঙ্কৰে আশ্বাসি ব্ৰাহ্মণক পাচে
দিলন্ত থাকিবে ঘৰ ॥
আসনন্ত পাচে বসিলা ব্ৰাহ্মণ
ঘসাই ধুৱাইলা ভৰি।
মধুময় অন্ন কৰিলা ভোজন
মনন্ত আনন্দ কৰি ॥ ২১৬৯
ভোজন কৰিয়া বসিলা ব্ৰাহ্মণ
শঙ্কৰ তথা গৈলন্ত।
দেৱগৃহে বসি বচনে আশ্বাসি
ব্ৰাহ্মণক পুছিলন্ত ॥
কিবা কাজে ঐক আসিলাহা গুৰু
মোত কিবা প্ৰয়োজন।
হেন বাণী শুনি অৱনত হুয়া
বুলিলা বিপ্ৰে বচন ॥ ২১৭০
আমি তিৰভুিয়া ব্ৰাহ্মণ জানিবা
পঢ়িলোহো ভাগৱত।

জগদীশ মিশ্র নাম দিলা গুরু
আনন্দ করি মনত॥
জগন্নাথ আগে ইটো ভাগবত
পঢ়িবাক বঙ্গে গৈলো।
স্বপ্নে জগন্নাথে দেখা দিলা মোক
নয়ন ভরি দেখিলো॥ ২১৭১
মোক আজ্ঞা করি- লন্ত জগন্নাথ
শুনিয়োক দ্বিজবর।
বরদোয়া গ্রামে আছন্ত শঙ্কর
যায়োক তাকে সত্বর॥
শঙ্করর মোর নাহিকে অন্তর
তৈতে পঢ়া ভাগবত।
হেন শুনি মই প্রভাতে লরিলো
আজ্ঞা করি শিরোগত॥ ২১৭২
দুই মাস পূর্ণ ভৈলেক পথত
আসিলোহো বঙ্গ মনে।
মহাভাগ্য মোর মিলিল তোমাক
দেখিলো আসি নয়নে॥
তযু দরশনে পাপ দূর ভৈল
আনন্দ করে হৃদয়।
এতেক বোলন্তে প্রেম উপজিল
নয়নে নীর বহয়॥ ২১৭৩

শঙ্কবৰ মুখ নিৰেখি ব্ৰাহ্মণ
থাকিলন্ত মৌন হুই।
শুনা সৰ্ব্বজন ত্যজি আন মন
সম্যকে পাপৰ জুই॥
ব্ৰাহ্মণৰ আগে কৈলা জগন্নাথে
শুনিয়োক বিপ্ৰবৰ।
শঙ্কবৰ মোৰ নাহিকে অন্তৰ
কিঞ্চিতেক মাত্ৰ আৰ॥ ২১৭৪
হেন শঙ্কৰক মনুষ্য প্ৰত্যয়
কৰিবেক কোন জনে।
সি সি জনে জানা কৰিবে অৱজ্ঞা
কৃষ্ণক যিটো নমানে॥
যিটো মহামন্দ পৰম পাষণ্ড
তাৰ সঙ্গ পৰিহৰা।
কৃষ্ণত ভকতি নকৰয় যিটো
সিটো জীয়ন্তে মৰা॥ ২১৭৫
হে কৃষ্ণদেৱ তযু পায়ে সেৱ
কৰো লক্ষ কোটি বাৰ।
মই পতিতক তুমি কৃপাময়
চৰণে কৰা উদ্ধাৰ॥
পতিত পাৱন নাম ধৰি আছা
প্ৰসিদ্ধ সৱে শাস্ত্ৰত।

মই পণ্ডিতক তাৰিয়োক প্ৰভু
কৰিয়া কৃপা বেকত ॥ ২১৭৬
যেন সুখে দুখে মোৰ ইটো মুখে
নেৰোক তোমাৰ নাম।
তেবেসে হৈবাৰ নিস্তৰো সংসাৰ
সবে বোলা ৰাম ৰাম ॥ ২১৭৭

---

পদ

ব্ৰাহ্মণৰ কাৰুণ্যক শুনিয়া শঙ্কৰ।
মনত হৰিষে পাচে দিলন্ত উত্তৰ ॥
শঙ্কৰ বদতি শুনা বিপ্ৰ মহাশয়।
জগন্নাথ দয়া মোক সম্পূৰ্ণে আছয় ॥ ২১৭৮
কৃপা কৰি তোমাক পঠাইলা মোৰ পাশে।
তুমি হেন বিপ্ৰক লভিলো ভাগ্যবশে ॥
কালি আৰম্ভিবা মহাগ্ৰন্থ ভাগৱত।
গীত পদ কৰি মই আছাহো পূৰ্ব্বত ॥ ২১৭৯
তাত কৰি অৰ্থ কিবা বিলক্ষণ হয়।
শুনিবাক মোৰ মহা আনন্দ আছয় ॥
এহি কহি মৌনে পাচে ৰহিলা শঙ্কৰ।
পৰম হৰিষ মন ভৈলা ব্ৰাহ্মণৰ ॥ ২১৮০
এত হন্তে ভক্তসব আসিয়া মিলিলা।
দেৱগৃহে পশি মহা নাট আৰম্ভিলা ॥

যিসব অর্থক কহে গীতা ভাগৱতে।
সবে অর্থ ব্যক্ত হুয়া আছয় গীততে ॥ ২১৮১
হাতে তাল ধৰি গীত গায়নে গায়য়।
শঙ্কৰৰ নৃত্য শুনি হইলা বিস্ময় ॥
অনন্তৰে নাম ধৰিলন্ত ভক্তগণে।
অমৃত বৰিষে যেন ব্ৰাহ্মণৰ মনে ॥ ২১৮২
কীৰ্ত্তন কৰয় পালি ঘোষাক গায়য়।
ওজা পদ বোলে যেন অমৃত সিঞ্চয় ॥
কীৰ্ত্তনক সমাপিয়া গৃহে চলি গৈলা।
ৰঙ্গমনে বিপ্ৰে পাচে শয্যাত শুতিলা ॥ ২১৮৩
শঙ্কৰে হৰিষে পাচে শয্যাত শুতিলা।
ৰজনী প্ৰভাত জানি শয্যাৰ উঠিলা ॥
স্নান কৰি বসিলন্ত দেৱৰ মন্দিৰে।
ভাগৱত পাঠ আৰম্ভিলা বিপ্ৰবৰে ॥ ২১৮৪
প্ৰথম স্কন্ধৰ পৰা দ্বাদশ পৰ্য্যন্ত।
পঢ়িলেক বিপ্ৰে ব্যাখ্যা কৰি ভাগৱত ॥
পৰম হৰিষ মনে পঢ়ে বিপ্ৰবৰ।
দূষণ সিদ্ধান্ত দেন্ত আপুনি শঙ্কৰ ॥ ২১৮৫
মহাগ্ৰন্থ ভাগৱত তত্ত্বক বিচাৰি।
শঙ্কৰে কৰিছে পদ মহাযত্ন কৰি ॥
জগন্নাথ আজ্ঞা বিপ্ৰে কৰি শিৰোগত।
পঢ়িলা হৰিষে বাৰু স্কন্ধ ভাগৱত ॥ ২১৮৬

দৈৱকী নন্দনে শঙ্কৰক অংশ মানি।
পঠাইলন্ত বিপ্রক শুনিলা সবে প্ৰাণী॥
ই কথা থাকোক শুনা আত অনন্তৰ।
বিমতে মাধৱ শিষ্য ভৈলা শঙ্কৰৰ॥ ২১৮৭
বাণ্ডুকাত ভ্ৰাতৃ আছে তথাতে গৈলন্ত।
কিছুমান বস্তু ভৈৰপৰা আনিলন্ত॥
কতোদিন আছা মহা হৰিষে মনত।
আসিয়া শৰৎকাল ভৈলা উপগত॥ ২১৮৮
মনত বোলন্ত লাগে দেৱী পূজিবাক।
পঠাওঁ ৰামদাসক ছাগলী কিনিবাক॥
শুনা বোলো বহিনাই তুমি মোৰ বাণী।
দুইগোটা ছাগলী কিনিয়া দিয়া আনি॥ ২১৮৯
মই যাওঁ হাটক তাম্বুল বেসাইবাক।
নকৰা বিলম্ব লাগে দেৱী পূজিবাক॥
এহি বুলি ৰামদাস হাতে টকা দিলা।
বেসাতি কৰিবে লাগি আপুনিয়ো গৈলা॥ ২১৯০
ৰামদাসে টকা হাতে কৰিয়া গৈলন্ত।
ছাগলক কিনিবে প্ৰতি আপুনি লৈলন্ত॥
ছাগলক অন্বেষে ফুৰয় গ্ৰাম পশি।
শঙ্কৰৰ আগে গৈয়া মিলিলা হৰিষি॥ ২১৯১
শঙ্কৰক দেখিলা আসনে আছে বসি।
গৌৰাঙ্গ শৰীৰ যেন পূৰ্ণিমাৰ শশী॥

ছত্রাকার মাথা আতি কপাল সুলম।
প্রকাশয় মুখপদ্ম পূর্ণচন্দ্র সম ॥ ২১৯২
আজানুলম্বিত দুই বাহু মহাপুষ্ট।
বহুল হৃদয় দরশনে মিলে তুষ্ট ॥
যেন সুবর্ণ প্রকাশয় আসনত।
দরশনে সমস্তে পাতক হয়ে হত ॥ ২১৯৩
দেখি রামদাস মহা বিস্ময় ভৈলন্ত।
চরণত পরি নমস্কার করিলন্ত ॥
উঠিয়া হরিবে পাচে আসনে বসিলা ॥
কি কার্য্যে আসিছা বুলি শঙ্করে পুছিলা ॥ ২১৯৪
আমাত বা তোমাত আছয় কিবা কাম।
কোন গ্রামে থাকিয়ো তোমার কিবা নাম ॥
শুনি রামদাস আতি নম্রকায় ভৈল।
নমস্কার করি কথা কহিবাক লৈল ॥ ২১৯৫
হকরাকুছিয়া বোলে নাম রামদাস।
উত্তম কায়স্থ কুল লোকত প্রকাশ ॥
আছন্ত মাধব মোর ভেস্তে হন্ত শ্যাল।
দেৱী পূজা করিবাক লাগয় ছাগল ॥ ২১৯৬
আসিল অষ্টমী দশভুজা পূজিবন্ত।
টকা দিয়া ছাগল কিনিবে থাকিলন্ত ॥
আপুনি গৈলন্ত গুৱাপাণ আনিবাক।
মই আসি আছোহো ছাগল কিনিবাক ॥ ২১৯৭

কতবা জন্মৰ ভাগ্য আছয় আমাৰ।
সিহেতু চৰণ আসি দেখিলো তোমাৰ॥
এহি বুলি ৰামদাস মৌনে ৰহিলন্ত।
হেন শুনি শ্ৰীশঙ্কৰে হাসি বুলিলন্ত॥ ২১৯৮
শুনা ৰামদাস কহো তোমাৰ আগত।
নতু শুনা তুমি শাস্ত্ৰ মহাভাগৱত॥
দেৱী পূজা কৰে যিটো কাটি হাস ছাগ।
অন্তকালে যিটো অস্ত্ৰ ধৰি লৱে লাগ॥ ২১৯৯
কাটি ছিণ্ডি লৱে প্ৰাণ ঘাৱক মোচাৰি।
যাতনা ভুঞ্জিবে লাগি জীৱে মৰি মৰি॥
যি কাৰ্য্যে কাটিলা বলি ফলো নপাৱয়।
কিঞ্চিতেক ছিদ্ৰে তাক বিনাশ কৰয়॥ ২২০০
চিৰকাল ভুঞ্জি মৰে ঘোৰ নৰকক।
যিটো জনে চাহে আপুনাৰ কুশলক॥
কৃষ্ণক ভজিয়া সুখে তৰোক সংসাৰ।
আত পৰে জীৱৰ কুশল নাহি আৰ॥ ২২০১
অনন্তৰে ৰামদাসে প্ৰণাম কৰিলা।
বিদায় কৰিয়া নিজ গৃহে চলি গৈলা॥
মনে ভয় ভৈলা কথা শুনি শঙ্কৰৰ।
ছাগল নিকিনি চলি গৈল নিজ ঘৰ॥ ২২০২
গুৱা-পাণ আনি ৰঙ্গে মাধৱ আসিল।
ৰামদাস বহিনাইক মাধৱে মাতিল॥

কত কড়ি লাগিল ছাগল কিনিবাক।
কত বৰ উচ্চ ছাগ দেখায়ো আমাক॥ ২২০৩
দুই শৃঙ্গ ভাল হুইবে আখি দুই কর্ণ।
কিবা দুয়ো গোটা কলা কিবা শুক্লবর্ণ॥
আগক আনিয়ো দেখো দুগোটা ছাগক।
শুনি ৰামদাসে মাতিলন্ত মাধৱক॥ ২২০৪
মোহোৰ বচন ডেকাগিৰি শুনিয়োক।
কহো সত্য কথা তুমি নধণ্ডিবা মোক॥
ছাগল কিনিবে গৈলো কৰিয়া যতন।
আছন্ত শঙ্কৰ তাঙ্কে ভৈলো দৰশন॥ ২২০৫
বসিয়া আছন্ত মহা ৰূপ চমৎকাৰ।
দেখি চৰণত কৰিলোহো নমস্কাৰ॥
বসিলো আসনে মোত কথা পুছিলন্ত।
কহিলো সমস্তে মই তোমাক বৃত্তান্ত॥ ২২০৬
হাসিয়া শঙ্কৰে পাচে বুলিলা বচন।
বৃথা দুখ পাৱে কৰি কৰ্ম্মক যতন॥
বলি কাটি যিটো অন্য দেৱক পূজয়।
অন্তকালে সেহি বলি তাহাক কাটয়॥ ২২০৭
যাতনা ভুঞ্জিয়া যবে নাহিকে নিস্তাৰ।
নপাৱে ফলক দুখ মাত্র পাৱে সাৰ॥
বিস্তৰ কহিলা আৰো মোহোৰ আগত।
ভয়ে নিকিনিলো ছাগ কৈলো স্বৰূপত॥ ২২০৮

শুনিয়া মাধৱে অতি ক্ৰোধে জ্বলি গৈলা।
দুৰাচাৰ পাপী বুলি খজিয়া বুলিলা॥
নামত হৃষ্কৰা তোৰ বুদ্ধি নোহে ভাল।
কড়ি দিলো তভো কিনি নানিলি ছাগল॥ ২২০৯
মূৰ্খৰ আগত যেন কথা কহ তই।
ধৰ্ম্ম বুজাৱস কিছো নজানোহো মই॥
ৰামদাসে বোলন্ত নকৰা ক্ৰোধ মোক।
শঙ্কৰৰ পাশে যাওঁ শীঘ্ৰে চলিয়োক॥ ২২১০
আপুনাক পণ্ডিত মানাহা বৰ গোট।
শঙ্কৰৰ আগত হৈবাহা লোটসোট॥
মাধৱে বোলন্ত বৰমতে ডকৱাস।
কালি প্ৰভাততে যাইবো শঙ্কৰৰ পাশ॥ ২২১১
ৰাত্ৰি গোট বঞ্চিলন্ত ৰজনী পোহাইলা।
স্নান কৰি দুইহান্ত যাইবাক সাজ ভৈল॥
কিছু পাণ-তাম্বুলক মাধৱে লৈলন্ত।
কতোক্ষণে শঙ্কৰৰ সমীপ পাইলন্ত॥ ২২১২
মনত বোলন্ত নকৰিবো নমস্কাৰ।
প্ৰথমে কৰিব শাস্ত্ৰ তত্ত্বক বিচাৰ॥
হেনমতে গুণি যান্তে নিকট পাইলন্ত।
বসি আছা শঙ্কৰ মাধৱে দেখিলন্ত॥ ২২১৩
শৰীৰৰ কান্তি দেখি শিহৰিল গাৱ।
মনত বোলন্ত কিনো তেজৰ প্ৰভাৱ॥

সঙ্কোচিত ভৈল কায় পদ দৰশনে।
কৰিলা প্ৰণাম পৰি শঙ্কৰ চৰণে ॥ ২২১৪
ৰামদাসে প্ৰণামিলা পৰি চৰণত।
শঙ্কৰে বোলন্ত বসিয়োক আসনত ॥
হেন শুনি দুইয়ো ৰঙ্গে বসিলা আসনে।
কহিতে লাগিলা কথা কোমল বচনে ॥ ২২১৫
শৰৎ কালত পূজা সমস্তে কৰয়।
পূৰ্ব্ব হন্তে ইটো বিধি নিয়ম আছয় ॥
বেদ আজ্ঞা লঙ্ঘিলাত মহাপাপ হয়।
অৱশেষে মৰি ঘোৰ নৰকে পৰয় ॥ ২২১৬
বেদৰ বিহিত কৰ্ম্ম লাগে কৰিবাক।
নকৰিলে শাস্ত্ৰে দুৰাচাৰ বোলে তাক।
দুৰাচাৰ ভৈলে শৰীৰৰ নাহি শুদ্ধি।
দিনে দিনে পাপত মলিন হয় বুদ্ধি ॥ ২২১৭
পিতৃ-মাতৃ তাৰ জল পিণ্ড নলয়য়।
পশু যেন সিটো বৃথা জনম ধৰয় ॥
মৰিলেয়ো ঘোৰ নৰকত পৰে যায়।
কোটি কোটি জন্মত তাহাৰ মুক্তি নাই ॥ ২২১৮
এতেকতে আমি দেৱীপূজা কৰো জানি।
ঈশ্বৰৰ আজ্ঞা ইটো আছে বেদবাণী ॥
শঙ্কৰে বোলন্ত পাচে মাধৱক চাই।
শুনিয়োক কহো মই শাস্ত্ৰ অভিপ্ৰায় ॥ ২২১৯

ঋষিগণে করে ইটো বেদক ব্যাখ্যান।
নিজ অৰ্থ ভকতিক ত্যজি করে আন॥
তপ জপ যজ্ঞ করি ব্ৰহ্মলোকে চরে।
পুণ্যক্ষীণ হৈলে পুনাই নৰকত পৰে॥ ২২২০
বেদমতে কৰ্ম্ম যদি অছিদ্ৰে করয়।
অৰ্পণা নহৈলে একো ফল নধৰয়॥
যদি ফল পাৱে তাৰ আছয় বিনাশ।
মহন্তসকলে তাত নকৰে বিশ্বাস॥ ২২২১
যজ্ঞ করি ধৰি আনি পশুক ছেদয়।
অৰ্পণা নহৈলে একো ফল নধৰয়॥
যদি এহিজন কৰে স্বৰ্গক গমন।
নৰকত তেবে পৰিবেক কোন জন॥ ২২২২
কি কাৰ্য্যে কাটিলা বলি তাতো নাই আশ।
তম নৰকত চিৰকালে হোৱে বাস॥
সংসাৰত আয়াযাত মুগুচে জীৱৰ।
এতেকে প্ৰবৃত্তি পথ পৰম দুষ্কৰ॥ ২২২৩
শুনিয়োক কথা আৰে কহো স্বৰূপত।
পুৰাণৰ সূৰ্য্য ইটো মহা ভাগৱত॥
তাৰত জনোকা পকা প্ৰকাশ কৰয়।
যাৱত পুহিকা আসি চন্দ্ৰমা উদয়॥ ২২২৪
পূৰ্ব্ব দিকে সূৰ্য্য আসি হৈলেক উদয়।
জনোকা চন্দ্ৰৰ প্ৰকাশক নিবাৰয়॥

অনোকা সদৃশ বাক্য শাস্ত্র নিবন্তৰ।
সকলে পুৰাণ যেন প্ৰকাশ চন্দ্ৰৰ॥ ২২২৫
কোটি সূৰ্য্য সম প্ৰকাশয় ভাগৱত।
কাব্য পুৰাণৰ কিছো নাহিকে মহৎ॥
ভাৰত পুৰাণ ব্যাস ঋষি কৰিলন্ত।
যাৰ যেন জাতি-ধৰ্ম্ম সবে বিহিলন্ত॥ ২২২৬
চাৰিও বেদৰ কৰিলেক শাখা ভেদ।
তথাপিতো সুগুচে মনৰ মহা খেদ॥
পশু হিংসা ধৰ্ম্ম বিহিলন্ত জগতত।
সিকাৰণে সুস্থ নাহি ব্যাসৰ মনত॥ ২২২৭
বৈকুণ্ঠৰ শাস্ত্ৰ ইটো মহা ভাগৱত।
নাৰায়ণে কহিলন্ত ব্ৰহ্মাৰ আগত॥
ব্ৰহ্মা নাৰদত কৈলা নাৰদে ব্যাসত।
ব্যাসে কহিলন্ত পাচে মহা ভাগৱত॥ ২২২৮
শুকক পঢ়াইলা ব্যাসে ইটো শাস্ত্ৰ সাৰ।
শুকে পৰীক্ষিতৰ আগে কৰিলা প্ৰচাৰ॥
সাধু সঙ্গে কৃষ্ণ ভক্তি কেহো নলয়য়।
কাৰ্য্য কৰ্ম্ম কৰি ঘোৰ নৰকে পৰয়॥ ২২২৯
পদবন্ধে নিবন্ধিলো শাস্ত্ৰ ভাগৱত।
শ্ৰৱণ কীৰ্ত্তন কৰি তৰোক জগত॥
মাধৱে পুছিলা পাচে কৰযোৰ কৰি।
বৃথা দুখ পাৱে কাৰ্য্য কৰ্ম্মক আচৰি॥ ২২৩০

কোন কৰ্ম্মে তৰিবেক ঘোৰ সংসাৰত।
ইহাৰ উপায় আবে কহিয়ো সাম্প্ৰত॥
শঙ্কৰে বোলন্ত মাধৱৰ মুখ চাই।
ভকতিৰ সাধন সৎসঙ্গ বিনে নাই॥ ২২৩১
ভাগৱত পুৰাণৰ যতেক সাধন।
সৎসঙ্গ ভক্তিৰ কথা শুনা দিয়া মন॥
প্ৰথমতে মহন্তৰ সেৱা কৰিবেক।
শুদ্ধভাৱে দেখি তান কৃপা মিলিবেক॥ ২২৩২
কহিবন্ত ধৰ্ম্ম ধৰিবেক শুদ্ধমতি।
হৰি কথা শ্ৰৱণত কৰি দৃঢ়মতি॥
কৃষ্ণত হুইবেক প্ৰেম দৃঢ়ভক্তি জাত।
দেহ ব্যতিৰেকে আত্মা জানিবা সাক্ষাত॥ ২২৩৩
কৃষ্ণৰ পৰম কৃপা হুইবে তান প্ৰতি।
সৰ্ব্ব জ্ঞাত আদি গুণ জানিবা সম্প্ৰতি॥
সংসাৰক তৰিবাক যাৰ আছে মন।
প্ৰথমে কৰোক সাধুসেৱাক যতন॥ ২২৩৪
গুৰুসেৱাতেসে পাই ভকতি মুকুতি।
অন্যথা নপাৱে কৈলো শাস্ত্ৰৰ যুগুতি॥
ৰামৰায় আদি কৰি আছে যতজন।
দুইহন্তৰো সম্বাদ চাহিছা ৰঙ্গমন॥ ২২৩৫
শঙ্কৰৰ প্ৰৌঢ়ি বাণী শুনি মাধৱৰ।
গুচিল সংশয় যত আছিল কাৰ॥

কৃতাঞ্জলি কৰি আসনৰ উঠিলন্ত ।
গুৰু মানি শঙ্কৰত শৰণ লৈলন্ত ॥ ২২৩৬
সাধু সাধু মাধৱক প্ৰশংসা কৰিলা ।
দুইহাতে আশ্বাসিয়া শঙ্কৰে বুলিলা ॥
উঠিয়ো মাধৱ তুমি বসিয়ো আসনে ।
তোমাৰ কথাত মহাতুষ্ট ভৈলো মনে ॥২২৩৭
অনন্তৰে ৰামদাসে লৈলন্ত শৰণ ।
অন্যো অন্যে কৃষ্ণকথা কৰি সম্ভাষণ ॥
দিলন্ত তাম্বুল সবে ৰঙ্গে ভুঞ্জিলন্ত ।
নমস্কাৰ কৰি দুয়ো গৃহক গৈলন্ত ॥২২৩৮
কথামাত্তে যান্ত পথে হৰষিত মন ।
মাধৱে বুলিলা ৰামদাসক বচন ॥
পূৰ্ব্বহন্তে শুনো শঙ্কৰৰ কথা যত ।
তথাপিতো কিঞ্চিতেকো নধৰো মনত ॥২২৩৯
তুমি বৰ আমাক কৰিলা উপকাৰ ।
একেই কুটুম্ব আৰো সুহৃদ আমাৰ ॥
টকা দিলো তভো তুমি নিকিনিলা ছাগ ।
মহাভাক্ৰোধে মোৰ মনে মিলিলা বিৰাগ ॥২২৪০
মহাভাগ্য আসি মোৰ ভৈল উপসন ।
শঙ্কৰদেৱৰ আসি দেখিলো চৰণ ॥
কৰিলোহো সম্ভাষণ শাস্ত্ৰক বিচাৰি ।
গুৰু মানি শৰণ লৈলোহো দৃঢ় কৰি ॥ ২২৪১

এহি কথামাত্তে দুয়োজনে গৃহ পাইলা।
আসিল অষ্টমী তিথি মাধৱে জানিলা ॥
দীপ ধূপ তাম্বুল চন্দন উপহাৰ।
কৰিলা মাধৱে আনো নৈবেদ্য সম্ভাৰ ॥২২৪২
আপুনি কোদাল ধৰি পন্থ চাঞ্চিলন্ত।
অনন্তৰে ৰাম ৰাম গুৰু আসিলন্ত ॥
পন্থে মাধৱক পাই বুলিলা বচন।
বেলি ভৈল এতো তুমি নকৰিয়ো স্নান ॥ ২২৪৩
মাধৱে বোলন্ত গুৰু শুনা মোৰ বাক।
নৈবেদ্য উছৰ্গি সবে দিলন্ত কৃষ্ণক ॥
মাধৱো কৰিয়া স্নান গুৰুক নমিলা।
দিলন্ত নৈবেদ্য গুৰু নিজগৃহে গৈলা ॥২২৪৪
অৰ্দ্ধেক নৈবেদ্য লৈয়া অৰ্দ্ধেক থৈলন্ত।
অৰ্দ্ধেক নৈবেদ্য লৈয়া তেথনে গৈলন্ত ॥
বসিয়া শঙ্কৰ তান থৈলন্ত আগত।
নমস্কাৰ কৰিলন্ত পৰি চৰণত ॥২২৪৫
শঙ্কৰে বুলিলা পাছে চাহি মাধৱক।
আজি কেনে আনিলাহা দেৱ নৈবেদ্যক ॥
কালিসে নৈবেদ্য সবে বিভজিবে পাই।
এহি বুলি মনৰ বুজন্ত অভিপ্ৰায় ॥ ২২৪৬
মাধৱে বোলন্ত দেৱী নৈবেদ্য নহয়।
কৃষ্ণক উছৰ্গি দিলা গুৰু কৃপাময় ॥

শুনিয়া শঙ্কৰে মাধৱক প্ৰশংসিলা ।
ৰমানন্দ নামে পুত্ৰ তাহাক মাতিলা ॥২২৪৭
শুনা বাপু থৈয়ো নিয়া ইটো নৈবেদ্যক ।
আপুনি ভুঞ্জিবো মই কৃষ্ণ প্ৰসাদক ॥
শঙ্কৰে দিলন্ত পুষ্প তাম্বুল সাদৰি ॥
গৃহক গৈলন্ত পুত্ৰ নমস্কাৰ কৰি ॥২২৪৮
আন ভক্ত সমস্তকে শঙ্কৰে মাতিলা ।
ৰামৰাম আদি কৰি সবাকে বুলিলা ॥
মাধৱে নিশ্চয় মন বুদ্ধি কৰিলন্ত ।
কৃষ্ণত একান্ত ভাবে শৰণ লৈলন্ত ॥২২৪৯
শুনা সভাসদ পদ হুয়া সাৱধান ।
গুৰু সেৱা বিনে জানা ধৰ্ম্ম নাহি আন ॥
চাৰি আশ্ৰমৰ ধৰ্ম্মে তুষ্ট নাহিকন্ত ।
গুৰু শুশ্ৰূষাত যেন তুষ্ট ভগৱন্ত ॥২২৫০
অকপটে যিটো গুৰুসেৱাক কৰয় ॥
গুৰুৰ সমান শক্তি শিষ্যতে হোৱয় ।
মাধৱে ভজিলা শঙ্কৰক শুদ্ধভাৱে ॥
শঙ্কৰ মাধৱ দুইৰো কীৰ্ত্তি লোকে গাৱে ॥২২৫১
হে প্ৰাণবন্ধু কৃষ্ণ দৈৱকী নন্দন ।
মই অধমত প্ৰভু হুয়োক প্ৰসন্ন ॥
মোতপৰে অজ্ঞ আৰ নাহি সংসাৰত ।
নভৈল ভকতি মোৰ তযু চৰণত ॥ ২২৫২

ঘোৰ মায়াজালে বন্দী ভৈলোহো সম্প্ৰতি।
কাম ক্ৰোধ কুস্তায়ে কামোৰে দিনে ৰাতি॥
নানান বিষয় বিষে দেহা কৰে টান।
কালব্যাধে মাৰে যেন খাপৰৰ হান॥২২৫৩
লোভ মোহ দুই ডাঙ্গে কোবায়ে মূৰত।
পশু যেন বন্দী ভৈলো কালৰ হাতত॥
বিচাৰি মনত গুণি কৰিলোহো সাৰ।
কৃষ্ণ বিনে কোনে মোক কৰিবে নিস্তাৰ॥২২৫৪
শৰীৰত বিষ লাগি ভৈলো দুৰ্গ্তি হত॥
কোন বুদ্ধি এৰাইবোহো কালৰ হাতত॥
কৃপাময় কৃষ্ণ মোক কৃপা কৰিয়োক।
তযু ভকতৰ সঙ্গ সদা সুগুচোক॥২২৫৫
ভকতেসে হৈবা মোৰ পৰম বান্ধৱ।
তেবেসে এৰাইবো ঘোৰ পাপ পৰাভৱ॥
বচনে নেৰোক দিনে ৰাতি ৰাম নাম।
তেবেসে নিস্তৰো সবে বোলা কৃষ্ণ ৰাম॥২২৫৬

---

## ছবি

আত অনন্তৰে শুনিয়োক সবে
যেন কথা ভৈলা পাচে।
একেটি পল্লক কৰয় অস্থুৰা
যত্তেক ব্ৰাহ্মণ আছে॥

শ্রীরাম ভট্টা চার্য্য কবিরাজ
মিশ্র বামনাচার্য্য ।
রত্নাকর কন্দলীক আদি কবি
বসিলা পাতি সমাজ ॥২২৫৭
অন্যো অন্যে বোলে শঙ্কর গোমস্তা
ভকতিক প্রবর্ত্তয় ।
এক শরণীয়া ভৈলে লোক জানো
আমার মান্য খণ্ডয় ॥
দেৱীপূজা কর্ম্ম কেহো নকরিবে
নাপাইবো দক্ষিণা দান ।
কৃষ্ণর ভকতি পথক নসহে
যতেক বিপ্র প্রধান ॥২২৫৮
ভরিয়া আচার্য্য ব্রহ্মানন্দ ভট্টা-
চার্য্য আদি কবি যত ।
শঙ্করক সবে করয় অসূয়া
পরম ক্রোধে মনত ॥
অন্যো অন্যে সবে করি আলোচন
বসিয়া সমাজ পাতি ।
বোলে কান্দি হিয়া শূদ্রপোট হুয়া
প্রকাশ করে ভকতি ॥২২৫৯
ভরিয়া আচার্য্য সবাকে সম্বোধি
বুলিলা হেন বচন ।

শূদ্ৰ হুয়া ভাগ- ৱত পদ কৰে
এহিটো বৰ দূষণ।
আমি যাক কহো তাকে কহিবেক
শাস্ত্ৰৰ হেন যুগুতি।
আপুনাকে বৰ পণ্ডিত মানিয়া
প্ৰকাশে হৰি ভকতি ॥২২৬০
শ্ৰীধৰ ভট্টা চাৰ্য্যে বোলে মই
বখানি তৰ্ক মীমাংসা।
শঙ্কৰৰ মত *কৰিবো দুষিত
দেখিয়ো মোহোৰ কক্ষা ॥
আমি নাম লুব্ধ পৰম পণ্ডিত
সমস্ত শাস্ত্ৰে পাৰ্গত।
কোনে নজানয় নিচিনয় কোনে
সমস্তে ইটো লোকত ॥২২৬১
ব্ৰহ্মানন্দ ভট্টা চাৰ্যো বুলিলন্ত
শুনিয়ো ধীৰ সমাজ।
শঙ্কৰৰ মত কেৱে নধৰিবা
আপুনি পাইবেক লাজ ॥
আনো লোক সম- স্ততো শিক্ষা দিয়ো
নধৰিবে তান মত।
লোকে জনে আমি একমতি ভৈলে
ৰাখিবো কক্ষা সমস্ত ॥২২৬২

কবিৰাজ মিশ্ৰে মাতিলন্ত পাচে
শুনা সবে বিপ্ৰোত্তম।
পৰম গহন পণ্ডিত শঙ্কৰ
কোনে হৈবা তান সম॥
দুই শত গুণ বিপ্ৰৰ থাকয়
নিত্যকৰ্ম্ম পাত নোহে।
তাতো কৰি জানা ভকতিসে শ্ৰেষ্ঠ
ভাগৱত শাস্ত্ৰে কহে॥২২৬৩
ৰত্নাকৰ কন্দ- লীয়ে মাতিলন্ত
সবাৰে মুখক চাই।
শঙ্কৰক যদি বাদে নপাৰোহো
শুনিয়ো কহো উপায়॥
ভকতক দেখি কৰিবো বিতণ্ডা
বুলিবোহো নিন্দিবাক।
আমি বহু বিপ্ৰ একলা শঙ্কৰ
কৰিবে কিবা আমাক॥২২৬৪
নিন্দা অসূয়া বিস্তৰ কৰন্তে
আপুনি এৰিবে ধৰ্ম্ম।
হেন শুনি সবে বোলে ভাল বুদ্ধি
কৰিবোহো এহি কৰ্ম্ম॥
তথাপিতো যদি নেৰয় ভকতি
কৰিবো আন উপায়।

এহি বুলি সবে গৈলা ঘৰাঘৰি
কাৰো মন সুস্থ নাই ॥২২৬৫
ভক্তে মালা ধৰি নাম লৈয়া ফুৰে
ব্ৰাহ্মণে লাগাল পাই।
অৰে ভকতিয়া বুলিয়া নিন্দয়
ক্ৰোধ কৰি মুখে চাই ॥
ই পন্থে আমাৰ নাসিবি ভক্তিয়া
বুলিয়া বিস্তৰ গঞ্জে।
মালা কাঢ়ি নিয়া বিখণ্ডা কৰিয়া
আৰে কুকুৰৰ লাঞ্জে ॥২২৬৬
পণ্ডিত ব্ৰাহ্মণে ভকতক পাই
অন্যায় কৰে বিস্তৰ।
উলটি ভকত গুৰুক আসয়
ভৰতে নেদি উত্তৰ ॥
শঙ্কৰৰ পাৱে নমস্কাৰ কৰি
ভকতে কহে কথাক।
পথত যাইবাক নাগৰিক দ্বিজে
কদৰ্থি মাৰে আমাক ॥২২৬৭
কুকুৰৰ লাঞ্জে মালাক আৰয়
হাতৰ লৈ যায় কাঢ়ি।
উপালম্ভ কৰি বিস্তৰ হাসয়
পণ্ডিত ব্ৰাহ্মণে বেঢ়ি ॥

ভকতৰ দুখ দেখিয়া শাৰ্ঙ্গ
ক্রোধে বুলিলন্ত বাক।
তোৰা সকলক নকৰে ব্রাহ্মণে
কৰয় নিন্দা আমাক ॥২৩৬৮
ভক্ত দুইজন যাহা এতিক্ষণ
কহ গৈয়া ব্রাহ্মণত।
কালি বুঢ়াখাৰ দোপদৰে যাইবো
চলোক মোৰ লগত ॥
ভকতিক যেবে ৰাখিবাক পাৰো
দেখোক মোহোৰ কাজ।
দেখিবেক লোকে সবাৰ মধ্যত
পণ্ডিতে পাইবেক লাজ ॥২২৬৯
দুয়োজনে যাই বিপ্ৰৰ আগত
কহিলন্ত এহি কথা।
পণ্ডিতসকলে বসি আলোচয়
কৰিবো কেনে ব্যৱস্থা॥
ৰত্নাকৰ কন্দ- লীয়ে বুলিলন্ত
কোহা নকৰিবা ভৰ।
আমি বহু বিপ্ৰ সবেয়ো বুলিবো
একলা মাত্ৰ শঙ্কৰ ॥২২৭০
অন্যো অন্যে বাদ কৰাক তুলিবো
নপাৰিবে একো সীমা।

শঙ্কৰে উঠিয়া গৃহক যাইবেক
দেখিবা কালি মহিমা ॥
ভট্টাচাৰ্য্য আদি পণ্ডিতসকলে
বুঢ়াখা পাশে গৈলন্ত ।
আশীৰ্ব্বাদ কৰি সভাৰ মধ্যত
একপাশে বসিলন্ত ॥২২৭১
মাধৱক মাতি শঙ্কৰে কহিলা
শুনিয়োক এক কাজ ।
পণ্ডিতৰ লগে বাদ কৰিবাক
যাইবোহো ৰাজ সমাজ ॥
সমজ্যাক যাইবো ভকতি ৰাখিবো
দেখোক মোৰ মহত্ব ।
হাতে মালা ধৰি সাজু হুয়ো সবে
আছাহা যত ভকত ॥২২৭২
শঙ্কৰ গৈলন্ত সমজ্যাক লাগি
মাধৱ গৈল লগত ।
ৰামৰাম গুৰু ৰামৰায় আদি
গৈলন্ত সবে ভকত ॥
কেতেখাৰ বাপ নাম বুঢ়াখায়ে
শঙ্কৰক দেখিলন্ত ।
সাদৰে কম্বল দিয়াইলা বসিবে
তাতে গৈয়া বসিলন্ত ॥২২৭৩

বিপ্ৰসকলৰ দুশ্চেষ্টা শুনিয়া
আছয় লোক সমস্ত ।
শঙ্কৰৰ লগে কিবা বাদ কৰে
শুনিবে ৰঙ্গ মনত ॥
সভাত বসিয়া আছন্ত শঙ্কৰ
গুণন্ত মনত কাজ ।
কক্ষা ভঙ্গ ভৈলে সভাৰ মধ্যত
পণ্ডিতে পাইবেক লাজ ॥২২৭৪
ব্ৰাহ্মণসবক দ্বেষ কৰিবাক
আমাৰ নোহে উচিত ।
কৃষ্ণৰ ভকতি পথক বিপ্ৰৰ
মুখতে কৰো বিদিত ॥
ৰত্নাকৰ কন্দ- লীক চাহি পাচে
শঙ্কৰে পুছিলা কথা ।
এক কাৰ্য্য গুৰু পুছোহো তোমাত
কহিয়ো তাৰ ব্যৱস্থা ॥২২৭৫
শঙ্কৰে পুছিলে কন্দলীৰ মনে
মিলিল হৰিষ আতি ।
কেনবা পুছন্ত পুছিয়োক তেবে
কহিবো তাৰ যুগুতি ॥
শঙ্কৰে বোলন্ত ধেনু এক প্ৰায়-
শ্চিত্ত আছে পুৰুষত ।

প্ৰায়শ্চিত্ত নক- বিলে কৰিবাক
পাৰয় কৰ্ম্ম সমস্ত ॥২২৭৬
কিবা কৰিবাক নপাৰে কহিয়ো
তোৰা সবে শ্ৰুতিকৰ।
শুনিয়া কন্দলী মনত হৰিষে
দিলন্ত পাচে উত্তৰ॥
অহোৰাত্ৰ উপ- বাস দিয়া যিটো
প্ৰায়শ্চিত্ত কৰিবেক।
পাচে পিতৃকৰ্ম্ম কৰিবে মনুৰ
বচন আছে প্ৰত্যেক ॥২২৭৭
পুনৰপি পাচে পুছিলা শঙ্কৰে
কন্দলীত ৰঙ্গমনে।
প্ৰায়শ্চিত্তো আছে স্নান নয়ো কৰে
কোন এক মূঢ় জনে॥
কৃষ্ণৰ নামক কীৰ্ত্তন কৰিবে
পাৰ কিবা নপাৰয়॥
অকপট কৰি কহিবাহা গুৰু
শাস্ত্ৰত যেন আছয় ॥২২৭৮
শুনি ৰত্নাকৰ কন্দলীৰ মনে
পৰম হৰিষ ভৈলা।
হৰিৰ নামৰ কীৰ্ত্তন মহিমা
কহিবে ৰঙ্গে লাগিলা॥

শুনিয়ো শঙ্কৰ কৃষ্ণৰ নামৰ
মহিমাৰ নাহি অন্ত।
জাতি বা অজাতি পৰম পাতকী
নামে একো নবাছন্ত ॥২২৭৯
পৰম পতিত নামৰ কীৰ্ত্তন
কৰে যদি অনিচ্ছাত।
যতেক পাতক আছয় তাহাৰ
দহয় নামে সাক্ষাত ॥
ব্ৰাহ্মণক আদি চাণ্ডাল পৰ্য্যন্তে
সমস্তৰে অধিকাৰ।
কলিযুগে হৰি কীৰ্ত্তন বিনায়
ধৰ্ম্ম নাহি নাহি আৰ ॥২২৮০
যত তীৰ্থ আছে সমস্তে কৰয়
পঢ়য় আগম শাস্ত্ৰ।
হৰি নাম বিনে মৃত্যু নতৰয়
বেদে কহে পৰমাৰ্থ ॥
সত্যযুগে ধ্যান ত্ৰেতাযুগে যজ্ঞ
দ্বাপৰত পূজা কৰে।
কলিত কীৰ্ত্তন কৰি অনায়াসে
পাপীয়ো সংসাৰ তৰে ॥২২৮১
এহি কথা কহি কন্দলী হৰিষে
নৰাতি বেৰে আছন্ত।

সভাৰ মাজত ব্যাসকলাই
তত কালে উঠিলন্ত ॥
ঊৰ্দ্ধবাহু কৰি বোলন্ত শুনিয়ো
সভাসদ লোক যত ।
ৰত্নাকৰ কন্দ- লীয়ে কহিলন্ত
শাস্ত্ৰৰ পৰম তত্ত্ব ॥২২৮২
কলিযুগে হৰি- নামত বিনায়
ধৰ্ম্ম নাহি নাহি আৰ ।
এহি তত্ত্ব জানি সমজ্যাৰ লোকে
হৰি বোলা বাৰম্বাৰ ॥
সভাৰ মধ্যত ফুৰি ফুৰি হৰি
বোলন্ত লোকক চাই ।
শুক্ৰ একমনে হৰিধ্বনি কৰে
স্বৰ্গলোক পাইল যাই ॥২২৮৩
শঙ্কৰৰ মত ৰহিল সমস্ত
লোকে জানিলন্ত সাৰ ।
হৰিনাম বিনে ধৰ্ম্ম নাহি জানি
হৰি বোলা বাৰম্বাৰ ॥
অমৃততো শ্ৰেষ্ঠ কৃষ্ণৰ নামক
গায়ন্তে শুনন্তে সুখ ।
সজ্জনৰ মনে পৰম সন্তোষ
দুৰ্জ্জনৰ মনে দুখ ॥২২৮৪

## ছবি

পুনু পুনু দঢ়াই কন্ত শঙ্কবেয়ো পুছিলন্ত
তেহে পুনু পুনু দঢ়াই কৈলা ।
পাতকী জনব হবি- নাম মাত্র অধিকাব
শঙ্কবে পুছিবে পুনু লৈলা ॥
কহিয়োক হেন হবি- নামক যি জনে নিন্দে
কেমনে মানিবো সি জনক ।
কহিলন্ত ব্রহ্মানন্দে যিজনে নামক নিন্দে
জানা সিটো চণ্ডাল অধিক ॥২২৮৫
ছুইবেক নলাগে তাক যোগ্য নহে দেখিবাক
শুনিয়া শঙ্কবে বুলিলন্ত ।
সবে ব্রাহ্মণক চাই আতইসব ছুই মুই
ব্রহ্মানন্দে যিবা কহিলন্ত ॥
শুনিয়া ব্রাহ্মণজাক সবেয়ো বুলিলা তাক
ছুই ব্রহ্মানন্দে কৈলা যিটো ।
শুনিয়া শঙ্কবদেৱে পুনু পুনু দঢ়াই দঢ়াই
বোলে নিষ্ঠ কবি কৈবা সিটো ॥২২৮৬
চণ্ডাল অধিক সিটো ছুইবে যোগ্য নাহি যাতো
শুনি বিপ্রসবে কহিলন্ত ।
সত্যে সত্যে যিটো জন হবিব নামক নিন্দে
সেহিজন পাতকী অনন্ত ॥

শুনিয়া শঙ্কৰদেৱে সজ সজ বুলি পুনু
পুছিলন্ত ব্ৰাহ্মণসৱত ।
পাতকী জনৰ বস্তু ভোজন কৰিবে পাই
নপাই কহিয়োক স্বৰূপত ॥২২৮৭
ব্ৰাহ্মণসকলে শুনি উত্তৰ দিলন্ত গুণি
পাতকীৰ বস্তুক ভোজন ।
কৰিবেক নাপাই জানা ভুঞ্জিবে তাহাৰ মানা
পাতকী হোৱয় সিটো জন ॥
শুনিয়া শঙ্কৰে বুঢ়া খাক মাতি পুছিলন্ত
তুমি কি পাতকী পুণ্যৱন্ত ।
কহিলেক হেন শুনি কৈলা তেহে মনে গুণি
জানা মই পাতকী অনন্ত ॥২২৮৮
মহাপাপ মিছা বাক প্ৰভাতৰ পৰা তাক
মাতো দিন গত সৰ্ব্বক্ষণ ।
কায় বাক্য মনে যত সিজে পাপ অবিৰত
আনো অসংখ্যাত পাপগণ ॥
ব্ৰাহ্মণসৱক চাই শঙ্কৰে বোলন্ত বাণী
আবে আতৈসব কি কৰিবা ।
বুঢ়াখা বোলয় মই পাপীৰ যে বস্তু সব
ভোজন কৰিবা নকৰিবা ॥২২৮৯
শুনি বিপ্ৰগণে বোলে কি কৰিবা এহিমতে
পৰস্পৰ প্ৰবৰ্ত্তি আছয় ।

শঙ্কৰে বোলন্ত তেবে ভকতৰ মালা কেনে
কাঢ়ি লোৱা তুমি সমস্তয় ॥
পাপীৰ বন্ধক খোৱা তোবায়ে নামক নিন্দা
তোবাকে চুবাক নলাগয় ।
এহিমতে আনো নানা বুলিয়া শঙ্কৰদেৱে
পুনৰপি বুলিলন্ত তয় ॥২২৯০
সহস্রক নাম গীতা ভাগৱত তিনি খান
শাস্ত্র যেবে খণ্ডিবাক পাব ।
কাঢ়ি লৈবে নলাগয় আপুনি মালাক তেবে
নিষ্টে বোলা তেজিব আমাব ॥
যেবে তিনি খান শাস্ত্র খণ্ডিবাক নপাবাহা
তেবে মালা লোৱা কেনে জানি ।
শুনিয়া ব্রাহ্মণসব নমাতি বহিলা আব
শঙ্কৰদেৱৰ বাণী শুনি ॥ ২২৯১
এহিমতে কথা মাতে আছন্ত শঙ্কৰ তৈতে
দেখাইলন্ত ঈশ্বৰ শকতি ।
শুনা সভাসদচয় কহে তাঙ্ক বুঢ়াখায়
ভিতৰত চিবা খাইবে প্রতি ॥
জ্ঞাতি মিত্র মাতি নিল দুই চক ঘন ক্ষীৰ
দেখিয়া শঙ্কৰে বুলিলন্ত ।
এক চক ঘন ক্ষীৰ নলৈলা ঈশ্বৰে জ্ঞানা
আউৰ চক দুগ্ধক লৈলন্ত ॥ ২২৯২

বুঢ়াখায়ে বোলে নলৈল ঈশ্বৰে কিয়
কহিলন্ত শঙ্কৰে শুনাই।
একগাছ কেশ আছে দুগ্ধৰ তলত হুই
মুই চোৱা দুগ্ধক গুচাই ॥
ঈশ্বৰে নলৈল তাতে দেখিলন্ত বুঢ়াখায়
দুগ্ধ তলে চুলিগাছ আছে।
কমনে জানিল আক বুলিয়া ব্ৰাহ্মণজাক
আশ্চৰ্য্য মানিলা মনে পাচে ॥২২৯৩
বোলন্ত শঙ্কৰ মুই মনুষ্য ঈশ্বৰ অংশ
অৱতাৰ জানিবা নিশ্চয়।
শুনা সাধু নিৰন্তৰ এহিমতে শঙ্কৰৰ
বহুবিধ চৰিত্ৰ আছয় ॥
শুনিয়োক সৰ্ব্বজন কৃষ্ণপাৱে-দিয়া মন
শঙ্কৰ চৰিত্ৰ মনোহৰ।
শুনন্তে অমৃত সম সম্যকে পাপৰ যম
হেন জানি শুনা নিৰন্তৰ ॥ ২২৯৪
কলিমল সাগৰত তল গৈল লোক যত
শ্ৰীমন্ত শঙ্কৰে জানিলন্ত।
কৃষ্ণ সম্বে নামধৰ্ম্ম লোকক প্ৰকাশ কৰি.
সমস্ত জগত তাৰিলন্ত ॥
হৰিভক্তি দান কৰি সমস্ত লোকক ইটো
তাৰিলা সংসাৰ ঘোৰ সিন্ধু।

হেনয় শঙ্কৰ বিনে কলিৰ লোকৰ আৰ
নাই নাই জানা আন বন্ধু ॥ ২২৯৫
হেন প্ৰাণবন্ধু কৃষ্ণ দৈৱকী নন্দন দেৱ
মই মূঢ়মতি জ্ঞানশূন্য।
ই জন্মতো ধৰ্ম্ম একো সাক্ষিবাক নপাইলো
বঞ্চিলোহো জন্মান্তৰি পুণ্য ॥
চক্ষু কৰ্ণ নাক মুখ জিহ্বাত বৰুণ আদি
যত ইন্দ্ৰে আছে শৰীৰত।
মিত্ৰ গুচি শত্ৰু ভৈল বাটোৱাৰী হয়া মোৰ
সম্পতিক হৰিলে সমস্ত ॥২২৯৬
গিয়ান ভকতি ধৰ্ম্ম কিঞ্চিত নাহিকে মোৰ
পৰম দুৰ্ব্বোধ দুৰ্ব্বিনয়।
পৰম দুখীত আমি তুমি কৃপাময় স্বামী
এহি দয়া কৰা দয়াময় ॥
তযু ভকতৰ সঙ্গ জন্মে জন্মে মুণ্ডচোক
বচনে নেৰোক তযু নাম।
তেবেসে ইবাৰ সুখে তৰিবো ঘুষিয়া মুখে
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ২২৯৭

---

পদ

এহিমতে হৰিভক্তি প্ৰকাশি শঙ্কৰ।
আছন্ত আনন্দে অতি সমস্ত লোকৰ॥
একদিনা মাতি ৰামৰামক আনিলা।
জগন্নাথ মূৰ্ত্তি সাজিবাক আলোচিলা॥ ২২৯৮
কৰলা বাঢ়ৈক মাতি আনিলা শঙ্কৰ।
সাজা জগন্নাথৰ প্ৰতিমা কচিকৰ॥
শঙ্কৰদেৱৰ বাক্যে কৰলা বাঢ়ই।
প্ৰতিমা সাজিবে লৈলা তেতিক্ষণে গই॥ ২২৯৯
আগে থাকি শঙ্কৰে আগত দেন্ত দৃষ্টি।
দেখন্তে প্ৰতিমা মনে মিলে মহাতুষ্টি॥
কৰিলে যুগুতি প্ৰাণপ্ৰতিষ্ঠা কৰিবে।
কৰয় আনন্দ তাক শুনি লোক সবে॥২৩০০
ব্ৰাহ্মণসকলে তাত বিপক্ষ আচৰি।
বোলে কেনে জগন্নাথ মূৰ্ত্তি আছে কৰি॥
কাটিলেক কাঠখান বাঢ়ৈ দিয়া ভৰি।
কৰিবে প্ৰণাম তাক সবে লোকে পৰি॥ ২৩০১
দেখা কেনে উপায় শঙ্কৰে কৰিলন্ত।
লোকসব বঢ়াইবে প্ৰতিমা সজাইলন্ত॥
আগে জগন্নাথৰ প্ৰতিমা বুলি তাক।
গৈলে তৈকে অৱশ্যে লাগিবে নমিবাক॥ ২৩০২

নৰাইবো আমৰা সব বুলি বিপ্ৰগণ।
এহিমতে অন্যো অন্যে কৰি আলোচন॥
লোকত কহিবো কৈত পাই জগন্নাথ।
কাঠখান বাটে কাটি আছয় সাক্ষাত॥ ২৩০৩
এহি কথা শঙ্কৰদেৱে যেন শুনিলন্ত।
মাতি ৰামৰামক তেখনে আনিলন্ত॥
কহিলন্ত ব্ৰাহ্মণসবৰ কথা যত।
কৰিলা উপায় এক তেখনে মনত॥২৩০৪
লোভাবিষ্ট বিপ্ৰসব আহিবে নাম শুনি।
মাতিল মাত্ৰকে সবে আহিবে আপুনি॥
এহি বুলি লোকত শুনায়া আলোচন্ত।
কাক কিবা দিবা ৰামৰায়ত পুছন্ত॥ ২৩০৫
আচাৰ্য্য কন্দলী মিশ্ৰ উপাধ্যায় ভাৰতী।
কাকো সোণা তোলা আধাতোলা কাকো প্ৰতি॥
কাকো একমহা কাকো দেৰমহা দিবো।
এহিমতে ব্ৰাহ্মণক সন্মান কৰিবো॥ ২৩০৬
এহি কথা লোকে গৈয়া ভাবাত কহয়।
শুনি উল্লাসিত আতি যত বিপ্ৰচয়॥
পাচে শুভক্ষণ চাই শঙ্কৰে দিলেক।
সমস্ত লোকক মাতি আনিল প্ৰত্যেক॥ ২৩০৭
ব্ৰাহ্মণসবক মতাই কৰিলন্ত মান।
আসিল হৰিষ মনে যত বিপ্ৰগণ॥

ভৈলা মহোৎসর প্রাণপ্রতিষ্ঠা করিলা।
মদন গোপাল নাম প্রতিমার দিলা ॥ ২৩০৮
ভৈলন্ত সন্তোষ বিপ্রগণ নিরন্তরে।
প্রীতি পূর্ব্বকতে পাচে পুছিলা শঙ্করে ॥
শুনিয়োক বিপ্রসব পুছো এক কথা।
সমুচিত ৰূপে তাক কহিবা সর্ব্বথা ॥ ২৩০৯
ঈশ্বরর মূর্ত্তি ইটো হোৱে স্থহিকয়।
আক সেৱা করি গতি পারে নপারয়।
হেন শুনি কহিলন্ত বিপ্র নিরন্তরে।
পূর্ব্বে কথা কহিলন্ত আপুনি ঈশ্বরে ॥ ২৩১০
যতেক মৃত্তিকাময় যত শিলাময়।
যত জলময় ইটো তীর্থ দেৱ হয় ॥
কিন্তু শুদ্ধ করে চিরকালে সেৱি যেবে।
দরশন মাত্রে শুদ্ধ করে সাধু সবে ॥ ২৩১১
দেৱন্তো তীর্থন্তো করি শুদ্ধ হোৱে নর।
সাধু দেৱে তীর্থে জানা অনেক অন্তর ॥
পুছিলা শঙ্করদেৱে পুনু তাসম্বাক।
কোৱা বিপ্রসব সাধু বোলাহা কাহাক ॥ ২৩১২
জানা ইটো জনে হরি ভকতি করয়।
তাসম্বাকে সাধু বুলি কহে বিপ্রচয় ॥
পুছিলা শঙ্করদেৱে তাসম্বাক তেবে।
দেৱন্তো তীর্থন্তো শ্রেষ্ঠ হোৱে সাধু সবে ॥ ২৩১৩

হেনয় সাধুক নিন্দা কৰে যিটো নৰে।
কয়ো তাৰ কেন গতি হুইবে অনন্তৰে॥
কৈল বিপ্ৰসবে সিটো যাইবে অধোগতি।
পুছিলা শঙ্কৰে পুনু তাবাতে সম্প্ৰতি॥ ২৩১৪
প্ৰতিমাতে সেৱা কৰি শুদ্ধিক লভয়।
ইটো যে প্ৰতিমা দেৱ হোৱে নহৱয়॥
আহ্ম সেৱা কৰি শুদ্ধি হুইবে সুহিবেক।
এহি কথা শুনি বোলে ব্ৰাহ্মণ যতেক॥ ২৩১৫
হোৱে দেৱ একে কিয় দেৱ মুহিবেক।
কিবা হেতু আহ্ম সেবি শুদ্ধ সুহিবেক॥
ঈশ্বৰৰ মূৰ্ত্তি ইটো মহন্ত থাপিত।
হেন শুনি শঙ্কৰ ভৈলেক হৰষিত॥ ২৩১৬
উচ্চ কৰি সমজ্যাত হৰি বোলাইলন্ত।
সভা বিসৰ্জ্জিয়া পাচে গৃহক গৈলন্ত॥
সমস্ত প্ৰসাদ ভকতক দিয়া গৈল।
এক চক মিঠাই মাত্ৰ পাসৰতে বৈল॥ ২৩১৭
তাক কেহো নজানিলা ৰহি আছে বুলি।
আহ্মাৰ ঘৰত থৈলা উপৰত তুলি॥
ৰাত্ৰি এক বিধৱা সপোন দেখিলন্ত।
প্ৰভাতত শঙ্কৰদেৱত কহিলন্ত॥ ২৩১৮
দেখিলো সপোন আতা তোমাৰ আগত।
কহো শুনিয়োক ৰামদাসৰ ঘৰত॥

এক চক মিঠাই আছে শিকিয়া উপৰে।
ব্ৰাহ্মণৰ ছোৱাল এগুটি কচিকৰে ॥২০১৯
হাতে সুৱৰ্ণৰ দৰোদালি ধৰি হাসি।
সেহি মিঠাই চক উপৰে আছা বসি ॥
পুছিলোহো তুমি কৈৰ ঐত কিকাৰণে।
বসিয়া আছাহা কহিয়োক ৰঙ্গমনে ॥ ২০২০
তেহে কহিলন্ত মোক সবে বস্তু দিল।
এহি মিঠাই চক মাত্ৰ পাসৰি ৰহিল ॥
আকে ৰাখি আছো মই কহিলো সাক্ষাতে।
স্বপ্ন দেখি আতা মই কহিলো তোমাতে ॥ ২০২১
শুনি দেৱ শঙ্কৰে বিস্ময় মানিলন্ত।
তমুকালে মাতি ৰামদাসক কহিলন্ত ॥
বৈলা এক চক মিঠাই ঘৰত তোমাৰ।
সিকিয়াৰ উপৰে আছয় জানা সাৰ ॥ ২০২২
তেহো বোলে নাহি আতা দিয়া গৈলা কালি।
পঠাইলা শঙ্কৰদেৱে চোৱা গৈলা বুলি ॥
হেন শুনি তেহে গই দেখিলন্ত পাচে।
আন্ধাৰ ঘৰত উপৰত ৰহি আছে ॥ ২০২৩
পুনৰপি গৈয়া শঙ্কৰত কহিলন্ত।
আনা গই বুলি পুনৰপি পঠাইলন্ত ॥
পঠাইলা ভকত বোলা সকলে আলোক।
সভাত আছিলা মানে কালি যত লোক ॥ ২০২৪

শুনিয়া সমস্ত লোক আইলা ভাঠিবেলা ।
মিঠাই চক লইয়া পাচে ৰামদাস গৈলা ॥
কহিলা শঙ্কৰদেৱে স্বপ্নৰ কথাক ।
বিধৱা ব্ৰাহ্মণী এক কহিলেক মোক ॥২৩২৫
শুনিয়া সমস্ত লোক বিস্ময় ভৈলেক ।
বহুলোক বিলাইবে নাটিবে জানিলেক ।
বোলন্ত কৰিয়ো গুড়ি ভেবেসে আন্টিব ।
অল্প অল্প কৰি আক সমস্তকে দিব ॥ ২৩২৬
হেন শুনি গুড়ি ভাক মাধৱে কৰিল ।
শঙ্কৰক আগে দিব প্ৰথম লৰিল ॥
দিবাক নেৱন্তে আথে বেথে উঠিলন্ত ।
দুই হাত পাতি মহা আদৰে লৈলন্ত ॥ ২৩২৭
সমস্ত ভকতে উঠি উঠিয়া লৈলন্ত ।
দিলে মাত্ৰ সমস্তে তেখনে ভুঞ্জিলন্ত ॥
শুনা পাচে আৰো একদিন যেন ভৈলা ।
শ্ৰৱণ কীৰ্ত্তন কৰি আছা ঐত ৰৈলা ॥ ২৩২৮
সমস্ত ভকত সমে বসিয়া শঙ্কৰ ।
কহন্ত কৃষ্ণৰ কথা মহা মনোহৰ ॥
ৰামদাস যান্ত সিটো নাহিকে সভাত ।
দৱনাৰ গন্ধ সবে পাইলন্ত তথাত ॥ ২৩২৯
মল মল কৰি গন্ধ দৱনাৰ বহে ।
জগন্নাথ আসি আছা সবলোকে কহে ॥

দণ্ড চাবি ছয় মান সুগন্ধ আছিল ।
ভক্তসব আপুনাব ঘবাঘবি গৈল ॥২৩৩০
জগন্নাথ আসিবাব আনন্দ মিলিলা ।
বামদাস আসিল শঙ্কবে তাক কৈলা ॥
জগন্নাথ আসিছিল জানা বামদাস ।
দৱনাব গন্ধে পূবিলেক দিশপাশ ॥২৩৩১
বামদাসে শুনি বহু খেদ কবিলন্ত ।
ইমত প্রসাদ আমি নপাইলো বোলন্ত ॥
আছে মোব দুর্ভাগ্য ঈশ্ববে নেদিলন্ত ।
এহিমতে বহু খেদ কবি বহিলন্ত ॥২৩৩২
আডিব দিনা ভাঠিবেলা ভৈল হবিকথা ।
সিয়ো দিনা জগন্নাথ আসিলন্ত তথা ॥
সিদিনাতো কবি দৱনাব গন্ধ চবে ।
আমোদিত গন্ধ পাইল লোক সমজ্যাবে ॥ ২৩৩৩
বোলন্ত শঙ্কবদেৱে মনত আহ্লাদে ।
আজি পাইলো গোন্ধ বামদাসব প্রসাদে ॥
কালি সমজ্যাত বামদাস নাছিলন্ত ।
সেহি হেতু জগন্নাথ আজি আসিলন্ত ॥ ২৩৩৪
শুনি বামদাসে শঙ্কবক নমিলন্ত ।
হবিকথা থৈয়া সবে ঘবক গৈলন্ত ॥
আবো যেন কথা ভৈল তাক আবে শুনা ।
কবয় কীর্ত্তন ডেকাগিবি একদিনা ॥ ২৩৩৫

রামরাম গুরু রামদাস যে মাধব।
তিনিয়ো গৈলন্ত বর হুইয়াছে উৎসব॥
সিদিনা শঙ্করদেৱ নাহিকে সভাত
গুরা অনন্তরে আরো যেন ভৈলা ভাত॥ ২৩০৬
রামদাস মাধবে প্রসাদ বিলাইলন্ত।
ব্রাহ্মণসবক আগে হুইহুন্তো দিলন্ত॥
পাচে গৈয়া একথান ভৈলা তারা হুই।
বিহ্লান্ত প্রসাদ হুয়ো হুইভিতি হুই॥২৩০৭
বহু সভা বসিছে দিরাক নপারন্ত।
এক দিকি করি দিয়া সবাকো লৈ যান্ত॥
সকলো দিনর ইটো নির্ব্বন্ধ আছয়।
ব্রাহ্মণত বিনে আগ পাচ নচারয়॥২৩০৮
সিয়ো দিনা সেহিমতে বিহ্লান্ত হুয়োজনে।
রামদাস বামপাশে মাধব দক্ষিণে॥
পুণ্ডরীগিরির বেটা তারা তিনি ভাই।
উপজিলা ক্রোধ আরে প্রসাদ নাপাই॥২৩০৯
গর্জ্জি রামদাসক উঠিলা তিনিজনে।
দেখি রামদাসে ক্রোধ করিলন্ত মনে॥
চাউল খুখুরী খৈয়া সভার মাজত।
দান্ত কামুরিয়া বস্ত্র বান্ধি ককালত॥ ২৩১০
দেখিয়া মাধবদেৱে গৈলা শীঘ্র করি।
বুজিলন্ত কি কথা সৌঁহাতে তানে ধরি॥

পাগল ভৈলিহি কিবা মোৰ দিকি চাউ।
মাৰোক তাবায়ে তোৰা প্ৰসাদ বিলাউ ॥২৩৪১
মাৰিলে আমবা যদি ক্ষমিবে পাৰিলো।
তেবে আমি মহত্তৰ স্বভাৱে ৰহিলো ॥
যদিবা মাৰিবে তই ক্ষমা নকৰস।
তিনিয়ো জনক তই একলে পাৰস ॥২৩৪২
আৰো তাতে ময়ো আছো দেখা আবে তই।
তোক কি মাৰন্তে চাহি থাকিবোহো মই।
বিলাউ প্ৰসাদ ভয় নকৰিবে মনে।
হেন শুনি ৰহিল তাহাৰা তিনি জনে ॥২৩৪৪
এহি কথা শঙ্কৰদেৱত কহিলন্ত।
আন দিনা তাবাক দিবাক আগে যান্ত॥
পুনৰপি কীৰ্ত্তন আউৰ দিন ভৈলা।
সব লোকে কীৰ্ত্তন চাহিবে প্ৰতি গৈলা ॥ ২৩৪৪
সিদিনা শঙ্কৰদেৱ গৈলন্ত আপুনি।
সেহি সভামধ্যক গৈলন্ত তাবা তিনি॥
চক্ষু ঠাবে অনুমতি শঙ্কৰে দিলন্ত।
ব্ৰাহ্মণক নেদি আগে তাবাকে দিলন্ত ॥ ২৩৪৫
নলয় তাবায়ো নিদিলে ব্ৰাহ্মণক।
বোলন্ত শঙ্কৰ দেৱে লয়োক লয়োক॥
আগে নপাই তোৰা বোলে কৰা অসন্তোষ।
লয়ো ব্ৰাহ্মণত আগে আত কিবা দোষ ॥২৩৪৬

লাজ হুই তাৰা প্ৰসাদক নলৈলন্ত।
সমাজৰ পৰা উঠি গৃহক গৈলন্ত॥
ব্ৰাহ্মণক আগে প্ৰসাদ বিলাইলা।
হৰিধ্বনি কৰি সবে ঘৰাঘৰি গৈলা॥২৩৪৭
অনন্তৰে শঙ্কৰৰ পুত্ৰ উপজিল।
হৰিচৰণ নাম তাক আনন্দতে দিল॥
তাত অনন্তৰে ৰুক্মিণীয়ো জন্মিলন্ত।
ৰূপ দেখি নাম তান শঙ্কৰে দিলন্ত॥২৩৪৮
তিনি পুত্ৰ দুই জী ভৈলা শঙ্কৰৰ।
দেখি সন্তোষিত যত সমস্ত ভকতৰ॥
কোলে তুলি লোৰে কতো মুখে চুমা পাৰি।
ৰূপ নিৰেখিয়া থাকে যত নৰনাৰী॥২৩৪৯
বৰ ভৈলা ৰমানন্দ কমললোচন।
মধ্যম ভৈলন্ত ছোট হৰি যে চৰণ॥
পুত্ৰ জী দেখি গোসানীৰ ৰঙ্গ মন
শঙ্কৰদেৱক সেৱি থাকে সৰ্ব্বক্ষণ॥২৩৫০
ইসব কথাক আৰে এহিমানে থওঁ।
মাধৱদেৱৰ কথা শুনা তাক কওঁ।
এককালে কন্যা এক জুৰণ পিন্ধাইলা।
দিবো কন্যা বিবাহক পিতৃয়ে বুলিলা॥২৩৫১
যেহিদিনা শঙ্কৰদেৱক লাগ পাইল।
সেহিদিনা হন্তে মন নিশ্চয় কৰিলা॥

কি কৰিয়া জুৰণৰ কন্যাক এৰিবো।
লোকত কহিবো কন্যা বাণুকাত নিবো ॥ ২৩৫২
এহি বুলি মনত নিশ্চয় কৰিলন্ত।
জন চাৰি পাঞ্চ ভাৰি লগত লৈলন্ত ॥
গায়ে গায়ে ভাৰ দিয়া মাধৱ লৰিলা।
কতো বেলি যাই কন্যা-গৃহক পাইলা ॥ ২৩৫৩
দেখিয়া গৃহস্থে তাসম্বাক পিৰা দিলা।
ভাৰ আগে থৈয়া দেৱ মাধৱ বসিলা ॥
পুছিলন্ত তুমি এঠা আসিলা কিসক।
মাধৱে বোলন্ত দিয়ো তোমাৰ কন্যাক ॥ ২৩৫৪
আসিছো তোমাৰ ঠাই বিবাহৰ মনে।
কন্যা লৈয়া যাইবো মই বাণুকাৰ থানে ॥
আছে বন্ধুবৰ্গ মোৰে সেহি গ্ৰাম জুৰি।
আপুন থানক যাওঁ বিবাহক কৰি ॥ ২৩৫৫
হেন শুনি তাৰা বোলে ঐ আই বাই।
আমাৰ জীউক কেনে নিবা ভঠিয়াই ॥
সদগিৰি বেটা জানি দিবাক চাহিলো ॥
তোমৰাৰ কথা শুনি শ্ৰুতি হুকৰাইলো ॥ ২৩৫৬
বোলন্ত মাধৱ মোৰ বিধি ভৈলা ভাল।
শঙ্কৰে কহিলে মনোৰথৰ সফল ॥
দিবা কি নেদিবা কন্যা কহা শীঘ্ৰ কৰি।
বিবাহ কৰাইবে লাগে যাওঁ শীঘ্ৰ কৰি ॥ ২৩৫৭

শিৰি বোলে কন্যা দিবা নপাৰোহো আমি।
যিবা জোৰণক দিছা লৈয়া যাহা তুমি॥
এহি বুলি অলঙ্কাৰ আগত দিলন্ত।
মাধৱে আনন্দ মনে বস্ত্রে বান্ধিলন্ত॥ ২৩৫৮
মাগিয়া বিদায় তাৰা গৃহক আসিলা।
পুনু একদিনা এক গৃহস্থে মাতিলা॥
কৰিয়া কীৰ্ত্তন পাচে সামৰিয়া গৈলা।
সিদিনা শঙ্কৰদেৱ সভাক নগৈলা॥ ২৩৫৯
পুণ্ডৰীব তিনিভাই আগে প্রসাদক।
নাপায়া পাৰয় গালি ৰামৰাম গুৰুক॥
বোলন্ত মৰীয়া তই বৰ পাইলি লাই।
আমাক নেদিয়া ফুৰ প্রসাদ বিলাই॥ ২৩৬০
ভাল মন্দ নিচিনি ফুৰস গৰ্ব্ব কৰি।
বৰ ৰাগে মাতে তিনিয়ো ক্রোধ কৰি॥
ৰামৰামে শুনিয়া কটাক্ষ নকৰয়।
হাতযোৰ কৰি তাৰা তিনিয়ো বোলয়॥ ২৩৬১
নকৰিবি ক্রোধ তোৰা হুয়ো সুপ্রসন্ন।
আমাৰ দোষক ক্ষেমিবাহা তিনিজন॥
তাৰাৰ মাততে তিনিজন লাজ ভৈল।
গুৰুক প্রশংসা সমস্তাৰ লোকে কৈল॥ ২৩৬২
ক্ষুদ্র শৌচ কৰো বুলি তিনিয়ো গৈলন্ত।
অকস্মাতে ক্রোধ ভৈল মনত গুণন্ত॥

পানী ঘুটি লইয়া তাৰা বাটতে পেলাই।
দেখে লোকে তিনিজন অসন্তোষে যাই॥ ২৩৬৩
আসা আসা বুলি ৰামৰামে মাতিলন্ত।
এৰা অসন্তোষ বুলি সবেয়ো মাতন্ত॥
বসিল সভাত গৈয়া পৰম হৰিষে।
কৰয় কীৰ্ত্তন যেন অমৃত বৰিষে॥ ২৩৬৪
সভা বিসৰ্জ্জিয়া সবে ঘৰাঘৰি গৈল।
শঙ্কৰদেৱত ইটো কথাক জনাইল॥
শঙ্কৰে বোলন্ত যিটো মাতে তাসম্বাক।
নযাইবা তাহাৰ থানে আমি দিলো হাক॥ ২৩৬৫
তাৰাক নমাতি যদি মাতে আমাসাক।
কৰিবা কীৰ্ত্তন আমি বুলিলোহো বাক॥
সেহি কথা শুনি লোকে নমাতে তাহাক।
কৰয় কীৰ্ত্তন তাৰা নপাৰে যাইবাক॥ ২৩৬৬
শঙ্কৰৰ পাৱে পৰি দোষক মাগিলা।
ভকতে সহিতে সমলগ্ন কৰি দিলা॥
প্ৰতি ভাঠিবেলা দেৱ মাধৱ যাৱন্ত।
শঙ্কৰৰ পাৱে পৰি প্ৰণাম কৰন্ত॥ ২৩৬৭
মলছিয়া লৱয় পাৱত যত ধুলি।
পুছন্ত শঙ্কৰে আসি আছা কতোবেলি॥
শঙ্কৰদেৱৰ আছে ৰুক্মিণী জীয়াই।
আথ বেথ কৰিয়া বাৰ্ত্তাক কহে যাই॥ ২৩৬৮

মাধৱ বান্ধৱ আতা আসিছে ইঠাই।
শীঘ্রে চলি যায়োক পিতা গৃহৱ বজাই॥
শঙ্করে বোলন্ত আই ভাল বুজিলাহা।
মাধৱ আসিলে মোক শীঘ্রে জনাইবাহা॥২৩৬৯
সেহিদিনা ধৰি রুক্মিণীয়ে থাকা চাই।
আসিলে মাধৱ শঙ্করক জনায়য়॥
উঠা উঠা আতা আইল মাধৱ বান্ধৱ।
শুনি শঙ্করৰ মনে মিলিলা উৎসৱ॥২৩৭০
মোৰ আই বুলি চুমা খান্ত ঘনে ঘনে।
মাধৱ বান্ধৱ বুলি তুমি জানা কেনে॥
বুকে সারটিয়া তুলি কোলাত লৈলন্ত।
মাধৱ বান্ধৱ মোৰ বুলি চুমা খান্ত॥২৩৭১
ততকালে গৃহৱ বজাই আসা যাজে।
মাধৱকো লৈলা তুলি হৃদয়ৰ মাজে॥
তুমি আমি জানো দুইবো এক কলেৱৰ।
স্বৰ্ণ কুণ্ডলে যেন নুহি ভিন্নতৰ॥২৩৭২
দুইকো দুয়ো সম্ভাষিয়া সব কন্ত কথা।
ভকত সকলে শুনি থাকন্ত সৰ্ব্বথা॥
এহিমতে শঙ্কৰ আছন্ত যেবে তথা।
শুনিয়োক তান্ত পাচে যেন ভৈল কথা॥২৩৭৩
মাধৱ দেৱৰ বহিনাই রামদাস।
দুই নিৰাবাক কৈলা মনত উল্লাস॥

উঠি বেলা মাধৱদেৱৰ মনে ভৈলা।
খেত চাহিবাক লাগি পথাৰক গৈলা ॥২৩৭৪
চাহি খেতি চতুৰ্ভিতি থাকে ফুৰি ফুৰি।
নিৰাইবে লাগিলা ভুই কাচি খান ধৰি ॥
কতোক্ষণে ভুই নিৰাৱন্ত দুয়ো জন।
সেহিবেলা আসিলেক শিলা বৰিষণ ॥২৩৭৫
ঘোৰ শিলা বাতবৃষ্টি ভৈলা ভয়ঙ্কৰ।
দুয়োজন আসিবাক নপাৰিলা ঘৰ ॥
আছয় ভুইৰ সীমানাত বাটা গাছি।
দামুৰীয়া বাটাক আউজাই লৈ আছি ॥২৩৭৬
তাৰ তলে দুয়োজন পশিলন্ত গৈয়া।
উপৰত গা পিঠিয়া খানি দিয়া ॥
তাতে থাকি নামক লৱন্ত দুই জনে।
মাত ৰামদাসৰ সুশুনি কতোক্ষণে ॥২৩৭৭
বোলন্ত মাধৱদেৱে কিবা কৰা তুমি।
ৰামদাসে কহিলন্ত ৰূপ চিন্তো আমি ॥
খঙ্গিয়া মাধৱদেৱে শুনিয়ো নিশ্চয়।
ৰূপ চিন্তিবাৰ তোৰ এহিটো সময় ॥২৩৭৮
সুস্থ সময়ত ৰূপ চিন্তিবা কৃষ্ণৰ।
সঙ্কট সময়ে নাম লৈবা মাধৱৰ ॥
পৰম সঙ্কট বেলা মিলিল এখন।
ৰূপ চিন্তা এৰি কৰা নামৰ কীৰ্ত্তন ॥২৩৭৯

পৰিল গোটেক শিলা সেহি সময়ত।
ৰামদাস ভৈৰ বুঢ়া আঙ্গুলি পৃষ্ঠত॥
মাধৱে বোলন্ত আৰে প্ৰত্যয় কৰিয়ো।
নামৰূপ চিন্তনৰ মহিমা দেখিয়ো॥২৩৮০
শুনি ৰামদাসে নাম কীৰ্ত্তন কৰন্ত।
এহিমতে দুয়োজন তহিতে আছন্ত॥
মাধৱদেৱৰ মাতৃ ৰোহিণী গৃহত।
মৰিলন্ত দুয়ো বুলি কান্দন্ত শোকত॥২৩৮১
ঘৰ ফুটি শিলা পৰি মানুষ মৰয়।
ইমত শিলাত কিবা ভালেতো আছয়॥
এহি বুলি ক্ৰন্দন কৰয় দুয়ো জনে।
কৰিলন্ত শঙ্কৰে বিষাদ আতি মনে॥২৩৮২
প্ৰাণৰ মাধৱ ৰামদাস সমে দুই।
ইটো শিলা-বৃষ্টিত নজানো কিবা হুই॥
এহিমতে শঙ্কৰে কৰন্ত দুঃখ মন।
অনন্তৰে গুচিলন্ত শিলা বৰিষণ॥২৩৮৩
পশু-পক্ষী-গৰু মৰিবাৰ সীমা নাই।
ঘৰ ফুটি মানুষ মৰিল ঠাই ঠাই॥
নল খাগৰা বাটা নাই দেখিবাক।
নাই সদ সমানা গাৱঁত দেখিবাক॥২৩৮৪
বাঁস মানে যত সবে ধুনাধুনি ভৈল।
নল খাগৰা সবে ধুনা উঠি গৈল॥

আগবাঢ়ি শঙ্কৰে এৰিলে বৰিষণ।
যাস্তে দেখিলন্ত আসিছন্ত প্ৰয়োজন ॥২৩৮৫
দেখি প্ৰাণ মাধৱ আসিল বুলিলন্ত।
আথে বেথে শঙ্কৰে সাৱটি ধৰিলন্ত ॥
মনে হেন জানো আজি দুইকো হকৱাইলো।
দেখি যেন দুইকো হকৰা নিধি পাইলো ॥২৩৮৬
এহি বুলি গৈলা দেৱ শঙ্কৰ গৃহক।
দেখি দুইকো সবে ভক্তে পাইলা আনন্দক ॥
মাধৱদেৱৰ মাতৃ ৰোহিণীয়ে দুই।
শোক এৰি থাকিলন্ত আনন্দিত হুই ॥২৩৮৭
ইটো কথা ধুঞাহাটা * গ্ৰামত নিশ্চয়।
আত অনন্তৰে শুনা সভাসদচয় ॥
পৰম গহীন ইটো কথা গুৰুতৰ।
লোকক তাৰিবে আসি দায়ালু শঙ্কৰ ॥২৩৮৮
তানে শিষ্য ৰামদাস তাহান সন্ততি।
ৰামচৰণ যে মই আতি অল্পমতি ॥
সংসাৰ তাপিত জানা নাই মোত পৰে।
ছপাই লৈবাহা মোক শ্ৰীমন্ত শঙ্কৰে ॥২৩৮৯
মাধৱত পৰে মোৰ নাই গুৰু আন।
বোলা হৰি হৰি হৌক পাপৰ নিৰ্য্যাণ ॥২৩৯০

* ধুঞাহাটাৰ আন নাম ভুঞাহাটা। ইয়াক শ্ৰীমন্ত শঙ্কৰদেৱে বেলগুড় কইছিল; পাচত সেই অনুসাৰে বেলগুড়ি নাম হয়।

## ছবি

এহিমতে ভৈতে যেবে আছন্ত শঙ্কৰদেৱ
ভূঞাহাটা গ্ৰামৰ মধ্যত।
অসম ৰাজ্যৰ লোক ভৰিভক্তি ধৰিলেক
অহম ৰজাৰ লোক যত ॥
বাৰভূঞা লোক যত একখান ভৈলা ভৈত
বাৰভূঞা আছা সেহি থানে।
অহম ৰাজাৰ ভৈলে খাটে সবে লোক যত
আনো কিছো নাহি ৰাজা বিনে ॥২৩৯১
শঙ্কৰৰ জমাই হৰি অধিকাৰী হুয়া আছা
তাহান্তে খাটয় লোক মানে।
শঙ্কৰৰ আজ্ঞা মানি চাৰিয়োকাৰ্য্যাক সাধা
শঙ্কৰক সেৱি অনুক্ষণে ॥
মাধৱ দেৱক লাগ যেহি দিন হন্তে পাইলা
শঙ্কৰে এৰিলা আন কৰ্ম্ম।
আন নাহি ৰাত্ৰি দিনে কৃষ্ণৰ কথাত বিনে
মাধৱৰ চৰি যাই মৰ্ম্ম ॥২৩৯২
শঙ্কৰ মাধৱ দুই একথান ভৈলা যেবে
সৰ্ব্বলোকে আনন্দিত ভৈলা।
বেলগুৰি নাম দিয়া বেলগছ নিৰূপিয়া
শুনা তাত যেন কথা ভৈলা।

অসম ৰাজাৰ ৰাজ্যে হাতী ধৰা লাগিলেক
বাঢ়ভূঞা লোকে সবে নিল ।
ভূঞাসকলৰ পালি হাতী ভাগি গৈল যেবে
পলাই যেবে ষৰক আসিল ॥২৩৯৩
ৰাজাৰ আগত লোকে সকলে বৃত্তান্ত কৈল
ভৈল কোপ ৰাজাৰ মনত ।
ভূঞা ধৰি নিবে লাগি ববা এক পাঞ্চি দিল
শুনিলেক লোকৰ মুখত ॥
পৰিকৰ সৰ্ব্বসক সবে অন্তৰাই থৈলা
শঙ্কৰ আছয় একেশ্বৰে ।
কীৰ্ত্তন পুস্তক খানি আনিবে খুজন্তে তাৰা
অহম দুই ভেটিল দুৱাৰে ॥২৩৯৪
আগ পাচ দুই দুই দ্বাৰক ভেটিয়া ৰৈল
দেখি তাৰা গুণিলা মনত ।
আৰ যদি আছে লোক তেবে ধৰি নিবে মোক
এৰাই যাওঁ এহি সময়ত ॥
বেগে হাত দিয়া বুকে হেম্পচা মাৰিয়া পেলাই
একে জাম্পে দুইহাকো চেৰাইলা ।
চৌদ্ধয় হাতৰ থাই লাম্ফ দিয়া চেৰাই বেগে
লৰ দিয়া দূৰক পলাইলা ॥২৩৯৫
তত কালে উঠি দুয়ো মহাক্রোধ কৰি মনে
শঙ্কৰৰ পাচতে খেদিলা ।

শঙ্কৰক নিবৰ্ত্তিয়া যাহান্তে পন্থত পাই
হৰি মাধৱক ধৰি নিলা ॥
পন্থত যাহন্তে দুয়ো মাধৱে আলোচি বাত
যদি আগে তোমাক কাটয় ।
মই নাম সুমৰাইবো মোক তুমি শুমৰাইবা
যদি আগে নষ্ট নকৰয় ॥২৩৯৬
হৰিক ৰাখিয়া থৈল মাধৱক আগে নিল
সন্ধি কৰাইবাৰ দেখিলন্ত ।
হাতে মালা কমণ্ডলু তপস্বীৰ চিহ্ন দেখি
আপুনি মতাই পুছিলন্ত ॥
আৰে কোন জনে তোক ধৰিয়া আনিলে ঐকে
কহ মোত নকৰিবি ডৰ ।
সূৰ্য্যদেৱেসে মোক ধৰিয়া আনিল এথা
মাধৱদেৱে দিল প্ৰত্যুত্তৰ ॥২৩৯৭
যি গোটে আনিলে ধৰি তাহাৰ ভুলিয়া নাম
ভয়ে গাৱ কৰে থৰবৰ ।
কহিল মাত্ৰকে তোক ততুকালে কাটে গিয়া
শত্ৰুবুদ্ধি নাহি মহত্তৰ ॥
বৰা বোলে এক আক শুনি বাক্য কৰিলেক
হৰিক ধৰিয়া আগে নিল ॥
কোন তই বুলি বৰা ক্ৰোধদৃষ্টি পুছিলেক
শুনি শ্ৰুতি হৰিৰ উৰিল ॥২৩৯৮

সিদ্ধান্ত নপায়া যবা তম্বুকালে আদেশিল
কাটিবাক নেই তাঙ্ক ধৰি।
নাম সুমৰাইবে লাগি মাধৱে ৰাইবাক খোজে
বাখিয়া নেদয় তাঙ্ক এৰি॥
নাম সুমৰাইবে মোক বাখিয়া নেদয় এৰি
মাধৱে মাতন্ত গেৰি দিয়া।
সাৱধান সাৱধান আপুনি হুয়োক বাপু
নাম বিনে গতি নাইকিয়া॥২৩৯৯
ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোলন্ত জমাই যান্ত
মাধৱে শুনন্ত কাণ পাতি।
নদীত নমাই নিয়া তম্বুকালে কাটিলেক
অহম পাষণ্ড ক্রুৰমতি॥
মাধৱক জমাইক ধৰিয়া নিবাক শুনি
শঙ্কৰৰ শ্ৰুতি নাহি গাত।
মাধৱৰ শোকশেলে শৰীৰ নসহে তান
হিয়ে যেন ভৈল বজ্ৰপাত॥২৪০০
স্নান ভোজনক নাহি পন্থক নিৰেখি থাকে
কিবা বাৰ্ত্তা শুনো পন্থকত।
মাধৱক হুকৰাই হেন খেদ কৰিলন্ত
শঙ্কৰদেৱৰ হৃদয়ত॥২৪০১

---

## ছুলড়ী

শুনা সৰ্ব্বলোক মাধৱক শোক
কৰিলা যেন শঙ্কৰ ।
শঙ্কৰ মাধৱ দুহাত্তৰো জানা
কিঞ্চিতো নহে অন্তৰ ॥
কৃষ্ণে যেনমতে উদ্ধৱত ভক্তি
কহিল যিটো ৰহস্য ।
মাধৱ দেৱৰ প্ৰেম ভকতিত
ভৈলন্ত শঙ্কৰ বশ্য ॥২৪০২
শঙ্কৰৰ শক্তি মাধৱক দিয়া
আচাৰ্য্য পাতিয়া থৈলা ।
মাধৱদেৱক গুৰু মানি লোকে
কৃষ্ণত শৰণ লৈলা ॥
নমো নমো কৃষ্ণ জগত জীৱন
পতিতপাৱন স্বামী ।
তোমাৰ অভয় চৰণ পঙ্কজে
শৰণ পশিলো আমি ॥২৪০৩
মহামূৰ্খ হুয়া শঙ্কৰ চৰিত্ৰ
লেখি কৰিলো প্ৰচাৰ ।
মহন্ত জনৰ ক্ষমাসে ভূষণ
জানিয়া কৰিলো সাৰ ।

যদি নিন্দা বোলা নাহি মন কষ্ট
হুইবো পাপ মোৰ নাশ।
ভাবিয়া ইহাক এৰাইবো পাপক
বুলিয়া কৰিলো আশ ॥২৪০৪
মোক তিৰস্কাৰ কৰি তুষ্ট হুয়া
নেৰিবা মুখত নাম।
কহে শিশুমতি কৃষ্ণপায়ে মতি
দিয়া বোলা ৰাম ৰাম ॥২৪০৫

---

## পদ

শুনা সভাসদ কথা আত অনন্তৰ।
মাধৱক লাগি শোক কৰন্ত শঙ্কৰ ॥
জমাইত অধিক কৰি শোক মাধৱক।
মাধৱৰ শোকে যেন পোৰে সৰ্ব্বগাক ॥২৪০৬
মিলিল আনন্দ মাধৱক লাগ পাইলো।
কোন দৈৱদোষে মাধৱক হুকৰাইলো ॥
জমাই মাধৱক একেলগে নিলে ধৰি।
কাটিবেক আহোম দুৰ্জ্জনে খাণ্ডা ধৰি ॥২৪০৭
মাধক পাইয়া মই গুণিলো মনত।
মোৰ সমতুল্য সৰ্ব্বশাস্ত্ৰত পাৰ্গত ॥

আচাৰ্য্য পাতিয়া থৈবো সমস্ত লোকৰ।
উপদেশ ধৰি লোক তৰিব বিস্তৰ ॥২৪০৮
মাধৱৰ বিয়োগ ভৈলেক আশা ছেদ।
কান্দি কাতি শঙ্কৰে কৰয় বহু খেদ ॥
মাধৱক শোকে দেখা দিনকে আন্ধাৰ।
শুনা নৰ-নাৰী কথা আত অনন্তৰ ॥২৪০৯
হৰিক কাটিয়া মাধৱক এৰি দিলা।
জমাইক সুমৰি কান্দি মাধৱ আসিলা ॥
উৰ্দ্ধমুখে চাই আছা পন্থক নিৰেখি।
আসিলেক মাধৱ ভৈলেক দেখা দেখি ॥২৪১০
মনত হৰিষ ভাৰা আগবাঢ়ি গৈলা।
জীলো জীলো বুলি ৰঙ্গে সাৱটি ধৰিলা ॥
মাধৱৰ নেত্ৰ লোহ পৰে সৰসৰি।
মাধৱেয়ো প্ৰণামিলা চৰণত পৰি ॥২৪১১
কান্দিবাৰ দেখিয়া মনত মহাদুখ।
কহিলা বৃত্তান্ত পাচে বস্ত্ৰে মুচি মুখ ॥
পন্থে পাই দুহান্তক আহোমে ধৰি নিলা।
এৰি দিলে মোক মোৰ সখিক কাটিলা ॥২৪১২
কতবা জন্মৰ ভাগ্য আছয় আমাৰ।
সি হেতু চৰণ আসি দেখিলো তোমাৰ ॥
পৰোক শৰীৰ আত নকৰো বিশ্বাস।
তযু সেৱা বিনে হোৱে ব্যৰ্থে জন্ম নাশ ॥২৪১৩

এহি বুলি মাধৱে বিস্তৰ কান্দিলন্ত।
প্ৰিয় বাক্যে শঙ্কৰেয়ো শান্ত কৰিলন্ত॥
কৃষ্ণত ভকত শান্ত সুশীল স্বভাৱ।
শঙ্কৰৰ প্ৰিয়তম সুহৃদ মাধৱ॥২৪১৪
ইসব কথাক আৰে এহিমানে থওঁ।
হৰি কিয় কটা গৈলা তাৰ কথা কওঁ॥
ৰামায়ণ কাণ্ডত আছয় তাক কহি।
শুনা একচিত্ত মনে পাপ যাউক দহি॥২৪১৫
পিতৃবাক্যে ৰামচন্দ্ৰ বনক গৈলন্ত।
সীতা সমে দণ্ডকা বনত ৰহিলন্ত॥
লগত আছয় আৰো লক্ষ্মণ ভয়াই।
আৰ কোন জন নাহি লগত সদায়॥২৪১৬
বনমধ্যে সীতা পায়া ৰাৱণে হৰিলা।
সীতাক বিচাৰি ৰামে ঋষ্যমুক পাইলা॥
সুগ্ৰীৱ সহিতে ৰামে সখিত্ব কৰিলা।
বালীক মাৰিয়া সুগ্ৰীৱক ৰাজ্য দিলা॥২৪১৭
সুগ্ৰীৱে বুলিলা ৰাম চৰণত ধৰি।
বাৰিষা কালত মিত্ৰ যুজিতে নপাৰি॥
এহি হোক বুলি ৰামে থাকিলন্ত তথা।
শুনা আত পাচে আৰো যেন ভৈলা কথা॥২৪১৮
ৰাজ্যভোগে সুগ্ৰীৱে ৰামক পাসৰিলা।
সুগ্ৰীৱৰ পাশে ৰামে দূতক পঠাইলা॥

ভৈল যুদ্ধকাল মিত্ৰ আসোক সত্বৰে ।
দূত বাক্য শুনি বীৰে কটাক্ষ নকৰে ॥২৪১৯
তথাপি পঠাৱে দূত নসাধয় কাম ।
সুগ্ৰীৱক কোপ কৰিলন্ত পাচে ৰাম ॥
লক্ষ্মণক বোলন্ত কাটিয়ো শীঘ্ৰে মাথা ।
আন কালে যেন নকৰয় ইটো কথা ॥২৪২০
ৰাম আজ্ঞা লৈয়া লক্ষ্মণেয়ো খাণ্ডা ধৰি ।
মহাক্ৰোধে পাইল গৈয়া কিষ্কিন্ধ্যা নগৰী ॥
গৰ্জ্জিয়া বোলয় শুনা লটক বানৰ ।
তোক কাটিবাক আজ্ঞা ভৈলাহা ৰামৰ ॥২৪২১
লক্ষ্মণৰ ক্ৰোধ দেখি কম্পিল সুগ্ৰীৱ ।
তাৰা-লোমা কম্পে উৰে সুসেনৰ জীৱ ॥
পতি সমে লক্ষ্মণৰ চৰণে পৰিলা ।
অনেক মিনতি স্তুতি কৰিয়া প্ৰাৰ্থিলা ॥২৪২২
সুগ্ৰীৱৰ স্তুতিত লক্ষ্মণ সন্তোষিলা ।
সসৈন্যে সহিতে নিয়া ৰামত ভেণ্টাইলা ॥
প্ৰাণমিত্ৰ বুলি ৰামে আশ্বাস কৰিলা ।
ৰাৱণক মাৰি সীতা অযোধ্যাক নিলা ॥২৪২৩
লক্ষ্মণৰ ৰাজ্যভোগ ভুঞ্জিবে আছিল ।
কলিকালে অসমত ৰাজা আসি ভৈল ॥
বাৰভূঞা সম বীৰ নাহি ত্ৰিভুৱনে ।
হৰি বংশ নভৈলে জিনিব পাৰে কোনে ॥২৪২৪

সেহি বাক্য পালিয়া কাটা খাণ্ডাত গৈলন্ত ।
গৃহ-বাৰী লৈয়া পুনু শঙ্কৰ আছন্ত ॥
মাধ সহিকে তথা আছন্ত শঙ্কৰ ।
সেহি থানে বহি গৈল চৌদ্ধয় বৎসৰ ॥২৪২৫
অনন্তৰে যেন ভৈলা তাক শুনিয়োক ।
অসম ৰাজ্যাত খল দিয়া বিপ্ৰলোক ॥
শূদ্ৰ একগোটা নামে শঙ্কৰ আছয় ।
শ্ৰাদ্ধ বিধি কৰিবাক লোকক নেদয় ॥২৪২৬
পাষণ্ড আচাৰ লোক নষ্ট কৰিলেক ।
নিৰন্তৰে লোক স্বধৰ্ম্মক এৰিলেক ॥
হেন শুনি ৰাজা শঙ্কৰক নিয়াইলেক ।
দ্বিজগণ সমে তাৰ চাঙ্গে তুলিলেক ॥২৪২৭
ছুৱাৰাক বোলে কথা পুছ শঙ্কৰত ।
ৰাজ্য নষ্ট কৰিলেক কহয় দ্বিজ যত ॥
ছুৱাৰা আসিয়া পুছিলেক শঙ্কৰক ।
বোলয় শঙ্কৰে পুছা ব্ৰাহ্মণসবক ॥২৪২৮
কেনমতে মোত হন্তে ৰাজ্য নষ্ট হয় ।
শুনি দ্বিজসকলক ছুৱাৰা বোলয় ॥
শুনিয়ো ব্ৰাহ্মণসব কহিয়োক নিষ্ট ।
কেনমতে শঙ্কৰে ৰাজ্যক কৰে নষ্ট ॥২৪২৯
দ্বিজগণে বোলয় শঙ্কৰে দেই হাক ।
সমস্ত লোকক শ্ৰাদ্ধ বিধি কৰিবাক ॥

এহি কথা দুৱাৰায়ে ৰাজাত কহিলা।
শ্ৰাদ্ধ কাক বোলে বুলি ৰাজায়ে পুছিলা ॥২৪৩০
দুৱাৰা বোলয় মৰাক বঢ়ায়ে যত যত।
গুৱা-পাণ দুগ্ধ চাউল কল আৰো বস্ত্ৰ॥
তাক নিয়া সবে পাচে ব্ৰাহ্মণে ভুঞ্জয়।
শ্ৰাদ্ধ বুলি ব্ৰাহ্মণসকলে তাক কয় ॥২৪৩১
শুনিয়া অসম ৰাজা ভৈল কোপমন॥
মৰাক বঢ়ায়া চাউল কৰয় ভোজন।
কাউৰৰ কায়া সম চুইবে মুযুৱাই।
শঙ্কৰে কৰিবে কাম ভালেতো নেদয় ॥২৪৩২
মৰাৰ চাউলক নপাইবা শঙ্কৰক॥
বোলে কৰিলেক নষ্ট সমস্ত লোকক॥
খেদাউ চাঙ্গৰ পৰা কোবাই এখনে।
হেন শুনি নামিল আপুনি দ্বিজগণে॥২৪৩৩
লাজ হুয়া সমস্তে গৃহক লাগি গৈলা।
শঙ্কৰক অসম ৰাজায়ে প্ৰশংসিলা॥
অনন্তৰে গৃহক লাগিয়া পঠাই দিলা।
অন্যায় চিন্তিয়া দ্বিজে মানক বঢ়ালা॥২৪৩৪
এহিমতে শঙ্কৰৰ চৰিত্ৰ অনন্ত।
তাঁক কহি কোনজনে কৰিবেক অন্ত॥
তথাপিতো কহো কিছো শুনা সাৱধানে।
চৌদ্দয় বছৰ আছে ধুঞাহাটা থানে॥২৪৩৫

নৰনাৰায়ণ নামে আছে এক ৰজা।
পৰম পণ্ডিত ধৰ্ম্ম পথে পালে প্ৰজা॥
শুক্লধ্বজ নামে তান ভাই শুভানয়।
ধুঞাহাটা হন্তে শুনে লোক সমস্তয়॥২৪৩৬
গীত কবিত্ব গুণ শুনিয়া ৰাজাৰ।
তান ৰাজ্যে যাইবে মন ভৈল শঙ্কৰৰ॥
আত অনন্তৰে কথা শুনা সবে নৰ।
মহেশৰ বীৰ্য্যে ৰাজা ভৈল বিশেষৰ॥২৪৩৭
বিশ্বসিংহ নামে ৰাজা জগত প্ৰখ্যাতি।
মহেশৰ অংশে ৰাজা ভৈল যিদিনাত॥
আপুনি বসিল আসি প্ৰজা অসংখ্যাত।
কম্পয় ধৰণী যেন ৰাজ প্ৰতাপত॥২৪৩৮
বাউসীয়া ৰায়ক গন্ধৰ্ব্বৰায় বোলে।
বিশ্বসিংহে তাকো কৰিলেক বশ্য বলে॥
ঢকুৱাৰ বারু চাক খাওা চমৎকাৰ।
আপুনি কৰয় যুদ্ধ কৰি পৰিহাৰ॥২৪৩৯
চিৰমথা ককচন যুদ্ধে জিনিলেক।
আনো ভূঞা সমস্তক বশ্য কৰিলেক।
প্ৰতাপখা সভোঘা বৰ ভয় ভৈল।
দক্ষিণ কূলে নিৰ্জ্জনত পলাই গৈয়া ৰৈল॥২৪৪০
যতলোক পাইলে লাগ নিলেক কোবাই।
গৌড়েশ্বৰ পাশে ছুইয়ো মিলিলেক যাই॥

বাজা গৌড়েশ্বৰে পাট বাখিয়া দিলন্ত।
বৈৰ মাৰিবাক প্ৰতি পশ্চিমে গৈলন্ত ॥২৪৪১
শূন্য পাট দেখি গোৰ মাৰিলেক যাই।
ভয়ে কামৰূপে হুয়ো আসিল পলাই ॥
প্ৰতাপখা বোলে বায়ো অসমৰ বাজ।
গাভকখা বোলে খুড়া তৈতে নাহি কাজ ॥২৪৪২
বিশ্বসিংহ পুত্ৰ আছে নৰনাৰায়ণ।
তাহাত্তে ভেটিব কৈলো স্বৰূপ বচন।
বাজাৰ আগন্ত গৈয়া দুইহাস্তো মিলিলা।
প্ৰতাপৰ জীৱক বাজাক বিহা দিলা ॥২৪৪৩
দৈৱজ্ঞৰ হাতে বাজা চাহিল গণাই।
গাভকখাৰ হাতত অহুম মৰা যাই।
শ্ৰীৰামখাৰ বেটা যুদ্ধত কুশল।
অসমৰ বাজ্য মানে মাৰিল সকল ॥২৪৪৪
কেৱলে বাজাৰ মাত্ৰ বহিল নগৰ।
নাহ কলে বাজ্য তাক দিলা একনৰ ॥
নৰনাৰায়ণ ভৈলা কামৰূপে বাজা।
আপুনি ধৰিল সবে অসমৰ প্ৰজা ॥২৪৪৫
শঙ্কৰে বোলন্ত মই ইগ্ৰাম এৰিবো।
এহি সময়ত শীঘ্ৰে কামৰূপে যাইবো ॥
সমস্ত লোকক গাৱে গাৱে জান দিলা।
ভকতসকলে শীঘ্ৰে নাৱক সাজিলা ॥২৪৪৬

ৰামদাস সমে মাধৱ একে নাৱে।
আনো লোকসবে সাজিলেক গাৱে গাৱে॥
শঙ্কৰেও আপোনাৰ নাৱত ভৰা দিলা।
পৰিকৰ যত আছে সবেয়ো লৰিলা॥২৪৪৭
সৰ্ব্বস্বক ভৰা দিলা ভকতসকল।
চলিবে নপাৰে নাৱ কৰে তলবল॥
কলসব কাটি আনি নাৱক বান্ধিলা।
এতেকে নদীৰ নাম কলকাটি ভৈলা॥২৪৪৮
হৰিধ্বনি কৰি সবে নাৱক লাৰিলা।
কতোবেলি আসি সাধনাৰ ঘাট পাইলা॥
সাৱধান হুয়ো মাধৱক বুলিলন্ত।
শঙ্কৰৰ আগ ভৈলা দুই গুটি ভক্ত॥২৪৪৯
আমাক নিয়োক বাপু তযু লগে যাওঁ।
তোমাৰ চৰণ বাপ সেৱিবাক পাওঁ॥
বোলন্ত শঙ্কৰে মোৰ নাও ভৰা ভৈলা।
নিবাক পাৰিলে বাপু নকৰোহো হেলা॥২৪৫০
মধৱয় বোপা নাৱে পাচত আসিবা।
খানিতেক থাকা আসিবাক নাৱ পাবা॥
এহি কৈ ভাঠিয়াই শঙ্কৰদেৱ গৈলা।
বিষাদিত মনে তাৰা দুইজনে ৰৈলা॥২৪৫১
আসন্ত মাধৱদেৱ দুইজনে দেখি।
লগাইলেক মাত তাৰা হুয়ো কাৰ্য্য লক্ষি॥

আমাক নিয়োক আত্তা দুয়ো লগে যাওঁ।
নাৱৰ ভৰাৰ কাড়ি দিবা লাগে দেওঁ ॥২৪৫২
লগৰ মনুষ্য বোলে কিমতে নিৱাহা।
ভৰা হৈয়া আছে নাৱে কিমতে যাইবাহা ॥
মাধৱে বোলন্ত আসা আসা উঠিয়োক।
কৰে বাধা লগৰ উঠিবে যতলোক ॥২৪৫৩
বসিবাৰ নাহি ঠাই কেনমতে যাইবা।
বোলন্ত মাধৱে তোৰা বাধা নকৰিবা ॥
মোহোৰ ভাৰ দুই জাপাক পেল্হাইবা।
তথাপিতো ভকত সৰ্ব্বশ লৈয়া যাইবা ॥২৪৫৪
এহি বুলি দুইজাপা পানীত পেল্হাইলা।
সেহি থানে তুলি দুয়ো ভক্তক বৈসালা ॥
সাধু সাধু মাধৱ কৰিলা ইটো কৰ্ম্ম।
তুমিসি জানিলা বাপু ভকতৰ মৰ্ম্ম ॥২৪৫৫
আনো নানা যত বহু প্ৰশংসা কৰিলা।
শুনা যেনমতে আৰো বৃত্তান্ত মিলিলা ॥
খাগৰিকটা এবাৰ কলীয়াবৰ পাইলা।
ভৈলা ৰাত্ৰি দেখি তৈতে নাৱক ৰাখিলা ॥২৪৫৬
এহিমতে ভাটিয়াই নদীত আছন্ত।
যৈতে ৰাত্ৰি হন্ত যাই তহিতে ৰহন্ত ॥
ৰাসা সাজি ঠাই আৰতাই নিয়োগত।
শঙ্কৰক ভোজন কৰন্ত প্ৰথমত ॥২৪৫৭

শঙ্কৰদেৱৰ শয্যা পাৰিলন্ত যেবে।
প্ৰতিদিনে মাধৱে ভোজন কৰে তেবে ॥
দিনেক মাধৱদেৱ আগে গৈয়া বৈলা।
শঙ্কৰদেৱক লাগি বাস সাজি থৈলা ॥২৪৫৮
আসা পাতি ঠাই আৱতাই পুনৰ্ব্বাৰ।
বাসা সাজি ঠাই আৱভাই আপুনাৰ ॥
তাতো আসি শঙ্কৰদেৱয়ে পাইলন্ত।
দেখিয়া মাধদেৱে ভাত ৰান্ধিবে গৈলন্ত ॥২৪৫৯
ভৈল ভাত থক্‌বক্ কৰি উতলায়।
আসিলা শঙ্কৰদেৱ সেহিটো সময় ॥
নাৰাখিয়া নাৱ নদী ভাটিয়াই যান্ত।
দেখিয়া মাধৱদেৱে মাত লগাইলন্ত ॥২৪৬০
বাসা সাজি ঠাই অটাই আসা পাতি।
আছো ৰহিয়োক ঐত কৈত যাব ৰাতি ॥
শঙ্কৰে বোলন্ত ঐত ঠাই ভাল নাই।
মাধৱে বোলন্ত আতা ভাল এহি ঠাই ॥২৪৬১
ভাল নাহি বুলিয়া শঙ্কৰ নৰহিলা।
মাধৱক চাই হাসি নদী ভাটি দিলা ॥
শঙ্কৰ যাইবাৰ দেখি হোৱা ভাত এৰি।
তেতিক্ষণে গৈলন্ত মাধৱদেৱ লৰি ॥২৪৬২
এক বছৰ ভাটিয়াই শঙ্কৰে ৰহিলা।
তিলক্ষণ পাচত মাধৱ গৈয়া পাইলা ॥

মাধৱক দেখি দেৱ শঙ্কৰে পুছিলা।
এথন মাধৱ আইলা ভাত কি কৰিলা ॥২৪৬৩
মাধৱে বোলন্ত বৈত নবহিলা তুমি।
ভৈত কি ভোজন কৰিবো প্ৰভু আমি॥
শঙ্কৰে বোলন্ত তেবে অকাৰ্য্য কৰিলো।
কুটবুদ্ধি কৰি মই ভাটিয়ে আহিলো ॥২৪৬৪
মই বোলো মাধৱে ভোজন কৰিলন্ত।
পাচন্তসে আমাৰ পাশক আসিবন্ত॥
এহু কৰি ভাত এৰি আসিবাহা যেবে।
আমিতো তহিতে বঞ্চিলোহো হন্তে তেবে॥২৪৬৫
আৰো নানাবিধ ভৈতে বচন বুলিলা।
কৃষ্ণৰ কথাতে সিটো ৰজনী পোৱাইলা॥
ৰজনী পোহাইল দেখি নৌকাক মেলিল।
তাৰপৰা গৈয়া সিদ্ধবীৰ ঘাট পাইল ॥২৪৬৬
মাধৱত পূৰ্ব্বকথা কহিলা শঙ্কৰ।
পূৰ্ব্ব জন্মভিঠা আছে জানা আমাসাৰ॥
উত্তৰত সিদ্ধৰী দক্ষিণে ৰবদোৱা।
সেহি থানে আছিলন্ত জানা বাঢ়ভূঞা ॥২৪৬৭
গঙ্গা শাস্তীধৰ আছে আনো চিহ্ন যত।
শুনিয়া মাধৱে কথা পুছে শঙ্কৰত॥
উঠিয়োক বাপ তেবে সেহি চিহ্ন চাওঁ।
শঙ্কৰে বোলন্ত আৰ সিঠাইক নবাওঁ॥২৪৬৮

পুনু পুনু মাধৱে বোলন্ত শঙ্কৰক।
ঘুঠিবা ঘুঠিবা মাধৱক দেই হাক॥
ইটো থানে উঠিলে নপাৱে যাইবাক।
সেহিসে কাৰণে মাধৱক দেই হাক॥২৪৬৯
ভক্তি প্ৰকাশিতে কামৰূপে আছে মন।
সেহি হেতু ঘুঠিলন্ত ধৰদোৱা থান॥
অসমৰ দেশ ছাৰি কামৰূপ পাইলা।
ইটো কিবা দেশ বুলি লোকত পুছিলা॥২৪৭০
লোকে বোলে ইটো দেশ দৰঙ্গ যে নাম।
শঙ্কৰে বোলন্ত থাকিবাৰ নহে কাম॥
ইটো দেশ চাৰি কুৱাৰ ভাগ পাইলন্ত।
কিবা থান বুলিয়া লোকত পুছিলন্ত॥২৪৭১
কুৱাৰ নামে গ্ৰাম আছে ইটো ভাল ভুই।
তাক ছাৰি গৈলা পাচে নদী ভাঠিয়াই॥
বনভাগ বৰভাগ এৰাই গৈলন্ত।
সিসবক ছাৰি থেহু দেশক পাইলন্ত॥২৪৭২
বুঢ়ালোহিত্যে গৈয়া বিল এক পাইলা।
তাহাৰ তীৰত নিয়া নাৱক ছপাইলা॥
কপলা নামত বিল জগতে প্ৰখ্যাত।
ছয়মাস শঙ্কৰেও ৰাখিলন্ত তাত॥২৪৭৩
পৰিল কাৰ্ত্তিক মাস মৎস্য বৰ পাই।
খাইলেক সকল লোকে তৃপিতি পলাই॥

ধৰিলেক খাৰ জ্বৰে সকলোকে চানি।
বহুতৰ লোকসৱে কৰিলেক হানি ॥২৪৭৪
ভক্ত হানি পৰে খেদ কৰয় শঙ্কৰ।
শুনা আৰো তৈতে এক ভৈলা অথন্তৰ ॥
মাধৱদেৱৰ মাতৃ পৰলোকে গৈলা।
ৰামদাস সমে হুয়ো কান্ধে তুলি লৈলা ॥২৪৭৫
কপলা বিলৰ তীৰে চিতাক সাজিল।
চতুৰ্ভিতি ভক্তসৱে নামক ধৰিলা ॥
ৰামৰায় গুৰু চিতা উৎসৰ্গা কৰিলা :
শৱ শান্তি কৰি পাচে মুখাগ্নি কৰিলা ॥২৪৭৬
অগৰু চন্দন ঘৃত লাগেমানে দিলা।
অগ্নি উঠিলা যেন গগনে উঠিলা ॥
ভস্ম ভৈলা শৱ গাও নিমিষ পৰায়।
অস্থি বাছি লৈল পাচে হুয়োজনে চাই ॥২৪৭৭
জ্ঞাতি বন্ধু সমে পাচে তিল নিকলিলা।
শুনিয়োক তাত পাচে যেন কথা ভৈলা ॥
দশাৰ কামক দেৱ মাধৱে কৰিলা।
যতলোক আছে মানে সবাকে ভুঞ্জাইলা ॥২৪৭৮
ভকতৰ হানি দেখি শঙ্কৰদেৱৰ।
অহৰ্নিশে খেদ চিন্তা হুগুচে মনৰ ॥
পূৰ্ব্বে ভৃগুপুত্ৰে ক্ষত্ৰিয়ক মাৰি আছে।
সেহি ক্ষত্ৰিয়ৰ নামে গ্ৰামগোট হৈছে ॥২৪৭৯

ৰবাকুচি কপাল নাহিকে ইটো ভাল।
ইটো দেশ ছাৰি ঐৰ যায়োক সকাল॥
শঙ্কৰেও সবাহাঙ্কে আদেশ কৰিলা।
নৌকা ভাৰ দিয়া ভাঠিমুখক ধৰিলা॥২৪৮০
জনৈক নৰৈলা সিটো কাপলাৰ বড়ি।
শঙ্কদেৱৰ সঙ্গে চলে ৰঙ্গ কৰি॥
বুঢ়ালুইতে গৈয়া এই গ্রামক দেখিলা।
ইটো কিবা গ্রাম বুলি লোকত পুছিলা॥২৪৮১
কৰিলন্ত ইটো গ্রাম সুন্দৰী বোলয়।
পুছিলন্ত শঙ্কৰেও গ্রামৰ অন্বয়॥
কহিলন্ত লোকসবে লোক পূর্ব্বাপৰ।
নৰকাসুৰে কন্যা নিলে ষোড়শ হাজাৰ॥২৪৮২
দশ পাঞ্চ গ্রামে এক সুন্দৰী নপাইলা।
এহি গ্রাম মধ্যে দুইজনী কন্যা পাইলা॥
এহি হেতু ইটো গ্রাম সুন্দৰী বোলয়।
বোলন্ত শঙ্কৰে থাকিবাৰ ভাল নয়॥২৪৮৩
সুন্দৰীসকলে বশ্য কৰে পুৰুষক।
নাৰাবা বুলিয়া বাধিলন্ত মাধৱক॥
তৈৰপৰা তেতিক্ষণে নৌকাক মেলিলা।
নিমিষেকে গৈয়া চিৰলিয়া মুখ পাইলা॥২৪৮৪
ভাল ঘাট দেখি তাত চপাইলন্ত নাৱ
চৌকীয়া মাজীয়ে ভাতে পথালন্ত পাৱ॥

ইটো কোন দেশ বুলি শঙ্কৰে পুছয়।
তেন্তে কৰিলন্ত আক বাউসী বোলয় ॥২৪৮৫
কিহেতু বোলয় বাউসী কহিয়ো কাৰণ।
কহিলন্ত আত সাধু আছে লোকজন॥
সত্য ব্যতিৰেকে মিছা নুবুলে বচন।
নাহি মিছা বেশ্যা চোৰ টেণ্টন টামন ॥২৪৮৬
এতেকে সেহিটো দেশ বাউসী বোলয়।
কহিলোহো শুনিলাহা দেশৰ অন্বয়॥
শুনিয়া শঙ্কৰ ভৈলা আনন্দিত মন।
বোলন্ত থাকিবে ভাল এহিখানি থান॥২৪৮৭
শঙ্কৰদেৱেয়ো পুনু মাজিক বুলিলা।
মাধৱৰ মাৰখানি পৰলোক ভৈলা।
মাসেকীয়া শুদ্ধিখানি কৰিতে নপাৰে।
কৰ্ম্ম কৰিবাক থান দিয়া তুমি ঘৰে॥২৪৮৮
চৌকীয়া মাজীয়ে বোলে আমি ঠাই দিবো।
ইমত পুৰুষ আমি কত ভাগ্যে পাইবো॥
তাসম্বাৰ বাক্য শুনি বুলিলা শঙ্কৰে।
থাকিয়ো মাধৱ তুমি আসম্বাৰ ঘৰে॥২৪৮৯
এহি বুলি মাধৱক ঘাটে তুলি দিলা।
চৌকীয়া মাজীয়ো পাচে গৃহ লাগি নিলা॥
নবীন গৃহক সজাই তেতিক্ষণে দিলা॥
পৰম সন্তোষে পাচে মাধৱ থাকিলা॥২৪৯০

ঘৃত শালি তণ্ডুলক প্ৰতি দিনে দেন্ত।
চৌকীয়া মাজীয়ো সেৱ নিতান্তে কৰন্ত॥
মাধৱক চৌকীয়া মাজীৰ গৃহে থৈলা।
নাও মেলি বুলুটীইতে ভটিয়াই গৈলা॥২৪৯১
কতো বেলি ছপৰাৰ ঘাটক পাইলন্ত।
কিবা গ্ৰাম বুলিয়া লোকক পুছিলন্ত॥
লোকে বোলে চৰ্পটেশ্বৰ গ্ৰামক বোলয়।
আছে এক মূৰ্ত্তি আত শিৱৰ আলয়॥২৪৯২
শিৱলিঙ্গ দেখিয়া সবেও কৰে মান।
বোলন্ত শঙ্কৰে থাকিবাৰ নোহে থান॥
পৰম লুভীয়া শিৱ দিনে লাগে পূজা।
আমাসাক পাইয়া নথাইবেক এক প্ৰজা॥২৪৯৩
নপাইবেক পূজা একো মুছিবে মৰ্য্যাদা।
শিৱ সমে দ্বন্দ্ব লাগি থাকিবে সৰ্ব্বদা॥
এহি বুলি ভৈৰপৰা উজাই আসিলা।
গয়াজান এৰাই বৰপেটা বিল পাইলা॥২৪৯৪
পৰম শোভন বিল দেখিতে বহুল।
পক্ষীসব চৰিয়া কৰয় কুতুহল॥
মৎস্য কচ্ছপ লতা পতা আছয় বিস্তৰ।
থাকিবে হুবিষ মন ভৈলা শঙ্কৰৰ॥২৪৯৫
আছে চুণপৰা বৃক্ষ উচ্ছিত ভাঙ্গৰ।
পৰম শোভন বৃক্ষ দেখি ধৌতাকাৰ॥

তাহাৰ তলত নিয়া নৌকাক চপাইলা ।
আপুনি শঙ্কৰদেৱৰ বাসাক উঠিলা ॥২৪৯৬
গাৱে গাৱে চই তুলি সজাইলেক ঘৰ ।
বাসা লৈয়া থাকিলেক নিৰন্তৰ নৰ ॥
হাবি কাটি মুকলি কৰিলা সিটো ঠাই ।
বাৰাদীৰ পৰা মাধৱেও তৈকে যাই ॥২৪৯৭
মাসেকৰ ওচৰ চাপিল যেবে আসি ।
ফুৰন্ত মাধৱদেৱে কড়িক অম্বেষি ॥
শুনিয়োক কথা আৰে আত অনন্তৰ ।
কি কাৰণে ইটো ৰাজ্যে আসিলা শঙ্কৰ ॥২৪৯৮
নাৰায়ণ নাম ভক্ত বিদিত জগতে ।
তেহো শঙ্কৰক লাগ পাইলা যেনমতে ॥
সিসব কথাক আৰে শুনিয়ো সম্প্ৰতি ।
সভা মধ্যে ব্যক্ত কৰি হৰিৰ ভকতি ॥২৪৯৯
পৰম হৰিষে যবে আছিলা শঙ্কৰ ।
মিলিল ঘটনা এক শুনা আতপৰ ॥
ধুৱাহাটা গ্ৰামে পূৰ্ব্বে আছিলা শঙ্কৰ ।
গীতত ৰসিক এক ব্ৰাহ্মণ ভাস্কৰ ॥২৫০০
শঙ্কৰৰ কৃত গীত গাইলা নানা মত ।
পৰম বৈৰাগ্য ভৈল বিপ্ৰৰ মনত ॥
শঙ্কৰত পাচে বিপ্ৰে বিদায় কৰিলা ।
জগন্নাথ দৰশনে ক্ষেত্ৰে চলি গৈলা ॥২৫০১

সোণকোষ নদীৰ তীৰত ৰহিলন্ত।
নাৰায়ণ সমে হয়ো একত্র ভৈলন্ত ॥
নাৰায়ণ দাসে কিনা বিকা কৰিলন্ত।
নাও বান্ধি সেহি ঘাটে ৰহিয়া আছন্ত ॥২৫০২
প্রভাতে উঠিয়া ঘাটে স্নানিতে গৈলন্ত।
কাষৰত বসিয়া ভাস্কৰে চাহিলন্ত ॥
পাট ফোটা পিন্ধি তেল ঘসিয়া গাৱত।
ৰূপাৰ বলয়া পিন্ধি আছয় হাতত ॥২৫০৩
বাথৰুৱা আকৃতিক দেখন্তে সন্তোষ।
গৌৰাঙ্গ শৰীৰ ৰাজকুমাৰ সদৃশ ॥
ভূমিৰ নিশ্চয় ফোটা পিন্ধিয়া আছন্ত।
জলত নামিয়া যাই স্নান কৰিলন্ত ॥২৫০৪
সূৰ্য্যক চাহিয়া মৌনে মন্ত্রক জপিলা।
দক্ষিণক মুখে জলাঞ্জলিক কৰিলা ॥
ভাস্কৰে জলত নামি স্নান কৰিলন্ত।
কৃষ্ণ বুলি বুৰ দিয়া শীঘ্রে উঠিলন্ত ॥২৫০৫
স্নান কৰি ভাস্কৰে চাহিচা মন তুষ্টি।
নাৰায়ণো আসিলা জলৰ পৰা উঠি ॥
ব্রাহ্মণৰ থান দেখি নম্রগুণ নাই।
শূদ্র হেন মনে গুণি বুলিলা হুনাই ॥২৫০৬
কিবা নাম তুমি কোন গ্রামত থাকিয়ো।
কিবা জপিলাহা তুমি নিশ্চয় কহিয়ো ॥

নাৰায়ণ কহিলন্ত বিপ্ৰৰ আগত।
ভৱানন্দ নাম থাকো ডিঙ্গা নগৰত ॥২৫০৭
কিনা-বিকা কৰি ফুৰো যেন সদাগৰ।
শুনিয়া মাতিয়া পাচে ব্ৰাহ্মণ ভাস্কৰ ॥
কলিত নাহিকে বেদ ধৰ্ম্মৰ আচাৰ।
শূদ্ৰৰ আছয় কোন মন্ত্ৰে অধিকাৰ ॥২৫০৮
কৰিলেক কলি সৰ্ব্ব ধৰ্ম্মকে দূষিত।
ভৈল একাকাৰ সবে পাপত ভেসে চিত্ত ॥
আছন্ত শঙ্কৰ কৃষ্ণ অংশে অৱতাৰ।
পদবন্ধে ভাগৱত কৰিলা প্ৰচাৰ ॥২৫০৯
কৃষ্ণৰ ভকতি পন্থ কৰিছা বেকত।
নামৰ কীৰ্ত্তন কৰি তৰয় জগত ॥
শুনি নাৰায়ণে পাচে বিপ্ৰত পুছিলা।
কিবা প্ৰয়োজনে তুমি ইঠাইক আসিলা ॥২৫১০
শঙ্কৰ আছন্ত কৈত মোক কহিয়োক।
ভাস্কৰে বোলন্ত ভৱানন্দ শুনিয়োক ॥
শঙ্কৰত বিদায় কৰিয়া আসিলওঁ।
থাকিয়োক তুমি আমি ক্ষেত্ৰে চলি যাওঁ ॥২৫১১
জগন্নাথ দেখিবাক বৰ বাঞ্ছা মনে।
হেন শুনি পাচে মাতিলন্ত নাৰায়ণে ॥
এতিক্ষণে মযো চলি যাওঁ তবু সঙ্গে।
জগন্নাথ দৰশন হৈবে মন ৰঙ্গে ॥২৫১২

ভাস্কৰে বোলন্ত যে ভৱানন্দ শুনিয়োক।
তাহান মায়ায়ে আৰে মোহিলেক মোক ॥
শঙ্কৰক এৰিয়া আসিলো সিকাৰণে।
শীঘ্ৰে চলিয়োক তুমি মোহোৰ বচনে ॥২৫১৩
বৰ নগৰৰ হন্তে আনি পৰিকৰ। *
নামাগ্ৰামে থৈয়া তুমি যায়োক সত্বৰ ॥
নাৱে চৰি সি ৰাজ্যৰ ধুঞাহাটা যাইবা।
শঙ্কৰক দেখি তুমি সম্প্ৰত্যয় পাইবা ॥২৫১৪
এহি বুলি ভাস্কৰ পশ্চিমে চলি গৈলা।
নাৰায়ণে নাৱে চৰি নগৰে চলিলা ॥
শঙ্কৰৰ কথা শুনি মনত হৰিষ।
দেখিবাক মনে খেদ কৰে অহৰ্নিশ ॥২৫১৫
পঞ্চৰাতি ভাঠি আছে গ্ৰাম হালধীয়া।
পৰিকৰ আনি থৈলা তথাতে নমায়া ॥
যত দ্ৰব্য আছে মানে নাৱে ভৰা দিলা।
দুইঘৰ দিয়া তাৰ তলত বসিলা ॥২৫১৬
মহাকালীৰাম ভৈল গোৰৰ কাণ্ডাৰী।
আগে পাচে বৈঠা বাই যাই জল ছাৰি ॥

---

* ঠাকুৰ আতা পূৰ্ব্বে বৰনগৰত আছিল, শঙ্কৰদেৱক লগ ধৰাৰ কিছুদিন আগতে নামা নগৰৰ হালধীয়া গ্ৰামত বাস কৰিছিল। এই হালধীয়া গ্ৰাম বৰ্ত্তমান মৰনৱৰী সত্ৰৰ পশ্চিমে মানাহ আৰু চাউলখোৱাৰ মিলন স্থলত।

বাৰাদিৰ সমীপক পাইলন্ত যাই।
তিনিখন নাও আছে পানী ভাঠিয়াই ॥২৫১৭
শঙ্কৰদেৱৰ গীত পৰম হৰিষে।
ভণিতায় সমে গাৱে নাৱৰ মানুষে॥
শঙ্কৰদেৱৰ ভণিতাক শুনিলন্ত।
নাও ৰাখি নাৰায়ণে বাৰ্ত্তা পুছিলন্ত ॥২৫১৮
যাহাৰ ভণিতা তুমি পাইলাহা গীতত।
কৈতৰা আছয় তাৰা কৈয়ো স্বৰূপত॥
কি কামে পুছিলা বুলি তাৰা সুধিলন্ত।
দেখিয়োক বৃক্ষ তথা শঙ্কৰ আছন্ত ॥২৫১৯
চূণপোৰা নামে বৃক্ষ প্ৰসিদ্ধ লোকত।
আছন্ত শঙ্কৰ ৰহি তাহাৰ গোৰত॥
হেন বাক্য যেবে নাৰায়ণে শুনিলন্ত।
আকাশৰ চন্দ্ৰ যেন হাততে পাইলন্ত ॥২৫২০
তাসম্বাৰ লগ ধৰি পাচতে আসিলা
জানে সোমাই ৰৰপেটা বিলক পাইলা॥
বৃক্ষৰ ঘাটত নিয়া নাও চপাইলন্ত।
নাৰায়ণে তেখনে নাৱৰ উঠিলন্ত ॥২৫২১
এক পূৰা মুগ কলা লৈলন্ত কান্ধত।
শঙ্কৰদেৱক উঠি দেখিলা সাম্প্ৰত॥
খৰমত ভৰি দিয়া থিয় দি আছন্ত।
পশ্চিমক মুখ দিয়া বন কটাৱন্ত ॥২৫২২

হাতত কপৰা লৈ তাম্বুল ভুঞ্জন্ত।
লগৰ মনুষ্য গৈয়া বাৰ্ত্তা কহিলন্ত ॥
উত্তম মনুষ্য গুটি আসিছা দেখিত।
চৰণত পৰি নমস্কাৰ কৰিলন্ত ॥২৫২৩
নাৰায়ণ স্মৰি বাক্য বুলিল শঙ্কৰ।
ইয়ে ৰাজ্যে কঠিয়া আছয় ভকতৰ ॥
অত্যন্ত সুন্দৰ দেহা শঙ্কৰে দেখিলা।
বয়সতো অল্প দেখি সাদৰে পুছিলা ॥২৫২৪
কিবা নাম কহিয়োক শুনিবে আনন্দ।
কহিলন্ত পিতৃদত্ত নাম ভৱানন্দ ॥
শঙ্কৰে হৰিষে পাচে বুলিলা বচন।
ময়ো তোমাথেৰ নাম থৈলো নাৰায়ণ ॥২৫২৫
অকস্মাতে নাৰায়ণ শব্দ আমি কৈলো।
এতেকে তোমাৰ নাম নাৰায়ণ থৈলো ॥
পুনু নাৰায়ণে নমস্কাৰ কৰিলন্ত।
অনন্তৰে শঙ্কৰ আগন্তে বসিলন্ত ॥২৫২৬
নাৰায়ণো বসিলন্ত পুছিলা শঙ্কৰ।
ইটো ৰাজ্যে উত্তম আছয় কোন নৰ ॥
নাৰায়ণে কহিলন্ত চৰণত পৰি।
আছে একজন পীতাম্বৰ নাম ধৰি ॥২৫২৭
শঙ্কৰে বোলন্ত কেন কৰিতা কৰয়।
গোৱা নাৰায়ণ শুনো গীতৰ অন্বয় ॥

শুনি নাৰায়ণে পাচে সুমৰি মনন্ত।
কবিকৃত গীত গান্ত শঙ্কৰ আগন্ত॥ ২৫২৮
বিলাপ কৰিয়া কান্দে দেৱী ৰুক্মিণী।
কোন অঙ্গ খুন দেখি নাসিলা পদ্মপাণি॥
আৰ গাইবে নেদিলা শঙ্কৰ মহামতি।
জানিলোঁহো নাৰায়ণ সিটো অনুমতি॥ ২৫২৯
গীতত জানিলো কামৰূপ ইটো জন।
আন কোন আছে কহিয়োক নাৰায়ণ॥
শুনি নাৰায়ণে পাচে বুলিলা বচন।
আছয় চৌকীয়া মাজী নামে একজন॥ ২৫৩০
পানীশালা অন্নদান লোকক কৰয়।
শঙ্কৰে বোলন্ত ইয়ো গৃহস্থৰ নয়॥
হেন শুনি পাচে নাৰায়ণে মাতিলন্ত।
ববনদী পৰা জানো কমতা পর্য্যন্ত॥ ২৫৩১
জয়ন্তী গ্ৰামত আছা মাধৱ বিশেষ।
তোমাথেক পাইলে তেহো লৈবা উপদেশ॥
তাত্ত পৰে আৰ নেদেখোঁহো আনজন।
শুনিয়া শঙ্কৰে পাচে বুলিলা বচন॥ ২৫৩২
তুমি যাক বোলাহা হইবে সিটো ভাল।
হুওঁ দেখা দেখি তাক আনিয়ো সকাল॥
নাৰায়ণে পুছিলন্ত শঙ্কৰদেৱন্ত।
তোমাথেৰ ৰাজ্যে আছে কতেক ভকত॥ ২৫৩৩

কাৰ কিবা নাম আসি আছা তযু সঙ্গে।
কহিয়োক বাপ শুনো মহা মনৰঙ্গে॥
শঙ্কৰে বোলন্ত শুনা কৰিয়া উৎসৱ।
ৰামৰাম গুৰু আৰো আছন্ত মাধৱ॥ ২৫৩৪
বুঢ়া দৈৱজ্ঞ আৰো হৰিদাস বাণিয়া।
জানিবা নিশ্চয় তাৰাসব শুদ্ধহিয়া॥
বহুত দূৰৰ পৰা দেখিয়া আমায়।
সভাত বসিয়া হৰিকথাক শুনয়॥ ২৫৩৫
এক দুই সেৰ ৰূপ বয়কো কৰয়।
নাপাৰে কৰিতে তেহ্ন চিত্তক নিশ্চয়॥
বিশ্বাস কৰিতে নপাৰয় একো জন।
হেন শুনি পাচে মাতিলন্ত নাৰায়ণ॥ ২৫৩৬
প্ৰথমে যাহাৰ লেখা দিলা তুমি মোক।
ময়ো একজন পাওঁ লেখিয়া লয়োক॥
এহি হৌক বুলি পাচে মাতিলা শঙ্কৰ।
জানা নাৰায়ণ তুমি মহা প্ৰিয়তৰ॥ ২৫৩৭
তাৰা সবে যেন মোৰ তুমিয়ো তেহ্নয়।
শুনি নাৰায়ণে ভৈলা আনন্দ হৃদয়॥
পৰম হৰিষ ভৈলা ৰোমাঞ্চিত গায়।
কৰিলা প্ৰণাম পৰি শঙ্কৰৰ পায়॥ ২৫৩৮
উঠি কৰযোৰে নাৰায়ণে নিবেদন্তি।
তোমাথেৰ পূৰ্ব্ব কথা কহিয়ো সম্প্ৰতি॥

বংশাৱলী কথা বাপ কহিয়ো বিশেষ।
অতি পূর্ব্বে তোমাথেৰ কোন ৰাজ্য দেশ ॥ ২৫৩৯
শুনিবে উৎসুক বাপ কৱো নিৰন্তৰ।
শুনিয়া হৰিষে পাচে মাতিলা শঙ্কৰ ॥
পিতামহবর্গে কথা কহিছা পূর্ব্বত।
অতি পূর্ব্বে আছিলন্ত কনৌজপুৰত ॥ ২৫৪০
আছন্ত কমতেশ্বৰ কমতা নগৰে।
গৌড়েশ্বৰ সমে মিত্রবতি দুহান্তৰে॥
দশঘৰ ব্রাহ্মণ কায়স্থ দশ ঘৰ।
গৌড়েশ্বৰ পাশে খুজিলন্ত কামেশ্বৰ ॥২৫৪১
শুনি গৌড়েশ্বৰে মাতি আনন্দ লভিলা।
কায়স্থ ব্রাহ্মণে চৌদ্ধ ঘৰ আনি দিলা ॥
নামে লণ্ডাদেৱ ভূঞা ভূঞাত প্রধান।
গৌড়েশ্বৰ মাতি তাঙ্ক দিলা সন্নিধান ॥ ২৫৪২
মিত্রৰ কাৰণে দোহে তোমাক পঠাই।
বৎসৰ অন্তৰে আসিবাহা মোৰ ঠাই ॥
লণ্ডাদেৱৰ তেন্তে হন্ত পুৰোহিত।
লগতে আসিছা বৰ অদ্ভুত পণ্ডিত ॥ ২৫৪৩
তৈলন্ত প্রসিদ্ধ ভূঞা বহুলোক প্রাণ।
লগতে উঠয়ে যাৰ আশীখান চান ॥
ধনুৰ্দ্ধৰ পাইকসৰ খাটে বহুতৰ।
গৌড়েশ্বৰ পাশক নৰাইয়ে চণ্ডীবৰ ॥ ২৫৪৪

নৰাইবাৰ দেখি গৌড়েশ্বৰ ক্রোধ কৰি।
মিত্ৰ কৰিবাৰ ছলে নিলে তাঙ্ক ধৰি॥
বন্দী কৰি কাৰাগৃহে যত্ন কৰি থৈল।
শুনা নাৰায়ণ পাচে যেন কথা ভৈল॥ ২৫৪৫
নদীয়াৰ হন্তে এক আসিল পণ্ডিত।
বলধে পুস্তক চলে যাৰ সন্নিহিত॥
গৌড়েশ্বৰ নৃপতিয়ে বুলিলা সাদৰি।
চণ্ডীবৰে বন্দীতে বুলিলা ক্রোধ কৰি॥ ২৫৪৬
আৰো দিনা পণ্ডিত সভাত বসিলন্ত।
গৌড়েশ্বৰৰ আগত বচন বুলিলন্ত॥
বন্দীশালে তোমাৰ আছয় একজন।
তান লগে বাদ কৰিবাৰ মোৰ মন॥ ২৫৪৭
ৰথীয়াৰ মুখত শুনিলে নৰেশ্বৰ।
বন্দীশালে আছয় পণ্ডিত চণ্ডীবৰ॥
শুনি গৌৰেশ্বৰ ততকালে নিয়াইলন্ত।
নাসিকক মাতি ডাবি নখ কটাইলন্ত॥ ২৫৪৮
স্নান কৰাই পাটবস্ত্ৰ দিলা পিন্ধিবাক।
বসিলা সভাত আশীৰ্ব্বাদ কৰিবাক॥
ছুইকো ছুই সম্ভাষিয়া গ্ৰামক পুছিলা।
নামত পত্তনিপুৰ পণ্ডিতে কহিলা॥ ২৫৪৯
আত অনন্তৰে কথা শুনা নিৰন্তৰে।
যেনমতে পণ্ডিত জিনিলা চণ্ডীবৰে॥

পাত্র-মন্ত্রী নৃপতি সমস্ত বসি আছে।
চণ্ডীবরে পণ্ডিতক বুলিলন্ত পাচে ॥২৫৫০
ই রাজ্যর পণ্ডিতক জিনিলা সবে তুমি।
কোন গ্রামে থাকা কথা কহা শুনো আমি ॥
জগত প্রসিদ্ধ ইটো গৌড়েশ্বর রাজ।
পণ্ডিত জনাই আছো করিলাহা লাজ ॥ ২৫৫১
হেন শুনি প্রত্যুত্তর দিলা দ্বিজবর।
থাকোহো পত্তনিপুর নামত নগর ॥
হেন শুনি দেৱদাস ভূঞা অনুপাম।
বোলে আমাথেবো থান গোগরিয়া গ্রাম ॥২৫৫২
হেন শুনি বিপ্রে গর্ব্বমদে বসি আছে।
উপহাস্য করি তাঙ্ক বুলিলন্ত পাচে ॥
একে গরু নাম তাক গৰীয়া কহিলি।
আপুনার মুখে কথা কহি লঘু ভৈলি ॥২৫৫৩
হাসি হাসি কহিলন্ত সমাজক চাই।
আমার পত্তনিপুর উপমাক নাই ॥
হেন শুনি দেৱীদাসে বুলিলেক তাক।
কি কারণে দ্বিজবর নিন্দিলি আমাক ॥ ২৫৫৪
গৰীয়ার কথা কহো শুনা মহামন্তি।
পরম মহত্ত সিটো গৰীয়া সম্প্রতি।
চক্ষু কাণ নাক মুখ গৰীয়ার ভরি।
করিলন্ত কথা দিশ প্রকাশিত করি ॥ ২৫৫৫

আছে সেহি গ্ৰামে আন বৰ বৰ লোক।
তাৰ কথা কহো কাণপাতি শুনিয়োক॥
তাসম্বাৰ বান্দী-বন্ধা অনেক আছয়।
সিসবৰ দশ পঞ্চ আছয় তনয়॥ ২৫৫৬
গিৰি-বান্দীসবে যেবে খাই উঠে ভাত।
পাতে পাতে চুৰা অন্ন পৰি থাকে তাত॥
বান্দীসবে থয়ে তাক কঠৰাত কৰি।
ৰাত্ৰি ভৈলে চিকা খাই থাকে তাত পৰি॥ ২৫৫৭
লোতপোত কৰি তিতা বুৰা হুয়া যাই।
বান্দীৰ ছোৱালে পাচে সেই অন্ন খাই॥
চুৰাপাত সমে পৰি থাকয় পতনি।
পানীসব পাচে গৰীয়াৰ লাদ আনি॥২৫৫৭
তিনিবাৰ ঠাইখিনি কৰয় মাৰ্জ্জন।
তেবে শুদ্ধ হোৱে কয়ে বেদৰ বচন॥
হেন গৰীয়াক নিন্দা কৰা কিবা জানি।
বিচাৰি চাহিয়ো হোৱে নহে বেদবাণী॥ ২৫৫৯
গোবৰ পানীয়ে চুৰা ঠাইক লেপয়।
তিনি আঙ্গুলিৰ থল পৱিত্ৰ হোৱয়॥
গৰুৰ গোবৰ শুদ্ধ কৰে সবপ্ৰাণী।
বিচাৰ নকৰি নিন্দা কৰা কিবা জানি॥ ২৫৬০
হেন শুনি হাসিলন্ত ৰাজা-প্ৰজাগণে।
লজ্জা হুয়া ভৈল দ্বিজ বিবৰ্ণ বদনে॥

গৌড়েশ্বৰ ৰাজা আতি আনন্দিত ভৈলা।
ধন্য চণ্ডীবৰ বুলি প্ৰশংসা কৰিলা॥ ২৫৬১
পাত্ৰ মন্ত্ৰীলোকে কৰে যত ৰঙ্গ হাস।
তেখনে দিলন্ত নাম ৰাজা দেৱীদাস॥
সুবৰ্ণ কুণ্ডল আনি দিলা একযোৰ।
বোলে কিনো কাৰ্য্যক কৰিলি তই মোৰ॥ ২৫৬২
ৰাজাৰ সম্মান হেন পায়া দেৱীদাস।
ৰাজাক নমিলা গৈয়া কৰি অনুহাস॥
নৌকাত উঠিলা আনন্দৰ পাৰ নাই।
মহাসুখে ব্ৰহ্মপুত্ৰে আসিলা উজাই॥২৫৬৩
কতোদিনে আসি লেঙ্গামাগুৰাক পাইলা।
দেখি বন্ধু-বান্ধৱৰ হৰিষ মিলিলা॥
এহিমতে ভৈতে ৰেৰে কতোদিন আছে।
শুনা নাৰায়ণ যেন কথা ভৈল পাচে॥ ১৫৬৪
গমাৰিক নামে এক বিলাত আছয়।
জানে ব্ৰহ্মপুত্ৰে আসি তাক বুৰায়য়॥
দেখি নৰেশ্বৰে ধল বান্ধিবাক গৈল।
কোৰ চাঙ্গি লৈয়া লোক একঠাই ভৈল॥ ২৫৬৫
গোজ খুটা পুতি জান কৰিলেক ডাঠ।
চাঙ্গি ধৰি দেই মাটি অসংখ্যাত ভাত॥
একোমতে জানা লোকে বান্ধিবে নোৱাৰে।
চণ্ডীবৰে গৈলন্ত তথাতে অনন্তৰে॥ ২৫৬৬

ৰাজাৰ চালাম কৰি বসিলন্ত যাই।
বুলিলন্ত নৃপতি তাহান মুখ চাই ॥
দেখিয়োক জান আক বান্ধন নযায়।
জান বান্ধি দিয়া কৰা ইহাৰ উপায় ॥২৫৬৭
ৰজাৰ বচন হেন শুনি মহামতি।
জান বান্ধিবাৰ কথা কহিলা সম্প্ৰতি ॥
ভান বুদ্ধি লৈয়া পুনু কৰিলা আৰম্ভ।
যত্ন কৰি পুতিলন্ত বৰ বৰ স্তম্ভ ॥ ২৫৬৮
মহা মন ৰঙ্গে পাছে বান্ধিলন্ত ঘৰ।
হেন দেখি আনন্দিত ভৈলা নৰেশ্বৰ ॥
কিনো মোৰ ভৈল আজি সুপ্ৰসন্ন বিধি।
লোকৰ গুচিল দুখ কাৰ্য্য ভৈল সিদ্ধি ॥ ২৫৬৯
অনেক প্ৰশংসা বাক্য বুলিলন্ত হাসি।
সমস্ত লোকৰ হিত সাধিলাহা আসি ॥
তুমি অপুত্ৰক বুলি শুনি আছো আমি।
প্ৰজাসবে বৰ দিলো পুত্ৰ পাইবা তুমি ॥২৫৭০
হেন শুনি চণ্ডীবৰে পৰি প্ৰণামিলা।
ৰাজা প্ৰজা সমস্তকে নমস্কাৰ কৈলা ॥
হস্ত তুলি আশীৰ্ব্বাদ কৰি দিলা বৰ।
হাত মেলি স্বৰ্গ যেন পাইলা চণ্ডীবৰ ॥ ২৫৭১
এহি আশীৰ্ব্বাদ বৰে হোক পুত্ৰজাত।
হইবেক তনয় তোৰ জগত প্ৰখ্যাত ॥

হেন শুনি পুনৰপি নমস্কাৰ কৈলা ।
বিদায় কৰিয়া নিজঘৰে চলি গৈলা ॥ ২৫৭২
আপুন গৃহত যাই ৰৈলা চণ্ডীবৰ ।
এহি কাৰ্য্যে পুত্ৰ হৈল নামে ৰাজধৰ ॥
আত অনন্তৰে শুনা যেন কথা হৈল ।
এহিমতে কতোদিন যেবে তথা ৰৈল ॥ ২৫৭৩
কমতানগৰ ভোটে মাৰিবাক গৈল ।
শুনা নাৰায়ণ পাচে যেন কথা ভৈল ॥
সকলে নগৰ ভোটে মাৰিলেক যেবে ।
যুদ্ধে নোৱাৰিয়া ৰাজা পলাইলেক তেবে ॥ ২৫৭৪
আত অনন্তৰে কথা শুনা তাত পৰে ।
লেঙ্গামাগুৰাক আসি পাইলা অনন্তৰে ॥
সেহিবেলা চণ্ডীবৰে আছে ধান দাই ।
বিম্ব বিত্ত কৰি ভোট আইলা সেহি ঠাই ॥ ২৫৭৫
হেন দেখি দেৱীদাসে বৰ ভয় ভৈলা ।
লৰৰ মাৰিয়া গৈয়া হাবিত সোমাইলা ॥
ডাণ্ডৰি ব্ৰহ্মাণ্ড বুলি ৰাজধৰ আছে ।
খেদি পাই ভোটে ধৰি নিলা তাক পাচে ॥ ২৫৭৬
বনহস্তে ওঁলাই আসি শুনি চণ্ডীবৰ ।
কান্দি কান্দি পাচে পাচে দিলেক লৰৰ ।
ঘোৰা চৰি পঞ্চদশ লোক লৈয়া সঙ্গে ।
মহাবেগে ছুটি দিয়া খেদি গৈলা ৰঙ্গে ॥ ২৫৭৭

গর্ভৱন্তী এক স্ত্রীক বাটতে কাটিল ।
তাক দেখি গাৱে আতি অগনি জ্বলিল ॥
সেহি দিনা ভোট যাই পথতে রহিল ।
শ্রম পাই পৰি সবে মৰা যেন হুইল ॥ ২৫৭৮
হেনমতে ভোটে নিদ্রা করি আছে বৈয়া ।
চণ্ডীবৰে সেহি থানে খেদি পাইলা গৈয়া ॥
উষা সময়তে তাক আগে পাচে বেঢ়ি ।
মহাবেগে কাটিবে লাগিলা দিয়া গেৰি ॥২৫৭৯
বৃন্দামাৰ কৰি সবে কাটিয়া পেলাইলা ।
তাহাৰ মাজত ৰাজধৰক দেখিলা ॥
পুত্রসমে আপুনাৰ লোক লগ পাইল ।
আথ বেথ ৰৰি বান্ধ সবাৰো কাটিল ॥ ২৫৮০
সাৱটি ধৰিয়া পুত্রে বুকে লৈলা বান্ধি ।
স্নেহত আকুল হুয়া চুমে কান্দি কান্দি ॥
ভাল ভাল ঘোৰা তাৰ বাছি বাছি লৈলা ॥
ধন-মাল তাৰ সবে ৰক্ষা দিয়া থৈলা ॥২৫৮১
ধান-মাল তাৰ পাচে বলধে জোৰাই ।
পৰম আনন্দে লোক আনিলেক যাই ॥
আত অনন্তৰে তৈত কতদিন আছে ।
শুনা নাৰায়ণ যেন কথা ভৈল পাছে ॥ ২৫৮২
চণ্ডীবৰে মাৰিলেক যত ভোটগণ ।
তাৰ পুত্র-নাতি পাছে কৈলা আলোচন ॥

মাৰিলে আমাৰ পিতৃ ভ্ৰাতৃ নিৰন্তৰ।
হাড় নাবূড়ানি মাৰিলোহো চণ্ডীবৰ ॥২৫৮৩
হেনয় আলচ কৰি সবে ভোটগণ।
চণ্ডীবৰ মাৰিবাক কৰিলা যতন ॥
চাৰিজন ভোট লেৰামাণ্ডৰা আসিলা।
গোপ্য কৰি সিটো কথা চণ্ডীবৰক কহিলা ॥ ২৫৮৪
হেন বাৰ্ত্তা পায়া চণ্ডীবৰ মহামতি।
তাৰ মন পূৰি ধন দিলন্ত সম্প্ৰতি ॥
কৈক যাওঁ কৈত থাকো কৰে বসি খেদ।
বেতিয়া আসিব তাৰো কহিলা সম্ভেদ ॥ ২৫৮৫
তেতিক্ষণে গৈলন্ত ৰাজাৰ পাশে চলি।
হেন কথা ৰাজাত কহিলা মহাবলী ॥
হেন শুনি নৃপতি দলন্ত সন্নিধান।
বোলে তৈৰ গুচিয়ো দূৰত লৈয়ো থান ॥ ২৫৮৬
গৃহক আসিলা পুনু ৰাজআজ্ঞা পাই।
নাৱে চৰিব ব্ৰহ্মপুত্ৰে গৈলন্ত উবাই।
বিচাৰি বিচাৰি থান টেম্বুৱানী পাইলা।
সবন্ধু বান্ধৱে যাই তথাতে ৰহিলা ॥২৫৮৭
এহিমতে তৈতে বেবে কতদিন আছে।
আলিপুখুৰীক লাগি গৈলা তাত পাচে ॥
কহিলো তোমাত সবে ৰহিবাৰ থান।
বংশাৱলী কহো আৰো শুনা নাৰায়ণ ॥ ২৫৮৮

একজন আছিলা গন্ধৰ্ব্বগিৰি নাম।
তান জীউ কৃষ্ণকান্তী মহা অনুপাম॥
তান গৰ্ভে ভৈলা লণ্ডাদেৱৰ উৎপত্তি।
তাহান তনয় চণ্ডীবৰ মহামতি॥২৫৮৯
তাহান সন্ততি পাচে ভৈলা ৰাজধৰ।
চাৰিজন তনয় ভৈলন্ত জয়ন্তৰ॥
তান বীৰ্য্যে তনয় জগদানন্দ ভৈলা।
অসমৰ ৰাজা ৰামৰায় নাম দিলা॥ ২৫৯০
মোৰ লগে তেহে ইটো ৰাজ্যে আসি আছে।
সূৰ্য্যবৰ তনয় কুসুম ভৈলা পাচে॥
মহা মান্যৱন্ত তেন্তে ধনে-ধান্যে সাৰ।
ঢাকিল ধৰণীসব যশে আতি যাৰ॥ ২৫৯১
শিৰোমণি ভূঞা ভৈল সমস্ত ভূঞাৰ।
তেহেন্তে জানিবা পিতা হোৱন্ত আমাৰ॥
পুনু নাৰায়ণে বোলে কৰি যোৰহাত।
কৃষ্ণ পণ্ডিতৰ বংশ কৰিয়ো সাক্ষাত॥ ২৫৯২
হেন শুনি প্ৰত্যুত্তৰ দিলন্ত শঙ্কৰ।
কাল পণ্ডিতৰ পুত্ৰ ভৈলা যোগেশ্বৰ॥
তান পুত্ৰ ভৈলা মৃত্যুঞ্জয় অনুপাম।
ভৈলেক তনয় তান চতুৰ্ভুজ নাম॥ ২৫৯৩
তাহান তনয় নৰোত্তম যাৰ নাম।
ভৈলন্ত অপত্য তান খ্যাত ৰামৰাম॥

আমাৰ সগত ঐক আসিয়া আছয়।
মহা প্ৰেমধাৰী কৃষ্ণভক্ত অতিশয়॥ ২৫৯৪
নাহিকে ভকত আন ৰামৰাম সম।
কৃষ্ণৰ একান্ত দাস ভক্ত প্ৰিয়তম।
শঙ্কৰে বোলন্ত নাৰায়ণ শুনা তুমি।
যিকাৰণে ইটো ৰাজ্যে আসি আছো আমি॥ ২৫৯৫
আলিপুখুৰীৰ হন্তে বৰদোৱা গৈলো।
দ্বাদশ বৎসৰ তীৰ্থ কৰিয়া ফুৰিলো॥
অনন্তৰে আমি আসি ভৈলো গৃহাগত।
দেখি আনন্দিত ভৈল বন্ধুগণ যত॥ ২৫৯৬
ৰাজ্য মাৰিবাক পাচে আসিলা কছাৰি।
বৰ ভৈলা ভয় শুনি যত নৰনাৰী॥
অসম দেশক পাচে গৈলো মনদুখে।
বাৰভূয়া সমে গৈয়া গৈলো গাঙ্গমুখে॥ ২৫৯৭
কোচৰো মাৰণা পাচে ভৈলা সেহি ঠাই।
তৈৰপৰা ভাগি বৈলো উত্তৰত যাই॥
বাৰভূঞা সমে গৈয়া ৰাজাক ভেটিলো।
মন্ত্ৰণা কৰিয়া পাচে কোচক ভঙ্গাইলো॥ ২৫৯৮
মাটি ভিঠা চাই পাচে ধুঞাহাটা গৈলো।
মহাসন ৰঙ্গে ভৈতে ৰৰক সজাইলো॥
পণ্ডিত ব্ৰাহ্মণ তথা অনেক আছয়।
হৰি ভকতিক তাৰাসবো নসহয়॥ ২৫৯৯

পৰম অদ্ভুত মোৰ মহিমা দেখিয়া।
লৈলেক শৰণ মোত মাধৱে আসিয়া॥
অসম ৰাজাৰ আগে বাদ যেন ভৈল।
বাঢ়গুৰু বাৰ সবে কথা যেন ভৈল॥ ২৬০০
অনন্ত কন্দলী আদি পণ্ডিত যতেক।
সাৰশেষে কথা আমি কহিবো কতেক॥
ৰত্নাকৰ কন্দলী পণ্ডিতসব যত।
কৃষ্ণৰ ভকতি তাৰাসবেও কহন্ত॥ ২৬০১
কুকুৰৰ লাঞ্জে আৰে মালা কাঢ়ি লৈয়া।
নমাত্তি আসয় গুচি ভকতে ডৰিয়া॥
মোৰ আগে ডৰি কথা ভকতে কহয়।
মহা মৰ্ম্মে দেখি মোৰ শৰীৰ দহয়॥ ২৬০২
কেন্তাইখাৰ বাপ আছে বুঢ়াখাঁ পেসাই।
তাহান ঠাইক সবে আনাইলো মতাই॥
কৃষ্ণৰ ভকতি ধৰ্ম্ম কৰিয়া বিচাৰ।
কৰিলো ভকতি ব্যক্ত মুখে তাসম্বাৰ॥ ২৬০৩
জগততে প্ৰসিদ্ধ ভৈলেক মোৰ মত।
গৰ্ব্ব মদ ভাঙ্গিল পণ্ডিত আছে যত॥
কলিযুগে ৰাম নাম বিনে নাই গতি।
হৰিনাম সত্য হেন জানিলা সম্প্ৰতি॥ ২৬০৪
সভাৰ মধ্যত উঠি উৰ্দ্ধবাহু কৰি।
ভক্ত সকলোৰে হৰি বোলাই ফুৰি ফুৰি॥

এহিমতে কত দিন আছো মনৰঙ্গে।
কৃষ্ণৰ কীৰ্ত্তন কৰি ভকতৰ সঙ্গে ॥ ২৬০৫
আত অনন্তৰে আৰো শুনা পাচকথা।
আহোমৰ হাতী ধৰা লাগিলেক তথা ॥
হৰি নামে জমাই তেন্তে আমাৰ আছিল।
কৃষ্ণৰ ভকতি যাৰ সদা সুশুচিল ॥ ২৬০৬
একশত লোকৰ আছিল অধিকাৰ।
হাতী ধৰিবাক লাগি নগৈল ৰাজাৰ ॥
হাতী ধৰা বৰা এক চণ্ডিকাই আছে।
ধৰি নিবে হৰিক পাক্কিলে দূতে পাচে ॥ ২৬০৭
লোকৰ মুখত আমি হেন বাৰ্ত্তা পাইলো।
ঘৰ-বাৰী এৰি সবে তেখনে পঠাইলো ॥
চণ্ডিকাইৰ লোকে আসি শূন্য ঠাই পাইল।
মনে মনে বাত্তি শুধা ঘৰক ভেটিল ॥ ২৬০৮
দেখে শুধা ঘৰ মাত্ৰ লোক তাত নাই।
কেনমতে পাওঁ বুলি কৰে হাইফাই ॥
এহিমতে অনেক কৰন্ত বসি তাপ।
গাৱঁৰ চৌপাশে বেঢ়ি দিলে পাচে খাপ ॥ ২৬০৯
কীৰ্ত্তন পুস্তকখান থাকিলেক ঘৰে।
তাকে আনিবাক মই গৈলো একেশ্বৰে ॥
সোমাইলোহো ঘৰ আমি মনে মনে যাই।
আহোমে লুকাই মোক দেখি আছে চাই ॥ ২৬১০

দ্বাৰ ভেটিলেক আসি যেন দুই বাঘে।
আজাবৰ বৰ্ণ তাক দেখি ভয় লাগে॥
হেন দেখি মই পাচে গুণিলো মনত।
লৰ দিয়া যাওঁ মই এহি সময়ত॥ ২৬১১
পুথিখানি দুই হাতে বুকে বান্ধি লৈলো।
ভিতৰৰ পৰা বৰ বেগে লৰ দিলো॥
হেম্পচিয়া চিত্তে পেলাইলোহো দুইজন।
গচকিলো দুইকো দুয়ো বুকুত চৰণ॥২৬১২
নেচকুৰি মাজে মাজে পলাওঁ লৰৰি।
আহোমেও খেদি মোক নেয় ভৰি ভৰি॥
সুবৰ্ণৰ ডলুৰা কাণত পিন্ধিছিল।
নেচকুৰি জেঙ্গ লাগি চিৰিয়া পৰিল॥ ২৬১৩
হেন দেখি মই হাত চিপিয়া ধৰিলো।
তেখনে কাণত জোৰা লাগিল দেখিলো॥
পুথিখানি হাতে লৈয়া বুলিলোহো মই।
ব্ৰাহ্মণক মাৰিবে খোজহ কেনে তই॥ ২৬১৪
উলটিল আহোম বিজ হেন জানি।
আসিলোহো মইয়ো পাচে লৈয়া পুথিখানি॥
হেন অথন্তৰ মোৰ যেবে বেলি ভৈল।
নাহিবাৰ দেখি মাধ জমাই খেদি গৈল॥ ২৬১৫
মোক নপাই আহোমে দুইকো ধৰি নিল।
বাটে বাটে বান্তে বামবাম দুমৰিল॥

ধন দিয়া থাকিবাক চাহিলা জমাই।
মাধৱে কহিলা জ্ঞান জমাইক দঢ়াই ॥ ২৬১৬
মিছা পুত্ৰ পৰিবাৰ ধন জন দেখা।
এই আছে এই নাই যেন জলৰেখা ॥
হৰি সমে মাধৱৰ আছিলন্ত প্ৰীতি।
সঙ্কট সময় সবে জ্ঞান কহিলন্তি ॥ ২৬১৭
সন্ধিকাইত মাধৱক যোগাইলা নিয়া।
ইটো কোনজন বুলি সুধিল দেখিয়া ॥
হাতে মালা কমণ্ডলু থাবা হুইয়া বৈল।
যিজনে নিলেক তাৰ কথাক কহিল ॥ ২৬১৮
বৰা বোলে এৰ আক বান্ধ কৰি থৈয়ো।
বোলে আপোনাৰ ঘৰে এতিক্ষণে যায়ো ॥
হৰিকো আনিয়া যোগাইলন্ত অনন্তৰে।
আৰ হৈয়া বৈলা মাধৱ টাটিৰ বাহিৰে ॥ ২৬১৯
হৰিক সুধিলে চণ্ডিকাই দেখি কথা।
নাই মাত বোল হৰি জহাবয় মাথা ॥
হেন শুনি চণ্ডিকাই ক্ৰোধত জ্বলিল।
সিদ্ধান্ত নপাই তাঙ্ক কাটিবাক দিল ॥ ২৬২০
চেৰটিয়াগণে শুনি তেতিক্ষণে ধৰি।
পাচহাতে তাঙ্ক বান্ধিলেক দৃঢ় কৰি ॥
ভৈলেক মোকলি হাত ছিড়ি পাচে জৰী।
হেন দেখি পাচে বান্ধিলেক যত্ন কৰি ॥ ২৬২১

সিয়ো জৰী ছিজি হাত ভৈলেক মোকলি।
নাম ধৰ্ম্ম সম আৰ নাহি এক বলী॥
ৰামনাম বিনে সখি নাই একো গতি।
হেন শুনি হৰি নাম ডাকন্ত সম্প্ৰতি॥ ২৬২২
বিস্ময় দেখিয়া খাণ্ডা ধৰে নাৰাঙ্কিল।
ৰাজ আজ্ঞা পালি পাচে নদীতীৰে নিল॥
দেখি নৰ-নাৰী চাই বিস্ময়ে গুণয়।
নাকত আঙ্গুলি দিয়া ধৰ্ম্ম সুমৰয়॥ ২৬২৩
আঠু জাম্বু পাৰি আছে নদীৰ তীৰত।
গুৰুপদপঙ্কজক ধৰি হৃদয়ত॥
হেনমতে ৰৈল চিত্ত সাৱধান কৰি।
চাৰি গুটি বস্তু লৈয়া দৃঢ়মনে ধৰি॥ ২৬২৪
মাৰিলেক ঘাৱক আহোমে খাণ্ডা ধৰি।
লোমগছো নলৰিল ছিঙ্গিল কটাৰী।
বিপৰীত দেখি চাই আছে নৰ-নাৰী।
সুমৰন্ত নাম হৰি আঠু জাম্বু পাৰি॥ ২৬২৫
এহিমতে তিনি বাৰ ছিঙ্গিল কটাৰী।
মাধৱে গুনান্ত নাম ডাক পাৰি পাৰি॥
পাচে আনিলন্ত তৰোৱাল এক খানি।
কোব মাৰি পাচে কাটিলন্ত যেন পানী॥ ২৬২৬
হাত চাৰি যাই মুণ্ড পৰিল উফৰি।
তিনিবাৰ ললে নাম কাটা মুণ্ডে পৰি॥

হেন দেখি মাধৱে কৰন্ত আতি ৰঙ্গ।
হাত তুলি তুলি নাচে কৰি অঙ্গ ভঙ্গ ॥ ২৬২৭
আঠ-নৱ মাস তেতে বহি গৈল যেৱে।
ৰাজ্যৰ আদেশ লৈয়া আসিলন্ত তেবে ॥
মাধৱক ধৰি নিলে পাইলো বৰ দুঃখ।
শয়ন ভোজন মোৰ নাই শান্তি সুখ ॥ ২৬২৮
মোহোৰ কাৰণে পাতি থৈবোহো আচাৰ্য্য।
মনত আলচি মই আছো হেন কাজ ॥
মাধৱক লাগি শোক কৰিল অপাৰ।
কতেক কহিবো কথা তযু আগে আৰ ॥ ২৬২৯
হেন শুনি নাৰায়ণে নমস্কাৰ কৈলা।
বোলে কি কাৰণে ইটো ৰাজ্যক আসিলা॥
শঙ্কৰে বোলন্ত তুমি শুনা নাৰায়ণ।
বিদেশক লাগি আমি আইলো যি কাৰণ॥ ২৬৩০
পূৰ্ব্বে বাৰভূঞা চণ্ডীবৰ আদি কৰি।
অনুক্ৰমে ভুঞ্জে কামৰূপ বসুন্ধৰী॥
সবাৰো মধ্যতে ক্ষেত্ৰি ভূঞা চণ্ডীবৰ।
শ্ৰমে মহেশ্বৰ যেন পাইক ধনুৰ্দ্ধৰ॥ ২৬৩১
ধৰ্ম্মপাল ৰাজা আছিলেক কামেশ্বৰ।
তাহাস্তে খাটয় যত ভূঞা নিৰন্তৰ॥
কামাখ্যা দেৱীয়ে যেৱে তাঙ্ক শাপ দিলা।
আপুনাৰ ৰাজ্য এৰি বিদেশক গৈলা॥ ২৬৩২

দেখিলেক লোক যেবে হৈলেক অবাজ।
গাৱে গাৱে হৈল তেবে সবে ভূঞা ৰাজ॥
দুৰ্লভনাৰায়ণ তাৰ বেলেগিয়া ভাই।
সিয়ো কতোদিন ৰাজা হৈল এক ঠাই॥ ২৬৩৩
বেহাৰৰ পৰা তিনি প্ৰহৰৰ বাট।
গৰীয়া নগৰ ৰাজা দুৰ্লভৰ পাট॥
যেৱে বিশ্বসিংহ কামৰূপে হৈল ৰাজা।
আপুনি বসিল আসি অসংখ্যাত প্ৰজা॥ ২৬৩৪
ঢকুৱাৰ বাক ভাঙ্গা খাণ্ডা সাজি তাৰ।
ৰখিলেক ভূঞা যুদ্ধ কৰি পৰিহাৰ॥
বাউসীয়া বিলাতে গন্ধৰ্ব্বৰায় আছে।
বিশ্বসিংহে আসি তাঙ্ক জিনিলেক পাচে॥ ২৬৩৫
বলে ছলে কৰি শ্ৰীৰামখাকো জিনিলেক।
সবাকে কৰিলে বৈশ্য আছিল যতেক॥
প্ৰতাপৰায় ভূঞা যেবে হেন আকলিল।
নগৰক মাৰে বুলি বৰ ভয় হৈল॥ ২৬৩৬
প্ৰতাপৰায় গম্ভীৰখাক পাট ৰক্ষা থৈলা।
বৈৰ মাৰিবাক ৰজা পশ্চিমক গৈলা॥
শূন্য পাট দেখি আলোচিল দুয়ো ভাই।
বোলে আপুনাৰ ৰাজ্যে যাইবোহো উজাই॥ ২৬৩৭
অসংখ্যাত ধন আছে ৰাজাৰ ভাণ্ডাৰে।
নাও ভৰা দিয়া তাক লৈলা যত পাৰে॥

আপোনাৰ লোক যত লগে লৈয়া আছে।
ব্ৰহ্মপুত্ৰে উজায়া আসিলা সবে পাচে॥ ২৬৩৮
আপুন দেশক পাচে আসি দুই ভাই।
নৰনাৰায়ণ আগে মিলিলেক যাই॥
এক শত নৌকা এক চক সুৱৰ্ণক।
মহা মনৰঙ্গে যাই ভেটিলে ৰাজাক॥ ২৬৩৯
নৌকা সুৱৰ্ণক পাই ৰাজা ভৈলা ৰঙ্গ।
গুচিল পূৰ্ব্বৰ যত আছিলেক খঙ্গ॥
প্ৰতাপৰ জীক ৰাজাক বিহা দিলা।
হেন দেখি ৰাজা বৰ আনন্দিত ভৈল॥ ২৬৪০
এহিমতে কতোদিন আছে দুই ভাই।
পাঞ্চিলেক ৰাজ্য অসমৰ পৰা যাই॥
ইটো কথা নাৰায়ণ জানা তুমি ভালে।
অসমৰ ৰাজ্য গৈয়া মৰিল সকলে॥ ২৬৪১
ধুৱাহাটা বিলাত্তে আমি আছো মহাসুখে।
শুনিলোহো পাচে এক মনুষ্যৰ মুখে॥
লৌহিত্যৰ সিপাৰত ডাক দিয়া কৈল।
কোচ মাস্না আইল হেৰা আমাতে কহিল॥ ২৬৪২
আকাশী বচন যেন তাহাৰ শুনিলো।
সিকাৰণে আমি ইটো ৰাজ্যক আসিলো॥
ৰামৰাম গুৰু মাধৱ আৰো ৰামৰায়।
সবন্ধু বান্ধৱে আসি আছা ইটো ঠাই॥ ২৬৪৩

শুনা সৰ্ব্বজন ইটো কথা গুহ্যতৰ।
শঙ্কৰৰ গুণ মন্ত্ৰ অন্তক পাপৰ॥
গুৰুৰ চৰিত্ৰ যিটো মুশুনে সাদৰি।
যাতনা ভুঞ্জিবে উপজিবে মৰি মৰি॥ ২৬৪৪
পৰম পাতকী সিটো মোচনি সবাৰে।
গুৰু-লীলা মুশুনিয়া আত্মঘাত কৰে॥
গুৰু-নিন্দা পাতকীৰ কি কহিবো কথা।
গৰু-পশু জন্ম যেন ধৰে সিটো বৃথা॥ ২৬৪৫
যি ধানৰ ভাত খাই তাহাক নজানে।
ভকতি মিনতি কোনে দিবে গুৰু বিনে॥
আনৰ চিন্তাত মোৰ কোন প্ৰয়োজন।
গুৰুপদপঙ্কজে মজোক মোৰ মন॥ ২৬৪৬
নাই নাই নাই মোৰ গুৰু বিনে গতি।
কৰো গুৰু পাৱে মই সহস্ৰ প্ৰণতি॥
পৰম পাতকী মই মন্দমতি দীন।
শঙ্কৰত বিনে মোৰ গুৰু নাই ভিন॥ ২৬৪৭
নভজিলো গুৰুপাৱে মই অন্ত্যজাতি।
কলি-পাপসাগৰত মজিলো দুৰ্ম্মতি॥
সত্যে সত্যে সত্যে সত্যে সত্যে গুৰুগতি।
গুৰু বিনে নাই গতি জানিলো সম্প্ৰতি॥ ২৬৪৮
গুৰুসে সুহৃদ আত্মা গুৰু ইষ্টদেৱ।
নাই নাই নাই মোৰ গুৰু বিনে কেৱ॥

গুৰু নিজ পিতা মাতা গুৰু নিজ বন্ধু।
গুৰুসে তাৰিবে পাৰে ইটো ভৱসিন্ধু ॥ ২৬৪৯
হে প্ৰাণবন্ধু কৃষ্ণ দৈৱকীনন্দন।
তযু পদপঙ্কজে মজোক মোৰ মন॥
শ্ৰৱণ কীৰ্ত্তন নাম ভকতৰ সঙ্গ।
কৰোহো কাতৰ আশা নকৰিবা ভঙ্গ ॥ ২৬৫০
এহি মাত্ৰ অনুগ্ৰহ কৰা মোক হৰি।
কৰোহো কাকুতি হাতে দান্তে তৃণ ধৰি॥
জন্মে জন্মে হোক মোৰ গুৰুপদে মতি।
ৰাম ৰাম বোলা সবে খণ্ডোক দুৰ্গতি ॥ ২৬৫১

---

## ছবি

শঙ্কৰে কহিলা তাত নাৰায়ণে শুনিলন্ত
আদি অন্ত পূৰ্ব্বাপৰ কথা।
চাণ্ড ভঙ্গ কথা যত তাকো সবে কহিলন্ত
যেন যেন কৰ্ম্ম কৈলা তথা॥
শঙ্কৰে বোলন্ত হাসি তুমি কেনমতে আসি
আমাক ইঠাইত পাইলা লাগ।
অৱনত ভাৱ হুই নাৰায়ণে পাৱ চুই
বুলিলন্ত কৰি অনুৰাগ ॥ ২৬৫২

পাইলো যেনমতে আমি শুনা বাপ কহো তুমি
ভকতৰ বন্ধু কৃপাময়
কিনা বিকা কৰি গৈলো সন্তৰা বিলাতে বৈলো
নদীতীৰে আছো দিয়া চই ॥
পৰম মহন্ত এক পালো লাগ ব্ৰাহ্মণক
নামত ভাস্কৰ মহাজন।
তেহো সেহি ঘাটে আছে দেখিলেক মোক পাচে
জলে নামি কৰিলোহো স্নান ॥ ২৬৫৩
দক্ষিণক মুখ কৰি হাতে জলাঞ্জলি ধৰি
সূৰ্য্যক জপিলো মই যাই।
ভাস্কৰে বামৰ পৰা বোলে কাক স্তুতি কৰা
হাসিলন্ত মোৰ মুখ চাই ॥
দেখা কলিকাল ভৈল কৰ্ম্ম-ধৰ্ম্ম দূৰ গৈল
তন্ত্ৰ-মন্ত্ৰে নাই কাৰো গতি।
তপ জপ তীৰ্থ ব্ৰত আছে অ'নো নানামত
তাক তুমি দেখিয়ো সম্প্ৰতি ॥ ২৬৫৪
মোক শূদ্ৰ হেন জানি বুলিলন্ত মহামানী
কৰা হেন কেন ব্যৱহাৰ।
ধৰা যদি মোৰ বাক এৰা আবে ই কৰ্ম্মক
হৰিনাম ধৰ্ম্ম মাজে সাৰ ॥
তযু গুণ নাম যত কহিলা সমস্ত মোত
শুনি বৰ আনন্দিত ভৈলো।

তোমাৰ চৰণে মন কৰিলোহো দৃঢ় ধ্যান
তহিতে শৰণ মনে লৈলো ॥ ২৬৫৫
সবে কথা মোত কৈলা তাৰ্ক্ষ্যে-পশ্চিমে গৈলা
জগন্নাথ দৰশন মনে।
পৰিকৰ নমাই থৈলো নাৱে চৰি ঘৰে গৈলো
আবোবাৰ আইলো তযু থানে॥
মালৱাত জন্মিলোহো তযু আগে কহিলোহো
থাকো আমি বৰনগৰত।
আসিলোহো আমি তথা ডিঙ্গা নগৰৰো কথা
তাকো কহো তযু চৰণত ॥ ২৬৫৬
একদিনা মোৰ ঘৰে গৈলা মোক দয়াতৰে
এক জন মনুষ্য মহন্ত।
নাছিলোহো আমি ঘৰে কহিলন্ত হাতযোৰে
খুৰী আই তাহান আগত ॥
দেখিবাক ইচ্ছা যেবে বহিয়োক আজি তেবে
এহি বুলি পীৰা দিলা আনি।
আসনে বসিলা যাই দেখি তেন্তে খুৰী আই
ভৰি পখালিলা দিয়া পানী ॥ ২৬৫৭
বস্ত্র-দ্রব্য কিনি লৈলো গধূলিকা আসি ভৈলো
কৰি আতি হৰষিত মন।
বসিলো আসনে যাই কৈলা মোত খুৰী আই
আসিয়া আছিল একজন ॥

হেন কথা শুনিলোহো আথে বেথে উঠি গৈলো
দেখিলোহো পুৰুষ মহন্ত।
বসিলোহো তান কাছে শ্লোক দেখি চাই আছে
আন ভিতি চকু নকৰন্ত ॥ ২৬৫৮
কৰি মই যোৰহাত বোলো মোৰ গৃহাগত
আসি তুমি ভৈলা কি কাৰণে।
দয়া যদি আছে মোক কথা তেবে কহিয়োক
সুধিলোহো বিনয় বচনে॥
অকপট কৰি কৈবো মোত তুমি নভাণ্ডিবা
কিবা কাৰ্য্যে কৈক গৈয়াছিলা।
কৈলো পাচে তান আগে ভাণ্ডিবাক কিক লাগে
কৃপা কৰি আমাত পুছিলা ॥ ২৬৫৯
ইটো নগৰত যত আছে যানে লোক যত
তাবো কথা কহো শুনা তুমি।
যেহেন নাম মন্ত্ৰ লৈল সমস্তে ভকত ভৈল
তাকে যত্ন কৰি আছো আমি॥
প্ৰভাততে হাটে গৈলো হৃদি শুদ্ধ কৰি কৈলো
ভাণ্ডিবো তোমাত কি কাৰণ।
জগত প্ৰসিদ্ধ কথা লোকত সুধিয়ো একা
হোৱে নহে কৰিয়ো প্ৰমাণ॥ ২৬৬০
কালি যোল্ল নাম লৈবো সংসাৰত পাৰ হৈবো
মনে হেন কৰিছো নিশ্চয়।

বিস্তৰ সন্তাৰ আনি থৈয়ো আছো মহামানী
তাকো তুমি শুনা মহাশয় ॥
প্ৰবাসী মহন্ত শুনি উত্তৰ দিলন্ত গুণি
বোলো মোৰ বচন শুনিয়ো।
কৰা তুমি চিত্ত থিৰ শুনা কহো মহাবীৰ
যোহ্ন নাম দূৰতে ত্যজিয়ো ॥ ২৬৬১
ইঠাইতে শুনিলো আসি বুলিলন্ত হাসি হাসি
নামক যতন কৰি বৰ।
পাইবা গুৰু মুখ্যতম তুল্য নাহি যাৰ সম
জগতকে কৰিব নিস্তাৰ ॥
হেনয় পৰম গুৰু ভকতৰ কল্পতৰু
হৰি ভক্তি কৰিব প্ৰচাৰ।
সাধিবে লোকৰ গতি শুনা তুমি মহামতি
এৰা ইটো লোক ব্যৱহাৰ ॥ ২৬৬২
দণ্ডিবেক পাষণ্ডক হৰিভক্তি ভকতক
দিবা নিয়া বৈকুণ্ঠত বাস।
খণ্ডিবে পাষণ্ড ৰীতি লোকৰ চিন্তিবে হিত
অধৰ্ম্মক কৰিব বিলয় ॥
পাইবাহা প্ৰমাণ তাৰ কৈলো আমি সাৰে সাৰ
হইবে গুৰু জগতে বিদিত।
সুমৰিবা পাচে মোক ভজিবে সমস্তে লোক
নামধৰ্ম্ম কৰিয়া নিৰ্ণীত ॥ ২৬৬৩

কহিলোহো সত্যবাণী যেন লাগে কৰা জানি
মনে তুমি বিমৰিষি চাই।
একে দেৱ একে নাম একান্ত শৰণ তান
তাত পৰে ধৰ্ম্ম নাই নাই॥
কৃষ্ণৰ ৰহস্য কৃত বিৰচিব পদ গীত
ভাগৱত পুৰাণক চাই।
কলি-পাপসাগৰত তাৰিবাহা লোক যত
দিবা নিয়া বৈকুণ্ঠত ঠাই॥ ২৬৬৪
মোক জ্ঞান বোধ দিলা চিত্ত যেন বৰিষিলা
শুনা আৰো আত অনন্তৰে।
নৈবেদ্যৰ সম্ভাৰক দিয়া পাচে তাসম্বাক
ভুঞ্জাইলোহো পৰম সাদৰে॥
চাৰিজন ভক্ত লগে কহিবো তোমাৰ আগে
তাতো পাচে অন্নক ভুঞ্জাইলো।
ৰজনী প্ৰভাত ভৈলা গায় পাচে পখালিলা
অন্ন ভুঞ্জাই আগবাৰে থৈলো॥ ২৬৬৫
এক খানি বস্ত্ৰ দিলো চৰণে কাকুতি কৈলো
তভো একো প্ৰকাৰে নলৈলা।
বুলিলো কাৰুণ্য কৰি চৰণত ধৰি ধৰি
তেবে মোৰ বস্ত্ৰখানি লৈলা॥
মোক তেবে এক খানি বস্ত্ৰ দিলা মহামানী
প্ৰসাদ মানিয়া আমি লৈলো।

কৰিলোহো সম্ভাষণ দিলা মোক সন্নিধান
উলটিয়া ঘৰে আসি বৈলো ॥ ২৬৬৬
যেন মত্ত গজৰাজ অঙ্কুশৰ ঘায় পাই
সেহিভাৱে বৈল মোৰ মন ॥
সপোনন্তো দেখো নিতে মনে সেহি দিনা হন্তে
চিন্তো আমি তোমাৰ চৰণ ॥
ভকতৰ ভয়হাৰী জানিলো নিশ্চয় কৰি
দিলা মোক আসি উপদেশ ।
কোনে পাইবে তান অন্ত কৃপাময় ভগৱন্ত
দিলা দেখা ধৰি ছদ্মবেশ ॥ ২৬৬৭
সুসুধিলো থান গ্ৰাম মই মহা মূৰ্খাধম
নোপজিল হেন জ্ঞান মোৰ ।
মোত পৰে নাহি আন ভক্তি মুক্তি হীনজ্ঞান
মই অধমৰ সেৱাচোৰ ॥
মই মহা অহঙ্কাৰী তেন্তে মোৰ উপকাৰী
উপদেশে দিলা ভক্তিদান ।
সুজিবো কিমতে ঋণ মহা উপকাৰী জ
তান্তে বিনে নাহি মোৰ আন ॥ ২৬৬৮

# গুৰু-চৰিত

## পঞ্চম খণ্ড

শ্ৰীশঙ্কৰদেৱৰ শ্ৰীদামোদৰদেৱৰ লগত মিলন, দ্বিতীয়বাৰ
তীৰ্থভ্ৰমণ, নানা পুথি, গীত, কবিতা, ৰচনা আৰু
বিস্তাৰিত ৰূপে ধৰ্ম্ম প্ৰচাৰ

### দুলড়ী

কৰি হাতযোৰ বোলে বাপ মোৰ
চৰণত নমস্কাৰ।
কোনবা জন্মৰ আছে ভাগ্য মোৰ
তাতেসে পাইলো ইবাৰ॥
বিনয় বচন বোলে নাৰায়ণ
কান্দি কান্দি প্ৰেমভাৱে।
জন্মে জন্মে গতি তযু পদে মতি
হোক এহি দুই পাৱে॥ ২৬৬৯
শঙ্কৰে দেখিয়া বাক্যে আশ্বাসিয়া
বুলিলা মধুৰ বাণী।
কৰা থিৰ মন শুনা নাৰায়ণ
তুমি বৰ মহাজ্ঞানী॥
জানো মন শুদ্ধ তুমি মহা বুধ
সুহৃদ মোৰ পৰম।

মহা প্ৰিয়তম ভকত উত্তম
নাহিকে তোমাৰ সম ॥ ২৬৭০
নকৰা ক্ৰন্দন শুনা নাৰায়ণ
বসিবো আসনে যাই।
মাধৱ যেনয় তুমিয়ো তেহ্নয়
বুলিলন্ত মুখ চাই ॥
শুনি নাৰায়ণ উঠিলা তেখন
আখি মুখ মুচিলন্ত।
কৃতাঞ্জলি ধৰি নমস্কাৰ কৰি
পুনৰপি পুছিলন্ত ॥ ২৬৭১
যিবা সুধিলন্ত নজানোহো তাক
কহিয়ো সুগম কৰি।
কাৰুণ্য কৰিয়া চৰণে ধৰিয়া
হাতে কৃতাঞ্জলি ধৰি ॥
শুনিয়া শঙ্কৰে বোলে দায়াতৰে
শুনা নাৰায়ণ তুমি।
জন্মিবাৰ যত কথাক সমস্ত
তাহাকো কহিবো আমি ॥ ২৬৭২
শিৱৰ চৰণ কৰি আৰাধন
মোক পুত্ৰ লভিলন্ত।
কহো শুনা আগে মধ্য ৰাত্ৰিভাগে
জন্ম আলিপুখুৰীত ॥

কপিলৰ মাতৃ জন্ম ভৈল আসি
তাহাৰো কৈবো কাৰণ।
দিনে এক কৰ্ম্ম দেখি সবে মোৰ
শুনা তুমি নাৰায়ণ॥ ২৬৭৩

---

## ছবি

শুনিয়োক সৰ্ব্বজন গুৰুপাৱে দিয়া মন
ধৰা তান চৰণত ডাটি।
পাপৰ বাসনা মানে জানি সবে তেতিক্ষণে
আপুনি পেহ্লাইবা গুৰু কাটি॥
ধৰা গুৰু ডাঠ কৰি হৃদয়ত প্ৰেমজৰী
লগাই পাৱে বান্ধা টানি টানি।
নেৰিবা বচন তান মনে নিচিন্তিবা আন
তেবে নেৰিবেক গুৰু জানি॥ ২৬৭৪
নাৰীৰ উদৰে মোৰ জন্ম হুইবে বাৰে বাৰ
নৰকে পচিবো মৰি গই।
নৰকেসে হুইবে সাৰ জানিলো ইবাৰ মোৰ
পাতকীৰ গতি নাই নাই॥
ভৱকূপ সংসাৰত কৰা আবে মোক পাৰ
ভকতৰ সঙ্গে মোক নিয়ো।

এহি অনুগ্ৰহ কৰা মোক দাস বুলি ধৰা
সংসাৰ সাগৰে নিস্তাৰিয়ো ॥২৬৭৫

তুমি বিনে পৰিত্ৰাণ কৰন্তা নাহিকে আন
নেদেখোহো ই তিনি ভুৱনে।
নাই নাই তুমি বিনে গুৰুদেৱ নাম বিনে
জানিলো নিশ্চয় মোৰ মনে ॥

মায়া-মোহপাশে বান্ধি ধৰিলেক মোক চান্দি
লাৰিবে নোৱাৰো হাত ভৰি।
মুকলি কৰিয়ো মোক ঝাণ্টে তাক কাটিয়োক
কৰোহো কাকূতি পাৱে ধৰি ॥২৬৭৬

তোমাৰ চৰণে মন পশিলোহো নাৰায়ণ
মোৰ বন্ধু তুমি বিনে নাই ॥
কৰিয়ো উদ্ধাৰ বাপ সংসাৰৰ তিনি তাপ
নিৱাৰন্তা তুমি বিনে নাই ॥

মাগোহো কাৰ্পূণ্য কৰি হাতে দান্তে তৃণ ধৰি
মোৰ মুখে নছাৰোন্ত নাম।
চৰণে কাকূতি কৰো যেন মই নপাসৰো
নিৰন্তৰে বোলা ৰাম ৰাম ॥২৬৭৭

---

পদ

শঙ্কৰ বদন্তি নাৰায়ণ কহো আমি।
থিৰ কৰ্ণ কৰি আৰে শুনা তাক তুমি॥
কপিলৰ মাতৃ যিটো দেৱহুতি আই।
ধেনুৰূপে জন্মিলন্ত কুসুমৰ ঠাই॥২৬৭৮
পৰলোকে গৈল মাতৃ শূন্য দশদিনে।
নাই আন আৰ মোৰ বুঢ়ীআইত বিনে॥
যেনমতে আইল ব্ৰহ্মা নাৰদ গোসাই।
এক চক্ষু বান্ধি মাথে হাত দিলে যাই॥২৬৭৯
যেনমতে মৈৰা মৎস্য পশুক ধৰিলা।
তাত পাচে পশু আৰো সৰ্পক তাৰিলা॥
তাৰ হাড় ছিঙিলন্ত যোগক অভ্যাসি।
যেনমতে সান্তুৰিলা লৌহিত্যত আসি॥২৬৮০
কুকুৰৰ ছাই তাক বাসা সাজি থৈলা।
কছাৰী মাৰণা কথা তাত পাচে কৈলা॥
গুৰুৰ গৃহত যেনমতে পঢ়িলন্ত।
ৰেণুকা মাতৃৰ পাচে কথা কহিলন্ত॥২৬৮১
তাত অনন্তৰে কৈলা চাণ্ডা। ভঙ্গ কথা।
হস্তী মহীষকো আৰ দমিলন্ত তথা॥
ৰচিলন্ত চিহ্নযাত্ৰা আনন্দিত মনে।
নদীয়ানী সতী দেখাই তেম্বুৰানী জানে॥২৬৮২

কহাৰী মাধৱা আসি আৰোবাব ভৈল।
বৰদোৱা এৰি তেৱে গাজমৌৰে গৈল॥
কোছৰো মাধৱা পুনু তহিত মিলিল।
তাক ভয়ে লৌহিত্য সান্তৰতে গীতা পাইল॥২৬৮৩
যেনমতে মন্ত্ৰ কন্যা হৰিক দিলন্ত॥
গোমস্তা পদক যেনমতে এৰিলন্ত॥
দ্বাদশ বৎসৰ তীৰ্থ কৰিয়া ফুৰিলো।
আগ গুৰি মাৰি কথা অল্প কৰি কৈলো॥২৬৮৪
হৰে ৰাম আতৈৰো কহিলা গুণকৰ্ম্ম।
যেনমতে ভৈলেক তুলসীদাস জন্ম॥
নামশৰণীয়া তেহো ভক্ত অনুপাম।
সৰ্ব্বদায় যাৰ মুখে হৰে হৰে নাম॥২৬৮৫
তাহান চৰিত্ৰচয় পৰম ৰহস্য।
নাৰায়ণ আগে কৈলা গুৰু ভক্ত বশ্য॥
শঙ্কৰৰ কথা পদ চৰিত্ৰ বিশেষ।
শুনন্তে পলাই মহাপাতক নিশেষ॥২৬৮৬
শুনা সামাজিকসব ইটো কথা থওঁ।
আৰ মানে মই পাপী এক কথা কওঁ॥
নাৰায়ণ ভকতক বাধিলন্ত যিটো।
বোল্ল নাম নলৈবাহা বুলিলন্ত সিটো॥২৬৮৭
হেনৰূপে ঈশ্বৰ গৈলন্ত তান ঘৰে।
দেখে মোৰ নিজ দাসে আন ধৰ্ম্ম ধৰে॥

একান্ত বৈষ্ণৱে মোৰ কৰে হেন দোষ।
ঈশ্বৰ কৃষ্ণৰ দেখি মনে অসন্তোষ॥২৬৮৮
যিটো অন্তৰ্য্যামী পৰমাত্মা জগতৰ।
ছদ্মৰূপ ধৰি গৈলা তেঁহন্তে শঙ্কৰ॥
ঐকান্তিক দাসে মোৰ ভক্ত আতিশয়।
দেখে মোৰ মন্ত এৰি আন মন্ত লয়॥২৬৮৯
গৃহাশ্ৰম ধৰ্ম্মত মলিন ভৈল বুদ্ধি।
উপদেশ দিলা কৈলা মন গৈয়া শুদ্ধি।
ভকতৰ হিত প্ৰভু চিন্তা ৰাতি দিনি।
ভৃত্য কৰি লৈলা তাঙে মায়ধনে কিনি॥২৬৯০
ভকতৰ দুখ একতিলো নসহন্ত।
ভয় ভ্ৰান্তি দুখে সুখে সদাতে ৰাখন্ত॥
দেৱীপূজা কৰ্ম্ম মাধৱ কৰিবে চাহিলা।
অন্তৰ্য্যামী ৰূপে গৈয়া তাহাকো ৰাখিলা॥২৬৯১
দেখে মোৰ প্ৰাণ মাধৱ দেৱী পূজা কৰে।
ৰামদাস আইলা তাঙে শঙ্কৰৰ ঘৰে॥
পৰম ঈশ্বৰ কৃষ্ণ ভকতৰ নিধি।
ভকতৰ কথা প্ৰভু অসিদ্ধিকো সিদ্ধি॥২৬৯২
ৰামদাসৰ হৃদয়ত প্ৰবেশ ভৈলন্ত॥
মাধৱৰ কথা শঙ্কৰত কহিলন্ত॥
যদিবা মলিন মন ভকতৰ হোৱন্ত।
হৃদয়ত প্ৰবেশিয়া তাহাক সুধন্ত॥২৬৯৩

সবাতো অধিক মাধব বৈষ্ণব দুলাল।
নিজ প্রাণ বুলি আনি তাহাক বৈলন্ত।
আছিলন্ত পূর্ব্বত নাবদ ঋষিবাজ।
কিছোমানে কহো শুনিয়োক তান কাজ॥২৬৯৭
অগুকবা বুলিয়া উদ্ধবে হাসিলেক।
হেন শুনি মনে দুখ কবিলা অনেক॥
বীণাবাত্তে কবে সদা নামব কীর্ত্তন।
ঈশ্বব কৃষ্ণক যিটো কবিলে অধীন॥২৬৯৫
হেন নাবদবো কতোকাল গুরু নাই।
যৈত বহে গোববে লিপয় লোকে ঠাই॥
হেন দেখি নাবদব লাগিল ধিকাব।
মনত আলোচি এক কথা কৈলা সাব॥২৬৯৬
প্রভাতে উঠিয়া কালি পথে যাক পাওঁ।
মানিবো তাহাকে গুরু ঘবে আজি যাওঁ।
হেন কথা অন্তর্য্যামী ঈশ্বরে জানিয়া॥
কৃপাময় কৃষ্ণ বৈলা পথত আসিয়া॥২৬৯৭
কান্ধত মন্তব ভাব শূকবব পাল।
বাটে বাটে গালি পাবি চোবাই যায় চাণ্ডাল॥
লালে ওঠ বই বই কোন্নাবিয়ে পবে।
মন্তব পরুত গায় জেন জেন করে॥২৬৯৮
মিলিল অকাজ মোষ তত মায় নষ্ট।
জানিয়া ... আরে ... হবে ...

হেন কথা আলোচিয়া মনে হৃষীকেশ ।
পথ ভেটি ৰৈল ধৰি চাণ্ডালৰ বেশ ॥২৬৯৯
পুহাই ৰজনী জানি নাৰদ আসিলা ।
প্ৰথমে আসিয়া চণ্ডালক লগ পাইলা ॥
কান্ধত মঙ্গৰ ভাৰ শূকৰৰ কায় ।
দেখিলন্ত নাৰদে চাণ্ডাল গোট যাই ॥২৭০০
মনত বোলন্ত কিনো অকাৰ্য্য কৰিলো ।
কালি সত্যবাক্য মই কি কাৰণে কৈলো ॥
আক গুৰু নমানিলে সত্য মোৰ পৰে ।
গন্ধাৰয় গাৱ আৰ ভেন ভেন কৰে ॥২৭০১
নাকত আঙ্গুলি দিয়া আছে মনে গুণি ।
আক গুৰু লৈলে লোকে কি বুলিবে শুনি ॥
এহি বুলি মহামুনি চিত্তক দঢ়াই ।
বোলে কেনমতে মোৰ সত্য ৰক্ষা যাই ॥২৭০২
হৃদয়ত কৃষ্ণক কৰিলা মনে সাখী ।
মানিবোহো গুৰু মই আকে সত্য ৰাখি ॥
হেন কথা মনত আলোচি মহাভাগ ।
ৰহা ৰহা বুলি গৈলা চণ্ডালৰ আগ ॥২৭০৩
নৰহৰ কতো আগ ভেটি মাত্তি যায় ।
মাত্তিবাক চাৰি তেৰ কৰিয়ো নাচায় ॥
হাতযোৰ কৰি পাচে মাত্তি বুলিলন্ত ।
কতোবেলি অন্তৰে চণ্ডালে চাহিলন্ত ॥২৭০৪

বোলে কি কাৰণে আৰে মাত মোক ভাই।
হৰাইবে শূকৰজাক এৰি যাওঁ মই॥
হেন শুনি বুলিলা নাৰদ ঋষিৰাজ।
গুৰু মানিবাৰ হেন কহিলন্ত কায॥২৭০৫
চণ্ডালে বোলন্ত আমি মহামূৰ্খ লোক।
কিবা গুণ দেখি তই গুৰু বোলা মোক॥
হেন দেখি নাৰদৰ মনত অসুখ।
নিৰানন্দ মনত লাগিল বৰ দুখ॥২০৭৬
নপাওঁ উপায় একো চিত্তে নোহে থিৰি।
মনত গুণিয়া কথা পাইলন্ত বিচাৰি॥
হাতযোৰে চণ্ডালক বুলিলন্ত চাই।
আমাৰ বচন তুমি শুনিয়ো বোপাই॥২৭০৭
আমি আগে কহো জ্ঞান তোমাৰ আগত।
তাকে উলটাই পাচে কহিবি আমাত॥
এহি বুলি চণ্ডালত কহিলন্ত কথা।
কপট স্বৰূপে হৰি শুনি আছা তথা॥২৭০৮
সেহি জ্ঞান উপদেশ কৈলা নাৰদত।
কৃষ্ণক পাইলন্ত গুৰু ভৈলন্ত ভকত॥
দেখা দেখা কেনে কৃষ্ণ দয়াময় হৰি।
সুখে দুখে ভকতক ফুৰে ৰক্ষা কৰি॥২৭০৯
সকলো কাৰ্য্যত হৰি সদায় আপুনি।
সাধুসবে কৈছে ভাগৱত আছে শুনি॥

নাৰদৰ কথা আৰে এহিমানে গৈল।
আতি অনন্তৰে শুনা আৰো যেন ভৈল ॥২৭১০
মৎস্য অৱতাৰে সত্যব্ৰতক ৰাখিলা।
নৰসিংহ ৰূপে প্ৰহ্লাদক নিস্তাৰিলা ॥
সুগ্ৰীৱক ৰাখিলন্ত ৰামচন্দ্ৰ হৰি।
মিত্ৰ ভকতক ৰাখে বালিক সংহৰি ॥২৭১১
হৰি অৱতাৰে আৰো দেখা গজেন্দ্ৰক।
বৰাহে উদ্ধাৰ কৈলা পৃথিবী ভকতক ॥
গোপ-গোপী গৰু গোকুলৰ তৃণ বন।
ৰাখিলন্ত ভকতক ধৰি গোবৰ্দ্ধন ॥২৭১২
ইসব প্ৰমুখ্যে আনো অৱতাৰ যত।
দুষ্টক সংহাৰ কৰি ভকতক ৰাখন্ত ॥
ভকতৰ পাচে পাচে ফুৰে গদা ধৰি।
সমস্ত ভয়তে দেখো ৰক্ষা কৰে হৰি ॥২৭১৩
শুনা সাধুসব শঙ্কা নকৰিবা আত।
শঙ্কৰেসে গৈলা তাঙ্ক ৰাখিলা সাক্ষাত ॥
হৰি গুৰু ভকতে সহিতে একে কায় ॥
মুখে ৰামনাম ৰূপে হৃদয়ে ধিয়াই ॥২৭১৪
ইসব কথাক আৰে এহিমানে থওঁ।
কৰ্ণজুৰি শুনা শঙ্কৰৰ কথা কওঁ।
নাৰায়ণে নমস্কাৰ কৰি পুনৰপি।
শঙ্কৰক গুচিলন্ত মুখে নাম জপি ॥২৭১৫

অবনত তাৰে বোলে শুনা বাপ তুমি।
কৈত আছে মাধৱ কহিয়ো শুনো আমি॥
কোন থানে গৈলা কৈত ৰহিয়া আছন্ত।
নেদেখোহো তাঙ্ক কিয় তোমাৰ লগত ॥২৭১৬
শঙ্কৰে বোলন্ত নাৰায়ণ মহাশয়।
মাধৱৰ মাতৃ শুনা মৰিয়া আছয়॥
শুদ্ধিৰ দিৱস আসি ওচৰ চাপিল।
দক্ষিণাৰ কাৰ্য্যে কড়ি বিচাৰিবে গৈল ॥২৭১৭
তুমি যিবা চৌকীয়া মাজীৰ কথা কৈলা।
তিনি দিন ভৈল তাৰ ঘৰে চলি গৈলা॥
থাকিয়োক আজি তাঙ্ক কালি লগ পাইবা।
আসিবেক মোৰ ঠাই অহিতে দেখিবা ॥২৭১৮
শঙ্কৰে হৰিষে কৃষ্ণ কথাক কহন্ত।
তিনি দিন তিনি ৰাত্ৰি তথাতে আছন্ত॥
অমৃতৰ নদী যেন কথাৰ প্ৰসঙ্গ।
কৰ্ণাঞ্জলি ভৰি পিয়ে কৰি মনৰঙ্গ ॥২৭১৯
কথা-জল নদীত সমূলি বুৰ দিল।
দেহ গেহ ধন জন সবে পাসৰিল॥
এৰিলন্ত নাৰায়ণে শয়ন ভোজন।
মধুপানে বন্দী যেন গৈল ভৃঙ্গগণ ॥২৭১০
শঙ্কৰৰ দুই পদ অমূল্য কমল।
[illegible] ভকতসকল॥

বাৰিষাৰ জল যেন গঙ্গা পশ্মবিল।
বাঢ়ি গৈল জল সবে ৰাজ্যক বুৰাইল ॥২৭২১
নাৰায়ণদাসে দেখি হেন মনে মানি।
নমস্কাৰ কৰি পুনু বুলিলন্ত বাণী ॥
কন্তবা জন্মৰ মোৰ আছে পুণ্যগণ।
তাতে আমি পাইলো লাগ তোমাৰ চৰণ ॥২৭২২
কৰা আশীৰ্ব্বাদ বাপ হৌক শুদ্ধমাত।
জন্মে জন্মে হৌক মোৰ তযুপদে গতি ॥
অগতিৰো গতি তুমি দেৱতাৰো দেৱ।
ইহ পৰলোকে তুমি বিনে নাহি কেৱ ॥২৭২৩
কৰিলো নিশ্চয় তযু চৰণেসে গতি।
সত্যে সত্যে সত্যে লৈলো শৰণ সম্প্ৰতি ॥
কোটি পুৰুষকো মোৰ উদ্ধাৰ কৰিবা।
আজিসে জানিলো তুমি বৈকুণ্ঠক নিবা ॥২৭২৪
জানিলো নিশ্চয় তুমি সেহি যদুৰায়।
ছদ্মৰূপে তুমি মোক বাধিলাহা যাই ॥
কৰিলা অনেক স্তুতি নতি এহি বুলি।
পৰি পৰি লৈলা মাথে চৰণৰ ধূলি ॥২৭২৫
এতদিন আয়ু মোৰে বৃথা বহি গৈল।
তোমাৰ পাৱত মোৰ ভকতি নভৈল ॥
হেন দেখি শঙ্কৰে কৰিলা আশীৰ্ব্বাদ।
বোলে নাৰায়ণ দিলো ভকতি প্ৰসাদ ॥২৭২৬

হুয়ো চিৰজীৱ অধ্ ভক্তি হৌক জাত।
কৰিলা আশ্বাস পাচে মাথে দিয়া হাত॥
নকৰা ক্ৰন্দন উঠি বসিয়ো আসনে।
শুনি নাৰায়ণে গৈয়া বসিলা তেখনে ॥২৭২৭
পুনু নমস্কাৰ কৰি স্তুতি বাণী বুলি।
চৰণৰ ধূলা হাতে মাথে লৈলা তুলি॥
লাসে লাসে গৈলা তেবে কৰি পাচভৰি।
বাসাক চলিলা পুনু নমস্কাৰ কৰি ॥২৭২৮
বাৰাদিৰ হন্তে তেবে মাধৱে আসিলা।
আসনে বসিয়া ৰঙ্গে ভৰি পখালিলা॥
ভকতৰ সঙ্গে ৰঙ্গে শঙ্কৰ আছন্ত।
মাধৱে আসিয়া নমস্কাৰ কৰিলন্ত ॥২৭২৯
শঙ্কৰে বুলিলা দেখি মাধৱক চাই।
আপুন আসনে তুমি বসিয়োক যাই॥
হেন শুনি ৰঙ্গে যাই বসিলা আসনে।
শঙ্কৰে সুধিলা তেবে মধুৰ বচনে ॥২৭৩০
দিন চাৰি ভৈল কড়ি বিচাৰিবে গৈলা।
কহিয়োক কথা মোক পাইলা কি নাপাইলা॥
মাধৱে বোলন্ত কড়ি বিচাৰি নাপাইলো।
একড়া কড়িয়ো নাই দুখ মাত্ৰ পাইলো ॥২৭৩১
শঙ্কৰে বোলন্ত তুমি শুনা মোৰ বাণী।
আসি আছে ইঠাইক মনুষ্য একখানি।

তিনি দিন মোৰ লগে কথায়ে আছন্ত।
পাইলোহো আনন্দ বৰ বিশিষ্ট মহন্ত ॥২৭৩২
কথা প্ৰসঙ্গেও বৰ সন্তোষ লভিলো।
এতেকে তাহাঙ্ক আমি মহন্ত বুলিলো ॥
দেখিলো ভকত বৰ উত্তম মনুষ্য।
ভৈলোহো অধীন মোক কৰিলেক বশ্য ॥২৭৩৩
তাঙ্ক সম ভাগ্যৱন্ত লোক আন নাই।
স্বৰ্গ যেন পাইলো হাত মেলি তাঙ্ক পাই ॥
পৰম চতুৰ নাৰায়ণ মহাজন।
দৰশনে লোকৰ পাতেক কৰে ছন্ন ॥২৭৩৪
তাঙ্ক লগ পায়া আমি ভৈলো কৃতকৃত্য।
দেখিলাতে চিনিলো কৃষ্ণৰ নিজভৃত্য ॥
পৰম মহন্ত কিনো নাৰায়ণ ভক্ত।
দৰশনে তবে জানে তিনিয়ো জগত ॥২৭৩৫
হেন মহাভক্ত জ্ঞানী ঐকান্তিক দাস।
কৰি আছে কৃষ্ণে জানো হৃদয়ত বাস ॥
লোক উপকাৰী নাৰায়ণ মহাশান্ত।
জগত প্ৰসিদ্ধ হুইব ভকত মহন্ত ॥২৭৩৬
শুনিয়ো মাধৱ তুমি পণ্ডিত উত্তম।
নেদেখোহো ভক্ত আন নাৰায়ণ সম ॥
জানি আছো আমি তান লগে আছে কড়ি।
এতিক্ষণে যায়ো তুমি তান পাশে লৰি ॥২৭৩৭

ঐকে আসিবেক যহিঁ আছে নদীতীৰে।
নাথাকিবা তুমি তৈকে চলিয়ো সত্বৰে ॥
অহিক আসিলে বৰ বিলম্ব হুইবেক।
তাতেসে তহিক আমি পাঞ্চিলো তোমাক ॥২৭৩৮
কথাত বসিলে বেলা হুইবেক গধূলি।
মাধৱক শঙ্কৰে পঠাইলা এহি বুলি ॥
তেতিক্ষণে তৈকে চলি গৈলন্ত মাধৱ।
বৈষ্ণৱৰ কথা শুনি মনত উৎসৱ ॥২৭৩৯
পৰম কৌতুক বৰ হৰষিত মন।
নাৰায়ণ ভকতক হৈবো দৰিশন ॥
এহি বুলি মনে খেদ কৰন্ত অশেষ।
নাৰায়ণ থানে যাই ভৈলন্ত প্ৰবেশ ॥২৭৪০
মাধৱ আসন্ত নাৰায়ণে বাৰ্ত্তা পাইলা।
আসনৰ পৰা উঠি আগবাঢ়ি গৈলা ॥
দুয়োজন যাই পাচে ভৈল দেখাদেখি।
দুইকো দুই চাই স্নেহে নিৰেখি নিৰেখি ॥২৭৪১
মহাপ্ৰেমে দুইহন্তোৰো নীৰ বহি যাই।
নাই মাতবোল ভৈল পুলকিত কায় ॥
অনন্তৰে দুইকো দুই সাৱটিয়া ধৰি।
বুকে বুক দিয়া জাপ্তি আলিঙ্গন কৰি ॥২৭৪২
দুইকো দুই বুকে বান্ধি যান্ত আতিশয় ॥
দুন্দিগাছ মাজে যেন নিলগ নহয় ॥

হেনয় যতাৰ আলিঙ্গন ভকতৰ।
ধৰা যেন চিহ্ন নাৰায়ণ মাধৱৰ ॥২৭৪৩
আত্মাই আত্মাক যায় ভৈল পৰিচয়।
মনত হৰিষে দুয়ো আনন্দ কৰয় ॥
মহাপ্ৰেম সাগৰত নিমজ্জিল মন।
হেন ভাৱে আলিঙ্গন কৈলা কতোক্ষণ ॥২৭৪৪
চক্ষু ভৰি দুহান্তৰ নীৰ বহি যাই।
প্ৰেমত আকুল মনে দুইকো দুই চাই ॥
বোলে সুপ্ৰসন্ন ভৈল আমাসাৰ বিধি।
কতবা কালৰ মনোৰথ কৈল সিদ্ধি ॥২৭৪৫
পৰম হৰিষ আনন্দৰ পাৰ নাই।
অৱনত ভাবে দুইকো দুই আছে চাই ॥
নাৰায়ণে নমস্কাৰ কৰিবাক গৈলা।
হাতত ধৰিয়া হাতে মাধৱে নিদিলা ॥২৭৪৬
মাধৱে বোলন্ত কেনে কৰাহা অন্যায়।
আমি যেন তুমি তেহ্ন আক সুযুৰায় ॥
পাচে নমিলন্ত যাই হাতযোৰ কৰি।
বসিলা আসনে পাচে কৃতাঞ্জলি ধৰি ॥২৭৪৭
দুইকো দুইৰো প্ৰীতি আৰো কৰন্ত উৎসৱ।
বোলন্ত আবেসে পাইলো সুহৃদ বান্ধৱ ॥
নাৰায়ণে বুলিলন্ত মাধৱৰ আগে।
তোমাক পাইলোহো লাগ কত পুণ্যভাগে ॥২৭৪৮

কতবা জন্মৰ মোৰ আছে পুণ্যৰাশি।
সিহেতু দেখিলো তযু চৰণক আসি॥
কৰা আশীৰ্ব্বাদ বাপ তুমি আবে মোক।
গুৰু ভকতৰ মোৰ পীৰিতি বহোক॥২৭৪৯
তুষিলন্ত মাধৱক বিনয় বচনে।
এহি বুলি নিচুকি থাকিলা নাৰায়ণে॥
তাৰ পাচে বুলিলন্ত মাধৱ মহন্ত।
জানিলো কৃষ্ণৰ তুমি ভকত একান্ত॥২৭৫০
এতেকে জানিলো আমি তযু শুদ্ধ হৃদি।
কৰিলেক এক ঠাই দুইকো আনি বিধি॥
ঈশ্বৰ পুৰুষ গুৰু আছয় আমাৰ।
মোৰ আগে কহিলন্ত কথাক তোমাৰ॥২৭৫১
কথা প্ৰসঙ্গত বৰ সন্তোষ লভিলা।
বহুতৰ কৰি গুৰু প্ৰশংসা কৰিলা॥
এতেকে জানিলো তুমি মহা সাধুজন।
মোৰ গুৰুদেৱ তাক কৰাইলা প্ৰসন্ন॥২৭৫২
দেখিলোহো তোমাৰ পৰম শুদ্ধমতি।
আমিয়ো সন্তোষ বৰ ভৈলোহো সম্প্ৰতি॥
নাৰায়ণে বুলিলন্ত কৰি অল্পহাস।
নিশ্চয় জানিবা মই তোমাৰেসে দাস॥২৭৫৩
দেহ ধন জন মোৰ আছে যত যত।
সমস্তকে দিলো গুৰু ভকতৰ পাৱত॥

যাঢ় সত্য কৰিয়া ভৈলোহো কৃষ্ণদাস ।
ধৰ্ম্ম কৰ্ম্ম এৰি কৈলো গুৰুভক্তিৰ আশ ॥২৭৫৪
তযু সঙ্গ পায়া আমি কৃতকৃত্য ভৈলো ।
নৰতনু দেহা আবে সাফল কৰিলো ॥
জানো মোৰ পুণ্যগণ আছে অসংখ্যাত ।
মাধৱক বোলে কৃতাঞ্জলি কৰি হাত ॥২৭৫৫
তোমাৰ বৃত্তান্ত বাপ হুইয়া আছে যত ।
মোৰ আগে গুৰু তাক কৰিলা বেকত ॥
তিনি দিন তিনি ৰাত্রি কথায়ে আছিলো ।
তোমাৰ কাৰণে সবে আনন্দে শুনিলো ॥২৭৫৬
শুনিলোহো গৈলা তুমি বাবাদিক প্ৰতি ।
কাৰ্য্য সিদ্ধি ভৈলা মোত কহিয়ো সম্প্ৰতি ॥
মাধৱে বোলন্ত তৈত কড়িক নপাইলো ।
সুদাহাতে আসি আমি গুৰুত কহিলো ॥২৭৫৭
মাধৱে বোলন্ত মাতৃ মৰিল আমাৰ ।
তোমাৰ আগত কহো কাৰণ তাহাৰ ॥
ব্ৰাহ্মণালী কাৰ্য্য তাকে সবে আমি কৈলো ।
বিত্তক্ষীণ দক্ষিণাক পাচ কৰি থৈলো ॥২৭৫৮
মৰিল আমাৰ মাতৃ ক্ষেত্রি বিলাতত ।
ইসব বৃত্তান্ত যত শুনিলা সমস্ত ॥
গুৰু সমে হেন কথা আলচ কৰিলো ।
দক্ষিণাৰ কথা সবে পাচ কৰি থৈলো ॥২৭৫৯

কৃষ্ণৰ কীৰ্ত্তন কৰি নামক কোৱাইবো।
তুইয়ো কাৰ্য্য সিদ্ধি হুইবে দক্ষিণা কৰিবো॥
মোৰ বিত্ত পাই ভক্তে গাৱে গাৱে দিল।
জানিবা নিশ্চয়ে তাৰা সবে নিস্তাৰিল॥২৭৬০
চাৰি টকা কড়ি কৰি আছো এক ঠাই।
আৰু তিনি ৰূপীয়া ভঙ্গাইবে ঠাই নাই॥
চৌকীয়া মাজীৰ ঘৰে তাতে গৈয়াছিলো।
ভঙ্গাইবে নোৱাৰি টঙ্কা পুনু আসি ভৈলো॥২৭৬১
এহিমানে কৈলো আৰে আমাৰ কাৰণ।
কহিয়ো তোমাৰ কথা শুনো নাৰায়ণ॥
কোন গ্ৰাম কিবা নাম কয়ো জন্ম কৰ্ম্ম।
প্ৰবৰ্ত্তি আছিলা তুমি আগে কোন ধৰ্ম্ম॥২৭৬২
কিবা প্ৰয়োজনে কিবা কামে আছা আসি।
হেন শুনি কহিলন্ত নাৰায়ণে হাসি॥
আন কাম নাই মোৰ শঙ্কৰত কাম।
দায়া কৰি দিলা পিতৃ ভৱানন্দ নাম॥২৭৬৩
নাৰায়ণ নাম আৰে দিলা গুৰু মোৰ।
কহিলো তোমাৰ আগে মই সেৱাচোৰ॥
সদাগৰ ৰূপে যেনমতে ফুৰিলন্ত।
মাধৱৰ আগে গিয়ো কথা কহিলন্ত॥২৭৬৪
তাস্কৰ মহন্তে যেন উপদেশ দিলা।
নাও ভৰা দিয়া বঙ্গে লৌহিত্যে উজাইলা।

মহাপুৰুষক লাগ পাইলো আসি ৰঙ্গে ।
নৌকা বাই চাৰিজন ভক্ত মোৰ সঙ্গে ॥২৭৬৫
ছদ্মৰূপে শঙ্কৰে দিলন্ত গৈয়া হাক ।
মাধৱৰ আগে ৰঙ্গে কহিলন্ত তাক ॥
মাধৱে বোলন্ত তুমি কিনো ভাগ্যৱন্ত ।
ধন্য ধন্য ভক্ত তোৰা পৰম মহন্ত ॥২৭৬৬
তৰিবা নিশ্চয়ে জানো সংসাৰৰ মায়া ।
মিলিল সাক্ষাতে গুৰু ঈশ্বৰৰ দায়া ॥
যাক মোৰ বুলি মহাপুৰুষে লৈলন্ত ।
তাৰ অকল্যাণ আৰ কহিতো আছন্ত ॥২৭৬৭
মহাপুৰুষৰ কৃপা যাক লাগি ভৈল ।
সংসাৰৰ পাইবে পাৰ তাৰ কিবা বৈল ॥
ভকতিৰ পাইবে সিটো মেলান দুৱাৰ ।
জানিবা বৈকুণ্ঠে বাস হৈবেক তাহাৰ ॥২৭৬৮
কিনো ধন্য ধন্য ভাগ্যৱন্ত নাৰায়ণ ।
গুৰুৰ প্ৰসাদে ময়ো কৈলো সম্ভাষণ ॥
পূৰ্ব্ব জনমৰ মোৰ আছন্ত পুণ্যৰাশি ।
মহাপুৰুষক লাগ পাইলো তাতে আসি ॥২৭৬৯
তুমি হেন বৈষ্ণৱক কত ভাগ্যে পাইলো ।
মহাপুৰুষৰ শিষ্য দুয়োজনে ভৈলো ॥
শঙ্কৰদেৱৰ যত ভকত আছয় ।
দুহান্তৰ সম্বাদক আনন্দে শুনয় ॥২৭৭০

অনন্তৰে নাৰায়ণদাসে উঠি গৈলা।
এক কচি কাপোৰক আপুনি আনিলা॥
মাধৱৰ আগে দিয়া বুলিলা সাদৰি।
বোলে আতে বান্ধি আছো পাঞ্চ কাণ্ণ কড়ি॥২৭৭১
দক্ষিণা কৰিয়া আৰো ব্ৰাহ্মণক দিবা॥
তাত পাচে ভকতক অঞ্জলি কৰিবা॥
মাধৱে বোলন্ত নাৰায়ণ শুনিয়োক।
আৰো যদি কড়ি আছে দিয়া তুমি মোক॥২৭৭২
এহি বুলি মাধৱে আগত টকা দিলা।
নাৰায়ণে তেখনে কড়িক গণি দিলা॥
বোলে লগাইবোহো আক গুদ্ধিৰ কাৰ্য্যত।
আৰো পাণ তাম্বুলক দিলন্ত আগত॥২৭৭৩
হেন দেখি মাধৱৰ হৰষিত মন।
পৰিল মনত পাচে গুৰুৰ বচন॥
পৰম কৃপালু কিনো গুৰু মহাশান্ত।
গণি পড়ি মোত যেন কথা কহিলন্ত॥২৭৭৪
বোলে অনুমানে জানো আছে তান কড়ি।
হেন কথা কৈলা মোত গুৰুদেৱ হৰি॥
গুৰু উপদেশে পাইলো সুহৃদ বান্ধৱ।
এহি বুলি খেদ আত্তি কৰন্ত মাধৱ॥২৭৭৫
অনন্তৰে বোলে নাৰায়ণ শুনিয়োক।
গৃহক যাহন্তে তুমি মাত্তি যাইবা মোক॥

ইঠাইত তুমি বহি কেদিন থাকিবা।
নিষ্ঠ কৰি কথা সবে আমাত কহিবা ॥২৭৭৬
হেন শুনি পাচে বুলিলন্ত নাৰায়ণে।
থাকিবোহো আমি ঐত দিন চাৰি মানে ॥
তোমাৰ মাতৃৰ কাম কৈসানি কৰিবা।
সিসব কথাক মোত নিশ্চয়ে কহিবা ॥২৭৭৭
হৰিৰ কীৰ্ত্তন ৰঙ্গে আনন্দে চাহিবো।
কোটি পুৰুষৰ মোৰ ভাগ্যক লভিবো ॥
হেন শুনি মাধৱে কহিলা দিনবাৰ।
হাতযোৰে নাৰায়ণে কৈলা নমস্কাৰ ॥২৭৭৮
থাকিয়োক বুলি মাধৱ গৈল ৰঙ্গমনে।
দেখি তান্ত সাৰটি ধৰিলা নাৰায়ণে ॥
প্ৰিয়বাক্যে আশ্বাস কৰিলা দুইকো দুই।
আছিলেক থানিতেক কৃতাঞ্জলি হুই ॥২৭৭৯
শঙ্কৰৰ পাশে চলি গৈলন্ত মাধৱ।
মনত হৰিষে বৰ কৰিলা উৎসৱ ॥
গুৰুৰ চৰণে যাই নমস্কাৰ কৈলা।
মনত হৰিষ কৰি আসনে বসিলা ॥২৭৮০
শঙ্কৰে সুধিলা তেৱে মাধৱক চাই।
আজি দেখো বৰ তনু হৰিষক পাই ॥
নাৰায়ণ সঙ্গে লগে কি কথা কহিলা।
কিবা কামে নাসা বেলি তিমি পৰ ভৈলা ॥২৭৮১

মাধৱে কহিলা তেবে হাতেযোৰে নমি।
কৰিলা আমাক তুমি উপকাৰ স্বামী॥
দেখিলোহো ভকতক তোমাৰ প্ৰশাদে।
কৰিলো সাফল জন্ম তযু আশীৰ্ব্বাদে॥২৭৮২
ধন্য ধন্য নাৰায়ণ ভকত উত্তম।
কৃষ্ণৰ একান্ত দাস মহামনোৰম॥
কহিলো বিস্তৰ কথা আনন্দিত মন।
কথাৰ চতুৰ নাৰায়ণ মহাজন॥২৭৮৩
দেখিলো আনন্দে হৰিভকতৰ মুখ।
কতবা কালৰ আজি লভিলোহো সুখ॥
এহি বুলি বহুতৰ প্ৰশংসা কৰিলা।
তাত অনন্তৰে আৰো কথাক কহিলা॥২৭৮৪
এক কচি কড়ি পাণ-তাম্বুলক পাইলো।
এক টাকা ভঙ্গাই আৰো কড়িক আনিলো॥
হেন শুনি শঙ্কৰে বুলিলা মাধৱক।
পঠাইলো তোমাক নাৰায়ণৰ থানক॥২৭৮৫
জানি আছো মনে মই আছে তান কড়ি।
পাঠাইলো তোমাক মই যোৱা তৈকে লৰি॥
তাহাকো দেখিবা তুমি তোমাকো দেখোক।
ভকতৰ সঙ্গে লগে আত্মাক চিনোক॥২৭৮৬
হেন জানি তুমি আৰে কৰা মনৰঙ্গ।
দেখা দেখা কেনে হৰিভকতৰ সঙ্গ॥

ধৰ্ম্ম অৰ্থ কাম মোক্ষ ইটো কোন হয়।
বৈকুণ্ঠবাণিজ্য ভক্তসঙ্গত মিলয় ॥২৭৮৭
হুয়ো কাৰ্য্য সিদ্ধি ভৈলা মোৰ অভিমত।
কৰা কৃষ্ণে পূৰণ ভক্তৰ মনোৰথ ॥
দেখিয়ো মাধৱ তুমি ইটো কোন চিত্র।
কৰন্ত ভকতে অন্ত্যজাতিকো পবিত্ৰ ॥২৭৮৮
শঙ্কৰে বোলন্ত তুমি শুনিয়ো মাধৱ ॥
ভক্তৰ কঠিয়া ঐত পাইলোহো বান্ধৱ ॥
কি কহিবো কথা নাৰায়ণ মহন্তৰ।
এহি বুলি প্ৰশংসা কৰিলা বাৰম্বাৰ ॥২৭৮৯
হেন নাৰায়ণ মহা গুণৰ সাগৰ।
জগত প্ৰসিদ্ধ ভৈলো শিষ্য শঙ্কৰৰ।
শঙ্কৰ মাধৱ এহি কথা কহি ৰৈলা।
শুনা সাধুসব আতপৰে যিবা ভৈলা ॥২৭৯০
শ্ৰাদ্ধৰ নিমিত্তে মাধৱ কৈলা মহোৎসৱ।
হেন কথা কহো শুনা কৰিয়া উৎসৱ ॥
গুৰু ভকতত সবে আজ্ঞা লৈলা মাগি।
যতন কৰিলা হৰি কীৰ্ত্তনক লাগি ॥২৭৯১
চাউল ডালি কদলী তাম্বুল উপহাৰ।
এক ঠাই কৈলা আনি নৈবেদ্য সম্ভাৰ ॥
কৃষ্ণৰ কীৰ্ত্তন গাইলা ভকতে হৰিষে।
শুনন্তে কৰ্ণত যেন অমৃত বৰিষে ॥২৭৯২

আনন্দৰ ভৰে ভৈল ভকতে আকুল।
সবাৰ মাজত শুক যেন পদ্মফুল॥
সমস্ত লোকৰ দেখি হৰিষ মিলিলা।
বিলাতৰ লোকে হৰিকীৰ্ত্তন চাহিলা॥২৭৯৩
অনন্তৰে নামৰ কীৰ্ত্তন ভক্তে কৈলা।
পতনী প্ৰসাদ নাচ নাচিবে লাগিলা॥
পণ্ডিত ব্ৰাহ্মণ যত আছিলন্ত তথা।
চাহিবাক আইলা সবে শুনি হেন কথা॥২৭৯৪
পতনী প্ৰসাদ নাচ দেখি বিপ্ৰগণে।
নাকত আঙ্গুলি দিয়া গুণে মনে মনে॥
বিস্ময়ে আছন্ত চাই বিপ্ৰসবে দেখি।
স্তব্ধ দিয়া চাই সবে নিৰেখি নিৰেখি॥২৭৯৫
বাল্য বৃদ্ধ যুবা যত সবে নিশবদ।
বিপৰীত ভৈল দেখি নয়ন তবধ॥
নটুৱাৰ নাচ কাচ চমৎকাৰ দেখি।
বেঢ়ি বেঢ়ি চাই সবে নভাঙ্গিয় আখি॥২৭৯৬
কৃষ্ণৰ প্ৰাৰ্থনা ভঙ্গ যেনমতে কৈলা।
হেন ভাৱ ধৰি সবে ভকতে নাচিলা॥
হেন দেখি দ্বিজসবে বৈল মৌনভাৱে।
ভকতসকলে গীত মহাপ্ৰেমে গায়ে॥২৭৯৭
নিমজিল মন প্ৰেমসাগৰত চিত্ত।
ঝৰে নীৰ নেত্ৰৰ আনন্দে গাই গীত॥

পরম প্রেমত্ত নাচে হাঁতে তাল বাই।
আনন্দে মগন মন পুলকিত কায় ॥২৭৯৮
আনন্দসিন্ধুত মন মজিলা সমূলি।
তাল ধরি নাচে সবে হাত তুলি তুলি ॥
আকুলিত ভৈল আতি আনন্দর ভরে।
আলিঙ্গিয়া ধরি কাকো মাটিত বাগরে ॥২৭৯৯
চতুর্ভিতি বেঢ়ি চাই আছে নর-নারী।
রাম কৃষ্ণ হরি নাম লয়ে ডাক পারি ॥
এহিমতে নাচ যেয়ে সাঙ্গ করিলন্ত।
নিচুকি রহিলা তেবে সমস্ত ভকত ॥২৮০০
নারায়ণে বিত্তসব কুঞ্চে ভরি লৈলা।
মাধরে আপুনহাতে দক্ষিণা করিলা।
প্রথমে দিলন্ত গুরু শঙ্করদেরক।
তাত পাচে দিলা রামরাম ভকতক ॥২৮০১
পণ্ডিত ব্রাহ্মণ যত ভক্ত নিরন্তর।
দক্ষিণায় তুষিলন্ত মন সমস্তর ॥
বিসর্জিলা সভা লোক গৈলা ঘরা ঘরি।
শঙ্কর মাধরে বৈলা আনন্দক করি ॥২৮০২
গুনা সভাসদসব আত আনন্তরে।
তাত পাচে গুনা যেন করিলা শঙ্করে
সজাইলন্ত ঘর পাচে মাটি-ভিঠি কাটি।
গ্রাম বাসা লোক আসি করি পরিপাটি ॥২৮০৩

অনন্তৰে সাজিলন্ত ভকতৰ ঘৰ।
দেখিয়া হৰিষ বৰ ভৈলা শঙ্কৰ॥
কৃষ্ণৰ কীৰ্ত্তন কথা সদায় কৰন্ত।
নাই ৰাত্রি দিন সবে আনন্দে থাকন্ত॥২৮০৪
যিটো নিৰাকাৰ জগতৰ আদিভূত।
ছদ্মৰূপে আসি ভৈলা কুসুমৰ সুত॥
সৰ্ব্বপাপ বিমোচন যাক দৰশনে।
কৰিলা উদ্ধাৰ লোকে তেন্তে সনাতনে॥২৮০৫
পৰম ঈশ্বৰ হৰি দৈৱকীনন্দন।
তাহান্তে শঙ্কৰ দেখা জগত তাৰণ॥
হোৱে নহে বুলি মনে ধান্দা নকৰিবা।
নোহে যদি বোলা তেবে নৰকে পৰিবা॥২৮০৬
দেখিয়া নেদেখা তাত বিপৰীত কৰ্ম্ম।
কৃষ্ণ সমে বেকত কৰিলা নামধৰ্ম্ম॥
হেন জানি কৰা তানে চৰণে ভকতি।
ইহ পৰলোকে নাই গুৰু বিনে গতি॥২৮০৭
দেখিয়া নেদেখা অন্ধ ভৈল দুইয়ো আখি।
নাৰায়ণ মাধৱত লৈয়ো হেন সাখী॥
তাসম্বাৰ মহিমাক কোনে পাইবা অন্ত।
অহর্নিশে যিটো গুৰুসেৱা কৰিলন্ত॥২৮০৮
সৰ্ব্বদায় ৰাম-কৃষ্ণ মুখে নাম গাই।
গুৰুৰ চৰণে মাত্র হৃদয়ে ধিয়াই॥

গুৰুক সুহৃদ আত্মা বুলি মানি মনে।
কৰন্ত ভকতি সদা গুৰুৰ চৰণে ॥২৮০৯
গুৰুৰ চৰণ বিনে নিচিন্তয় আন।
ভকতৰ মধ্যে দুইয়ো ভকত প্ৰধান ॥
শঙ্কৰ মাধৱ দুয়ো সমান শকতি।
গুৰুৰ সেৱাৰ বল দেখিয়ো সম্প্ৰতি ॥২৮১০
নেৰিবা গুৰুৰ সেৱা সবে হেন জানি।
কাকুতি কৰিয়া বোলো মই অগিয়ানী ॥
হেনয় শঙ্কৰ বিনে মোৰ গতি নাই।
ভজিলো তাহাঙ্ক মই দুই চক্ষু খাই ॥২৮১১
শুনা সৰ্ব্বজনে বোলো যুগুতি বচন।
গুৰুৰ সেৱাক মাত্ৰ কৰিয়ো যতন।
এতেকে তাৰিবে গুৰু নাচান্ত গুণ দোষ।
হুইবেক আপুনি অল্প সেৱাতে সন্তোষ ॥২৮১২
হেন জানি ধৰা গুৰুচৰণত ডাটি ॥
গুচাইবেক আপুনি গুৰু দুৰ্ব্বাসনা কাটি ॥
যেন দুবি কাটিলে মুকলি হোৱে ভূমি।
পাপ দূৰ কৰা গুৰু সেহিমতে তুমি ॥২৮১৩
তেৰেসে হৃদয় মোৰ হুইবে যেন শুদ্ধি।
ভকতক লাগি তেবে গুচিবে দুৰ্ব্বুদ্ধি ॥
চক্ষুত পটাল * আছে নিচিনে ভক্তক। * চকুৰ জাল।
গুচায়োক গুৰু মোৰ পাপ-পটালক ॥২৮১৪

এহি অনুগ্ৰহ কৰা দাস্তে খেৰ লওঁ।
ভকতৰ সঙ্গে সেৱা কৰিবাক পাওঁ॥
কৰিয়োো করুণা কৃপাময় হেন জানি।
কৰোহো কাকুতি বোলা ৰাম ৰাম বাণী॥২৮১৫

---

## ছুলড়ী

যেবে ঘৰ-বাৰী ভৈল হেন জানি
তাত আনন্তৰে পাচে।
জগত বিদিত নাৰায়ণ ভক্ত
বিদায় কৰিয়া আছে॥
প্ৰভাতে উঠিয়া নদীতীৰে গৈয়া
কৰিলন্ত গাৱ স্নান।
শঙ্কৰৰ পায়ে পৰিল প্ৰভাৱে
বুলিলন্ত নাৰায়ণ॥২৮১৬
আমি গৃহে যাওঁ তযু আজ্ঞা পাওঁ
চৰণে কাকুতি কৰো।
দিয়ো অনুমতি আমাক সম্প্ৰতি
তোমাৰ পায়ত ধৰো॥
শঙ্কৰে দেখিয়া বোলন্ত হাসিয়া
শুনা নাৰায়ণ তুমি।

চাউল ডাইল দ্রব্য আছে নাই খাইবে
কহিয়োক কহো আমি ॥২৮১৭
করি হাতযোর বোলে আছে মোর
নারায়ণে হেন শুনি।
আমার জগত আছয় সমস্ত
সকলো জানা আপুনি ॥
পুথি একখানি দিয়ো মোক জানি
মাথে বান্ধি লই যাওঁ।
হে প্রাণনাথ চরণত মাগো
হেনয় প্রসাদ পাওঁ ॥২৮১৮
নিজগৃহে গই পুথি আগে থই
সবে পরিয়ালগণ।
উপবাস করি দণ্ডরতে পরি
করিবো তাতে শরণ।
এহি বুলিয়াই আনিলন্ত চাই
চাউল এক পূরা মানে।
সহিত ধান্তর চাউল বিত্তোপন
আগে দিলা নারায়ণে ॥২৭১৯
নমস্কার কার বুলিলা সাদরি
নারায়ণ মহাভাগে।
মহা প্রেমভাৱে ধরি হুয়ো পারে
কান্দি পরি অনুরাগে ॥

শঙ্কৰে দেখিয়া বাক্যে আশ্বাসিয়া
বোলে উঠা নাৰায়ণ।
নলাগয় ধন ভক্তে মোৰ প্ৰাণ
ভক্ত সব নাই আন ॥২৮২০
ভূমি ধন বিত্ত আছে যত যত
সমস্তে জানা আমাৰ॥
তোমাক লভিলো সব দ্ৰব্য পালো
নলাগয় কিছু আৰ ॥
ভকতত পৰে নাই নাই মোৰ
নিষ্টে নিষ্টে জানা তুমি।
মোৰ বাক্য ধৰি ফুৰা নাম স্মৰি
নিষ্টে কৰি বোলো আমি ॥২৮২১
শঙ্কৰে সদ্বুদ্ধি বোলে সাধুবুদ্ধি
সন্তোষ কৰিলা মোক।
কৰা ৰঙ্গ মন শুনা নাৰায়ণ
গৃহক তুমি যায়োক॥
মোৰ আৰে ঐত নৈয়ো হোৱে থিত
দেখিয়োক তুমি আক।
এহি বুলি হাসি বোলে তুমি আসি
জানিবা মোৰ বাৰ্ত্তাক॥২৮২২
ঘৰ বাৰী ঐত সজাইবোহো কৈত
থান থিতি তাৰ নাই।

শুনা নারায়ণ তুমি বহু দিন
নাথাকিবা ঘরে যাই ॥
শুনি যোরহাত পারে দিয়া মাথ
নারায়ণ মহাসন্ত ।
হোক শুদ্ধমতি খণ্ডোক দুর্গতি
পারে পরি বুলিলন্ত ॥২৮২৩
শীঘ্রে আসি যেন তোমার চরণ
দুনাই দেখিবে পাওঁ ।
করা আশীর্ব্বাদ নপাউক প্রমাদ
করা কৃপা ঘরে যাওঁ ॥
শুনা নারায়ণ আমার বচন
অবিধিনি হয়া যায়ো ।
দিলো হেরা আমি নারায়ণ তুমি
পুথিখানি বান্ধি লয়ো ॥২৮২৪
শুনি নারায়ণে আদরি ভেখনে
অমোঘ প্রসাদ লৈলা ।
দেব নিরাবণী গরুড় পুরাণি
ভকতি প্রদীপ দিলা ॥
জানু পারি পারি নমস্কার করি
মেলানি মাগিয়া লৈলা ।
করি পাচতরি কৃতাঞ্জলি ধরি
মাধৱরো ঠাইক গৈলা ॥২৮২৫

তাঙ্কো প্ৰণামিলা বচনে তুষিলা
একপূৰা চাউল দিলা।
দেখিয়া মাধৱ চালিলন্ত গাৱ
আসনে নিয়া বৈসাইলা॥
কৰি নম্ৰভাৱ অৱনত গাৱ
আসনে বসিলা যাই।
মনত হৰিষে অমৃত বৰিষে
দুইকো দুই ৰঙ্গে চাই॥২৮২৬
মাধৱে আশ্বাসি বুলিলন্ত হাসি
যবে তানো তুমি যাইবা।
মোৰ প্ৰিয়তম বান্ধৱ পৰম
কতো দিনে গৃহ পাইবা।
তোমাৰ লগত বস্তু দ্ৰব্য যত
কিবা আছে কিবা নাই।
শুনি নাৰায়ণে কহিলা তেখনে
মাধৱৰ মুখ চাই॥২৮২৭
চাউল তৈল লোণ আছয় সকল
বস্তু মোৰ নাও জুৰি।
তুমি মাত্ৰ মোক দায়া কৰিয়োক
এই দুই পাৱে নেৰি॥
এহি বুলি যাই মাথা চপৰাই
সেৱা কৰিবাক গৈলা।

মাধৱে দেখিয়া তেখনে উঠিয়া
হাতত হাতে ধৰিলা ॥২৮২৮
তুমি আত্মাসম বান্ধৱ পৰম
ইকাম মুহি উচিত।
জানো মোৰ মনে বস্তু নাই ভিনে
ভকতিসে নিজ বিত্ত॥
শুনি নাৰায়ণ ভৈল বজ্ৰ মন
গদ গদ হুয়া বৈল।
চক্ষু লোহচয় হাতে মলচয়
হাতেযোৰ কৰি গৈল॥২৮২৯
মাধৱে দেখিয়া আগবাঢ়ি গৈয়া
দুখ কৰি কিছো মনে।
শঙ্কৰ মাধৱ প্ৰাণৰ বান্ধৱ
বুলি গৈলা নাৰায়ণে॥
উঠিলা নৌকাত চাৰিজন ভক্ত
নাৱে লগে চলি যাই।
শঙ্কৰ মাধৱ পৰম বান্ধৱ
বুলি সবে গুণ গাই॥২৮৩০

## ছবি

পৰম হৰিৰ মনে নাৰায়ণ মহাজনে
অনন্তৰে ঘৰ পাইলা যাই।
নদীতীৰে বহিলন্ত চইবৰ সাজিলন্ত
নৌকা বান্ধি থৈলা সেহি ঠাই॥
যত পৰিবাৰ জন তৈৰ পৰা দিলা জান
নাৰায়ণ পৰম মহন্ত।
উপবাস কৰাইলন্ত পানীৰ বাহন যত
তাক সবে দূৰ কৰিলন্ত॥ ২৮০১
গাৱে গাৱে দিলা বুদ্ধি লিপি পুছি গৃহশুদ্ধি
কৰিলন্ত আঙ্গিনা চোতাল।
শঙ্কৰৰ কথা কৈলা শুনি আনন্দিত ভৈলা
আপোনাৰ যত পৰিয়াল॥
কৰিলা শৰণ পাছে যত বন্ধুগণ আছে
শঙ্কৰৰ পুথি আগে থৈয়া।
পাইলো ভকতৰ সঙ্গ বুলি কৰে মনে ৰঙ্গ
নাচে আতি আনন্দ কৰিয়া॥ ২৮০২
বোলে কৃতকৃত্য ভৈলো কৃষ্ণত শৰণ লৈলো
ভৈল আৰে জন্মৰ সফল।
পুৰুষ উদ্ধাৰ হৈল মহাপাপ দূৰ গৈল
অনাদি জন্মৰ কৰ্ম্মফল॥

শঙ্কৰক গুৰু লৈলো কৃষ্ণত ভকত ভৈলো
বুলি কৰে আনন্দ অপাৰ।
তৰিবো সংসাৰসিন্ধু শঙ্কৰেসে নিজবন্ধু
নামধৰ্ম্ম জানিলোহো সাৰ ॥ ২৮৩৩
গুণ যশ শঙ্কৰৰ কহিলন্ত মাধৱৰ
নাৰায়ণ পৰম মহন্ত।
শুনি আনন্দিত মন যত জ্ঞাতি বন্ধুগণ
বসি সবে আনন্দ কৰয় ॥
বোলে ৰঙ্গে সবে হাসি নাৰায়ণ তুমি আসি
সবাহাক্কে বস্ত্র ধন দিয়া।
ইবাৰ জানিলো আমি নামধন দিয়া তুমি
আমাসাক লৈলাহা কিনিয়া ॥ ২৮৩৪
বেসাইলাহা নামৰত্ন বোলে বাপু নাৰায়ণ
শঙ্কৰদেৱৰ চৰণত।
মিত্র বন্ধু বান্ধৱক বাণ্টি দিলা সমস্তক
লৈলো আমি বান্ধি হৃদয়ত ॥
পুষ্প তাম্বুলক দিয়া সবাহাকে সন্তোষিয়া
শঙ্কৰৰ ঠাইক পুনু গৈলা।
ভেণ্টিলেক আসি যেবে শঙ্কৰে দেখিয়া তেবে
সুমধুৰ বচনে তুষিলা ॥ ২৮৩৫
সবংশে ভকত ভৈলা কৃষ্ণত শৰণ লৈলা
শঙ্কৰত কৈলা ৰঙ্গমনে।

জয়ানন্দ কৃষ্ণদাসে বৈলা শঙ্কর পাশে
সেৱা কৰি গুৰুৰ চৰণে ॥
সমস্ত ভকতক আনি দিলা কাকো পাট জুনি
পটুকা তেলক কণ্ঠো দিল।
কৃষ্ণৰ একান্ত দাস পায়া ভকতৰ পাশ
নাৰায়ণে আনন্দে থাকিল ॥ ২৮৩৬

---

ছুলড়ী

শুনা আত্তপৰে যি কৈলা শঙ্কৰে
পাটবাউসীক যাই।
ভকতক সঙ্গে লৈয়া মহাৰঙ্গে
বিচাৰি পাইলা ঠাই ॥
চাইলা ঘুৰি ঘুৰি বামে উঠি ফুৰি
দেখে সবে আছে জুৰি।
খাগ বেত নল কৰে হুলস্থুল
বাস বৃক্ষময় পুৰী ॥ ২৮৩৭
কৰি বজমন বিলৰো লক্ষণ
চাহিলন্ত দশোদিশ ।
বৰপেটা গ্ৰাম নাম অনুপাম
দেখিয়া ভৈলা হৰিষ ॥

বৰপেটা বিল তাহাকো চাহিল
দেখি অৰ্দ্ধচন্দ্ৰাকাৰ।
গণকৰ ঠাই চাহিলেক যাই
যোগ ভাগ সবে তাৰ॥ ২৮৩৮
শুনা সবলোক মুকুতি মিলোক
গুৰুৰ চৰিত্ৰচয়।
পিয়া কৰ্ণভৰি একচিত্ত কৰি
দেখা কেনে ৰসময়॥
দেখিয়ো বিচাৰি ঈশ্বৰ মুৰাৰি
আসি ভৈলা অৱতাৰ।
ভকতৰ হিত চিন্তি পদ গীত
কৰিলা ভকতি প্ৰচাৰ॥ ২৮৩৯
শুনা সৰ্ব্বজন কৰি থিৰ মন
ব্যৰ্থে আয়ু বহি যাই।
ঝাণ্টে লোৱা নাম এৰা আন কাম
পৰে প্ৰাণ কোন ঠাই॥
ভকত পীৰিতি নকৰো ভকতি
পুৰি খাইলো মই জ্ঞান।
মই মহামন্দ পৰম পাষণ্ড
ফুটিলেক চক্ষু কাণ॥ ২৮৪০
গুৰু যশ ৰস ভকত সৰ্ব্বশ
তাহাতো নকৰো ৰতি।

নাই মোৰ জ্ঞান যেন ভাজা ধান
মাৰিলো কণ সম্প্ৰতি ॥
দিয়ো মোক জ্ঞান দিব্যচক্ষু দান
তোমাৰ চৰণ দেখো ।
চক্ষু পাপমলে ঢাকিল সকলে
গুচোক ভকত দেখো ॥২৮৪১
এতু হেন কৰা মোহোক উদ্ধাৰা
চৰণে কাকুতি কৰো ।
কৰা মোক দায়া দূৰ হৌক মায়া
ভৱেসে পাপী নিস্তৰো ॥
তোমাৰ অৰুণ চৰণত মন
মজোক মোৰ সদায় ।
শৰণাগতক মই আতুৰক
পদতলে দিয়া ঠাই ॥ ২৮৪২
দিয়া যতুপতি সাধুৰ সঙ্গতি
শ্ৰৱণ কীৰ্ত্তন নাম ।
এহি মনোৰথ পূৰ্ণ কৰা নাথ
চৰণে কৰো প্ৰণাম ॥
ভকতি মিনতি নজানো সম্প্ৰতি
মই মহা জ্ঞানশূন্য ।
মই সেৱাচোৰ পাতকী দুৰ্ঘোৰ
নাহি মোৰ কিছো পুণ্য ॥ ২৮৪৩

কোনদিনা প্ৰাণ যাই কেতিক্ষণ
তাহাৰ মনত নাই ।
বিষয়ত ৰতি সদা মোৰ মতি
বাউল যেন ফুৰো খাই ॥
কৰা কৃপা মোক গতি আৰে হৌক
চৰণে শৰণ দিয়ো ।
বোলা ৰাম ৰাম এৰি আন কাম
বিষয় বিষ তেজিয়ো ॥ ২৮৪৪

পদ

আত অনন্তৰে আৰে শুনা পাচকথা ।
যেনমতে শঙ্কৰৰ ঘৰ ভৈলা তথা ॥
তিনিমাস আছিলন্ত গণকপাৰাত ।
আছয় শঙ্কৰ মন নপৰয় তাত ॥ ২৮৪৫
তৈৰ পৰা কুমাৰপাৰাক চলি গৈলা ।
মহা মহাৰঙ্গে তেন্তে ঘৰক সজাইলা ॥
গণককুছিৰ ঘৰ মাধৱক দিলা ।
তৈবে পৰা নাৰায়ণ ঠাকুৰ ঘৰে গৈলা ॥২৮৪৬
কুমাৰপাৰাক পাচে শঙ্কৰো গৈলন্ত ।
ৰঙ্গে চঙ্গে যাই সিটো স্থানক লৈলন্ত ॥

কৃষ্ণৰ কীৰ্ত্তন কৰি আছে মহাৰঙ্গে ।
তিনিদিন আছা মাত্ৰ ভকতৰ সঙ্গে ॥২৮৪৭
শঙ্কৰৰ বিষ্ণু নামে জ্ঞাতি এক আছে ।
শয়নত ৰাত্ৰি তেহো মৰিলন্ত পাছে ॥
নাহি ৰোগ ব্যাধি শৰীৰত কাহ জ্বৰ ।
হেন দেখি দুখ বৰ কৰন্ত শঙ্কৰ ॥২৮৪৮
বোলে হেন ভাৱে লোক কেহো নমৰয় ।
ভকতসবো দেখি ধৰ্ম্ম ধৰ্ম্ম সুমৰয় ॥
জীয়ন্তা মনুষ্য যেন বসিয়া আছয় ।
নামান্তে নোবোলে দেখো মৰিল বোলয় ॥ ২৮৪৯
শঙ্কৰে বোলন্ত ৰামৰায় শুনিয়োক ।
চাহি আছা কিক অগনিত দহিয়োক ॥
হেন শুনি ৰামৰায় কান্ধে তুলি লৈলা ।
চিতা সাজি নিয়া তাকো তেখনে দহিলা ॥২৮৫০
হেন দেখি শঙ্কৰৰ অসুখ অশান্তি ।
এহিমতে দুখ কৰি আছা গুণি গান্তি ॥
মাধৱে দেখিয়া শঙ্কৰক বুজাৱয় ।
গৃহাশ্ৰম কৰিলে দেখিয়ো হেন হয় ॥২৮৫১
যদ্যপিতো অগনি মহা তেজস্বী হোৱয় ।
তথাপিতো কতো বেলা ধূম্ৰে ঢাকি থয় ॥
চক্ৰৱৰ্ত্তী ৰাজা যেন মৰে হাল বাই ।
সেহিমতে গৃহাশ্ৰমে কিছো সুখ নাই ॥ ২৮৫২

মহাজ্ঞানীগণে আক নকৰয় ইচ্ছা।
পুত্ৰ ভাৰ্য্যা মহাভাব দেখে সবে মিছা ॥
দেখিয়োক ৰামচন্দ্ৰ কৃপাময় হৰি।
পাইলে লটিঘটি ভেঁহে গৃহাশ্ৰম কৰি ॥ ২৮৫৩
দেখিয়োক বাপ তুমি আন কোনো হয়।
সকল সংসাৰ ইটো সবে দুখময় ॥
স্ত্ৰী মায়া সহিতে আছয়ে জীৱ যত।
তাসম্বাক প্ৰতি হেন দুখ দেখিলন্ত ॥২৮৫৪
যেন পদ্মপত্ৰ সম জলত থাকয়।
তথাপিতো দেখা তাক জলে ছুচুৰয় ॥
তুমি মহা তেজস্বী পুৰুষ মহাসত্ত্ব।
সংসাৰৰ তাপে যে তোমাক নোচোৱন্ত ॥২৮৫৫
তুমি ব্ৰহ্মৰূপী বাপ জগতনিবাস।
গৃহাশ্ৰমে তোমাৰ নাহিকে অভিলাষ ॥
কিঞ্চিতেকো সব দুখ নাহিকে তোমাৰ।
হেন শিক্ষা ছলে কৰা লোকক নিস্তাৰ ॥ ২৮৫৬
শঙ্কৰে বোলন্ত মাধৱ শুনা মোৰ বাণী।
জানা মোৰ কথা সবে তুমি মহাজ্ঞানী ॥
অনিত্য শৰীৰ ইটো অনিত্য সংসাৰ।
দেখিয়োক গৃহসুখ সবে অনাচাৰ ॥ ২৮৫৭
দেখিয়ো নেদেখো বান্ধি আছে মোহপাশে।
মায়াজালে পৰি বন্দী ভৈলো গৃহবাসে ॥

আমাক পোৰয় দেখা সংসাৰৰ ভাগে।
দাৱানল অগ্নি সহিবেক কাৰ বাপে॥ ২৮৫৮
এহি বুলি শঙ্কৰে থাকিলা মনদুখে।
ৰাম কৃষ্ণ নাম সুমৰয় ঘনে মুখে॥
শুনা সভাসদ পাচকথা নিবন্তৰে।
সমস্ত ভক্তৰ আগে বুলিলা শঙ্কৰে॥ ২৮৫৯
আসিলোহো আমি ঐক তিনিদিন ভৈল।
প্ৰথমতে দেখা কেনে বিঘিনি মিলিল॥
দেখিয়োক ইহাৰ কুধাৰণাৰা নাম।
কুকামন্ত বিনে আন নাহিকে সুকাম॥ ২৮৬০
পণকৰ নামে সিয়ো ঠাই নহে ভাল।
ইয়াত থাকিলে মিলিবেক গ্ৰহকাল॥
চাহি আছো থান আমি পাটবাউসীত।
কতকাল মনসুখে থাকিব তহিত॥ ২৮৬১
মোহোৰ বচন সবে ভকতে শুনিয়ো।
তৈকে লাগি যাওঁ সবে এখনে উঠিয়ো॥
মাধৱক আদি কৰি ভক্ত আছে যথা।
শিৰে তুলি লৈলা সবে শুনি হেন কথা॥ ২৮৬২
তৈতে মাটি-ভিঠি পাচে কাটিলন্ত বাই।
পৰম হৰিষে সবে মুখে নাম গাই॥
সিটো বিলাতৰ যত লোক নিৰন্তৰ।
পৰম আনন্দে সবে সাজি দিলা ঘৰ॥ ২৮৬৩

ৰামৰায় আদি আনো জ্ঞাতি নিৰন্তৰ।
থানে থানে তাৰাসবে সাজিলন্ত ঘৰ॥
সেহিবেলা নাৰায়ণ আৰোৱাৰ আইলা।
গণকপাৰাত মাধৱৰ লগে ৰৈলা॥ ২৮৬৪
মাধৱে সহিতে একমতি ভৈল যাই।
কুমাৰপাৰাক গৈলা শঙ্কৰৰ ঠাই॥
পৰি প্ৰণামিলা দুয়ো গুৰুৰ চৰণে।
শঙ্কৰে সুধিলা দেখি মধুৰ বচনে॥ ২৮৬৫
দুইৰো মুখ চাই হাসি বুলিলন্ত বাণী।
মোক দয়াতৰে দুঃয়া আসিসা আপুনি॥
পৰম প্ৰসিদ্ধ পাটবাউসী নগৰ।
তহিতে সজায়া আসি আছো বাসা ঘৰ॥ ২৮৬৬
তৈতকে লাগি যাওঁ চলা ভকতৰ সঙ্গে।
এহিবুলি আনন্দে গৈলন্ত লৰি ৰঙ্গে॥
ভকতসকলে সবে উঠিল নৌকাত।
মুখে ৰামনাম আন কথা নাই তাত॥ ২৮৬৭
ঘনে ঘনে ভকতে সুমৰে হৰি হৰি।
নৌকা বায় গৈলা শঙ্কৰক আগ কৰি॥
দুহিকে বিদূৰ সিটো ওচৰতে ঘৰ।
মহাৰঙ্গে ঘাটে যাই উঠিলা শঙ্কৰ॥ ২৮৬৮
অনন্তৰে ঘৰ পাচে প্ৰবেশিলা যাই।
পৰম কৌতুকে ৰৈলা হৰিগুণ গাই॥

আপোনাৰ ঘৰখানি দক্ষিণ প্ৰান্তৰে।
কৃষ্ণৰ মন্দিৰ ভৈলা তাহাৰ উত্তৰে॥ ২৮৬৯
গণককুচিক পুত্ৰ মাধৱে গৈলন্ত।
নাৰায়ণো চলি গৈলা তাহাৰ লগত॥
দুই চাৰি দিনে ঐক আসিয়া থাকন্ত।
ৰাত্ৰি ভৈলে যাই তৈতে নিবাস কৰন্ত॥ ২৮৭০
মাধৱৰ সঙ্গে তেহো ভোজন কৰয়।
তান আজ্ঞা পালিয়া সদায় প্ৰৱৰ্ত্তয়॥
ৰামৰাম গুৰু সৰ্ব্বজ্ঞয় পৰ্ব্বানন্দ।
শঙ্কৰৰ লগে থাকে কৰিয়া আনন্দ॥ ২৮৭১
উদাৰে সহিতে বলভদ্ৰ বলোৰাম।
ৰৰগোবিন্দই হৰিগুৰু অনুপাম॥
ভোৰোৰা দামোদৰ আৰো বলাই হৰিধন।
ৰৰাদৈৰজ্ঞ হৰিদাস মহাজন॥ ২৮৭২
কেতাই ৰামৰাম ৰতিকান্ত মহাশয়।
ইসব প্ৰমুখ্যে ভক্ত বহুত আছয়॥
কৃষ্ণৰ মন্দিৰে সবে বসি থাকে তথা।
শঙ্কৰে আনন্দমনে কৰে কৃষ্ণকথা॥ ২৮৭৩
পৰম প্ৰেমত্ত আনন্দৰ পাৰ নাই।
কথা অমৃতৰ যেন নদী বহি যাই॥
একচিত্ত কৰি সবে শুনিয়া থাকন্ত।
কৰ্ণভৰি ভৰি যেন অমৃত পিয়ন্ত॥ ২৮৭৪

ভাৰত পুৰাণ ভাগৱত কথা কয়।
একে কথাকে ছুনাই উদ্ধাৱে সোধয় ॥
বোলে বাপ আৰোবাৰ কহিয়ো ছুনাই।
নখণ্ডে তৃপিতি শুনিবাৰ ইচ্ছা যাই ॥ ২৮৭৫
অমৃত পিয়ন্তে যেন তৃপিতি নোহন্ত।
সেহিমত ভাৱ দেখা উদ্ধাৱ মহন্ত ॥
শুনি থাকা তাতো গুৰু কিছোক নমাত্তি।
উদ্ধাৱৰ মনত নাহিকে সুখ শান্তি ॥ ২৮৭৬
বোলে বাপ ফিৰাই মোত কয়ো ইটো কথা।
এহি বুলি হাতযোৰে চপৰাইল মাথা ॥
শঙ্কৰে শুনিয়া তাক খঞ্জিয়া বুলিলা।
কহিলোঁহো কথা আমি সবেয়ো শুনিলা ॥ ২৮৭৭
তোত কি কাৰণে ছুনাই ছুনাই কৈবে লাগে।
উঠ এতিক্ষণে নাথাকিবি মোৰ আগে ॥
সকলে ভকতে শুনি আছে বসি এথা।
তোত ভিন্ন বাৰ কিক কৈবে লাগে কথা ॥ ২৮৭৮
হৃদি কমল লৰি গৈল শুনি উদ্ধাৱৰ।
পাচ গুচি সেৱা কৰি ভৈলন্ত অন্তৰ ॥
লৰিৰ মাৰণা খোলা গুচৰতে আছে।
লাগে লাগে যাই বসিলন্ত তাৰ কাছে ॥ ২৮৭৯
দেখন্ত গধূলি ভৈল বেলা আৰো নাই।
লৰিৰ কণ্টাসি তলে থাকোহো লোমাই ॥

এহি কথা আলচি মনন্ত মহাবলে।
মুণ্ডত কণ্টালি লৈয়া সোমাইলন্ত জলে ॥২৮০
মনে মনে লুকাই থাকিলন্ত হেন ভাৱে।
পঞ্চম প্ৰস্তাৱে বসি হৰিগুণ গাৱে ॥
মুখে নাম কীৰ্ত্তন কৰিয়া মনে গুণি।
বোলে আজে কালি কথা থাকিবোহো শুনি ॥২৮১
অনন্তৰে আসি যেবে পুহাইলা ৰজনী।
কৰিলন্ত স্নান তেবে বিলে মহামানী ॥
আথেবেথে আসিলন্ত কেহো নেদেখিলা।
কণ্টালি উপৰে গৈ পুনু সোমাই বৈলা ॥ ২৮২
শঙ্কৰে কীৰ্ত্তনঘৰে বসিলন্ত আসি।
ভকতসকলে বেঢ়ি বসিলা হৰিষি ॥
নামৰ কীৰ্ত্তন কৰি সমৰ্পিয়া থৈল।
দশম পয়াৰ মেলি পঢ়িবে লাগিল ॥২৮৩
জুলিবাটি কৃষ্ণে যিটো ক্ৰীড়া কৰিলন্ত।
বলোৰাম আতৈ সেহি পদ পঢ়িলন্ত ॥
প্ৰলম্বে বলোক নিলে সীমা চেৰাই গৈল।
ভকতে বুখিল কথা যুগুতি উঠিল ॥ ২৮৪
কাক বুলি প্ৰলম্ব কাহাৰ নাম সীমা।
নজানোহো বাপ তাৰ কহিয়ো মহিমা ॥
শঙ্কৰে বোলন্ত শুনিয়োক ভক্তলোক।
প্ৰলম্বক আপুন দেহতে দেখিয়োক ॥ ২৮৮

মনত প্ৰলম্ব বোলে গুৰুদেৱ সামা।
অন্ত জোৰা দিয়া তাকো কহিছা মহিমা॥
এহি কথা ভকতৰ আগে কহি বৈলা।
উদাৰক লাগি পাচে মনত পৰিলা॥ ২৮৮৬
ইটো কথা উলটাই সুধিলে কহন্তে।
পৰম বান্ধৱ মোৰ উদাৰ মহন্তে॥
সিটোসব কথা উদাৰে আছে শুনি।
কণ্টালিৰ তল হন্তে মাতিল আপুনি॥ ২৮৮৭
বোলে বাপ অহিতে লুকায়া আছো আমি।
মই অধমক খণ্ডিলাহা কালি তুমি॥
হেন শুনি হাত বাৰে মাতিলা শঙ্কৰে।
নকৰিবা ভয় উঠি আসিয়ো সত্বৰে॥ ২৮৮৮
গুৰুৰ বচন শুনি উদাৰ মহন্ত।
আসিলন্ত উঠি ৰঙ্গে আনন্দে নাচন্ত॥
শঙ্কৰৰ পায়ে পৰি নমস্কাৰ কৈলা।
ভকতকো কৃতাঞ্জলি আসনে বসিলা॥ ২৮৮৯
বোলে বাপ মোৰ অপৰাধক ক্ষেমিয়ো।
দোষ গুণ নিবিচাৰি ভৃত্য কৰি লৈয়ো॥
শঙ্কৰে বুলিলা আত কিছো দোষ নাই।
মিছাসে খণ্ডিলো হাসিলন্ত মুখ চাই॥ ২৮৯০
শিক্ষাবোধ দিয়া পাছে এহিমতে বৈলা।
আতপৰে শঙ্কৰে শুনিয়ো যেন কৈলা॥

সেহি গ্রামে আছে চক্রপাণি মজুমদাৰ।
অন্ন কৰি কিছো কথা কহো শুনা তাৰ॥ ২৮৯১
শঙ্কৰত আসি সিয়ো শৰণ লৈলন্ত॥
শুদ্ধমতি মনে হৰিগুৰু ভজিলন্ত॥
শঙ্কৰে বোলন্ত চক্রপাণি শুনা তুমি।
তযু আগে একখানি কথা কহো আমি॥ ২৮৯২
ৰমানন্দ নামে মোৰ আছে পুত্রখানি।
মজুমদাৰ বিদ্যা শিখায়োক মহামানী॥
হেন শুনি আনন্দিত ভৈলা চক্রপাণি।
গুৰুৰ চৰণে ধৰি বুলিলন্ত বাণী॥ ২৮৯৩
জানু পাৰি বোলে বাপ আশীৰ্ব্বাদ পাওঁ।
পঠাইবাহা কালি আমি আজি ঘৰে যাওঁ॥
মোৰ মহাভাগ্য তযু পুত্রক পঢ়াইবো।
কোটি পুৰুষ আয়ু সফল কৰিবো॥ ২৮৯৪
শঙ্কৰে দিলন্ত পুষ্প তাম্বুল সাদৰি।
গৃহক গৈলন্ত চলি নমস্কাৰ কৰি॥
আউৰ দিনা ৰামানন্দ ঠাকুৰক আনি।
শঙ্কৰে পাঞ্চিলা বুলি সুমধুৰ বাণী॥ ২৮৯৫
লিখা-পঢ়া বিদ্যাক শিখিয়ো আৰে তই।
নিশ্চয় কৰিয়া তোক বুলিলোহো মই॥
বিদ্যাৱন্ত ভৈলে সৰ্ব্বকাৰ্য্যত নিপুণ।
যৈকে যাই তৈতে পূজা কৰে দেখি গুণ॥ ২৮৯৬

শিখিয়োক তুমি ইটো বিদ্যা মহাবস্তু ।
হেন জানি বাপু পঢ়িবাক কৰা যত্ন ॥
কৃষ্ণৰ কথাত দেখো নাহি তযু মন ।
ইহ পৰলোকে হৰি ভকতিসে ধন ॥ ২৮৯৭
হেন শুনি ৰমানন্দে নমস্কাৰ কৈলা ।
কাকত পঢ়িবে চক্ৰপাণি ঘৰে গৈলা ॥
উৰনাৰ পুত্ৰ তিনি লগতে লৈলন্ত ।
চক্ৰপাণি দেখি ভালমতে পঢ়াইলন্ত ॥ ২৮৯৮
পঢ়ি-শুনি ৰামানন্দে আইলা অনন্তৰে ।
শুনা যেনমতে বিহা কৰাইলা শঙ্কৰে ॥
ভকতসবৰ সঙ্গে কৌতূহল কৰি ।
পৰম আনন্দে আছা শঙ্কৰ শ্ৰীহৰি ॥ ২৮৯৯
একদিনা মৈজাত বসিয়া মহাৰঙ্গে ।
আছন্ত শঙ্কৰদেৱ ভাৰ্য্যা পুত্ৰ সঙ্গে ॥
অনন্তৰে বুলিলা ভাৰ্য্যাৰ মুখ চাই ।
সুখে বসি আছাহা পুত্ৰৰ কন্যা নাই ॥২৯০০
বিবাহক লাগি আৰে যতন কৰিয়োঁ ।
দিন বাৰ কৰি তুমি কন্যাক জুৰিয়োঁ ॥
হেন শুনি কালীআই আনন্দিত ভৈলা ।
বোলে মোৰ মনৰ কথাক তুমি কৈলা ॥ ২৯০১
কাম নামে দেখা ইটো আছয় চৌধাৰী ॥
আছে সিন্ধুমতী নামে তাহাৰ জীয়াৰী ॥

এহি বুলি শঙ্করে থাকিলা বজমনে।
মাধৱদেৱক মাতি আনিলা তেখনে॥ ২৯০২
গুরুর চরণে পরি মাধৱে প্রণামি।
বোলে বাপ কয়ো কোন কার্য্য করো আমি॥
শঙ্করে বোলন্ত তুমি মোর মন জানা।
চৌধারীক যাই এতিক্ষণে মাতি আনা॥ ২৯০৩
কন্যাসমে তারাসবে দুহান্তো আসিবা।
মোর কথা তাসম্বার আগত কহিবা॥
দুইবারো মোক সিটো কন্যা বাচি আছে।
আমি বোলো থাকিয়োক বিয়া দিবা পাচে॥ ২৯০৪
একবার কন্যা আনি চাহি আছো হাত।
ভাল মন্দ কিছো আমি সুবুলিলো তাত॥
দৈৱজ্ঞর হাতে পাচে চাহিলো গণাই।
রাশি যোগ জন্ম বার কহিলন্ত চাই॥ ২৯০৫
এহি কথা জানি কন্যা করি আছো সার।
এতিক্ষণে চলি তুমি যায়ো তার ঘর॥
এহি বুলি শঙ্কর আনন্দে তথা বৈলা।
নমস্কার করিয়া মাধৱ চলি গৈলা॥ ২৯০৬
শঙ্করর প্রিয়তম ভক্ত হেন জানি।
মাধৱক দেখি পিৰা দিলা মহামানী॥
প্রিয় বাক্যে চৌধারীয়ে করিলা আশ্বাস।
আসনে বসিবো বুলি করি অল্পহাস॥ ২৯০৭

মাধৱে আনন্দে বসি ভৰি পখালিলা।
চৌধাৰী মনত ৰঙ্গে কথাক পুছিলা॥
কি কাৰণে তুমি বাপ আসি আছা এথা।
হেন শুনি মাধৱে কহিবে লৈলা কথা॥ ২৯০৮
মাধৱে বোলন্ত শুনা বচন আমাৰ।
শঙ্কৰে মাগিবে চায় কন্যাক তোমাৰ॥
ৰমানন্দ নামে তেহো পুত্ৰখানি আছে।
কলে মোৰ ঘৰে তেহো যাচি আছে॥ ২৯০৯
কন্যা যদি দিবা এতিক্ষণে লবিয়োক।
বিলম্বত কাৰ্য্য নাই বুলিলো তোমাক॥
হেন শুনি চৌধাৰী আনন্দ ভৈলা আতি।
তেতিক্ষণে কন্যা লৈয়া গৈলন্ত সম্প্ৰতি॥ ২৯১০
পৰম হৰিষে শঙ্কৰৰ ঘৰ পাইলা।
প্ৰণামিয়া শঙ্কৰক আসনে বসিলা॥
প্ৰিয়বাক্যে আশ্বাসিয়া কথা কহিলন্ত।
দৈৱজ্ঞৰ হাতে দিন বাৰ কৰিলন্ত॥ ২৯১১
বলোৰাম আতৈ ৰঙ্গে কোবাই ঢাক ঢোল।
বায়ু শিল গৰজে মুগুনি মাতবোল॥
উৰুলি কৰাইলা নাৰীগণ মাতি আনি।
মহাৰঙ্গে কালীআই তুলিলন্ত পানী॥ ২৯১২
ঢোল কোবাই বলোৰাম কৰন্ত উৰুলি।
অনন্তৰে বহিলা কন্যাৰ পানী তুলি॥

বিবাহ উৎসৱ শুনি শঙ্কৰৰ ঘৰে।
ৰঙ্গ চাহিবাক আইল লোক নিৰন্তৰে॥ ২৯১৩
ভকতে আনন্দ কৰে হৰিগুণ গাই।
তালে খোলে ৰঙ্গে সবে নটুৱা নাচয়॥
লোকৰ কৌতুক বৰ উৎসৱ মিলিল।
কৰে গুলবল সভা লোকৰ হিল্লোল॥ ২৯১৪
ঘনে ঘনে ভক্তসবে হৰিধ্বনি কৰে।
প্ৰেমত্ত আকুল হিয়া আনন্দে নধৰে॥
লোকৰ আনন্দ আৰে এহিমানে থওঁ।
বিবাহ উৎসৱ শুনা কিছুমান কওঁ॥ ২৯১৫
নামৰ কীৰ্ত্তন কৰে ভক্ত নিৰন্তৰ।
মহামণ্ডপত বসি আছন্ত শঙ্কৰ॥
উকলি মঙ্গলে ঠাকুৰক নোৱাইলন্ত।
পাচে কালীআই সভামণ্ডপে গৈলন্ত॥ ২৯১৬
ৰাম ৰাম গুৰু বসি আছা সেহি ঠাই।
মাধ আসি ভকতে বেঢ়িয়া আছে চাই॥
পাঞ্চবিধ প্ৰকাৰে মণ্ডল গোট দিল।
ৰামৰাম গুৰু তাক আপুনি নিৰ্ম্মিল॥ ২৯১৭
আম ডালি দিয়া ঘট চতুষ্পাশে থৈলা।
ধূপ দীপ লগাই তৈতে কৃষ্ণক পূজিলা॥
ঠাকুৰৰ লগে আনি কন্যাক থৈলন্ত।
বলোৰাম ঢোল বাই উকলি কৰন্ত॥ ২৯১৮

হেন দেখি বামবামে স্নান কৈলা তুলি।
অগনিত দিলা হোম মুখে মন্ত্র বুলি॥
চতুর্ভিতি বেঢ়ি লোকে কবে জয়নাদ।
কাহালি মৃদঙ্গ ঢোল কবতাল বাদ্য॥ ২৯১৯
সুবর্ণব ঘট ঝাবি থুবি অলঙ্কাব।
দিলন্ত চৌধাবী বস্ত্র উছর্গা কন্যাব॥
দাসী দাস ধেনু কংস পাত্র আদি দিলা
সভাসদ জনে আনো লোকে উছর্গিলা॥ ২৯২০
এহিমতে বঙ্গে কৈলা বিবাহব কর্ম্ম।
বিসর্জ্জিলা সভা সুমবয় ধর্ম্ম ধর্ম্ম॥
পণ্ডিত ব্রাহ্মণসব আছিলেক যত।
যথোচিত তাসম্বাক দক্ষিণা দিলন্ত॥ ২৯২১
শঙ্কবে হবিষ মনে এহিমতে বৈলা।
তিনিদিন পাচত জ্ঞাতিক অন্ন দিলা।
ভকতকো ভুঞ্জাইলা বস্ত্র গাবে গাবে দিলা।
হবিব কীর্ত্তন কবি আনন্দে থাকিলা॥ ২৯২২
চৌধাবী আসিলা পুনু শঙ্কবব ঠাই।
কবযোবে বুলিলন্ত কাকুতি বিনাই॥
মোব ঘবে যাই তুমি মাঙ্গল্য কবিয়ো।
এক সন্ধ্যা অন্ন ভুঞ্জি মোক নিস্তাবিয়ো॥ ২৯২৩
হেন শুনি গুরু তাঙ্ক বচনে আশ্বাসি।
কোমল মধুব কবি বুলিলন্ত হাসি॥

তুমি মহামিত্র মোৰ সম্বন্ধী কুটুম্ব।
দয়া কৰি মাতা যদি লাগে খাব চুৰ ॥ ২৯২৪
নৱ পাগ পাতিলা কৰিবা ভাল কৰি।
সকলে ভকত মোৰ লগে যাই লৰি॥
প্ৰভাতৰ প্ৰসঙ্গ কৰিয়া কালি যাইবো।
তযু ঘৰে পাগ কৰি অন্নক ভুঞ্জিবো॥ ২৯২৫
এহি বুলি চৌধাৰীক দিলন্ত পঠাই।
আউৰ দিনা গৈলা সবে মুখে নাম গাই॥
চৌধাৰীৰ ঘৰ যাই পাইলন্ত শঙ্কৰে।
আগবাঢ়ি নিলা আসি পৰম সাদৰে॥ ২৯২৬
আসনে বসাইলা নিয়া পখালিলা ভৰি।
নমস্কাৰ কৰিলন্ত নম্ৰভাৱে পৰি॥
ৰমানন্দে সিদ্ধ কৈলা শঙ্কৰৰ অন্ন।
ভক্তসবে বসি ৰঙ্গে কৰিলা ভোজন॥ ২৯২৭
দিলন্ত চৌধাৰী আনি বস্ত্ৰ অলঙ্কাৰ।
শঙ্কৰক দিলা হেম কুণ্ডলৰ হাৰ॥
ঠাকুৰক দিল ধন-বস্ত্ৰ সেহি ভাৱে।
ভকতসবকো আনি দিলা গাৱে গাৱে॥ ২৯২৮
এহিমতে বস্ত্ৰে ধনে সবাকো তুষিলা।
সপুত্ৰ বান্ধৱে পৰি নমস্কাৰ কৈলা॥
পুনু পুনু চৌধাৰী পৰিয়া স্তুতি বুলি।
শঙ্কৰৰ চৰণৰ লৈলা মাথে ধূলি॥ ২৯২৯

শঙ্করে বোলন্ত মিত্র শুনিয়োক তুমি ।
সবাক্করে কুশলে থাকিয়ো যাওঁ আমি ॥
এহি বুলি শঙ্কর লবিলা গিরিসাই ।
থৈলন্ত চৌধারী রঙ্গে আগক বঢ়াই ॥ ২৯৩০
অনন্তরে উঠিলা নৌকাত সবে যাই ॥
হরিধ্বনি কৈলা ভক্তে হাতে বৈথা বাই
আপুনি কাণ্ডারি গুরু ধরি রঙ্গ মনে ।
ভক্তসবে হরিধ্বনি করে ঘনে ঘনে ॥ ২৯৩১
বোলে এহি ভাবে গুরু সংসার তারিবা ।
হেনমতে বৈঠা বাই বৈকুণ্ঠক নিবা ॥
সবারো চক্ষুর নীর প্রেমে বহি যাই ।
পরম প্রেমত আনন্দর পার নাই ॥ ২৯৩২
পরম হরিষে ররপেটা বিলে যাই ।
কুতুহল করি মনে হরি গুণ গাই ॥
এহিমতে যাই ভক্তে করি রঙ্গ কেলি ।
হলায়ুধর ঘাট পাইলা কতো বেলি ॥ ২৯৩৩
দেখে হলায়ুধ জলে নামিয়া আছন্ত ॥
মাধব গুরুরে শঙ্করক দেখাইলন্ত ॥
জলাঞ্জলি করি মন্ত্র সূর্য্যক জপয় ।
হেন দেখি ভক্তে সবে শঙ্করে হাসয় ॥ ২৯৩৪
বোলন্ত ভকত ইটো সূর্য্যকেসে পূজে ।
সকামী জনেসে অন্ত দেৱতাক ভজে ॥

স্বভাব রহস্য দেখা যত নরনারী।
করে মতিভেদ কেহো এরিবে নোয়ারি ॥ ২৯৩৫
দৈবরবশে যদিবা সাধুর সঙ্গ পাই।
নিষ্ঠে জানা ভেবেছে স্বভাব দুর যায় ॥
এহি কথা মাধবর আগে কহিলন্ত।
শুনিলন্ত হেন তত্ত্ব সমস্তে ভকত ॥ ২৯৩৬
নৌকাত কাণ্ডারী ধরি গুরু অনুপাম।
টিপ দিয়া ভক্তক শিখাইল এক কাম ॥
পানী চাটি বৈঠা মারি ধরা বেগ করি।
যেন নাকে কাণে পানী সোমে আর ভরি ॥ ২৯৩৭
রামি আছে মন্ত্র পঢ়ি পানী এক গলে।
বৈঠা মারি যায়ো সবে ভকতসকলে ॥
বুলিলা শঙ্করে হেন কূটবুদ্ধি বাণী।
ভক্তসবে শুনি বৈঠা ধরিলন্ত টানি ॥ ২৯৩৮
পানী চাটি মারি নৌকা বাই রঙ্গে গৈলা।
পরম আনন্দ মনে ভকতে হাসিলা ॥
হেন ভাবে সপ্ত খান বৈঠা বেবে গৈলা।
নাকে কাণে পানী খাই আধা মরা ভৈলা ॥ ২৯৩৯
হেন দেখি হলায়ুধে চাহিলা চক্ষু মেলি।
ভক্ত সমে শঙ্করে গৈলন্ত করি কেলি ॥
আথে বেথে ভকত উঠিলা মন্ত্র এরি।
পানী খাই লাল কাল ভৈলা সিটো ভরি ॥ ২৯৪০

এহিমতে পৰি যেবে কতো বেলি আছে।
অনন্তৰে শঙ্কৰক শাপ দিলা পাচে॥
বোলে জলে আছো আমি সূৰ্য্যক আবাধি।
কৈবৰ্ত্তবা আসি পাপ কৈলে কেনে বাধি॥ ২৯৪১
নাকে মুখে পানী মোৰ লগাইলেক ভৰি।
হাসিল বিস্তৰ লোক উপালম্ভ কৰি॥
দেখা দেখা কেন মোক কদৰ্থনা কৰে।
মাংসৰ ভৰত তেল ফাটি সিটো মৰে॥ ২৯৪২
এহি বুলি দুই হাতে উপৰক তুলি।
ক্ৰোধে শাপিলন্ত বংশছেদ হৌক বুলি॥
শাপ দিয়া শঙ্কৰক দেখিলেক পাচে।
নৌকাৰ গুৰিত বৈঠা ধৰি যান্তে আছে॥ ২৯৪৩
বোলে হৰি হৰি বিধি কি কাম কৰিলো।
আবেসে জানিলো মই জীৱন্তে নাশিলো॥
এহি বুলি খেদ বৰ কৰিলা অপাৰ।
বোলে নাই নাই গতি জানিলো আমাৰ॥ ২৯৪৪
ধিক ধিক ধিক মই পাপী মন্দমতি।
শঙ্কৰক শাপ দিয়া গৈলো অধোগতি॥
ভাৰ্য্যা পুত্ৰ বোলে তুমি কি কাম কৰিলা।
শঙ্কৰক শাপ দিয়া জীয়ন্তে মৰিলা॥ ২৯৪৫
ৰতিকান্ত দলৈ গৈয়া শঙ্কৰত কৈলা।
সেহি দিনা হলায়ুধ পৰলোকে গৈলা॥

বংশছেদ শাপে তাক ধৰিলেক চাপি।
তিন চাৰি জীলে হন্তে মৰিলেক পাপী॥ ২৯৪৬
শঙ্কৰৰ আগে যাই হেন কথা কৈলা।
হেন অপন্তৰ শুনি বিষাদিত ভৈলা॥
মাধৱক বোলে আমি অকৰ্ম্ম কৰিলো।
বংশছেদ ভৈলা দেখা হাসিতে নাশিলো॥ ২৯৪৭
মাধৱে বোলন্ত বাপ ভৈল বিসঙ্গতি।
ৰাখিবেক কোনে হেন কৃষ্ণৰ ভকতি॥
শঙ্কৰে বোলন্ত শাপ দিলন্ত যদ্যপি।
মোৰ পুত্ৰ নাতি পাচে হৈবেক তথাপি॥ ২৯৪৮
তাসম্বাত হন্তে যেবে জীৱ হোৱে জাত।
হৈবেক তনয় ধৰ্ম্ম ৰহিবেক তাত॥
হেন শুনি হৰিষ কৰিলা ভক্তগণে।
পৰি প্ৰণামিলা সবে গুৰুৰ চৰণে॥ ২৯৪৯
হৰিষ বিষাদ লভি এহিমতে ৰৈল।
তাহাৰ পাচত আৰো যেন কথা ভৈল॥
নাৰায়ণ ভক্তে গুৰুবাক্য সুমৰাইয়া।
জয়ন্তীৰ মাধৱক আনিলন্ত গৈয়া॥ ২৯৫০
শঙ্কৰৰ আগে আসি ভৈল উপসন।
পৰি প্ৰণামিলা দুয়ো গুৰুৰ চৰণ॥
দণ্ডৱতে পৰি স্তুতি নতি কৰিলন্ত।
গদ গদ বাক্যে যাতে প্ৰেমৰ ভৰত॥ ২৯৫১

পৰে ঋষি নেত্ৰৰ লোতক অবিচ্ছেদ।
শঙ্কৰক চাই চাই কৰে আতি খেদ॥
বোলে ভাগ্যবশে আমি তোমাক দেখিলো।
তযু পদে আজি আমি শৰণ পশিলো॥ ২৯৫২
এত কাল বৃথা গৈল মনুষ্য জনম।
পৰম পাতকী নাই নাই মোৰ সম॥
কৰোহো কাকুতি আৰে দিয়োক শৰণ।
দৈৱবশে পাইলো দেখা তোমাৰ চৰণ॥ ২৯৫৩
দিয়োক অভয় দান বাপ কৃপাময়।
দূৰ হৌক মোৰ যত অহঙ্কাৰচয়॥
বিস্তৰ কৰিলা স্তুতি নতি এহি বুলি।
হাতে তুলি মাথে লৈলা চৰণৰ ধূলি॥ ২৯৫৪
শঙ্কৰে দেখিয়া বহু বচনে সম্ভাষি।
আসনে বসিয়া পাচে বুলিলন্ত হাসি॥
হেন শুনি বুলিলন্ত নম্ৰভাৱে যাই।
আনন্দে মগন মন পুলকিত কায়॥ ২৯৫৫
শঙ্কৰে বোলন্ত ওবা শুনিয়ো মাধৱ।
জানি আছো তুমি আমি পৰম বান্ধৱ॥
শঙ্কৰে হৰিষ মনে এহিমতে কৈলা।
কৃষ্ণপাৱে মাধৱক শৰণক লৈলা॥ ২৯৫৬
ভকতৰ সঙ্গে ৰঙ্গে আনন্দে থাকিলা।
শুনা দামোদৰ যেনমতে ভক্ত ভৈলা॥

দায়ালৰ পুত্ৰ দামোদৰ মহা সন্ত।
কিৰিষি বিষয় খানি তেহ্নেন্তে কৰন্ত ॥ ২৯৫৭
কিৰিষিৰ কামে তেহো নিত্তে নিত্তে যায়।
শঙ্কৰে দেখিয়া তেৰ কৰি থাকে চাই ॥
বোলন্ত ব্ৰাহ্মণ জন্ম ধৰিলেক মিছা।
কৃষ্ণৰ কথাত আৰ নাহিকয় ইচ্ছা ॥ ২৯৫৮
এহি বুলি খেদ গুৰু মনন্ত কৰন্ত।
ভকতৰ হিত অৰ্থে সদায়ে চিন্তন্ত ॥
কেনমতে হৈবা ইটো কৃষ্ণৰ সেৱক।
কেনমত্তে ভকন্ত কৰিবো ব্ৰাহ্মণক ॥ ২৯৫৯
হাতত টোকান ভুটি কান্ধে কোৰ খানি।
পথাৰক যাত্তে নিত্য গায়ে ফটা কানি ॥
হেন কথা দেখি গুৰু মনে কৰে দুখ।
বোলে তাঙ্ক কৰিবোহো কৃষ্ণৰ সমুখ ॥ ২৯৬০
ভকতৰ দুখ দেখি নসহে হৃদয়।
অসন্তোষ কৰি মনে সদায় থাকয় ॥
কোদালত বিনে তাৰ হাল গৰু নাই।
কিৰিষিৰ ভাত মাত্ৰ ছয় মাস খাই ॥ ২৯৬১
আৰো মাসক লোকৰ মুষ্ঠি দিয়ে।
হেনমতে দুখ কৰি দামোদৰ জীয়ে ॥
একদিন দামোদৰ সেই পথে যাই।
দেখি তাঙ্ক শঙ্কৰে মাত্তিলা মুখ চাই ॥ ২৯৬২

বোলে কোন কামে যায়ো কন্দলি আতাই।
কহিয়োক কথা বসিয়োক মোৰ ঠাই॥
হেন শুনি দ্বিজবৰ আসিলা উলটি।
হাতযোৰে নমি ৰহি কৰে সাতি স্তুতি॥ ২৯৬৩
বসিলা আসনে পাচে কথা পুছিলন্ত।
দামোদৰে বোলে শুনা আমাৰ বৃত্তান্ত॥
লোকৰ মুনিহ দিয়া আমি ভাত খাওঁ।
দেখিয়োক বাপ আজি তাক লাগি যাওঁ॥ ২৯৬৪
শঙ্কৰে বোলন্ত দ্বিজবৰ শুনিয়োক।
গায় স্নানি আসি মুনিহ দিয়া মোক॥
হেন শুনি দামোদৰ ঘৰে চলি গৈলা।
শুনা সভাসদ আত্তপৰে যেন ভৈলা॥ ২৯৬৫
শঙ্কৰ মাধৱ দুয়ো অভেদ ঈশ্বৰ॥
সাধিলেক গতি ইটো কলিৰ লোকৰ॥
দেখিয়োক শঙ্কৰ জগতৰ আদি দেও।
উপদেশদাতা তাঙ্ক বিনে নাহি কেৱ॥ ২৯৬৬
দৈৱকীনন্দন যিটো জগতৰ গতি।
শঙ্কৰ স্বৰূপে তাঙ্ক দেখিয়ো সম্প্ৰতি॥
একেকেসে হৰি গুৰু দুয়ো একে কায়।
দেখিয়োক গুৰু দেৱ দুইটো পৰ নাই॥ ২৯৬৭
তাঙ্ক এৰি আনক বোলয় গুৰু যিটো।
কুকুৰ চাণ্ডাল হুইবে মৰি মৰি সিটো॥

তাহান যশস্তা কিন্তু জগত জুৰিল।
তাকো নেদেখোহো নৌকা ঠাইতে বুৰিল ॥ ২৯৬৮
কৰা কৃপা মোক আবে বাপ জগন্নাথ।
কৰোহো কাতৰ চৰণত দিয়া হাত ॥
সংসাৰ মধ্যত মোৰ পৰে পাপী নাই।
কৰিয়ো করুণা গুৰুপদে দিয়া ঠাই ॥ ২৯৬৯
মোত পৰে অনাথ নাহিকে আন জন।
কৰিয়ো নিস্তাৰ পাৰে পশিলো শৰণ ॥
বিষয় উদকে পৰি হৃত ভৈল বুদ্ধি।
মাগোহো পাৰত মই আপদ আম্বুধি ॥ ২৯৭০
মুখে নাম হৃদি ৰূপ সঙ্গ ভকতৰ।
দিয়ো এহিমান কৰো চৰণে গোচৰ ॥
জনমে জনমে হৌক সঙ্গ ভকতৰ।
নকৰিবা আশা ছেদ মই অধমৰ ॥ ২৯৭১
যমৰ কিঙ্কৰে নিগ্ৰহত লৈবে প্ৰাণ।
গুৰু বিনে কোনে মোক কৰিবেক ত্ৰাণ ॥
হেন প্ৰাণ প্ৰভো ভকতৰ ভয়হাৰী।
ভকতৰ সঙ্গ দাস কৰিয়ো মুৰাৰি ॥ ২৯৭২
শ্ৰৱণ কীৰ্ত্তন নাম নছাৰোক মুখে।
সাধুৰ সঙ্গতি মাত্ৰ হৌক সুখে দুখে ॥
কহে ৰামচৰণে অজ্ঞানী শিশুমতি।
ৰাম ৰাম বোলা গুৰু চৰণেসে গতি ॥ ২৯৭৩

## দুলড়ী

শুক দামোদৰে গৈলা যেবে ঘৰে
শুনা পাচে যেন কৈল।
পুনৰপি ঘৰ আসি শঙ্কৰৰ
নমস্কাৰ কৰি ৰৈল ॥
শঙ্কৰে দেখিয়া বাক্যে আশ্বাসিয়া
বোলে মাত্র বসিয়োক।
শুনা কৃষ্ণকথা ভক্ত সঙ্গে এথা
দিয়া এহি মুনিহ মোক ॥ ২৯৭৪
বসিলন্ত পাচে কতো বেলি আছে
উচপিচ মনে কৰে।
কাটি কুটি কৰি ডাঙ্গে পাৰে ভৰি
দেখিয়া হাসে শঙ্কৰে ॥
বোলে উঠি গৈলে হাসিবে সকলে
হেন মনে গুণি আছে।
কৰি মন ৰঙ্গ কথাৰ প্ৰসঙ্গ
শঙ্কৰে থৈলন্ত পাচে ॥ ২৯৭৫
কড়ি দুইপোণ আৰো তৈল-লোণ
চাউল কঠা চাৰি মান।
চক ভৰি আনি দিলন্ত ভোজনী
আউৰ তাম্বুল পাণ ॥

নিয়ো দ্বিজবৰ বোলো যায়ো ঘৰ
কালিয়ো তুমি আসিবা।
ভকতৰ সঙ্গে হৰিকথা ৰঙ্গে
তুমি মুহ্হি মোক দিবা। ২৯৭৬
ভোজনীক লৈল ঘৰে চলি গৈল
হৰিষ কৰি মনত।
ভাৰ্য্যাক মাতিয়া কহিলা হাসিয়া
আগত সবে দিলন্ত ॥
দেখি ভাৰ্য্যা চাই হৰিষক পাই
কৰন্ত আনন্দ আতি।
বোলে হেন কৰা মোৰ বাক্য ধৰা
স্বামীক কহিলা মাতি ॥ ২৯৭৭
ধৰা তুমি নাম কৰা হেন কাম
আন সবে পৰিহৰা।
হাত ভাগি যাই দেখা তুমি চাই
কাম কৰি কিয় মৰা।
দিনে দিনে যাবা ঠাইতে বসি পাবা
শঙ্কৰে যি বোলে কৰা।
নাহি দুখ গাত দেখিয়ো সাক্ষাত
শঙ্কৰৰ 'বাক্য ধৰা ॥ ২৯৭৮
শুনি দ্বিজবৰ নেদিলে উত্তৰ
কিছো মুৰুলিয়া বৈল।

ভাৰ্য্যাৰ বচন পেলাব নোৱাৰি
সিয়ো দিনা পাচে গৈল ॥
দামোদৰে যাই পাইলা সেহি ঠাই
দেখে ভক্তে নাম গাই।
কৃষ্ণৰ মন্দিৰ সোমাই দ্বিজবৰ
আসনে বসিলা যাই ॥ ২৯৭৯
নমস্কাৰ কৰি ভকতৰ শাৰি
বসিবাক নজানয়।
দেখি গুৰু চাই হাসি মুচুকাই
আনন্দ মনে কৰয় ॥
পুৰাণ ভাৰত ভাগৱত যত
কথাৰূপে বসি কন্ত।
বোলে গৈলো মৰি ছিগি যাই ভৰি
বিপ্ৰবৰ মহাসন্ত ॥ ২৯৮০
দিলন্ত শঙ্কৰে আনি অনন্তৰে
ভোজনীক সেহি ভাৱে।
গৈলা বিপ্ৰবৰ আপুনাৰ ঘৰ
হাতযোৰ কৰি পাৱে ॥
বোলে বিপ্ৰবৰ শঙ্কৰৰ ঘৰ
নৰাইবো মই আৰো।
ভাৰ্য্যাৰ আগত কথা কহিলন্ত
বোলে বান্ধ ছিগে মৰো ॥ ২৯৮১

নাপাটিবা মোক বোলোহো তোমাক
সিপোনে বাট এৰিলো।
কলো তোৰ আগে শঙ্কৰৰ পাৰে
ঐৰ পৰা সেৱা কৈলো॥
এহি বুলি বৈল আন দিনা গৈল
পথাৰক ভিন বাটে।
কৰি কাম যত আসি দুপৰত
স্নান কৈলা আন ঘাটে॥ ২৯৮২
শুনা অনন্তৰে বুলিলা শঙ্কৰে
নাসে কিক বিপ্ৰবৰ।
বোলে বলৰাম কৰা হেন কাম
যায়ো তুমি তাৰ ঘৰ॥
আনিয়োক তাক বোলোহো তোমাক
কৰা দয়া ব্ৰাহ্মণক।
হেন শুনি গৈল বলৰাম তৈল
যাইলন্ত তাৰ গৃহক॥ ২৯৮৩
লগাইল মাত বোলন্ত যৰত
আছা নাই বিপ্ৰবৰ।
কহিলন্ত পাচে তান ভাৰ্য্যা আছে
কাম কৰে পথাৰৰ॥
বলৰামে শুনি আছা মনে গুণি
পথ চেণ্টি বসি আছে।

দেখি বিপ্ৰবৰ ওলাই গৃহৰ
পথাৰক যায়ো পাছে ॥২৯৮৪
দেখি বলো ভক্ত লগাইলেক মাত
কৈক যোৱা গুৰু বুলি।
লজ্জা হয়া বৈলা উলটি আসিলা
কোৰখানি কান্ধে তুলি ॥
শঙ্কৰৰ কথা কহিলন্ত তথা
দ্বিজবৰে শুনি আছে।
এবাইবে নোৱাৰি আগ হোৱা বুলি
বাটে বাটে গৈলা পাচে ॥ ২৯৮৫
শঙ্কৰৰ ঠাই পাইলা হয়ো বাই
নমিলন্ত, নম্ৰভাৱে।
বলৰাম ভক্ত কৈলা শঙ্কৰত
নমস্কাৰ কৰি পাৱে ॥
শঙ্কৰে বোলন্ত শুনা দামোদৰ
কহো আমি শুনা কথা।
উত্তম জনম পাই নৰোত্তম
কৰা কেনে আক বৃথা ॥ ২৯৮৬
দেৱাদি জন্মতো কৰি দেখা ইটো
মনুষ্য জন্ম অধিক।
ভকতি নকৰা জীৱন্তে মৰা
জীৱন ধৰিছা কিক ॥

পশু পক্ষী গছ হুয়া কাছ-বাছ
সংসাৰ ভ্ৰমি আসিলা।
দেৱৰ দুৰ্লভ জনম দুলভ
মনুষ্য দেহক পাইলা॥ ২৯৮৭

## হৰি

শুনিয়োক দ্বিজোত্তম লভি ভাৰতত জন্ম
ভকতি কৰিলে পাঞ্চ ৰাতি।
নাই নাই তাক সৰি জানিবা নিশ্চয় কৰি
দেৱৰো অধিক সিটো জাতি॥
যিটো হৰি নভজয় ভাগৱত শাস্ত্ৰে কয়
সবাৰো শোচনি সেহি জন।
নাহিকে নিস্তাৰ তাৰ নিষ্টে জানা সাৰে সাৰ
আপুনি মৰিল যিটো জন॥ ২৯৮৮
এহি বুলি যেবে বৈল দামোদৰ সেৱা কৈল
দূৰ ভৈলা যত পাপৰাশি।
কৃতকৃত্য মানিলন্ত দামোদৰে বুলিলন্ত
কিনো মোৰ ভাগ্য ভৈলা আসি॥
কৰি আতি মন ৰঙ্গ লৈয়া ভকতৰ সঙ্গ
থাকিলন্ত শুনি কৃষ্ণ কথা।

শঙ্কৰৰ প্ৰসাদত গুচিল অশুভ যত
এহিমতে ৰহিলন্ত তথা ॥ ২২৮৯
আন যিটো ভাৰ্য্যা যত তেহো মৰিলন্ত পাচে
নিশ্চয়ে উদাস ভৈল মন।
কাৰ্য্য ক্ৰিয়া কৰিলন্ত কৃতকৃত্য মানিলন্ত
ভৈলন্ত প্ৰসিদ্ধ মহাজন ॥
ভৈল শুদ্ধ শান্ত চিত্ত এক মহা মানে বিত্ত
শঙ্কৰক দিলন্ত আনিয়া।
শঙ্কৰে বোলন্ত চাই আত মোৰ কাৰ্য্য নাই
উলটাই ঘৰে তুমি নিয়া ॥২২৯০
কৰিয়ো বিবাহ তুমি নিশ্চয়ে বুলিলো আমি
মঞো কিছু হৈবোহো সহায়।
কৰযোৰে অনন্তৰে বুলিলন্ত দামোদৰে
বিবাহক মোৰ ইচ্ছা নাই ॥
তুমু ভকতৰ সঙ্গে গাইবো গুণ মহাৰঙ্গে
আত পৰে কোন লাভ আছে।
কৰা বাপ দয়া মোক পুৰুষ উদ্ধাৰ হোক
এহি বুলি প্ৰণামিলা পায়ে ॥ ২২৯১
এহি বুলি ৰৈলা যেবে শঙ্কৰে বুলিলা তেবে
শুনা মোৰ বাক্য বিপ্ৰবৰ।
তুমি মহা শুদ্ধ সত্ত ঈশ্বৰক দিয়া চিত্ত
কাম তুমি কৰি কৃষ্ণৰ ॥

কৰা তুমি হেন কাম গোসাঁই দামোদৰ নাম
হুইবেক প্ৰসিদ্ধ জগতত ।
কৰিবা ভকত প্ৰীতি ধৰিবা আমাৰ নীতি
তেবে থান পাইবা বৈকুণ্ঠত ॥২৯৯২
জ্ঞান কৰ্ম্ম আদি যত কৰ্ম্মফল পত্যাৱত
নকৰিবা তুমি আত ৰত ।
শ্ৰৱণ কীৰ্ত্তন কৰি সুদৃঢ় বিশ্বাস কৰি
আচৰিবা সদা মোৰ মত ॥
যত দেখা কৰ্ম্মফল সবে ভকতিৰ তল
সাধুসঙ্গ সবাতো অধিক ।
কৰা আত দৃঢ় ৰতি নাম বিনে নাই গতি
আন ধৰ্ম্ম কৰ্ম্ম তেজিয়োক ॥ ২৯৯৩
জানিবা যতন কৰি দেৱৰো দেৱতা হৰি
তাঙ্ক ভজা তেজি আন কাম ।
দৈৱকীনন্দন বিনে নাই নাই গতি ভিনে
জাণ্টে কৰি ধৰা তান নাম ॥
এহি বুলি শিক্ষা দিয়া আনন্দে তথাতে বৈল
পৰম হৰিষ কৰি মনে ।
যত সাধু সন্ত লোক কহো সবে শুনিয়োক
দিয়া মন গুৰুৰ চৰণে ॥ ২৯৯৪

---

## দুলড়ী

শুনা সভাসদ শঙ্কৰৰ পদ
জীৱন জলৰ ৰেখা ।
কৈত পৰে প্ৰাণ তাৰ নাই থান
কিসক আৰু নেদেখা ॥
পুত্ৰ ভাৰ্য্যা যত শৰীৰ সজ্জন
এঠাতে থাকিব পৰি ।
নিব যমঘৰে দাৰুণ কিঙ্কৰে
গলত লগাই জৰী ॥ ২৯৯৫
কিনো মই চাৰ পাপী আপোনাৰ
চিন্তিলোহো মহামাৰ ।
কৰোহো কাতৰ বাপ গদাধৰ
কৰিয়ো মোক উদ্ধাৰ ॥
মোৰ প্ৰাণধন দৈৱকীনন্দন
কৃপাৰ ঠাকুৰ গুৰু ।
ৰখা মোক ত্ৰাণ দিয়া ভক্তিদান
ভকতৰ কল্পতৰু ॥ ২৯৯৬
কায় বাক্য মনে তোমাৰ চৰণে
শৰণ ইবাৰ লৈলো ।
কৰিয়ো নিস্তাৰ কৃপাৰ সাগৰ
চৰণৰ দাস হৈলো ॥

দেহা গোট মোৰ পাচি ভৈল মোৰ
ভাৰ্য্যা-পুত্ৰ তাতে বোজা ।
পাচি অবাইলো মাথে তুলি লৈলো
ভাৰ বহিবাৰ ওজা ॥ ২৯৯৭
ভৈলো মই অন্ধ ভকতিৰ গোন্ধ
তিল মাত্ৰ মন নাই ।
ভৈলোহো দুৰ্ব্বুদ্ধি কোচতে আমুখি
নলৈলোহো চক্ষু খাই ॥
মই সেৱাচোৰ বিষয়ে আতুৰ
দেখিবো কেন বিবুদ্ধি ।
মাগোহো প্ৰসাদ দিয়ো আশীৰ্ব্বাদ
গুচোক মোৰ দুৰ্ব্বুদ্ধি ॥ ২৯৯৮
তুমি বিনে গতি জানিলো সম্প্ৰতি
নাই নাই মোৰ আন ।
কৰা মোক দিয়া দূৰ হৌক মায়া
দিবোক প্ৰভু শৰণ ॥
শ্ৰৱণ কীৰ্ত্তন ভকতৰ সঙ্গে
মুখে ৰাম কৃষ্ণ নাম ।
সাধুৰ সঙ্গতি বিনে নাই গতি
মুখে বোলা ৰাম ৰাম ॥ ২৯৯৯

---

## পদ

শঙ্কর বদন্তি দামোদর শুনা তুমি।
তোমার আগত এক কথা কহো আসি ॥
এক মহাবিত্ত যিটো মোক আনি।
তাহার কারণ কহো শুনা মহামানা ॥ ৩০০০
এতিক্ষণে গৈয়া তুমি তাহাক ভঙ্গায়ো।
তাবে কড়ি নিয়া ধান্য কিনিয়া আনিয়ো ॥
কৃষ্ণ কথা শুনা বঙ্গে তাক বসি খাই।
আত পরে সুলভ উপায় আর নাই ॥ ৩০০১
ঈশ্বর কৃষ্ণত যিটো করয় ভকতি।
তার অকল্যাণ কৈত আছয় সম্প্রতি ॥
ভকত জনর হরিকথাসে জীৱন।
হৃদয়ত রূপ নাম শ্রৱণ কীর্ত্তন ॥ ৩০০২
যার হৃদয়ত আসি হরি লৈলে বাস।
ভকতি আদিত্য হৈলা তাহার প্রকাশ ॥
ধন জন পুত্র ভার্য্যা দেখা সবে মিছা।
রাজপদ সুখকো নকরে ভক্তে ইচ্ছা ॥ ৩০০৩
পরম সম্পদ ইটো হরির ভকতি।
সাক্ষাতে আপদ জানা হরি বিরকতি ॥
কৃষ্ণর চরণে যার নিমজিল মন।
যত্ন নকরন্তে তার আসি মিলে ধন ॥ ৩০০৪

হেন শুনি ভক্তসবে জয়ধ্বনি কৈলা ।
পৰম আনন্দে ৰঙ্গে এহিমতে ৰৈলা ॥
তাত পাচে শঙ্কৰৰ দুহিতা জন্মিলা ।
ৰাশি যোগ গণিয়া ৰুক্মিণী নাম থৈলা ॥ ৩০০৫
শুনা সভাসদ ইটো কথা নিৰন্তৰ ।
অমৃতভোধিক স্বাদ যশ শঙ্কৰৰ ॥
যেনমতে নাৰায়ণে ভক্ত মিলাইন্ত ।
হেন কথা কহো কিছু শুনা সাধু সন্ত ॥ ৩০০৬
মহা ভাগৱত ইটো ভক্তৰ চৰিত্ৰ ।
কৰ্ণভৰি পিয়া আক পৰম অমৃত ॥
শঙ্কৰৰ ভক্ত নাৰায়ণ অনুপাম ।
একদিনা গৈলা তেহো শিমলীয়া গ্ৰাম ॥ ৩০০৭
সেহি পথে নাৰায়ণ আসন্ত গৃহক ।
নাহিলন্ত তৈতে লাগ পাইলা শ্ৰীৰামক ॥
লোকৰ মুনিহ দিয়া তেহো ভাত খাই ।
কাম ক্ৰোধ লোভ মোহ তান কিছু নাই ॥ ৩০০৮
নিৰ আসি নিৰপক্ষ আদি গুণ যত ।
নাৰায়ণে দেখে তাক আছয়ে সমস্ত ॥
ভাৰ্য্যা পুত্ৰ আছিলন্ত পৰলোক গৈলা ।
দম্ভ দৰ্প তেজি মদগৰ্ব্ব ভাঙ্গি লৈলা ॥ ৩০০৯
বিষয়ৰ আশা ভঙ্গে মিলিল হৰিষ ।
এৰিলন্ত মনে মানি বিষ্ঠাৰ সদৃশ ॥

লোক ব্যবহার কর্ম্ম কিছু নকরন্ত ।
নারায়ণে বোলে কিবা পরম মহন্ত ॥ ৩০১০
শ্রীরামর দেখি হেন স্বভাব গম্ভীর ।
পরম অমৃত যেন বচন সুস্থির ॥
অগনিক ভস্মে যেন ঢাকিয়া থাকয় ।
সেহিমত শ্রীরামক লোকে নিচিনয় ॥ ৩০১১
বণিয়াসে চিনে সুবর্ণর গুণ যত ।
ভকত রতন মাত্র ভকতে জানন্ত ॥
যেহেন ভ্রমরা মধুরসক জানয় ।
অরণ্যর পরা সরোবরত চরয় ॥ ৩০১২
হেন ভাব দেখি নারায়ণে চিন্তিলন্ত ।
পথত চিনিলো এন্তে পরম মহন্ত ॥
সাদরে পুছিলা পাছে নারায়ণ দাস ।
অরনত ভাব হুইয়া করিলা আশ্বাস ॥ ৩০১৩
ভয় পিতৃ মাতৃ কৈত জনম লভিলা ।
শুনিয়া শ্রীরামে নারায়ণ আগে কৈলা ॥
হেন শুনি ভয়ানন্দে বুলিলা হুনাই ।
পরম হরিষে শ্রীরামর মুখ চাই ॥ ৩০১৪
শঙ্কর স্বরূপে হরি আসিয়া ইবার ।
গুরুরূপে কলিযুগে ভৈলা অবতার ॥
তপ জপ তীর্থ ব্রত সমস্তকে নাশি ।
নিস্তার করিবা লোক ভকতি প্রকাশি ॥ ৩০১৫

ববপেটা গ্রামে তেহো বহিয়া আছন্ত।
তৈকে বোলে বাবা তুমি আমাব লগন্ত॥
আয়ু বৃথা যাই মোৰা কৃষ্ণত শবণ।
সুমবিবা তুমি পাচে আমাব বচন ॥৩০১৬
শঙ্কবব গুণাগুণ শ্রীবামে শুনিয়া।
যাইবো বুলি কৈল কথা আনন্দ কবিয়া॥
মুনিহ দিবাক মোক লোকে মাত্তি আছে।
বাক্য বৃথা হোৱে গৈলে কি কবিম পাচে ॥৩০১৭
সিটো যদি এবে তেবে পাবোহো যাইবাক।
কেনমন্তে বাক্য এবো কৈয়ো তুমি তাক॥
বাক্য এবি যাওঁ যেবে আমি তযু সঙ্গে।
আগব মুনিহ খাঙ্গ নেদিবেক খঙ্গে॥৩০১৮
দিয়ো বাক্য বুলি সিটো পাচে বোলে নাই।
বচন এবিলে জানা তাব জাত্তি যায়॥
এতেকে যাবাক লাগি কবো আমি ডব।
দেখিয়োক তুমি বব বাক্যত জগব॥ ৩০১৯
আগবো মুনিহ খাঙ্গ নতো আনো তাব।
আগে পাচে এক বাক্য কহিলো আমাব॥
আবে কেনমন্তে আমি তযু লগে যাওঁ।
গুণি গান্থি তাতে একো উপায় নপাওঁ॥৩০২০
বিমবিব কবি পাচে বুলিলন্ত বাণী।
গৃহক চলিয়া আজি যাস্যা মহামানী॥

শুদ্ধমনে বোলে মোৰ বচন শুনিবা।
উলটিয়া যাওন্তে তুমি নাৱে তুলি নিবা॥ ৩০২১
গৃহস্থে বোলয় বাপু শ্ৰীৰাম শুনিয়ো।
নাহি কিছো দোষ নাৰায়ণ লগে যায়ো॥
হেন শুনি নাৰায়ণ ভৈলা ৰঙ্গমন।
আপুনাৰ লগে আছে লোক চাৰিজন॥৩০২২
নাৰায়ণে বোলে শুনা লোকে আমি আটো।
শ্ৰীৰামৰ সলনি দেখায়ো ধান কাটো॥
হেন শুনি গৃহস্থে দেখাইলা ৰঙ্গমনে।
তেতিক্ষণে ধান কাটিলেক চাৰিজনে॥ ৩০২৩
গৃহস্থে বোলয় ধান্য কেনমতে নিবা।
শ্ৰীৰামে বোলন্ত ফিৰি আসি নিবো দিবা॥
এহি বুলি নাৰায়ণ নাৱে চলি গৈলা।
পৰম আনন্দে বৰপেটা যাই পাইলা॥ ৩০২৪
গুৰু মানি শঙ্কৰত শৰণ লৈলন্ত।
কৃতকৃত্য ভৈলো বুলি আনন্দ কৰন্ত॥
শঙ্কৰে আশ্বাসি দুইকো বুলিলন্ত হাসি।
গুৰুৰ চৰণ বামে আসিলা উপাসি॥ ৩০২৫
শুনিয়োক সভাসদ লোক নিৰন্তৰে।
আৰো একজনক আনিলা তাতপৰে॥
ৰামপুৰীয়াৰ পুত্ৰ পৰমানন্দক।
নাৰায়ণে আনিয়া দিলন্ত শঙ্কৰক॥ ৩০২৬

কৃষ্ণত শৰণ লৈয়া পৰম হৰিষে।
শঙ্কৰৰ বাক্য যেন অমৃত বৰিষে॥
পৰম আনন্দে তেহে ৰহিলন্ত তথা।
ভকতৰ সঙ্গে ৰঙ্গে শুনি কৃষ্ণ কথা॥ ৩০২৭
আনিলন্ত নাৰায়ণে ভক্ত অনুপাম।
বিশ্বাসৰ পালি তেন্তে ছয়ো ঘলোৰাম॥
শঙ্কৰৰ পায়ে তাঙ্ক শৰণ কৰাইলা।
কৃষ্ণকথা শুনি তেহো আনন্দে থাকিলা॥৩০২৮
খিৰা মণ্ডলৰ পুত্ৰ আছে তিনি ভাই।
আনিলন্ত নাৰায়ণে তাসম্বাকো পাই॥
মাধৱ গোপাল মুকুন্দ তিনিজন।
শঙ্কৰৰ পায়ে আনি কৰাইলা শৰণ॥৩০২৯
জটিৰাম নাম আৰো জনেকো নিলন্ত।
জটা কাটি শঙ্কৰে শৰণ কৰাইলন্ত॥
অনন্তৰে বোলে জটা কাটি কৈত থৈবো।
জুলিতে ভৰাই থওঁ লৌহিত্যে ফেলাইবো॥ ৩০৩০
এহি বুলি জুলিতে ভৰায়া থৈলা তুলি।
মাটিত আছিল পৰি খিৰা গোটজুলি॥
এহিমতে মাস দুই আছা অনন্তৰে।
একদিনা তাৰ ঘৰ সোমাইলা শঙ্কৰে॥৩০৩১
জুলিখানি দেখি তাক হাতে তুলি লৈলা।
তিনি জুটি জটা তাৰ ভিতৰে দেখিলা॥

বোলে জটিৰাম আত কিবা আছা থই।
লাবি চাবি চাই ৰঙ্গে আনন্দে হাসয় ॥৩০৩২
হেন শুনি ৰামে ভয়ে কৰযোৰ কৰি।
কহিবে লাগিলা কথা চৰণত ধৰি॥
ব্ৰহ্মপুত্ৰ নদীত পেলাইবে মোৰ মন।
মাঘ মাসে কৰিবোহো ব্ৰহ্মপুত্ৰে স্নান॥ ৩০৩৩
হেন শুনি শঙ্কৰে বুলিলা তেতিক্ষণ।
শুনা নাৰায়ণ জটিৰামৰ বচন॥
কিসক কটাইল আৰ বাহিৰৰ জট।
ভিতৰত জট থাকিলেক বৰ ডাট॥ ৩০৩৪
শঙ্কৰে বোলন্ত জটিৰাম কি কৰিলা।
ৰাজমাৰ্গ এৰি কেনে অৰণ্যে সোমাইলা॥
ধৰ্ম্ম কৰ্ম্ম তীৰ্থ ব্ৰত মনৰ কপট।
ইহাকেসে জানা তুমি ভিতৰত জট॥ ৩০৩৫
দেৱ তীৰ্থ ধৰ্ম্ম কৰ্ম্ম সবে দূৰ কৰি।
ভজিয়ো একান্তমনে শুদ্ধভাৱে হৰি॥
পৰম ৰহস্য ইটো হৰিভক্তি ৰস।
ভকতৰ সঙ্গে আক লৈয়ো কৰি যত্ন॥ ৩০৩৬
কলিযুগে ৰামনাম বিনে গতি নাই।
দেৱৰ দুৰ্ল্লভ নৰতনু আছা পাই॥
দেৱতো তীৰ্থতো কৰি ভকতেসে বৰ।
ভকতক ভজিলে গুচয় কৰ্ম্মজড়॥ ৩০৩৭

নাই নাই নাই গতি রামনাম বিনে।
নাই নাই দেৱ দৈৱকীৰ পুত্ৰবিনে॥
হেন জানি তুমি আন ধৰ্ম্ম পৰিহৰা।
সুদৃঢ় বিশ্বাসে হৰি ভকতিত ধৰা॥ ৩০৩৮
গুৰুমুখে ভকতিৰ তত্ত্ব অৰ্থ পাইলা।
দেৱতো তীৰ্থতো সবে বিশ্বাস এৰিলা॥
আনো ভক্তে শুনি পাচে হেন শিক্ষাবোধে।
দেৱ তীৰ্থ ধৰ্ম্ম এৰিলন্ত কাম ক্ৰোধ॥ ৩০৩৯
পৰম আনন্দে সবে এহিমতে ৰৈলা।
আতপৰে শুনা আৰ যেন কথা ভৈলা॥
গোকুলচান্দ নামে ভক্ত আছে একজন।
তাঙ্ক শঙ্কৰত আনি কৰাইলা শৰণ॥ ৩০৪০
আনো যত লোক পাইলা তাহাক আনিলা।
নাৰায়ণে আনি আনি ভকত কৰাইলা॥
শঙ্কৰে হৰিষমনে কৃষ্ণকথা কন্ত।
প্ৰসঙ্গত বসি সবে ৰঙ্গেও শুনন্ত॥ ৩০৪১
গোসাই দামোদৰে তান কথাক শুনন্ত।
নাৰায়ণে দেখি শঙ্কৰত পুছিলন্ত॥
মহা ধৈৰ্য্যৱন্ত দেখো আন কিবা নাম।
কহিয়োক বাপ মোত কোনখানে গ্ৰাম॥ ৩০৪২
শঙ্কৰে বোলন্ত নাৰায়ণ শুনা তুমি।
ইহাৰ উত্তৰ অল্প কৰি কহো আমি॥

কিবিধি বিষয় খানি এহেন্তে কৰন্ত।
আসকতি নাহি তাত পৰম মহন্ত॥ ৩০৪৩
আছিলন্ত তেন্তে পত্নী যমঘৰে গৈলা।
ভাৰ্য্যাক লাগিয়া কিছু খেদ নকৰিলা॥
দিলা আনি পাচে মোক বিত একসিকি।
মই বোলো নালাগয় কড়ি কৰা বিকি॥ ৩০৪৪
তবে কড়ি লৈলা ধান্য কিনিবে পাৰিলো।
কৃষ্ণকথা কহিবাৰ উপায় কহিলো॥
আত্মা পৰ ভেদ নাহি সবাতে সমান।
আহ্ম সম নাহি মহাবুদ্ধিমন্ত আন॥ ৩০৪৫
মনুষ্য জন্মৰ দেখা আয়ু যায় বৃথা।
মহন্তৰ মুখে আৰ শুনা কৃষ্ণকথা॥
সুখ দুখ পুৰুষৰ কৰ্ম্মবশে মিলে।
দেখিয়োক আয়ু সূৰ্য্যে হৰয় বিফলে॥ ৩০৪৬
একক্ষণ মানে যিটো ভকতি কৰয়।
সিদিনাৰ আয়ু জানা সাফল হোৱয়॥
মুখে নাম হৃদি ৰূপ কেৱেকো নেৰয়।
তাক সৰ্ব্বভাৱে হৰি ৰাখিয়া ফুৰয়॥ ৩০৪৭
আন সঙ্গে হুইব ভক্ত অনেক ব্ৰাহ্মণ।
ৰাগ-দ্বেষশূন্য এন্তে মহন্ত প্ৰধান॥
শঙ্কৰে হৰিবে নাৰায়ণ আগে কৈলা।
কৃষ্ণৰ চৰিত্ৰ কহি আনন্দে থাকিলা॥ ৩০৪৮

শুনিয়োক কথা আৰে আত অনন্তৰে।
ভকতৰ সঙ্গে ৰঙ্গে আছন্ত শঙ্কৰে॥
হেৰম্ব দেশৰ ৰাজা আছিন্ত তাম্ৰধ্বজ।
যেনমতে ভক্ত ভৈলা শুনিয়ো সম্প্ৰতি॥ ৩০৪৯
শঙ্কৰৰ যশ কীৰ্ত্তি ৰাজ্যে ৰাজ্যে গৈলা।
কছাৰী নৃপতি সিটো কথাক শুনিলা॥
বোলে শঙ্কৰক আন আমাৰ ৰাজ্যক।
নিশ্চয়ে বুলিলো মই ভজিবো কৃষ্ণক॥ ৩০৫০
এহি বুলি চাৰিজন দূত পঠাইলন্ত।
বৰপেটা গ্ৰামে আসি প্ৰৱেশ ভৈলন্ত॥
জানু পাৰি প্ৰণামিলা শঙ্কৰক দেখি।
শঙ্কৰক দেখি চাই নিৰেখি নিৰেখি॥ ৩০৫১
বসিলা আসনে তান্ত পুছিলন্ত কথা।
শঙ্কৰে বোলন্ত কিয় আসি আছা এথা॥
হেন শুনি দূতে পাছে কহিবাক লৈলা।
হেৰম্ব দেশৰ ৰাজা আমাক পঠাইলা॥ ৩০৫২
তোমাৰ চৰিত্ৰ কথা মহিমাক শুনি।
নিবাক আইলা দেখি নৃপতি আপুনি॥
শীঘ্ৰ কৰি যাইবে লাগে ৰাজআজ্ঞা পালি।
নিশাগত ৰক্ষিয়া চলিয়ো ৰাপ কালি॥ ৩০৫৩
কৃষ্ণক ভজিবে লাগি যতন কৰিছা।
দেখিবাক তোমাক ৰাজাৰ বৰ ইচ্ছা॥

এহি বুলি দূতে কথা শঙ্কৰক কৈলা।
মাধৱক চাই পাচে শঙ্কৰে বুলিলা ॥ ৩০৫৪
উঠিয়োক এতিক্ষণে মোহোৰ বচনে।
নাৰায়ণ সমে শীঘ্রে যায়ো দুয়ো জনে ॥
বিলম্ব নকৰি দুয়ো সখি চলি যায়ো।
শৰণ ভজন ভক্তি ৰাজাক দেখায়ো ॥ ৩০৫৫
হেন শুনি মাধৱৰ উল্লাসিত মন।
চিনায়োক বাপ মোক সখি কোনজন ॥
শুনিয়া শঙ্কৰে ৰঙ্গে বুলিলা বচন।
নিশ্চয় কহিলো সখি তযু নাৰায়ণ ॥ ৩০৫৬
কেৱল গুৰুৰ ভক্তি ভকতত প্রীতি।
মোৰ নিজ দাস দুয়ো ধৰা হেন ৰীতি ॥
ভাগৱতী নির্গুণীৰ পৃথক সাধন।
সৎসঙ্গী গুৰুৰ ইটো অর্থ বিলক্ষণ ॥ ৩০৫৭
ভকতত ভকতি পীৰিতি মূল বিত।
শ্ৰৱণ কীর্ত্তন মুখে ৰামনাম গীত ॥
আশীবিধ নৱবিধ ভকতিৰ কথা।
সমস্ত গুৰুৰ আগে কহিলন্ত কথা ॥ ৩০৫৮
যাৰ যেন লক্ষণ সাধন সবে কৈলা।
ভকতসকলে শুনি আনন্দিত ভৈলা ॥
গুৰুৰ চৰণে মাধৱ নমস্কাৰ কৰি।
সমীপত নাৰায়ণ সাৱটিয়া ধৰি ॥ ৩০৫৯

মাধৱে বোলন্ত আজি পাইলো নিজবন্ধু।
সাক্ষাত কৰাইল সখি গুৰু কৃপাসিন্ধু॥
মোৰ হাত কিমতে এৰাইবা আজি তুমি।
ইহ পৰলোকে আৰো নেৰিবোহো আমি॥ ৩০৬০
পুনৰপি মাধৱক বুলিলা শঙ্কৰে।
ৰাজদূত লগে দুয়ো চলিয়ো সত্বৰে॥
শাস্ত্ৰ চাহি মাধৱ বুজাইবা পণ্ডিতক।
বুজাইবাহা নাৰায়ণে বচনে অৰ্থক॥ ৩০৬১
হেন শুনি দুয়ো সখী নমস্কাৰ কৰি।
ৰাজদূত লগে ততিক্ষণে গৈলা লৰি॥
অনন্তৰে পাইলা পাচে ৰাজাৰ নগৰ।
তাসম্বাক দেখি সাদৰিলা নৰেশ্বৰ॥ ৩০৬২
বুলিলা নৃপতি পাচে দুহাতক চাই।
হাতযোৰ কৰি অৱনত কৰি কায়॥
আসনে বসিয়া দুয়ো পখালিলা ভৰি।
দিলন্ত তাম্বুল পাণ নমস্কাৰ কৰি॥ ৩০৬৩
হেন শুনি দুয়ো যাই আসনে বসিলা।
মাধৱে মধুৰ বাক্যে ৰাজাক বুলিলা॥
কিবা কাৰ্য্য সাধিবাক ৰাজাৰ লাগয়।
আমাৰ আগত তাৰ কহিয়ো আশয়॥ ৩০৬৪
শুনিয়া নৃপতি হুন্ত কৃতাঞ্জলি ভৈলা।
মাধৱৰ আগে কথা কহিবাক লৈলা॥

শঙ্করৰ গুণ নাম যশস্যা শুনিয়
আনিবে পঠাইলো মই আনন্দ কৰিয়া ॥ ৩০৬৫
শঙ্করৰ গুণ নাম শুনিলো যৈসানি।
তৈলোহো নিশ্চয় মনে শৰণ তৈসানি ॥
তান হন্তে পায়া তোবা হুয়ো আছা আসি।
দূৰ ভৈল মোৰ যত আছে পাপৰাশি ॥ ৩০৬৬
শঙ্করৰ প্রিয় তোবা হুয়ো মহাগুণি।
তুমি সেই জানিলো শঙ্কৰ শিৰোমণি ॥
গৃহ শৰীৰকো মোৰ পৱিত্র কৰিলা।
মিনতি বচন ৰাজা বিস্তৰ কৰিলা ॥ ৩০৬৭
পৰম মহন্ত ৰাজা নাহি যাক সৰি।
শৰণ মাগিলা পাচে নমস্কাৰ কৰি ॥
এহি বুলি নৃপতি নিচুকি যেবে ভৈল।
শুনা সেহিবেলা তৈত এক কথা ভৈল ॥ ৩০৬৮
নৰজন লোক ৰাজা থৈয়া আছে বান্ধি।
তাৰ পিতৃ মাতৃ ভ্রাতৃ কুৰে কান্দি কান্দি ॥
নাৰায়ণ মাধৱ উত্তম হুয়োজন।
হেন বার্ত্তা পাইলা তাৰ পিতৃ মাতৃগণ ॥ ৩০৬৯
তাবাসবো আসি পৰিলেক হুইবো পাৰে।
পুত্রদান দিয়ো বুলি কাকুতি বিনাৰে ॥
ৰাজাত মাগিয়া বাপ কৰিয়ো ৰক্ষণ।
আমি সবে লৈলো তযু চৰণে শৰণ ॥ ৩০৭০

হেন শুনি কৃপালু মাধব নাবায়ণ।
বাজাব সমুখ হয়া বুলিলা বচন॥
নাবায়ণে বোলে মহাবাজা শুনা তুমি।
তথু আগে একখানি কথা কহো আমি॥ ৩০৭১
বন্দী কবি আছা দেখো নবজন লোক।
কিবা কার্য্যে থৈয়া আছা মোত কহিয়োক॥
হেন শুনি বাজা বোলে শুনা মহাজন।
কহিবো তোমাব আগে ইহাব কাবণ॥ ৩০৭২
আমাক মাবিবে ইটো খুজিলেক দেখা।
কদাচিতো আমি আক নকবিবো বক্ষা॥
কবি আছে দেখা ইটো হেন বিসঙ্গতি।
এতেকে নিশ্চয়ে আক বধিবো সম্প্রতি॥ ৩০৭৩
নাবায়ণে বোলে বাজা শুনিয়ো বচন।
হবি ভকতব মুহি ইমত লক্ষণ॥
দেখিয়োক তুমি ইটো হবিভক্তি বয়।
কৃষ্ণত শবণ লৈবে কবি আছা যয়॥ ৩০৭৪
শম দম দয়া ক্ষমা আদি গুণ যত।
সমস্ত থাকিবে লাগে হবি ভকতত॥
নিস্তে নিস্তে কহো আমি শুনা নবেশ্বব।
ইমন্ত স্বভাব মুহি হবি ভকতব॥ ৩০৭৫
পিম্পবা গুটিকো যিটো নমাবি মেলয়।
তাকো সর্ব্বভাবে হবি বাখিয়া হৃদয়॥

প্রাণীহিংসা নকৰিবা, শুনা মোৰ বাণী।
ৰাজনীতি ধৰ্ম্মে প্ৰবৰ্ত্তিবা হেন জানি॥ ৩০৭৬
হেন জানি তুমি মোৰ বচন কৰিয়ো।
বন্দী চৰাই নৰজন মনুষ্য মেলিয়ো॥
বস্ত্ৰ মুখে দিয়া মাধৱ হাসিয়া ৰহিলা।
নৃপতিৰ মনে শুনি সন্তোষ মিলিলা॥ ৩০৭৭
নাৰায়ণ বাক্যসব মধু যেন স্ৰৱে।
গুৰুৰ চৰণে মনে ধৰি কথা কৰে॥
হেনয় মধুৰ বাণী শুনিয়া নৃপতি।
বন্দিয়াৰ মনুষ্যক মেলিলা সম্প্ৰতি॥ ৩০৭৮
অনন্তৰে কৃষ্ণপাৱে শৰণ কৰিল।
গুৰুবাক্য লৈয়া মাধৱ উপদেশ দিল॥
একান্ত শৰণ লৈলা নিশ্চয় কৰিয়া।
নিঃসংশয় ভৈলা কৰ্ম্ম ধৰ্ম্মক ধৰিয়া॥ ৩০৭৯
অনন্তৰে কতো দিন থাকি দুয়ো জন।
গুৰুক আসিলা পাচে কৰি ৰঙ্গ মন॥
শঙ্কৰৰ পাৱে পৰি নমস্কাৰ কৈলা।
পৰম আনন্দ মনে কৌতুকে থাকিলা॥ ৩০৮০
শঙ্কৰে বচনে দুইকো আশ্বাস কৰিলা।
গণককুছিত যাই মাধৱ ৰহিলা॥
দিন ভৈলে শঙ্কৰৰ থানক আছন্ত।
ৰাত্ৰি ভৈলে কৃষ্ণকথা তহিঁতে কৰন্ত॥ ৩০৮১

অনন্তৰে নাৰায়ণে ঘৰে চলি গৈলা ।
আপুনাৰ গৃহ পাই আনন্দে থাকিলা ॥
এহিমতে তেন্তে ৰহে নাৰায়ণ আছে ।
তাত অনন্তৰে শুনা যেন ভৈলা পাছে ॥ ৩০৮২
চক্ৰপাণি নামে এক আছে দ্বিজবৰ ।
কুষ্ঠৰোগ ভৈল মুণ্ডে তাহাৰ পুত্ৰৰ ॥
তাক লৈয়া মাতৃ নাৰায়ণ আগে গৈলা ।
সকলো বৃত্তান্ত নাৰায়ণ আগে কৈলা ॥ ৩০৮৩
নাৰায়ণ পুৰা ভৈলে চৈতন্য আছন্ত ।
কুষ্ঠৰোগ গুচাইবাক তেহেন্তে পাৰন্ত ॥
নাৰায়ণে দেখিয়া পুৰা বুজিয়া মাতিলা ।
ব্ৰাহ্মণৰ পুত্ৰ ৰোগ গুচাইবে বুলিলা ॥ ৩০৮৪
হেন শুনি পৰম আনন্দ কৰি মনে ।
তাৰ ৰোগ ঝাৰিয়া গুচাইলা পাছ দিনে ॥
চক্ৰপাণি ভাৰ্য্যা তেন্তে মহা শুদ্ধমতী ।
নাৰায়ণ মুখে কথা শুনিলা সম্প্ৰতি ॥ ৩০৮৫
ভৱানন্দ কৃষ্ণকথা কহিয়া থাকন্ত ।
ব্ৰাহ্মণীৰ মনে যেন অমৃত পিয়ন্ত ॥
মনত বোলন্ত কিনো ভাগ্যক লভিলো ।
নাৰায়ণ মুখে কৃষ্ণ কথাক শুনিলো ॥ ৩০৮৬
অনন্তৰে আপুনাৰ ঘৰে গৈলা যথা ।
স্বামীৰ আগত কহিলন্ত সব কথা ॥

বোলে শূদ্ৰমুখে কৃষ্ণ কথাক শুনিলো।
আমাৰ ব্ৰাহ্মণ জন্মে কি কাৰ্য্য সাধিলো ॥ ৩০৮৭
আমাৰ আগত যেন কাঞ্চন নাৰায়ণ।
তান আগে জানো আমি কাচ অশোভন ॥
হেন শুনি চক্ৰপাণি ক্ৰোধত জ্বলিল।
নৰহিৰি বুলিয়া ভাৰ্য্যাক হাক দিল ॥ ৩০৮৮
তোৰ বোলে আমি হৰি ভকতি ধৰিবো।
যাঠি যজমান আত কিমতে বৰ্ত্তিবো ॥
ধন ধান্য তাম্ৰ কাংস্য গৰু গাই বস্ত্ৰ।
চাউল কানি দিয়া মোক সবেয়ো পোষন্ত ॥ ৩০৮৯
কিছু নজানোহো আমি শিখা উই মোক ॥
জানিলোহো নাৰায়ণে ভজিলেক তোক ॥
বুলিলেক বহুতৰ নানা মন্দ চণ্ড।
স্বামী ভাৰ্য্যা দুই পৰ কৰিলেক দ্বন্দ্ব ॥ ৩০৯০
নাৰায়ণে লোকমুখে হেন কথা শুনি।
এক দিনা তাৰ ঘৰে পৈলন্ত আপুনি ॥
তাক দেখি আনিয়া দিলন্ত পিৰা খানি।
নাৰায়ণে বোলে নৰহিৰো মহামানী ॥ ৩০৯১
চক্ৰপাণি বোলে বসিয়োক খানিতেক।
শুনিয়োক কহো আমি কথা আছে এক ॥
হেন শুনি নাৰায়ণে আসনে বসিলা।
ইহলে সিহলে আন কথাক পাতিলা ॥ ৩০৯২

নাৰায়ণে বোলে শুক কথাক জানিবা।
চক্ৰপাণি বোলে আন কথাক নাপাতিবা॥
সেহি কথা ব্ৰাহ্মণী আমাতে কহিলন্ত।
কথা শুনি আমিও তাহাক খণ্ডিলন্ত॥ ৩০১৩
কহিলন্ত কথা আমি নসহিলো আক।
যজমান আছে আৰে কি কৰিবো তাক॥
নাৰায়ণে বোলে শুনিয়োক মহাশয়।
কোটি যজমানে তাৰিবাক নপাৰয়॥ ৩০১৪
জগন্তৰ আদি দেৱ ত্ৰৈলোক্য ঈশ্বৰ।
তাঙ্ক ভজিলেসে তৰি সংসাৰ সাগৰ॥
নিখিল জন্মৰ অন্তে নৰতনু পায়।
কৃষ্ণক নভজে আয়ু বৃথা বহি যায়॥ ৩০১৫
সবাতো অধিক দ্বিজজন্ম অতিশয়।
দেখিয়ো বিচাৰি মহাভাগৱতে কয়॥
ধৰ্ম্ম অৰ্থ দেখা ইটো সমস্তে বিনাশী।
মধু যেন স্ৰৱে কথা কৈৰে হাসি হাসি॥ ৩০১৬
হাঁস ছাগ কাটি দেৱ-দেৱী পূজা কৰে।
স্বৰ্গ সুখ ভুঞ্জি পুনাই নৰকত পৰে
পৰম দুৰ্ল্লভ দ্বিজজন্ম আহা পাই।
ধৰিয়ো ভকতি ক্ষণে ক্ষণে আয়ু যাই॥ ৩০১৭
নৰতনু নৌকা ইটো সুদৃঢ় সুসাৰ।
উপদেশদাতা লয়ো সুজন কাণ্ডাৰ॥

শঙ্কৰ স্বৰূপে কৃষ্ণ অংশে অৱতাৰ।
তাহেক গুৰু লৈয়া কৰা পুৰুষ উদ্ধাৰ॥ ৩০৯৮
হেন শুনি বিপ্ৰবৰ মৌনে ৰহিলন্ত।
যজমান সমস্তক মতাই আনিলন্ত॥
সকলো বৃত্তান্ত কৈলা তাসম্বাৰ আগে।
বোলে মোৰ লগে হৰি ভজিবাক লাগে॥ ৩০৯৯
শুনি যজমান সবে কৰি ক্ৰোধ মন।
বিপ্ৰক সম্বোধি হেন বুলিলা বচন॥
ই ৰাজ্যৰ মধ্যে তুমি দ্বিজ অনুপাম।
সমস্ত লোকৰ কৰা যজমান কাম॥ ৩১০০
আপুনাৰ স্বধৰ্ম্মক কদাপি নেৰিবা।
পাইলেক বিবুদ্ধি তুমি জানিলো মৰিবা॥
তেজস্বী বুলিয়া যিটো তোমাক মানিলো।
দক্ষতে মাৰিলা তুমি আহ্মাক দেখিলো॥ ৩১০১
এহি বুলি যজমান সবা ঘৰি গৈলা।
আপুনাৰ গৃহে বিপ্ৰ আনন্দে থাকিলা॥
তথাপিতো মুঞ্চয় আশঙ্কা মনৰ।
গোটা পচিশেক শ্লোক কৈলা বিপ্ৰবৰ॥ ৩১০২
নাৰায়ণ আগে গৈলা শঙ্কা শ্লোক লৈয়া।
গণকপাৰাত হুইয়ো প্ৰবেশিলা গৈয়া॥
মাধৱে সুধিলা পাচে তাসম্বাক দেখি।
তবু সদে কৈল বিপ্ৰ কহিলোক সখি॥ ৩১০৩

নাৰায়ণে কহিলেক পূৰ্ব্ববৃত্ত কথা।
গোটা পচিশেক শ্লোক আনি আছে এথা॥
মাধৱে বোলন্ত কেন শ্লোক আছা আনি।
মোৰ হাতে দিয়া পঢ়ি চাওঁ মহাবাণী॥ ৩১০৪
হেন শুনি চক্ৰপাণি বুলিলন্ত পাচে।
চলিয়োক এতিক্ষণে শঙ্কৰৰ কাছে॥
তথাপিতো মাধৱে বোলন্ত দিয়া চাওঁ॥
তুমি আমি সখি সমে পাচে চলি যাওঁ॥ ৩১০৫
চক্ৰপাণি বোলে তুমি ঐত খুখুজিবা।
শঙ্কৰৰ হাতে দিবো তহিতে দেখিবা॥
পুনু পুনু তথাপিতো বোলন্ত মাধৱে।
চক্ৰপাণি এৰাইতে নোৱাৰে কোনোমতে॥ ৩১০৬
হেন দেখি নাৰায়ণে দিবে বুলিলন্ত।
কি কাৰণে আত আৰ কৰা মহাসন্ত॥
এহেন্তে দেখিলে জানো শঙ্কৰে দেখয়।
হুয়োজন একে আত নকৰা সংশয়॥ ৩১০৭
হেন শুনি শ্লোক বিপ্ৰে মাধৱক দিলা।
গোটে গোটে শ্লোক মেলি মাধৱে পঢ়িলা॥
আগ শুনি মাৰি তাৰ কথা কহিলন্ত।
তাহাত অধিক দশাধ্যায় পঢ়িলন্ত॥ ৩১০৮
হেন দেখি চক্ৰপাণি কৰযোৰ কৰি।
বোধ পালো বুলি পেলাইলা পত্ৰ চিৰি॥

হাতযোৰে নমি পুছ কহিবাক লৈলা।
আশীৰ্ব্বাদ কৰি মাধৱক প্ৰশংসিলা ॥ ৩১০৯
মাধৱে বোলন্ত তুমি পৰম পণ্ডিত।
তযু শ্লোক পঢ়ি আমি ভৈলো বিমোহিত ॥
বিপ্ৰক প্ৰশংসা কৰি এহিমতে ৰৈলা।
অনন্তৰে সবে পাটবাউসীক গৈলা ॥ ৩১১০
শঙ্কৰৰ আগে গৈয়া ভৈলা উপসন।
পৰি প্ৰণামিলা সবে গুৰুৰ চৰণ ॥
মাধৱে কহিলা আদি অন্ত কথা যত।
যেনমতে কুষ্ঠৰোগ জাৰি গুচাইলন্ত ॥ ৩১১১
শঙ্কৰে বোলন্ত তুমি শুনা ৰামৰাম।
কৰা ব্ৰাহ্মণৰ তুমি উপদেশ কাম ॥
হেন শুনি ৰামৰামে কৰযোৰ ভৈলা।
চক্ৰপাণি ব্ৰাহ্মণক উপদেশ দিলা ॥ ৩১১২
শঙ্কৰে কহিলা পাচে শৰণ বুজাই।
দৈৱকীৰ পুত্ৰ বিনে দেৱ আন নাই ॥
কৃষ্ণৰ চৰণ শিৰে শৰণ কৰিলা।
কৃতকৃত্য ভৈলো বুলি মনত মানিলা ॥ ৩১১৩
শঙ্কৰে হৰিষ মনে থাকিলন্ত এথা।
গৈলা চক্ৰপাণি থান আপোনাৰ যথা ॥
নাৰায়ণে আনি আৰো ভকত কৰাইলা।
শঙ্কৰে জানিল সবে এক ঠাই ভৈলা ॥ ৩১১৪

আত অনন্তৰে শুনা আৰো এক কথা।
বিশিষ্ট ব্ৰাহ্মণ এক মিলিলন্ত তথা।
বৈকুণ্ঠনাথ নামে ব্ৰাহ্মণ একজন।
আছিলন্ত নগৰত পণ্ডিত গহন॥ ৩১১৫
বিখ্যাত পণ্ডিত হুন্ত তান্ত্ৰিক ব্ৰাহ্মণ।
দেশ মধ্যে গণ্যমান্য জানে সৰ্ব্বজন॥
শুনিলন্ত কথা তেহো লোকৰ মুখত।
ব্ৰাহ্মণে ধৰিলে ধৰ্ম্ম শূদ্ৰ শঙ্কৰত॥ ৩১১৬
কথা শুনিলন্তে খঙ্গ কৰিলন্ত অতি।
পাটবাউসী ধামে নাৱে কৰিলন্ত গতি॥
দামোদৰ গৃহে গৈয়া ভৈল উপস্থিত।
দেখি বিপ্ৰে আদৰিল হুয়া আনন্দিত॥ ৩১১৭
বসিলা আসনে আৰো পখালিলা ভৰি।
সুধিলন্ত কথা পাছে সমাদৰ কৰি॥
কৈৰ পৰা আসিলাহা কিবা প্ৰয়োজন।
কোৱা বাপু অনুগ্ৰহে শান্ত হৌক মন॥ ৩১১৮
শুনি কবিৰত্নে বোলে খঙ্গ মন কৰি।
শুনিলোহো নৰৰূপ ধৰ্ম্ম আছা ধৰি॥
শঙ্কৰৰ মুখে ধৰি বৈষ্ণৱ ধৰ্ম্মক।
দিলাহা কলঙ্ক তুমি বিপ্ৰ সমাজক॥ ৩১১৯
তৰ্ক কৰি খণ্ডা তুমি মোহোৰ মতক।
নতু কৰা পৰিত্যাগ বৈষ্ণৱ ধৰ্ম্মক॥

দামোদৰে বোলে মই অন্য দুহি কবো।
কলিৰ নিমিত্তে উপযুক্ত ধৰ্ম্ম ধৰো॥ ৩১২০
নাম ভিন্ন কলিত অন্যত্ৰে গতি নাই।
নাৰদৰ বাক্যে আক ত্ৰৈলোক প্ৰত্যায়॥
হৰিনামে হৰিনামে নামেসে নিশ্চয়।
মোহোৰ জীৱন বুলি নাৰদে কহয়॥ ৩১২১
নাম ভিন্ন কলিত অন্যত্ৰে গতি নাই।
এহি মহাবাক্যে বেদে কহিয়া আছয়॥
কবিবন্তে বোলে ব্ৰাহ্মণৰ জন্ম লই।
পঞ্চ দেৱতাক পূজা কৰিতে লাগয়॥ ৩১২২
নকৰি গায়ত্ৰী বিপ্ৰে কৰয় ভোজন।
চাণ্ডাল সদৃশ জানা হয় সিটো জন॥
ভেমেহনে পেলাই দিয়া লগুণ তোমাৰ।
নাহিকে নিত্যকৰ্ম্ম ব্ৰাহ্মণ জন্ম যাৰ॥ ৩১২৩
শুনি দামোদৰে হাসি বচন বোলয়।
অসাৰ কথাত মাত্ৰ তৰ্কহে বাঢ়য়॥
জানা বাপু যি মন্ত্ৰ বাক্যে পূজয় দেৱক।
সি অৰ্থে বুজায় মাত্ৰ ঈশ্বৰ কৃষ্ণক॥ ৩১২৪
দেখিবা বাহিৰে আন নাম মাত্ৰ কয়।
অৰ্থে কিন্তু মূলাধাৰ কৃষ্ণক বুজায়॥
গনেশ শব্দৰ অৰ্থ ধাতু গত হলে।
ভূত শ্ৰেষ্ঠ কিবা ভূত ঈশ্বৰত মিলে॥ ৩১২৫

পৃথিব্যাদি ভূত সৃষ্টিকৰ্ত্তা মাত্ৰ হৰি।
ভূত দেৱক প্ৰভু শৰীৰে আছে ধৰি॥
এতেকতে সবাকে ঈশ্বৰক বুজায়।
হৰি মাত্ৰ সমস্ত মূল জানিবা নিশ্চয়॥ ৩১২৬
সূৰ্য্য শব্দৰো অৰ্থ ধাতুগত হলে।
কয় জ্যোতিৰ্ম্ময় বুলি পণ্ডিতসকলে॥
যাৰ জ্যোতি সমস্ত জীৱৰ অন্তৰে।
বিৰাজিছে সমভাৱে অন্ত কোনে কৰে॥ ৩১২৭
যাৰ জ্যোতিবলে সূৰ্য্য তিমিৰ নাশয়।
সেহি জন হৰি তুমি জানাহা নিশ্চয়॥
যত জীৱ ভত শিৱ বুলি শাস্ত্ৰে কয়।
হৰি নাথাকিলে জীৱে শক্তিক নাপায়॥ ৩১২৮
সৃষ্টি স্থিতি লয় হয় হৰিৰ ইচ্ছায়।
সবাৰো কাৰণ প্ৰভু জানিবা নিশ্চয়॥
দুৰ্গাৰ ধাতুগত অৰ্থে কৰে দুখ দূৰ।
হৰিৰ শকতি সিটো জানিবা প্ৰচুৰ॥ ৩১২৯
প্ৰভুৰ শকতিয়ে সুখ দুখ জীৱে পায়।
এতেকে কৃষ্ণেসে মূল জানিবা নিশ্চয়॥
এহি হেতু পূৰাকালে যত মুনি ঋষি।
দুৰ্গা কালী আদি কৰি শক্তি মহাৰ্ষী॥ ৩১৩০
নানা কষ্টব্ৰতে কৃষ্ণে চিন্তি অহৰ্নিশি।
সাধিছিল মুখ্য পদ আক যশৰাশি॥

এতেকতে বাপু তুমি কিয় ভ্ৰান্ত হোৱা।
সংসাৰ উদ্ধাৰ নৌকা হৰিনাম লোৱা॥ ৩১৩১
এহিমতে আনো বাদ কৰিয়া দুহান্তে।
এক মাত্ৰ থিৰ কৰিলন্ত ভগৱন্তে॥
কৃষ্ণৰ ভাৰত থিবে প্ৰয়োজন আছে।
উপস্থিত হল গুৰু দুহান্তৰ পিচে॥ ৩১৩২
সম্বোধনে মাতিলন্ত গুৰু দামোদৰ।
কিবা কহি আছা তুমি কহিয়ো সত্বৰ॥
ইজনক মই নিচিনোহো থাকে কৈত।
বিস্তাৰিয়া বাপু তুমি কোৱা আৰে মোত॥ ৩১৩৩
দেখি দামোদৰে আতি আথ বেথ কৰি।
বসিবে আসন দিয়া বুলিলা সাদৰি॥
সমস্ত বৃত্তান্ত কৈলা গুৰুৰ আগত।
দেখিলন্ত শঙ্কৰক মহাভাগৱত॥ ৩১৩৪
গুৰুৰ ৰূপৰ জ্যোতি নিৰেখি আছয়।
লক্ষণ দেখিয়া পাচে কৰিলা নিশ্চয়॥
সমস্ত পুৰুষ লক্ষণ গাৱতে আছে।
মিনতি বচনে বিপ্ৰে মাতিলন্ত পাচে॥ ৩১৩৫
বহু অপৰাধ মই নজানি কৰিলো।
নিন্দাবাদ কৰি মই অধোগামী ভৈলো॥
দেখিলো সাক্ষাতে আৰে মহাভাগৱত।
দিয়া উপদেশ মোক মজিলো পূৰ্ব্বত॥ ৩১৩৬

এহি বুলি কৰযোৰে শৰণ মাগিল।
হেন দেখি গুৰু হাসি সমিধান দিল॥
জানিছো সমস্ত যিবা ভৈল দুজনৰ।
ভকতৰ আলাপনে শুদ্ধ হোৱে নৰ॥ ৩১৩৭
এহি বুলি দামোদৰে আদেশ কৰিল।
শৰণ দিয়াহা বুলি বাক্যক বুলিল॥
শুনি ভট্টদেৱে বোলে দুখ মন কৰি।
কৃতার্থ হৈবোহো ধৰ্ম্ম তযু কাছে ধৰি॥ ৩১৩৮
দিয়ো বাপ নিজে তুমি শৰণ আমাক।
এহি বুলি কৰযোৰে বুলিলন্ত বাক॥
গুৰু বোলে আত কিছো নকৰা সন্দেহ।
মোৰে দামোদৰে ভিন্ন নাহি মাত্র লেশ॥ ৩১৩৯
এহি বুলি গুৰু নিজস্থানে চলি গৈলা।
তাত পাচে শুনা আৰো যেন কথা ভৈলা॥
গুৰু আজ্ঞা পাই দামোদৰ মহামানী।
ভট্টদেৱে * দিলা ধৰ্ম্ম মহাজ্ঞানী জানি॥ ৩১৪০
দুই চাৰি দিন ৰঙ্গে থাকি সেহি ঠাই।
চলিলন্ত নিজধামে গুৰু আজ্ঞা পাই॥

---

* বৈকুণ্ঠনাথৰ অপৰ নাম ভট্টদেৱ। এওঁ ভাগৱত আৰু কবিৰত্ন উপাধিৰে ভূষিত আছিল। অসমত এৰেই প্ৰথমে কথা-ভাগৱত আৰু কথা-গীতা লিখিছিল।

আত অনন্তৰে শুনা যেন ভৈলা কথা।
গুৰুপদ মনে ধৰি কহো এক কথা॥ ৩১৪১
যেনমতে শঙ্কৰৰ পদে ৰতি হয়।
কৰা আশীৰ্ব্বাদ মোৰ সাধু সমস্তয়॥
শঙ্কৰ মাধৱ দুয়োজন বাক্য বেদ।
নকৰা সংশয় কিঞ্চিতেকো নাহি ভেদ॥ ৩১৪২
যাৰ বাক্য বচন অমৃততোধিক ময়।
হেন কৃপা বচন জীৱনে পায়াছয়॥
তাক সম ভাগ্যৱন্ত লোক আছে নাই।
জীৱন্তে মুকুত ভৈলা দেখিয়োক চাই॥ ৩১৪৩
বিষয়ৰ কাম সবে এৰা হেন জানি।
জান গুণ নাম ধৰা গলে বান্ধি আনি॥
বিষয় বাসনা ইসে কৰিবে উচ্ছাদ।
খণ্ডিবেক সংসাৰৰ বিষিনি বিষাদ॥ ৩১৪৪
গুৰুৰ চৰিত্ৰ শুনি নপাতয় কাণ।
পৰম পাতকী সিটো যেন ভাজা ধান।
ভুঞ্জাইবে যাতনা নিয়া যমদূতে ধৰি।
নাৰীৰ উদৰে উপজিবে মৰি মৰি॥ ৩১৪৫
হেন জানি নৰতনু নতু হয় বাৰে।
ধৰা জাণ্টে গুৰুপদপল্লৱক নাৱে॥
দৈৱকীনন্দন প্ৰভু নন্দৰ কুমাৰ।
মই অধমৰ কৰা আপদ উদ্ধাৰ॥ ৩১৪৬

ভকতৰ সঙ্গে ভযু গুণ নাম মুখে।
নগুচোক প্ৰভু যেন মোৰ মুখে দুখে॥
সাঙ্গে ভল গৈলো চোৰ ইন্দ্ৰিয়ৰ সঙ্গে।
কৰিলো আৰ্জ্জন মই পাপ মন ৰঙ্গে॥ ৩১৪৭
তাত হন্তে বাপ মোক কৰিয়ো উদ্ধাৰ।
কৰোহো কাতৰ হেৰা মই দুৰাচাৰ॥
শঙ্কৰত বিনে মোৰ নাই নাই গতি।
কৰিয়ো নিস্তাৰ লৈলো শৰণ সম্প্ৰতি॥ ৩১৪৮
মায়া-মোহজালে পৰি বন্দি হয়া ৰৈলো।
নিশ্চয়ে জানিবা মই আত্ম পুৰি খাইলো॥
কেনমতে মই তৰিবোহো নাই তাৰ আশ।
দেখিয়োক সাক্ষাতে ভাৰ্য্যাৰ ভৈলো দাস॥ ৩১৪৯
গঙ্গাজল এৰি মৰে খাৰ পানী খাই।
যেন চক্ৰৱৰ্ত্তী ৰাজা মৰে হাল বাই॥
কৰোহো কাতৰ কৃপা কৰা চক্ৰপাণি।
গুৰুপদে ধৰি বোলা ৰাম ৰাম বাণী॥ ৩১৫০

---

ছবি

অনন্তৰে মাতি আনি শঙ্কৰে বুলিলা বাণী
শুনা তুমি মাধৱ বচন।
গঙ্গা স্নান কৰিবোহো জগন্নাথ যাইবোহো
শীঘ্ৰে তুমি কৰিয়ো যতন॥

শুনা মিত্র ৰামৰাম শুনা গুৰু দামোদৰ
শুনা নাৰায়ণ মহাশয় ।
গোবিন্দ পৰমানন্দ উদাৰ গোবিন্দ চান্দ
শুনা হৰি হৰি ৰামৰায় ॥ ৩১৫১
শ্ৰীৰাম বলৰাম বলভদ্ৰ অনুপাম
শুনা তুমি জয়ন্তী মাধৱ ।
হৰিগুৰু জটীৰাম বণিয়া ভোবোৰা দাস
শুনা সবে কৰিয়া উৎসৱ ॥
দৈৱজ্ঞক পৰে বলো সবাকে শুনায়া কলো
আনো যত আছা মোৰ সঙ্গে ।
কৰিয়ো যতন আকে যাৰ যাৰ যাইবে লাগে
সাৱধান হুয়ো সবে ৰঙ্গে ॥ ৩১৫২
হেন শুনি ৰঙ্গ ভৈলা খনটা গুহুৰি লৈলা
লৈলা ধন তাহাতে লুকাই ।
ভৈলা সবে কাচ পাৰ গুৰুবাক্য কৰি সাৰ
আনন্দৰ পাৰ-কূল নাই ॥
শুনা যেন ভৈল পাচে শঙ্কৰৰ ভাৰ্য্যা আছে
তেহো জানিলন্ত হেন কথা ।
বোলে জানিলোহো মই আমাৰ গোসাই যায়
হুনাই আৰো নাসিবেক এথা ॥ ৩১৫৩
যাইবে সবে সঙ্গে জানি বিবল থানক আনি
মাধৱক বুলিলা বচন ।

শুনি আছো বায় যাইবা জগন্নাথ ক্ষেত্র পাইবা
তৈব হন্তে পাইবা বৃন্দাবন ॥
বুজিলো নিশ্চয় আমি নযাইবা নযাইবা তুমি
প্রভুকো নেবিবা বৃন্দাবন ।
বুজিলোহো নিষ্ট কবি গঙ্গা জগন্নাথ ঘুবি
আসিবাহা মোহোব বচন ॥৩১৫৪
যমুনা পুলীন বন পাইবে আপোনাব থান
দেখিবেক গিবি গোবৰ্দ্ধন ।
জানিবা নিশ্চয় কবি আউব নাহিবেক ঘুবি
পাইলে পূৰ্ব্ব সেহি বৃন্দাবন ॥
অঘ বক কেশী কংস মল্ল কুবলয় ধ্বংস
কৈলা যিটো জগতব পতি ।
যাত পবে নাহি কের জগতব আদি দেব
এরে কৃষ্ণ জানিবা সম্প্রতি ॥ ৩১৫৫
কবি আছো সেৱা আমি সেহি প্রাণ প্রভু স্বামী
কায় বাক্য মনে দৃঢ় কবি ।
এতেকেসে বোলো আমি শুনিয়ো মাধৱ তুমি
মোব কথা থাকিবা সুমবি ॥
বুজিলোহো নিষ্ট কবি গোকুল মথুৰাপুৰী
নযাইবা নযাইবা হাক দিলো ।
আসিবাহা হুনাই ঘুবি জগন্নাথ হন্তে ফুবি
নিশ্চয় কবিয়া আমি কৈলো ॥৩১৫৬

এহি বুলি সতী বৈলা মাধবো প্রণাম কৈলা
শুনা আবো ভাত অনন্তরে ।
বোধ প্রবোধক দিয়া বুঢ়া সর্ব্বজয়ক লৈলা
গঙ্গাস্নানে গৈলন্ত শঙ্করে ॥
দিনা দশ পথ গৈলা শুনা যেন কথা ভৈলা
তাহাকো কহিবো কিছো মানে ।
মহা মন রঙ্গে যাই ভকতসবে খাই দাই
বৈলা সবে গৈয়া একথানে ॥ ॥৩১৫৭
মাধ ভক্ত সমে যাই লিপি পুচি আগে ঠাই
নিজ্যে গুরু ভোজন করান্ত ।
শয্যাক বিচায়া দেই ভালমতে আরতাই
কিছো যেন ঘাটি নপারন্ত ॥
শঙ্করর হাতে গারে তৈল দিয়া দুই পারে
তিনিপর রাতিয়ে ঘুমাই ।
পাচে সেহিদিনা ভৈল তিনিপর রাতি গৈল
শঙ্করে জানিয়া পাচে চাই ॥ ৩১৫৮
স্নেহত আকুল হুয়া দুই হাতে সারটিয়া
ধরিলন্ত বুকে বান্ধি পাই ।
শঙ্করত লীন গৈল একপিণ্ড হুয়া রৈল
নারায়ণে দেখি আছে চাই ॥
পুহাইল রজনী যেবে নারায়ণে কৈলা ভেবে
যতেক ভকত আছে তথা ।

শুনিয়া ভকতগণ বিস্ময় ভৈলন্ত মন
দুইহন্তৰ শুনি হেন কথা ॥৩১৫৯
কৃষ্ণৰ কীৰ্ত্তন কৰি ভৈৰ পৰা গৈল লৰি
যতেক ভকত নিৰন্তৰ ।
মুখে ৰাম নাম গাই শঙ্কৰে হৰিষে যাই
পাইল এক নদীৰ কাষৰ ॥
দুই ভাগ বৃক্ষ আছে দেখিলন্ত তাক পাচে
নদীৰ ভিতৰ অতিশয় ।
বেলা গৈলা ভটিয়াই তাৰ ছায়া গোট যাই
বাটে বাটে পৰিয়া আছয় ॥ ৩১৬০
কৰি অতি মন ৰঙ্গ বলৰাম পৰমানন্দ
সবাৰে আগতে চলি যায় ।
শঙ্কৰে জানিয়া মনে বাঞ্ছিলন্ত তেতিক্ষণে
বৈলা দুয়ো উলটিয়া চাই ॥
পাচে পিচৌ বাট এৰি আন পথে গৈলা লৰি
যতেক ভকত লগে আছে ।
শঙ্কৰৰ পাচে পাচে আনো যত লোক আছে
গৈলা সবে শঙ্কৰৰ কাছে ॥ ৩১৬১
দেখিলন্ত পাচে তান পক্ষীসব অসংখ্যাত
ডালে পাতে লাগিয়া আছয় ।
দেখি বৃক্ষ শুক্লময় তাতে পক্ষী বসৱয়
দেখি ভক্তে বিস্ময়ে আছয় ॥

এক বৃক্ষে বসয়য় আবো ডালে নগবয়
ওচৰা ওচৰি কৰি আছে ।
কৰযোৰ কৰি যাই শঙ্কৰৰ মুখ চাই
মাধৱদেৱে সুধিলন্ত পাচে ॥ ৩১৬২
কিঁ কাৰণে বাট এৰি বিপথে আছিলা লাৰি
কৈয়ো বাপ চৰণত ধৰো ।
দেখো আৰ ডাল পাত পক্ষীআদ মল মূত্ৰ
দেখিয়া সংশয় বৰে কৰো ॥
শুনিয়া শঙ্কৰে খেদ কৰি বোলে পৰিচ্ছেদ
দিবো আসি শুনিয়া ইহাৰ ।
আছিলন্ত গুৰু ইটো লোকৰ খাইলেক যিটো
মোহ হুয়া চাউল কানি ধাৰ ॥ ৩১৬৩
বলৰাম গুৰুদেৱ মোত পৰে নাই কেৱ
আপুনি ঈশ্বৰ পদ ভৈলা ।
ৰাজমাৰ্গ এৰি যায় মৰৈ যেন আখি খাই
পৰ্ব্বতৰ ভাৰ কান্ধে লৈলা ॥
কান্ধত শিলাৰ ভাৰ বোলে সাগৰৰ পাৰ
যাও বুলি মেলয় সান্তৰ ।
তাৰে সমে তল যাই তাহাৰ নিস্তাৰ নাই
নপাৱয় পাৰ সমুদ্ৰৰ ॥ ৩১৬৪
যেন মহা দুৰ্ব্বিনয় উপৰক মাৰি খায়
দৰ্পে হিয়া পুৰিয়া মৰয় ।

জানিবা সাৰতো সাৰ ইটো মহা গুৰুভাৰ
লৈয়া ঘোৰ নৰকে পৰয় ॥
হিয়াতে হুৰাইলো হৰি বাহিৰত কেন কৰি
বিচাৰিলে তাঙ্ক লাগ পাইবা ।
শুনা সবে ভক্তগণ নকৰিবা আন মন
থিৰ কৰ্ণ কৰিয়া শুনিবা ॥ ৩১৬৫
মৃত্যুৰ মুখত পৰি আছে যিটো জন্ম ধৰি
ভকতিৰ উপদেশ দিয়া ।
সংসাৰ সাগৰে ঘোৰ একোমতে নাপাওঁ ওৰ
নোৱাৰয় নিবাক তাৰিয়া ॥
আক কোনজনে গুৰু সম্বন্ধে নঘটে আৰো
তভো গুৰু বুলি পূজা খাই ।
নৰক ভুঞ্জয় মৰি গাছ কাছ জন্ম ধৰি
ফুৰিবেক তাৰ গতি নাই । ৩১৬৬
পুত্ৰ ভাৰ্য্যা মায়াপাশে জানিবাহা এহি দোষে
সংসাৰ ভ্ৰময় পাপী নৰ ।
মনুষ্য জনম আৰ দূৰ গৈলে আৰো তাৰ
লোকৰ ৰহিল তাত ধাৰ ॥
সিটো মহা অন্ত্যজাতি পৰম পাতকী আতি
ছায়াতো নেদিবো তাৰ ভৰি ।
নলৈবাহা তাৰ সঙ্গ কৈলো কথা সাৰে সাৰ
দেখি তাক বুলিবাহা হৰি । ৩১৬৭

## দুলড়ী

শুনা নিৰন্তৰে কহিলা শঙ্কৰ
ইটো কথা আৰে ধৰ্উ।
শুনিয়ো বচন ইটো পক্ষীগণ
তাৰ কথা শুনা কৰ্উ॥
দেখিয়ো সমস্ত পক্ষীসব যত
ভাৰ শিষ্য নিৰন্তৰে।
ভৰিবে নোৱাৰি বৃক্ষৰূপ ধৰি
ভাৰ বহে চটকৰে॥৩১৬৮
দেখিয়োক চাই শুকৰ বিলাই
গাৱে পৰি শিষ্যে লাদে।
নৈলা শুকভাৰ নকৰি বিচাৰ
মৰয় আপুন মদে॥
ইটো বৃক্ষজাৰ কাটি যদি আৰ
নৌকাক কোনো সাজয়।
কৈলো নিষ্ট কৰি কামুৰিবে ধৰি
থাকিবে শিষ্যে নিশ্চয়॥৩১৬৯
জলত ডুবাই মলত ধৰিব
শামুক লালুক দুই।
জন্মে জন্মে মৰি একে লাগে ফুৰি-
ৰেক শিষ্য শুক দুই॥

দেখা গুৰুপদ ৰৰ হি আপদ
দেখিয়ো নেদেখা আখি।
শাস্ত্ৰৰ সম্মত নাজানাহা তত্ত্ব
ঢাকিলেক মলৰাশি ॥ ৩১৭০
সংসাৰ তৰিবে নোৱাৰয় ৰেবে
গুৰুনাম নধৰোক।
কৈলো সাৰে সাৰ নলৈবেক তাৰ
সঙ্গ কদাচিত লোক ॥
যিটো গুৰুজন পৰম গহন
ভকতিক দেয় দান।
আপুনিয়ো তৰে আনকো নিস্তাৰে
তাঙ্ক সম নাহি আন ॥ ৩১৭১
কাম ক্ৰোধ লোভ তেজি যিটো জন
ভজয় কৃষ্ণৰ পাৱে।
কৈলো নিষ্ঠ কৰি সেহি জন হৰি
ধৰা তাৰ পদ নাৱে ॥
মোহ হুয়া কৰে সংসাৰত পৰে
কৃষ্ণত নকৰে ৰতি।
জানা কদাচিতো নতৰয় সিটো
একো কালে নাহি গতি ॥ ॥৩১৭২

## ছবি

শুনা সামাজিক জন শুদ্ধবন্ত দিয়া মন
ধৰা তান চৰণত চাপি।
কৰিবেক সৰ্ব্বসিদ্ধি শঙ্কৰেসে নৱনিধি
চৰণে শৰণ লৈলো পাপী॥
মই মহা দীন হীন মোত কিছো নাই জ্ঞান
পৰম পাতকী মূঢ় অন্ধ।
পলাইবাৰ নাই সন্ধি গৃহবাসে ভৈলো বন্দী
নাই মোত ভকতিৰ গন্ধ॥৩১৭৩
বোলোহো কাকুতি কৰি কৃপাৰ সাগৰ হৰি
দিয়ো তযু ভকতৰ সঙ্গ।
তুমি বিনে নাহি কেৱ দৈৱকী নন্দন দেৱ
আশা মোৰ নকৰিবা ভঙ্গ॥
হে প্ৰাণ প্ৰভুদেৱ তযু পদে কৰো সেৱ
কৰিয়ো করুণা মোক হৰি।
কৰা বাপ মোক দায়া দুৰ হৌক মোৰ মায়া
কৰোহো প্ৰণাম পায়ে পৰি॥৩১৭৪
হৌক মোৰ অবিশ্ৰাম শ্ৰৱণ কীৰ্ত্তন নাম
জন্মে জন্মে গুৰুপদে গতি।
চৰণে কাকুতি কৰো যেন মই নপাসৰো
হৌক মোৰ ভকতত প্ৰীতি॥

হে প্ৰাণ কৃপাময় গুৰুদেৱ দয়াময়
দেখা মই কেন অহঙ্কাৰী ।
চৰণে বিক্ৰয় গৈলো তোমাত শৰণ লৈলো
নিয়ো মোক ইবাৰ নিস্তৰি ॥৩১৭৫
এতেক কাৰ্পণ্য কৰো দুই চৰণত ধৰো
দিয়া মোক সাধুৰ সঙ্গতি ।
মই মহা অন্ত্যজাতি গৰু পশু যেন আতি
তুৱা পাৱে নভৈল ভকতি ॥
এভো হেন কৃপা কৰা মোক নৰকৰপৰা
প্ৰাণ প্ৰভু কৰিয়ো উদ্ধাৰ ।
ৰামচৰণে কয় যত সামাজিকচয়
ৰাম ৰাম বুলি সবে তৰা ॥৩১৭৬

---

## পদ

শঙ্কৰ বদতি মাধৱ শুনা মহামতি ।
গুৰুৰ নিয়ম কিছো কহিবো সম্প্ৰতি ॥
চৌদ্দয় ব্ৰহ্মাণ্ড বৃদ্ধাঙ্গুলি ভাঙ্গি লয় ।
হেনয় শকতি যিটো গুৰুত হোৱয় ॥ ৩১৭৭
একগুটি জীৱ তেবে তৰিবে সামৰ্থ ।
কৰয় পৱিত্ৰ তেবে তাৰিবে সামৰ্থ ॥
দেখিয়োক গুৰুভাৱ সবাতে ভাণ্ডৰ ।
পুনৌহ হুইয়া জা মাত্ৰ থাই জগতৰ ॥ ৩১৭৮

এক গুটি জীর যদি নরকক যাই।
জানিবাহা তাক ব্রহ্মাণ্ডর বধে পাই॥
আপোনার দোষে যদি নরকক যায়।
তেবেসে জানিবা তার দোষে নপারয়॥ ৩১৭৯
উপদেশ লৈয়া রাজা সবে প্রবর্ত্তয়।
তাহাবেসে লেখা শাস্ত্র কহিয়া আছয়॥
সাধু সঙ্গে থাকি জ্ঞান তত্ত্বা নোসোধয়।
জানিবাহা তাক ভুছি সার বুলি কয়॥ ৩১৮০
চন্দনর কাষে থাকে যেত বাস যত।
থাকয় তথাত আনো বৃক্ষ নানা মত॥
জাতি চন্দনর বর ঘ্রাণ আতিশয়।
চরাণ্ডেক আদি বৃক্ষ সবাকে বিন্ধয়॥ ৩১৮১
বাস নস খাগরিক নপাবে বিন্ধিবাক।
এতেবেসে সাধুসবে ভুছি বোলে তাক।
গুরুশিক্ষা যিটোজনে শুদ্ধভাবে ধবে।
অপ্রয়াসে গুরু শিষ্যে সংসার নিস্তরে॥ ৩১৮২
পরম ব্রহ্মত যদি শব্দ ব্রহ্মত।
নিপুণতা তার তাত হয়া শুদ্ধ সত্ব॥
রাম কৃষ্ণ নাম মুখে কেণেকো নেরন্ত।
ভাগরত শাস্ত্রে তাক বোলয় মহন্ত॥ ৩১৮৩
পূর্ব্বত একত্যর কাটিয়া আছে নাক।
শুনিয়োক কিছুমান কহো আমি তাক॥

এবিলন্ত স্বামী পাচে নাক কাণ ছেদি।
তথাপিতো দুসঙ্গকেসে যাই খেদি ॥৩১৮৪
বেশ্যা যেন লোকৰ খাইলেক বস্তুজাত।
সেনি পটন্তৰ লোৱা বৃক্ষতে সাক্ষাত ॥
বেশ্যা সম পৰ পতি নৰকক যাই।
সেহিমতে শিষ্য-গুৰু জন্মিলা ইঠাই ॥৩১৮৫
চাউল কানি লোকৰ দুসঙ্গ ইটো ভৈল।
সেহিসে, বাসনা আসি বৃক্ষ জন্ম হৈল ॥
পুত্ৰ ভাৰ্য্যা দেহ গেহ সমস্তে দুসঙ্গ।
তাতে সাধুসবে আৰ নকৰয় খঙ্গ ॥ ৩১৮৬
চাউল বস্ত্ৰ কঠিয়া অঙ্কুশ গজিবাৰ।
জীৰ্ণ কৰে কৃষ্ণপাৱে ভকতি যাহাৰ ॥
আশা এৰি দুসঙ্গত হুয়োক বিমুখ।
নিৰাশাত পৰে নাই নাই মহাসুখ ॥ ৩১৮৭
আশাৰো জানিবা নাৰী বৃক্ষ পটন্তৰ।
নাহি দেখা বৈত কিছো ভকতি কৃষ্ণৰ ॥
এতেকে দুসঙ্গ লাগে সঙ্গ তেজিবাক।
দুসঙ্গে কৰিলে হেন দেখিয়ো ইহাক ॥ ৩১৮৮
আশা এৰি নিৰাশা হুয়োক হেন জানি।
ভাৰগত শাস্ত্ৰ ইটো আছে বেদবাণী ॥
বাতো ডালে পাতে পৰি চটকে বাদয়।
নাক কটা বুলি তাতে সাধুসবে কয় ॥ ৩১৮৯

কৃষ্ণৰ সেৱাত দৃঢ় বিশ্বাস যাহাৰ।
অযত্নে আপুনি ভোগ মিলে আসি তাৰ॥
শিষ্য-গুৰু নাৰীৰ আখ্যান কথা যত।
পাচ প্ৰকাৰক কৰি কৈলা ভকতত॥ ৩১৯০
এহি বুলি ভকতৰ সংশয় ছেদিলা।
মুখে ৰামনাম গাই তীৰ্থপথে গৈলা॥
গুৰুৰ চৰণে মনে নমস্কাৰ কৰি।
ৰামৰ চৰিত্ৰ কথা পুছিলা সাদৰি॥৩১৯১
হেন শুনি শঙ্কৰে দিলন্ত প্ৰত্যুত্তৰ।
কহিবোহো কথা আমি ৰাম ৰাৱণৰ॥
সাগৰৰ তীৰে বসি ৰামচন্দ্ৰ হৰি।
যেনমতে সেনাক জৰাইলা লেখা কৰি॥ ৩১৯২
সেহি কথা গুৰু পাচে কহিবাক লৈলা।
শুনিয়া ভকত সবে আনন্দিত ভৈলা॥
অযুত নিযুত ঠাই খৰ্ব্ব মহাখৰ্ব্ব।
পদ্ম মহাপদ্ম আৰো লেখা কৈলা সৰ্ব্ব॥ ৩১৯৩
হেন লেখা যুগুতিক শঙ্কৰে কহিলা।
মাধৱদেৱ আদি ভক্তে বিস্ময় মানিলা॥
যেনমতে হনুমন্ত লঙ্কাক গৈলন্ত।
শঙ্কৰে হৰিষ মনে সেহি কথা কন্ত॥ ৩১৯৪
দেহ গেহ পাসৰিল পুলকিত কায়।
বাক্য গদ গদ নীৰ ধাৰে বহি যায়॥

খাণ্ডৱ বনত ৰাম সৰোবৰ আছে ।
শঙ্কৰৰ মন তৈতে প্ৰবেশিল পাছে ॥৩১৯৫
কৃষ্ণৰ ৰহস্য সিটো লীলা বিপৰীত ।
শঙ্কৰদেৱৰ তাতে নিমজ্জিলা চিত ॥
মনত হৰিষে সেহি চৰিত্ৰ কহয় ।
পৰম প্ৰেমত নীৰ নেত্ৰৰ বহয় ॥৩১৯৬
শুনিয়া মাধৱে নমি কৰযোৰ হৈলা ।
বোলে ৰামকথা এৰি তৈকে কিক গৈলা ॥
শুনি সুমৰিয়া গুৰু কহিবাক লৈলা ।
যেনমতে হনুমন্তে লঙ্কাক দহিলা ॥৩১৯৭
আবোবাৰ গৈল পুনু শঙ্কৰৰ মন ।
ভৈল পুলকিত পুনু আনন্দে মগন ॥
যেনমতে কৃষ্ণে জুলি বাটি খেলা কৈলা ।
কুঞ্জবন বেঢ়ি অগ্নি যিমতে লাগিলা ॥৩১৯৮
তাত হন্তে গোপ গৰু কৃষ্ণে কৈলা ত্ৰাণ ।
আপুন গাৱৰ অগ্নি কৰিলন্ত পান ॥
এহিমতে কৃষ্ণে লীলা কৰন্ত হৰিষে ।
শুনন্ত ভকতে কৰ্ণে অমৃত বৰিষে ॥৩১৯৯
যিমতে ক্ৰীড়িলা কৃষ্ণে গোপৰূপ ধৰি ।
সেহি ৰূপ চিন্তে গুৰু একমন কৰি ॥
শৰীৰকো পাসৰিলা ভজনৰ গুণে ।
নিমজ্জ পৰিয়া যাই ভকতসবে শুনে ॥৩২০০

গুরুর চিত্তক লক্ষি মাধৱে আছয় ।
মনে মনে যাই গুনি কিছো নবোলয় ॥
আপুনি সর্ব্বজ্ঞ যোগেশ্বৰ হৃষীকেশ ।
প্ৰপন্ন জনক মাত্ৰ দেয় উপদেশ ॥৩২০১
মুকুন্তসবৰ মন টানিয়া আনয় ।
হেনয় কৃষ্ণৰ মনোহৰ যশচয় ॥
আনো অৱতাৰ যত বিভূতি আছয় ।
কৃষ্ণৰ বহস্ত লীলা অনেকো জোবয় ॥৩২০২
অসংখ্যাত কৃষ্ণলীলা কৰিলা সম্প্ৰতি ।
তাক কহিবাৰ আছে কাহাৰ শকতি ॥
এহিমতে যেবে গঙ্গাতীৰক গৈলন্ত ।
পৰম হৰিষে এক গ্ৰামে ৰহিলন্ত ॥৩২০৩
আৰোবাৰ গঙ্গাস্নান কৰে যি ঘাটত ।
কতোবেলি পাই তাক সোধয় লোকত ॥
সেহিবেলা ৰামৰায় পৰম মহন্ত ।
শঙ্কৰৰ লগ এৰি ভিনে ৰহিলন্ত ॥৩২০৪
শঙ্কৰে বোলন্ত ৰাম ৰহো এক ঠাই ।
গুৰুবাক্য বাধি বৈলা আন থানে যাই ॥
চৰ্গত ৰহিলা তাত গ্ৰাম বাড়ী নাই ।
কৰিলন্ত তাত গ্ৰাম বাড়ী নাই ॥৩২০৫
ডকাইতে দেখিয়া মনে মনে চুপি আছে ।
পাঞ্চগোট বজালে ধৰিলা খেদি পাচে ॥

ৰামৰায় দিলা ডাক কাটে মাৰে বুলি।
শুনিয়া ভকতে খেদি গৈলা তাক তুলি ॥৩২০৬
জাবি খুবি বেলা বাড়ী নিলে সবে লুৰি।
শুধা হাতে আসিলন্ত শঙ্কৰৰ গুৰি ॥
বোলে গুৰু বাক্য বাখি গৈলো মন্দমতি।
সিকাৰণে ভৈলা মোৰ হেনসে বিপত্তি ॥৩২০৭
শঙ্কৰে বোলন্ত হেন কাম নকৰিবা।
মোৰ সঙ্গ এৰি আন থানে নৰহিবা ॥
শঙ্কৰে হৰিষ মনে এহিমতে বৈলা।
শুনা তাত পাচে আৰো যেন কথা ভৈলা ॥৩২০৮
গঙ্গাতীৰে আছে এক ব্ৰাহ্মণৰ বাড়ী।
পৰম অধৰ্ম্মী বেশ্যা তাই মহা ৰাণ্ডী ॥
পৰ পতি হন্তে পাচে তাইৰ গৰ্ভ ভৈলা।
সেহি গৰ্ভ যাই তাই গঙ্গাত খসাইলা ॥৩২০৯
হেন দেখি গঙ্গামায়ে মনে দুখ কৰি।
তিনিপৰ বাট গৈলা শিশুটিক এৰি ॥
সিসব কথাক যেবে সবেয়ো শুনিলা।
মৰি ভুতি গঙ্গা পাই শঙ্কৰে বসিলা ॥৩২১০
হেন শুনি ভকতৰ মনত অসুখ।
ব্ৰাহ্মণীক ধিক্কাৰ কৰন্ত কৰি দুখ ॥
শঙ্কৰে বোলন্ত শুনা ৰাম ৰাম ম্বিতা।
ইহাক লাগিয়া কেহো নকৰিবা চিন্তা ॥৩২১১

আলাইয়া ভকতৰ সঙ্গ যদি হয় ।
আসিয়োক একে কালি দেখিবা নিশ্চয় ॥
এহি বুলি নিয়ম কৰিয়া তেন্তে ৰৈলা ।
ভকতসকলে হৰি কীৰ্ত্তন কৰিলা ॥৩২১২
আনন্দে থাকিলা ভক্তে গুৰুবাক্য ধৰি ।
কৃষ্ণক আৰাধি সবে একচিত্ত কৰি ॥
গঙ্গামায়ে শঙ্কৰক স্বপ্নত দেখিলা ।
আগবাঢ়ি আসিবাক মনে আলোচিলা ॥৩২১৩
আনদিনা প্ৰহৰেক বেলা যেবে ভৈলা ।
হিল দল ভাঙ্গি পাচে খেদি আসি পাইলা ॥
হৰ হৰ কৰি ভূপ বনক কম্পাই ।
গঙ্গাক দেখিয়া ভক্তসবে আছে চাই ॥৩২১৪
চক্ৰাকাৰ কৰি আসি কুণ্ড পাতি ৰৈলা ।
নাপিতক মাতি সবে কামক কৰাইলা ॥
ৰামৰাম গুৰু শঙ্কৰক জগাইলন্ত ।
নিয়ম সংযমে গঙ্গা স্নান কৰিলন্ত ॥৩২১৫
কৰিলন্ত স্নান পাচে সবে ভক্তগণে ।
দান দক্ষিণাক দিলা হৰষিত মনে ॥
স্নান দান যজমানে কৰিলন্ত যেবে ।
নমস্কাৰ কৰি গঙ্গা চলি গৈলা তেবে ॥৩২১৬
শঙ্কৰে হৰিষে যাই গঙ্গা পাৰ ভৈলা ।
অনন্তৰে ক্ৰমে গৈয়া তীৰ্থ প্ৰবেশিলা ॥

কৃষ্ণৰ কীৰ্ত্তন কৰি তীৰতে ৰহিলা।
পৰম আনন্দে সবে নিশাকো যকিলা ॥৩২১৭
নিয়ম কৰিয়া পাচে গৈয়া স্নান কৈলা।
তাত পাচে জগন্নাথ ক্ষেত্রে চলি গৈলা ॥
মুখে ৰামনামক কীৰ্ত্তন সদা কৰে।
কৃষ্ণৰ চৰিত্র লীলা কহন্ত শঙ্কৰে ॥৩২১৮
জগন্নাথে শঙ্কৰক স্বপ্নত দেখিলা।
আগবাঢ়ি আসিবাক পাণ্ডাক পাঞ্চিলা ॥
মনত হৰিষে চলি গৈলন্ত শঙ্কৰ।
পথত পাইলন্ত যেদি পাণ্ডা নিৰন্তৰ ॥৩২১৯
শঙ্কৰক দেখি সবে প্ৰণামিয়া পৰি।
মহাপ্রসাদক সবে দিলন্ত সাদৰি ॥
জগন্নাথ বাৰ্ত্তাক শঙ্কৰে ৰঙ্গমনে।
সুধিলন্ত কথা কহিলন্ত পাণ্ডাগণে ॥৩২২০
মহাপ্রসাদক বসি ভোজন কৰিলা।
আগে পাচে বাদ্য বাই কৌতূহলে গৈলা।
জগন্নাথ দোলে যাই প্ৰবেশ ভৈলন্ত।
সাতবাৰ ফুৰি প্ৰদক্ষিণ কৰিলন্ত ॥৩২২১
জগন্নাথ দৰশন ভৈলা অনন্তৰে।
মনত হৰিষ ভাগ্য মিলিলা শঙ্কৰে ॥
জগন্নাথে ৰঙ্গমনে শঙ্কৰক দেখি।
দুইকো দুই চাহি মুখ নিৰেখি নিৰেখি ॥৩২২২

জগন্নাথে শঙ্কৰক টোপ গোট দিলা ।
আনে নেদেখিলা তাক মাধৱে দেখিলা ॥
দুইকো দুই চাহি কতোবেলি আছিলন্ত ।
ভকতসকলে দেখি আনন্দ কৰন্ত ॥৩২২৩
অনন্তৰে আসি নাট মন্দিৰে বসিলা ।
মহাপ্ৰসাদকো সবে ভোজন কৰিলা ॥
পাণ্ডাগণে শঙ্কৰক প্ৰণাম কৰিলা ।
কৰাইলা ভোজন নিয়া বাসা ঘৰ দিলা ॥৩২২৪
মুখ্য মুখ্য পাণ্ডাসবে শঙ্কৰৰ লগে ।
মনন্ত হৰিষ বাঢ়ি যাই অনুৰাগে ॥
কৃষ্ণ বলভদ্ৰ তান সুভদ্ৰা ভগিনী ।
ৰাত্ৰি দিনে শঙ্কৰৰ ঠাই আসে তিনি ॥৩২২৫
শঙ্কৰে সহিতে কথা কহিয়া থাকন্ত ।
সিসব বৃত্তান্ত ভক্তসবে নজানন্ত ॥
দেখিলন্ত অনন্তৰ বিপৰীত কাম ।
মাধৱত চিকুনত কহিলা বলোৰাম ॥৩২২৬
হেন দেখি মাধৱৰ বিমোহিত মন ।
মনে মনে ৰৈলা চিন্তি গুৰুৰ চৰণ ।
ব্ৰহ্মপুৰাণক চাই শঙ্কৰে কহন্ত ।
যেনমনে জগন্নাথ বেকত ভৈলন্ত ॥৩২২৭
এহিমতে ভৈতে পাচে দিনা পাঞ্চ আছে ।
শুনা ৰামৰাম ভক্তে যেন কৈলা পাচে ॥

মাধৱক বুলিলন্ত কৰযোৰ কৰি ।
কাকুতি কৰয় দুই চৰণন্ত ধৰি ॥৩২২৮
শুনিয়োক বলো দাদা এখনি বচন ।
তুমি আমি আসা সবে যাওঁ বৃন্দাবন ॥
আবোবাৰ বৃন্দাবনে যাইবাক চাহিলো ।
নাপাইলো যাইবাক উলটিয়া গৈলো ॥৩২২৯
ইবেলি যাইবাক মই কৰিছো যতন ।
দিয়ো আশা যাইবো ব্ৰজপুৰ বৃন্দাবন ॥
প্ৰণামিয়া বলো দাদা চৰণন্ত ধৰো ।
আনো যত তীৰ্থক্ষেত্ৰ তাকো আমি কৰো ॥৩২৩০
দেখিবো কৃষ্ণৰ ক্ৰীড়া-স্থান বিতোপন ।
যমুনা কদম্ব দেখিবোহো গোৱৰ্দ্ধন ॥
শঙ্কৰে বোলন্ত ৰামৰায় শুনা তুমি ।
মাধৱে সহিতে আলোচিয়া যাওঁ আমি ॥৩২৩১
হেন শুনি মাধৱৰ নসহিলা মনে ।
ছল ছদ্ম কৰি বাক্য বুলিলা তেখনে ॥
কেনমতে যাওঁ লগে নাই বিত্ত যাত ।
ভাঙ্গি খাইবে নভেলে খুজিবো আমি কাত ॥৩২৩২
হেন শুনি ৰামৰায় বুলিলা তেখন ।
যতখানি লাগেমানে দিবো আমি ধন ॥
মাধৱে বোলন্ত বিত্ত দিবাহা খৰ্চিবো ।
ঘৰে গৈয়া আমি কোন উপায়ে খুজিবো ॥৩২৩৩

হেন শুনি রায় বোলে এরিবোহো আমি।
বৃন্দাবনে যাওঁ চলিয়োক বাপ তুমি॥
শঙ্করে বুলিলা পুত্র মাধৱক চাই।
ভালতো উপায় কহিলন্ত রামরায়॥৩২৩৪
গোকুল মথুরা গোবর্দ্ধন গিরিবর।
মহা মনোরম থান দেখিবা কৃষ্ণর॥
বৃন্দাবন দাস আছে তাহাক দেখিবা।
হুই মুই মোর কথা প্রমাণ করিবা॥৩২৩৫
কেৱল ভক্তিৰ ভাগ কহি আছো আমি।
হোৱে নোহে তাক গৈয়া সুধি চায়ো তুমি॥
মাধৱে বোলন্ত হেন কৈলা কিক স্বামী।
তাকে পুছিবাক লাগি আসি আছো আমি॥৩২৩৬
তোমাৰ কথাত আৰো আছয় সংশয়।
আনত পুছিয়া মন করিবো নিশ্চয়॥
তুমি সর্ব্বসাক্ষী বীজ জগতৰ ধাম।
দৈৱকীনন্দন তুমি সেহি আত্মারাম॥৩২৩৭
কদাচিতো আমি নযাইবোহো বৃন্দাবন।
নিশ্চয় করিয়া কৈলো তোমাত বচন॥
সবাকো শুনাই বুলিলন্ত গন্ড তাৰ।
নযাইবো নযাইবো বুলিলোহো মিষ্ট করি॥৩২৩৮
শঙ্করে বোলন্ত শুনিয়োক রামরায়।
কি করিবো আমি আরো মাধৱ নযায়॥

বৈঠা বিনে শুধা নাৱে কি কৰিয়া জলে।
নপাৰোহো যাইবে মই মাধৱ নগৈলে ॥৩২৩৯
নৌকাৰ সহায় যেন দেখা বৈঠা খানি।
মাধৱ তেহ্নৰ মোৰ কৈলো নিষ্ট বাণী ॥
দিলোহো বিদায় তুমি যায়ো বৃন্দাবন।
নকৰিবা মনে দুখ হুয়োক প্ৰসন্ন ॥৩২৪০
শুনা ৰামৰায় মোৰ বচন কৰিবা।
সাৱধানে যাইবা পথে চৰ্ণত নৰৈবা ॥
দেখিলা সাক্ষাতে তৈতে ডকাইতে লুটিলে।
গায়কো মাৰিবে চাইলা বস্ত্ৰ সবো নিলে ॥৩২৪১
হাক দিলো তভো মোৰ লগত নৰৈলা।
দুখ পাই তুমি তেবে মোক স্মৰিলা ॥
এহি বুলি গুৰু যেবে শিক্ষাবোধ দিলা।
নমস্কাৰ কৰি ৰামৰায় চলি গৈলা ॥৩২৪২
শুনা সভাসদ পদ কথা অনন্তৰে।
জগন্নাথ প্ৰণামিয়া আসিলা শঙ্কৰে ॥
কৃষ্ণৰ কীৰ্ত্তন কৰি ভকতৰ সঙ্গে।
তীৰ্থক্ষেত্ৰ কৰিয়া ফুৰন্ত মন ৰঙ্গে ॥৩২৪৩
চৈতন্য গোসাই গ্ৰামে স্নান কৰিলন্ত।
সেহি পথে আসিয়া তাহাক দেখিলন্ত ॥
দুইতো দুই মুহূৰ্ত্তেক চাহি আছিলন্ত।
সম্ভাষণ নকৰিয়া চলিয়া গৈলন্ত ॥৩২৪৪

তাত পাচে এক দিনা মেঘে ঢাকিছয়।
অন্ধকাৰ কৰি যেন বৃষ্টিক আনয় ॥
হেন দেখি গুণিলন্ত মাধৱে মনত।
অৱনত ভাৱে শঙ্কৰক বুলিলন্ত ॥৩২৪৫
বোলে বাপ শীঘ্রে যাওঁ বৃষ্টিয়ে তিতাইব।
ওচৰত ঘৰ নাই কহিতে চাপিব ॥
হেন শুনি শঙ্কৰে বোলন্ত বৃষ্টি নাই।
কহিলন্ত মাধৱক উপৰক চাই ॥৩২৪৬
মুখে ৰাম নাম গাই এহিমতে যান্ত।
আকাশৰ মেঘ দেখে সবে গুচিলন্ত ॥
সূৰ্য্যৰ প্ৰকাশ ভৈলা ৰৌদ্ৰ দিল পাচে।
তাত অনন্তৰে এহিমতে যান্তে আছে ॥৩২৪৭
বোলে ভাল ভৈলা আৰে বৃষ্টি বাও নাই।
ভকতসকলে হেন কথা কহি যায় ॥
শঙ্কৰ দেৱতা পুনু আকাশক চাইলা।
এক লেশমানে পাচে মেঘক দেখিলা ॥৩২৪৮
বহুতৰ নহে এক চমকায়ে প্ৰায়।
শঙ্কৰত কহিলা মাধৱে পুনু চাই ॥
তান পাচে দেখিলন্ত কুলা খানি মান।
আৰোবাৰ দেখিলন্ত চোতালৰ থান ॥৩২৪৯
বিস্ময় দেখিয়া তাক যাই সবে চাই।
আৰবিলে পাচে চাৰি পুৰাধান ঠাই ॥

শঙ্কৰে বোলন্ত মেঘে যি লাগে কৰিব।
বৃষ্টিজলে আঞ্জি দেখা আমাক তিতাইব ॥৩২৫০
এহিমতে বাত্তে ভৈলা পদ দশ কুৰি।
তাত পাচে আকাশ পেলাইলা সবে জুৰি॥
আনিলেক বৃষ্টি বাত ভাজি ছিল দল।
আধা তিতা ভৈলা সবে ভকতসকল ॥৩২৫১
এক ক্ষেত্রি মহাজন আছে সেহি ঠাই।
আথে বেথে চাপিলন্ত তাৰ ঘৰে যাই॥
চৌৰা গৃহগুটি তাৰ পৰম সুন্দৰ।
যত্ন কৰি বান্ধি আছে আগ চোতালৰ ॥৩২৫২
লিখি আছে শিল্পীসব তাৰ চিত্র কৰে।
তাতে আউজিয়া যাই ৰহিলা শঙ্কৰে॥
সাজি আছে মাত্র সিটো নৱ গৃহ খানি।
থিয় হুইয়া ৰহিলা শঙ্কৰে হেন জানি ॥৩২৫৩
মুধাৰ শিৰত তাৰ আউজিয়া যাই।
চিত্তভলা খুটি দয় । মালাক জপায়॥
চতুৰ্ভিতি ভকতসকলে বেঢ়ি আছে।
শুনিয়োক যেন কথা ভৈলা তাত পাচে ॥৩২৫৪
সেহি ঘৰে আছে ঝিটো বিত্তোপন নাৰী।
ৰূপে গুণে ধৈৰ্য্য সিটো মহা সুকুমাৰী॥
গাৱে মুখ ঢাকি সবে বস্ত্র আৰ দিয়া।
শঙ্কৰক দেখি তাই আছে নৰেখিয়া ॥৩২৫৫

মস্তকৰ পৰা নখ চৰণ পৰ্য্যন্তে।
একচিত্ত কৰি ৰূপ বৰ্ণাইলা সমস্তে ॥
মহাজ্ঞানীগণে যেন যোগ ধ্যান কৰি।
ঈশ্বৰক আৰাধিয়া একচিত্ত কৰি ॥৩২৫৬
সেহি ভাৱে শঙ্কৰত নিমজ্জিল মন।
নিৰেখিয়া আছে চাই ছুখানি চৰণ ॥
মনত বোলয় এৰা দৈৱকী তনয়।
মোক উপকাৰে আইলা জানিলো নিশ্চয় ॥৩২৫৭
মাধৱক আদি কৰি যতেক মহন্ত।
কাণা কাণি কৰি কথা সবেয়ো কহন্ত ॥
আনো ভক্ত যতেক বোলয় ৰামৰাম।
বোলে জানিলোহো এইক পৰশিলে কাম ॥৩২৫৮
মোহ ভৈলা শঙ্কৰক দেখি নাৰীবৰ।
কি কাৰণে আসি এইৰ চাপিলোহো ঘৰ।
এইৰ গৃহে যদি ৰাত্ৰি ৰহি ৰহা যাই।
সমূলি পূৰিবে জানো ৰক্ষা আৰ নাই ॥৩২৫৯
ভকতসকলে যেবে এহি বুলি আছে।
জানুপাৰি নমস্কাৰ কৈলা তাই পাচে ॥
পাঙ্গোটা ৰূপ এক টোপ বস্ত্ৰ দিলা।
সবাৰে আগতে পৰি কাকুতি বিনাইলা ॥৩২৬০
কোনোবা জন্মৰ মোৰ আছে মহাভাগ।
তাতেসে তোমাক সেৱিবাক পাইলো লাগ ॥

কিনো দুৰ্ভাগিনী মই কি কাম কৰিলো।
তোমাসাক আজি মই ৰাখিবে নপাইলো ॥৩২৬১
অভাগীয়া খচম নাহিকে মোৰ ঘৰে।
এহি বুলি নাৰীগোটে উৎপাত কৰে ॥
কৰিলন্ত স্তুতি নতি পৰি ভক্তিভাৱে।
জানু পাৰি প্ৰণামিলা শঙ্কৰৰ পাৱে ॥৩২৬২
কৃতাঞ্জলি কৰি অৱনত ভাৱে বৈলা।
ভক্তসমে শঙ্কৰ দেৱতা চলি গৈলা ॥
শুনা সভাসদ পদ ইটো কথা থওঁ।
যিটো আসি নাৰী ভৈলা তাৰ কথা কওঁ ॥৩২৬৩
কংস বধিবাক কৃষ্ণে যি বেলা গৈলন্ত।
মথুৰাত ৰাই ৰজে প্ৰবেশ ভৈলন্ত ॥
গৃহত চৰিয়া যত গোপী নিৰন্তৰ।
মোহ হুয়া ৰূপ চাৱে ৰাম মাধৱৰ ॥৩২৬৪
তাহাৰ মধ্যত এহে গোপী মুখ্যতম।
নভৈল ভকতি পুনু লভিল জনম ॥
যাতো পূৰ্ণব্ৰহ্ম কৃষ্ণ জগতৰ পতি।
তাঙ্ক দৰশনে তাই লভিলা মুকুতি ॥৩২৬৫
সেহি সাধনাৰ ফলে আসিয়া ইবাৰ।
বৈকুণ্ঠক যাইবে সংসাৰৰ পাই পাৰ ॥
সিসৱ কথাক গুৰু জানন্ত সকলে।
বোলে মই তান গৃহ পশো কোন ছলে ॥৩২৬৬

আগে একবার গুরু মনত করিলা।
দণ্ড চারি বেলি বাট অন্তরে আছিলা॥
আলোচিলা মনে মনে বিমরিষি চাই।
শঙ্করে বোলন্ত কদাচিত্তো বৃষ্টি নাই॥৩২৬৭
হেন শুনি দশোদিশে গৈলা মেঘগণ।
পরিল প্রকাশ ভৈলা সূর্য্যর কিরণ॥
যেবে দেখা দেখি আসি ভৈলা তার ঘর।
উপরক তের করি চাহিলা শঙ্কর॥৩২৬৮
পুনু শঙ্করর মেঘে অনুমতি পাই।
আনিলেক বৃষ্টি পাচে পৃথিবী কম্পাই॥
বাত-বৃষ্টি নভৈলে চাপিবো কোন কাজে।
আছে কোন মিত্র মোর ভকতন্ত বাজে॥৩২৬৯
হেন ছলে ভকতর সাধা প্রভু পতি।
দৈবকীনন্দন তেন্তে জানিলো সম্প্রতি॥
রাম কৃষ্ণ নাম মুখে ভক্তসবে গায়।
পরম আনন্দ করি এহিমতে যায়॥৩২৭০
শুনা সাধুসব ইটো কথা নিরন্তরে।
তাত পাচে এক ঠাই রহিলা শঙ্করে॥
আছয় গৃহস্থ এক নামত সজ্জন।
চাপিলা তাহার ঠাই সবে মহাজন॥৩২৭১
আগে এক সন্ন্যাসী রহিছা তার ঘরে।
তাহার পাচত যাই রহিলা শঙ্করে॥

গীত পৰে ভট্টিমাক গাইলন্ত সন্ন্যাসী।
অছিলন্ত শুনি বসি শঙ্কৰে হৰিষি ॥৩২৭২
নাম গুণ গাই যেৱে সন্ন্যাসী ৰহিলা।
তাতো পাচে শুনা আৰো যেন কথা ভৈলা ॥
নেদেখয় আছে তাক বেৰাৰ ভিতৰে।
মাধৱক চাই তেৱে বুলিলা শঙ্কৰে ॥৩২৭৩
সন্ন্যাসীয়ো দেখে গীত ভট্টিমা বুলিলা।
আমাথেৰে ভট্টিমা কহিত লুকাই থৈলা ॥
হেন শুনি মাধৱৰ উল্লাসিত মন।
মহাৰঙ্গে ভট্টিমাক বুলিলা তেখন ॥৩২৭৪
অমৃতৰ স্বৰ যেন মাধৱৰ বাণী।
পৰিলা প্ৰশংসা সন্ন্যাসীয়ে মনে জানি ॥
থৰমত ভৰি দিয়া ওলাই আসিলা।
কেমন বৈষ্ণৱ বুলি ভেৰ কৰি চাইলা ॥৩২৭৫
উলটিয়া যাই পুনু শয্যাত বসিলা।
ভকুৰ আৰত শঙ্কৰক নেদেখিলা ॥
অনন্তৰে ৰজনী পুহাইলা আসি যেৱে।
শঙ্কৰো শয্যাৰ উঠি বসিলন্ত তেৱে ॥৩২৭৬
সন্ন্যাসীয়ে হেন দেখি শয্যাৰ উঠিলা।
শঙ্কৰক দেখো বুলি আগবাঢ়ি চাইলা ॥
যেন সুৰৰাজ বসি আছন্ত শঙ্কৰ।
দেখিলা সন্ন্যাসী যেন আভাস চন্দ্ৰৰ ॥৩২৭৭

মহন্ত পুৰুষ দেখি চাহিয়া আছয় ।
লাগিল ধিয়ান আন ভিতি নচাৱয় ॥
মনত বোলয় কিনো তেজৰ প্ৰভাৱ ।
স্ৰৱে নয়নৰ নীৰ শিহৰিল গাৱ ॥৩২৭৮
অনন্তৰে নমস্কাৰ কৰিলা চৰণে ।
শঙ্কৰে বোলন্ত শুনি বসিয়ো আসনে ॥
হেন শুনি সন্ন্যাসী বসিলা অনন্তৰে ।
কৈত থাকা বুলি কথা সুধিলা শঙ্কৰে ॥৩২৭৯
হেন শুনি সন্ন্যাসী দিলন্ত প্ৰত্যুত্তৰ ।
কহিবোহো কথা আমি শুনিয়ো শঙ্কৰ ।
দেখিলোহো তোমাক মই ইষ্ট পদ্মফুল ।
ৰূপ সনাতন হন্ত আমাৰ মাতুল ॥৩২৮০
তযু গুণ নাম আগে আছো শুনি ।
মোৰ ভাগ্য আছে দেখা দিলাহা আপুনি ॥
কৰিলোহো অপৰাধ ক্ষমিয়োক তাক ।
পৰম প্ৰসাদ বাপ দিয়োক আমাক ॥৩২৮১
কেৱল ভক্তিক মৰ্ম্ম কহিয়া আছয় ।
তযু মুখে পাইলো আমি গুচিল সংশয় ॥
শঙ্কৰে কহিলা পাছে সন্ন্যাসীক চাই ।
ভকতিৰ সাধন সৎসঙ্গ বিনে পাই ॥৩২৮২
কেৱল ভক্তিৰ ভাগ ভকত পীৰিতি ।
এহি মূল কাৰণক জানিবা সম্প্ৰতি ॥

হেন শুনি সন্ন্যাসী চৰণে প্ৰণামিলা।
দুইজন পাণ্ডালোকে নমস্কাৰ কৈলা ॥৩২৮৩
সন্ন্যাসীসকল যেবে এহিমানে গৈলা।
তাহাৰ সাধন কহো পূৰ্ব্বে যেন ভৈলা॥
পৰম ঈশ্বৰ কৃষ্ণ দৈৱকী নন্দন।
কংস বধিবাক গৈলা কৰি যেবে মন॥৩২৮৪
পথত যাহন্তে পাইলা বাণিজাৰগণ।
পূজিলা কৃষ্ণৰ পাৱে দিয়া বস্ত্ৰ দান॥
দেখিয়োক কেন হৰি ভকতিৰ বল।
কৃষ্ণৰ সেৱাৰ দেখা অবিনাশী ফল॥৩২৮৫
পূৰ্ণব্ৰহ্ম ঈশ্বৰক পূজি আছে যিবা।
শঙ্কৰ স্বৰূপে হৰি তাকে মোক্ষ দিবা॥
দেখা দেখা কেন তান লীলা বিপৰীত।
ভকত জনৰ সৰ্ব্বকালে চিন্তা হিত॥৩২৮৬
তাহান মহিমা পাইবে কাহাৰ শকতি।
জানিবো কেমনে তাক মই অল্পমতি॥
যাৰ মায়া বিভৱৰ নাই আদি অন্ত।
দৈৱকীনন্দন দেৱ হেন ভগৱন্ত॥৩২৮৭
আদি অন্ত নাই যাৰ অদ্ভুত মহিমা॥
তাহান চৰিত্ৰ কহি কোনে পাইবে সীমা।
স্বস্বৰূপে অৱতাৰ ভৈলা কৃষ্ণ আসি।
নিস্তাৰিবা লোক গুণ নামক প্ৰকাশি॥৩২৮৮

আপুনাৰ মহিমাক আপুনিসে জানে।
বিপৰীত লীলা তাক নজানয় আনে॥
এতেকে জানিয়া লৈলো চৰণে শৰণ।
মোৰ মায়াপাশ দূৰ কৰা নাৰায়ণ॥৩২৮৯
গুৰুৰ চৰিত্ৰ লীলা অমৃত সাগৰ।
মহাপাপ বিমোচন কৰিবে লোকৰ॥
কৰ্ণভৰি পিয়া আক একচিত্ত কৰি।
গুৰুপদপঙ্কজক হৃদয়ত ধৰি॥৩২৯০
পৰম ৰহস্য গুৰুলীলা বিতোপন।
শুনা কৰ্ণভৰি একচিত্ত কৰি মন॥
গুৰু বিনে সংসাৰত আনগতি নাই।
তথাপি পামৰ নভজোহো আখি খাই॥৩২৯১
শঙ্কৰ মাধৱ দুইকো হৃদয়ত ধৰি।
শ্ৰৱণ কীৰ্ত্তন কৰা এক চিত্ত কৰি॥
কহে ৰামচৰণে অজ্ঞানী মন্দমতি।
বোলা ৰাম ৰাম হৌক গুৰুপদে গতি॥৩২৯২

---

## লেছাৰি

গৈলন্ত শঙ্কৰ জবি ৰঙ্গে ভকতসৱক লৈয়া সঙ্গে
মুখে ৰামনাম কৃষ্ণৰ কীৰ্ত্তন গাই।
এক গৃহস্থৰ ঘৰ পাই ভিতৰ দেশতে ৰৈলা যাই
পৰম আনন্দে হৰিষৰ সীমা নাই॥

শুনা যেন তৈত কৰিলন্ত     ৰামৰাম গুৰু মহা সন্ত
কৃষ্ণৰ প্ৰতিমা নিতে নিতে পূজা কৰে।
একদিনা বৰ বেলি ভৈলা     দেখিয়া মাধৱে কথা কৈলা
শঙ্কৰে শুনিয়া বুলিলন্ত অনন্তৰে ॥৩২১৩
পঢ়ায় এক বিপ্ৰে ছাত্ৰ তথা     ছুইকো চাই কৈল চাই কথা
ওজ সোজ গীত কৰিলন্ত তেতিক্ষণে।
শুনি ৰামৰাম মহামতি     বুলিলন্ত পাচে কৰি নতি
বোধ পাইলো বুলি প্ৰণামি ছুই চৰণে ॥
আন কাল কৃষ্ণ পূজিবোহো     নিমিত্ত কৰিয়া বুলিলোহো
পথ ঘাটি যেন নহয় ভক্তসবৰ।
শঙ্কৰে বোলন্ত শুনা মিতা     নকৰিবা মনে কিছো চিন্তা
কহিলো আসয় জানা আন পণ্ডিতৰ ॥৩২১৪
নৱ দেশী মহা বিপ্ৰবৰ     গীত কথা শুনি শঙ্কৰক
মনক নিশ্চয় কৰিবাক নোৱাৰিলা।
এহিমতে আছে কতো বেলা     আপুন থানত বিপ্ৰে বৈলা
মনত সন্তোষে শঙ্কৰো উঠিয়া গৈলা ॥
তৈৰ পৰা ঘৰে গৈলা লৰি     নদীতীৰে বৈলা ৰঙ্গ কৰি
আত অনন্তৰে শুনা কথা যেন ভৈলা।
বেচা কিনা সবে কৰি আনি     ভুঞ্জিলন্ত সবে অন্ন-পানী
বসি আছে গুৰু কৃষ্ণকথা কৈৰে লৈলা ॥৩২১৫
মহা কালান্তক ৰূপ ধৰি     চাৰি গোটা দৈত্যে ক্ৰোধ কৰি
সবাৰো আগতে উপসন ভৈলা আসি।

দেখি কতো ভক্ত ভৈলা ভয় ৷ ৷ ৷ ৷ ৷ ৷ ৷ ৷ ৷ ৷ ৷

দেখি কতো ভক্ত ভৈলা ভয়     বাম কৃষ্ণ নাম সুমবয়
শঙ্কবে দেখিয়া বুলিলন্ত হাসি হাসি ॥
হাততালি বাই দিয়া গেবি  বোলে ঝাণ্টে নাম ধব বেঢ়ি
আপুনি পলাই যাইবে ইটো এতিক্ষণে।
পায় অঙ্গাবব বর্ণসাব     দেখি আতি মহা চমৎকাব
তেতিক্ষণে নাম ধবিলন্ত ভক্তগণে ॥৩২৯৬
তেখনে অদৃশ্য ভৈলা দৈত্য   বোলে ভকতব ভয় কৈত
দেখিলা সাক্ষাতে দৈত্য ভৈলা বুন্দামাব।
সমস্তে ভয়ত বক্ষা কবি    লৈলা কৃষ্ণে নিজদাস কবি
বৈকুণ্ঠক যাইবা পাইবা সংসাবব পাব ॥
মন ইন্দ্রিয়ব বৃত্তি যত     দেখিয়োক নাম সপোনত
দৈত্য মায়া ইটো যেহতে সবে দেখিয়ো।
কৃষ্ণব চবণে দিয়া চিত্ত     ভকতব প্রীতি মূল বিত্ত
মহাভাগবত শাস্ত্রতে বিচাবি লৈয়ো ॥৩২৯৭
হেন জানি সবে ভক্তি ধবা    কৃষ্ণপাবে মন দৃঢ় কবা
ইন্দ্রিয় দৈত্যক নিয়মিয়া হেব জানি।
হেন শিক্ষা বোধ দিলা যেবে   সুখে নিদ্রা কবি বৈলা তেবে
থাকিলন্ত সবে শঙ্কবব শুনি বাণী ॥
ভকতসবক লঙ্গে লৈয়া      গয়াব পথক এবি গৈয়া
আউব দিনা তেবে এক গ্রামে বৈলা যাই।
ফুলত কায়স্থ এক ঘব      আছে এক মহাবীবব
সজ্জন জানিয়া বৈলা তাব ঘবে যাই ॥৩২৯৮

গৃহস্থে দেখিয়া মহাতুষ্টি শঙ্করক সেৱা কৈলা উঠি
কৃতাঞ্জলি করি আগবাঢ়ি চৰণত।
মহন্ত পুৰুষ দেখি বৰ আনন্দ অপাৰ গৃহস্থৰ
সবাৰো কৌতুক ভাৰ্য্যা পুত্ৰ আছে যত ॥
পুনু কৃতাঞ্জলি বুলিলন্ত শঙ্কৰদেৱৰ চৰণত
সবে দ্ৰব্য দিবো নিকিনিবা কাৰো ঠাই।
দধি দুগ্ধ ঘৃত চাউল ডালি দিবো দুই সন্ধ্যা আনি কালি
নমস্কাৰ করি বুলিলা দুনাই দুনাই ॥৩২৯৯
পাচে সবে দ্ৰব্য দিলা আনি হাতযোৰ করি মহামানী
নম্ৰ ভাব হুয়া অৱনত করি কায়।
দেখি সবে ভক্ত তুষ্ট ভৈলা ভুঞ্জি খাই সুখে ৰঙ্গে ৰৈলা
ৰঞ্জিলন্ত ৰাত্ৰি কৃষ্ণৰ কীৰ্ত্তন গাই ॥
শঙ্কৰৰ মুখে কৃষ্ণকথা শুনিলা গৃহস্থো বসি তথা
মনত বোলন্ত কৃতকৃত্য আৰে ভৈলো।
যেন অমৃতৰ নদীবৰ বহি যাই মুখে শঙ্কৰৰ
বোলে আমি কোটি পুৰুষ উদ্ধাৰ কৈলো ॥৩৩০০
কোনেবা জন্মৰ আছে ভাগ্য তাতে মহন্তকো পাইলো লাগ
পিতৃ-মাতৃ ভ্ৰাতৃ সবাৰে আনন্দ আতি।
আউৰদিনা তেবে খাই দাই শঙ্কৰে তাহাৰ মুখ চাই
তাক ততিক্ষণে আগত বৈসাইলা মাতি ॥
দুই সন্ধ্যা অন্ন ভুঞ্জাইলাহা কত কড়ি লাগে মোক কহা
বুলিলা শঙ্কৰ মধুৰ বচনে তাক।

হেন বাক্য শুনি বুলিলন্ত দণ্ডবতে আগে পৰিলন্ত
নমস্কাৰ কৰি পুনু বুলিলন্ত বাক ॥৩৩০১
কহিলন্ত পাচে প্ৰেমভাৱে দুই হাতযোৰ কৰি পাৱে
নলাগয় কড়ি বুলিলো নিশ্চয় আমি।
সব পৰিয়ালে আলোচিলো নিষ্ঠ কৰি বাপ কথা কৈলো
ঈশ্বৰ পুৰুষ পৰম মহন্ত তুমি॥
এক ৰূপীয়াৰ দ্ৰব্য জানি ভাগিল জানিয়া মনে মানি
কিছো সুবুলিয়া নমস্কাৰ কৰি ৰৈল।
আকো এক টঙ্কা দিলা আনি মনে মনে গৈয়া মহামানী
বলোৰাম ভক্তে হাত পাতি তাক লৈলা ॥৩৩০২
বোলে আজি বৈত বৈবা যাই ভুজিবাহা অন্ন সবে ভজাই
আশীৰ্ব্বাদ মোক কৰিবা সবে ভকন্তে।
কোটি জনমৰ পাপ যত তেতিক্ষণে মোৰ হৈবা হত
তোমাসাৰ সঙ্গ পাইবো গৈয়া অব্যাহতে॥
তাঙ্ক সম্বোধিয়া চলি গৈলা এক নগৰত গৈয়া ৰৈলা
হৰিগুণ নাম সদায় কীৰ্ত্তন মুখে।
সেহি টঙ্কাগুটি ভজাই আনি ভুজি সবে পাচে অন্ন পানী
গুৰুক প্ৰণামি ৰহিলন্ত মন সুখে॥৩৩০৩
শঙ্কৰে কহিলা কৃষ্ণকথা শুনিলন্ত বসি সবে তথা
আত অনন্তৰে শুনা কথা যেন ভৈলা।
শঙ্কৰে বোলন্ত শুনিয়োক বলোৰাম মোত কহিয়োক
কাৰ কড়ি দিয়া বেহানি তুমি আনিলা॥

শুনি বলোৰাম মহামতি কহিবে লৈলন্ত পৰিপাটি
বোলে মোৰ হাতে দিয়া আছে সিটো কড়ি।
আনিলো ভজাই কিনি তাক কহিলো হেন বাপ সত্যবাক
এহিবুলি বৈলা চৰণে প্ৰণাম কৰি ॥৩৩০৪
হেন শুনি গুৰু বঙ্গ ভৈল সবাৰে আগন্তে প্ৰশংসিল
বোলে ধন্য ধন্য অৰ্থবো সফল তাৰ।
ভৈল ভাগ্যোদয় তাৰো দেখা গুচিল তাহাৰ জন্ম লেখা
নিষ্টে জানা সিটো সংসাৰৰ ভৈলা পাৰ ॥
হেন শুনি মাধৱ প্ৰেমভাৱে সুধিলন্ত ধৰি দুই পাৱে
তাহাৰ সাধন আছয় কোন জন্মৰ।
যদি দয়া আছে মোত কয়ো চৰণত দাস কৰি লৈয়ো
হাতযোৰ কৰি মাধৱে কৰে কাতৰ ॥৩৩০৫
হেন বাক্য শুনিলন্ত যেবে শঙ্কৰে কহিবে লৈলা তেবে
পৰম কৌতুকে মনত আতি কৰিয়া।
শুনিয়োক তাৰ গুণনাম সুদামাৰ নাতি অনুপাম
কৃষ্ণপায়ে ইটো মালাক আছে অৰ্পিয়া ॥
দিয়া আছে তাক কৃষ্ণে বৰ তাতেসে ঢুকিলো তাৰ ঘৰ
এহি বুলি গুৰু কহিলা ভকতৰ আগে।
প্ৰেমে নীৰ ঝৰে ভকতৰ এহিবাক্য শুনি শঙ্কৰৰ
নমিলন্ত পৰি চৰণত অনুৰাগে ॥৩৩০৬
শুনা সভাসদ নিৰন্তৰ ইটো যশ লীলা শঙ্কৰৰ
কৰ্ণভৰি পান কৰা আক প্ৰতিনিত।

বোলো হেৰা মই মুঢ়মতি কৰা সবে আত্ত দৃঢ়মতি
সংসাৰ সাগৰ তৰিবা যেবে কলিত ॥
নমো নমো পদপঙ্কজত শঙ্কৰদেৱৰ চৰণত
কৰো হেৰা আমি সহস্ৰ কোটি প্ৰণাম।
ভকতৰ সঙ্গ সদা হৌক এহি অনুগ্ৰহ কৰা মোক
কৰোহো কাকুতি পূৰিয়ো মনৰ কাম ॥৩৩০৭
দিয়া প্ৰভু মোক এহি দান কৰা গুৰু মোক পৰিত্ৰাণ
মই জ্ঞানশূন্য নাজানো স্তুতি ভকতি।
গৃহ অন্ধকূপে পৰিলোহো সমূলক্কে পাপী তল গৈলো
কৰোহো কাকুতি উদ্ধাৰা মোক সম্প্ৰতি।
নমো নমো হৃদি পঙ্কজত মোৰ মন তযু চৰণত
কৰা কৃপা নাথ মজিয়া মোৰ থাকোক।
কৰা অনুগ্ৰহ দেৱ হৰি বোলো দান্তে তৃণ ধৰ ধৰি
ৰাম ৰাম বোলা পুৰুষ উদ্ধাৰ হৌক ॥ ৩৩০৮

পদ

এহিমতে ভ্ৰমন্ত শঙ্কৰ মহামতি।
হেন ভাবে তীৰ্থক্ষেত্ৰ কৰন্ত সম্প্ৰতি ॥
শুনা সভাসদ কথা আত আনন্তৰে।
তৈৰপৰা লৰি যেবে গৈলন্ত শঙ্কৰে ॥৩৩০৯

বহিলন্ত গৈয়া তেবে এক নগবত।
বলবাম আতৈক শঙ্কবে বুলিলন্ত॥
কড়ি তোলা বৃত্তি সবে এবিয়োক জানি।
শুনা এক কথা আমি কহো মহামানী॥৩৩১০
নিতে একোজনে এক কপীয়াক দিবা।
সেহি গৃহস্থব মতে দ্রব্যক কিনিবা॥
সবাকো শুনাই কথা কহিলা শঙ্কবে।
এহি বুলি বৈলা এক সজ্জনব ঘবে॥৩৩১১
কৃষ্ণকথা কৈলা তথা আনন্দিত মনে।
ভুঞ্জিলন্ত অন্ন-পানী সবে ভক্তগণে॥
পবম আনন্দে বৈলা হবিগুণ গাই।
আবো এক সন্ন্যাসী বহি আছে সেহি ঠাই॥৩৩১২
শঙ্কবক দেখিয়া সন্ন্যাসী মহামানী।
হাতযোবে নমিলা বৈষ্ণব হেন জানি॥
পবম গহীন আতি সুশীতল ভাৱ।
সন্ন্যাসীব হবিষে পুলক সর্ব্বগাৱ॥৩৩১৩
পবম প্রেমত আনন্দব পাব নাই।
কবযোব কবি নীব নেত্রব বজাই॥
তুমি হেন বৈষ্ণৱক দবশন ভৈলো।
সন্ন্যাসী বোলন্ত জন্ম সফল কবিলো॥৩৩১৪
কহিয়োক বাপ মোক তযু গুণনাম।
কৈব পবা আসিছা থাকিছা কোন গ্রাম।

এহি বুলি ৰহিলন্ত কৃতাঞ্জলি কৰি।
শুনিয়া কহিবে লৈলা শঙ্কৰ শ্ৰীহৰি ॥৩৩১৫
সন্ন্যাসীক বোলে বাপু শুনা মোৰ কথা।
উদয় ৰাজ্যত আমি জন্মিলোহো তথা ॥
আসি আছো তীৰ্থক্ষেত্ৰ কৰিবাক লাগি।
পাইলা পিতৃ আমাক হৰত বৰ মাগি ॥৩৩১৬
আগগুৰি কথা সন্ন্যাসীক কহিলন্ত ॥
শুনিয়া সন্তোষ ভৈলা সন্ন্যাসী মহন্ত ॥
আশীৰ্বিধ নৱবিধ ভকতি কহিলা।
কেৱল ভক্তিক পুনু সন্ন্যাসী সুধিলা ॥৩৩১৭
শঙ্কৰে বুলিলা সন্ন্যাসীক হেন শুনি।
কেৱল ভক্তিক দেখো কহিলা আপুনি ॥
সন্ন্যাসীৰ মতে কি কাৰণে ফুৰা তুমি।
তোমাৰ বৃত্তান্ত কথা কহা শুনো আমি ॥৩৩১৮
হেন শুনি প্ৰত্যুত্তৰ দিলন্ত সন্ন্যাসী।
দেখিয়োক বাপ আমি সুহিকা সন্ন্যাসী ॥
কেৱল ভক্তিৰ কাজ কাৰণ কহিলা।
শুনিয়া শঙ্কৰে বৰ আনন্দ লভিলা ॥৩৩১৯
পিতৃ-মাতৃ জন্মথান কহিলন্ত কথা ॥
যেনমতে তীৰ্থক্ষেত্ৰ কৰি ফুৰে তথা ॥
এহিমতে ৰাত্ৰি যেবে তিনিপৰ গৈলা।
এক প্ৰহৰৰ নিশা শয়ন কৰিলা ॥৩৩২০

পৰম অমৃত কৃষ্ণকথা ৰসচয় ।
কৰ্ণভৰি পিয়ে কথা শঙ্কৰে কহুয় ॥
পুহাইলা ৰজনী যেবে আসি অনন্তৰে ।
প্ৰভাত ভৈলেক জানি উঠিলা সত্বৰে ॥৩৩২১
সন্ন্যাসী হৰিযে যাই প্ৰণাম কৰিলা ।
খাই দাই মনৰঙ্গে শঙ্কৰে চলিলা ॥
শুনা সভাসদ আৰে ইটো কথা খণ্ডঁ ।
সন্ন্যাসীৰ সাধন শুনিয়ো কিছু কওঁ ॥৩৩২২
দণ্ডকাৰণ্যত আছা ৰাম কৃপাময় ।
লঙ্কাৰ ৰাক্ষস তাত অনেক আছয় ॥
যিবা শাক অন্ন ৰাম লক্ষ্মণে ভুঞ্জয় ।
সীতাদেৱী যাই পাত চুৰা ফেলাৱয় ॥৩৩২৩
মাল্যৱন্তে দেখি ঢোণ্ডা কাক হৈয়া যাই ।
ত্ৰিজটা সহিতে যাই ছুইয়ো চুৰা খাই ॥
হেনয় সাধন আৰ আছয় পূৰ্ব্বৰ ।
পৰম প্ৰসাদ খাই আছয় ৰামৰ ॥৩৩২৪
এতেকে জানিবা ইটো মহাভাগ্যৱন্ত ।
তাতে শঙ্কৰক পাইলা সন্ন্যাসী মহন্ত ॥
অল্প সাধুসেৱা মাত্ৰ ভৈলা নাৰদৰ ।
প্ৰিয়তম ভক্ত তেন্তে ভৈলাহা কৃষ্ণৰ ॥৩৩২৫
দেখিয়োক সাক্ষী আৰ আছে ঠাই ঠাই ।
তৰি আছে ভকতিৰ বাসনাক পাই ॥

বৈষ্ণৱৰ সেৱাৰ অন্তবো নাহি জানি।
ভাগৱত শাস্ত্রে কহে আছে বেদবাণী ॥৩৩২৬
শুনা সভাসদ কথা আত অনন্তৰে।
আসি নানা নগৰক গৈলন্ত শঙ্কৰে ॥
কবীৰৰ মঠ তথা চাহিবাক মনে।
পৰম হৰিষে গৈলা সবে মহাজনে ॥৩৩২৭
কবীৰৰ জীৱ ঘৰে নাতিনী আছয়।
যতৰত সূতা কাটে মুখে নাম গায় ॥
শঙ্কৰক দেখি আগবাঢ়ি উঠি যাই।
গদ গদ বাক্যে সবে পুলকিতে চাই ॥৩৩২৮
বোলে আজি কিনো মোৰ পুৰুষৰ ভাগ।
তাতেসে গৃহতে মহন্তক পাইলো লাগ ॥
মোৰ গৃহাগত আজি ভৈলন্ত বৈষ্ণৱ।
এহি বুলি কৰে আতি আনন্দ উৎসৱ ॥৩৩২৯
গৃহ শৰীৰকো মোৰ কৰিলা পৱিত্র।
মহন্তৰ দৰশনে ভৈলো কৃতকৃত্য ॥
সমস্ত ভক্তৰ আগে প্রণামিলা পৰি।
বুলিলা বিনয় বাণী কৃতাঞ্জলি কৰি ॥৩৩৩০
কি কাৰণে আইলা মই পাপিনীৰ ঠাই।
অভাগিয়া খচম ঘৰত আজি নাই ॥
শঙ্কৰে বোলন্ত শুনিয়োক জীয়া তই।
কবীৰৰ চৰিত্রক কহ শুনো মই ॥৩৩৩১

হেন শুনি ভোৰছি বোলন্ত শুনা স্বামী।
তাহান চৰিত্ৰ কথা কহো শুনা আমি॥
পৰে ঘৰখানি তাৰ ভাগি ছিগি গৈল।
হেন দেখি মাতৃ তাক সাজিতে লাগিল॥৩৩৩২
খেৰ কাটিবাক গৈল কাচিখান লই।
উলুৰ কাষৰ পাই বসিলন্ত গই॥
ৰভাহৰ বেগ লাগি উলু হালে জালে।
চক্ষু বলাই চাই তাক কবীৰে দেখিলে॥৩৩৩৩
বোলে মোক ডৰে ইটো পলাইবে নোৱাৰি।
ঠাইতে কাম্পয় ইটো গাৰক জহ্বাৰি॥
তৈতে বসিলন্ত পাচে কৰি একচিত্ত।
কৃষ্ণপায়ে দিয়া মন ধৰিলন্ত গীত॥৩৩৩৪
কৃষ্ণ যশ লীলা গুণ বৰ্ণাই বৰ্ণাই।
আছিলন্ত দিনগোট কান্দি গীত গাই॥
ঈশ্বৰ কৃষ্ণৰ দেখি দয়া উপজিল।
কবীৰৰ মূৰ্ত্তি ধৰি গৃহক সাজিল॥৩৩৩৫
গধূলি সময় পাচে গৃহক আসিলা।
বান্ধা ঘৰখানি দেখি বিস্ময় মানিলা॥
সুধিলন্ত কথা পাচে মাতৃমুখ চাই।
কোনে ঘৰ সাজিলে কহিয়ো মোত আই॥৩৩৩৬
হেন শুনি মাতৃ মুখ চাই কবীৰৰ।
বোলে এতিক্ষণে তুমি সাজিলাহা ঘৰ॥

মোত কিকাৰণে তুমি তাক পোধা আসি।
পুত্ৰ মুখ চাই কহিলন্ত হাসি হাসি ॥৩৩৩৭
হেন শুনি কবীৰৰ প্ৰেম উপজিল।
মাটিত বাগৰি পৰি কান্দিবে লাগিল॥
কৃষ্ণ কৃষ্ণ বুলি কতো হাসে হাত তুলি।
গেৰি পাৰি কান্দে বাৰে কৃষ্ণ কৃষ্ণ বুলি ॥৩৩৩৮
কৃষ্ণ ভাৱনাতে মন মজি থাকে পৰি।
প্ৰেমৰ ভৰত মন লোৱে ডাক ছাৰি॥
কতোবেলা মাতৃ কটি ভাজি আনি দেই।
কুৰ্ত্তা হুয়া ঈশ্বৰে হাতভে আসি খাই ॥৩৩৩৯
হেন দেখি মাতৃ কুত্তা মাৰিবাক যাই।
কবীৰে বোলন্ত কুত্তা নামাৰিবা আই॥
কুকুৰ স্বৰূপে এন্তে নন্দৰ তনয়।
এহি বুলি পাৱে পৰি মাথে ধূলা লয় ॥৩৩৪০
কুকুৰ সাৱটি আলিঙ্গিয়া গলে বান্ধি।
কৃষ্ণক বৰ্ণাই গীত গাই কান্দি কান্দি॥
একজাৰি মধুবন কবীৰে কইলন্ত।
কপিলা স্বৰূপে হৰি তাহাক খাইলন্ত ॥৩৩৪১
হাতে হেম্পাচিয়া আক খেদাইবে লাগিল।
হাত দিল মাত্ৰে পৰি কপিলা মৰিল॥
হেন দেখি কবীৰৰ ধাতু গৈলা উৰি।
খোচমোচ হুয়া বৈলা কপিলাৰ গুৰি ॥৩৩৪২

গুহক আসিলা কৈবৰ্ত্ত অনন্তৰে।
কিবা কৈলো বুলিয়া মনত দুখ কৰে॥
বোলে কি কাৰণে হেন বিষয় কৰিলো।
সুবৰ্ণৰ কাড় কৰি কাকক হানিলো॥৩৩৪৩
ছাইৰ অৰ্থে পুৰিলোহো মলয়া চন্দন।
গজ হস্তী যাই আগে নকৰিলো মন॥
গৃহাশ্ৰম বিষয়ত কোনে হোৱে থিৰ।
এহি বুলি খেদ বৰ কৰন্ত কবীৰ॥৩৩৪৪
যিটো জনে বোলে ভৈলো গৃহতে উদাস।
জানিবাহা ভৈলোহো দাসৰো মই দাস॥
হেন অনুতাপ কৰি কতোবেলি আছে।
মায়াৰী কপিলা হৰি উঠি গৈলা পাছে॥৩৩৪৫
আৰোবাৰ গৈলা মৰা কপিলৰ ঠাই।
দেখিলন্ত কবীৰে তাহাৰ শৱ নাই॥
জানিলন্ত তেখনে কৃষ্ণৰ মায়া বুলি।
গীত গাই নাচিবে লাগিলা হাত তুলি॥৩৩৪৬
কৃষ্ণৰ চৰণ চিন্তি এহিমতে ৰৈলা।
কতোকাল আসি তেন্তে বৈকুণ্ঠক গৈলা॥
মৰিল কবীৰ তাঙ্ক কেহো সুচুৰয়।
হিন্দুস্থান নাম লৈলে যৱনে বোলয়॥৩৩৪৭
হিন্দুৱে বোলয় কোনে চুইবে যৱনক।
ছয়োবিধ জাতি বোলে নোচো কবীৰক॥

চৈতন্য গোসাই হেন কথা শুনিলন্ত।
শীঘ্র বেগ কৰি তেহে খেদি আসিলন্ত ॥৩৩৪৮
কবীৰৰ শৱ তুলি লৈলন্ত কান্ধত।
চৈতন্য গোসাই তাক ভসাইলা গঙ্গাত ॥
যৱনৰ ৰাজা সুৰথান মহামতি।
শুনিলন্ত হেন সিটো কথাক সম্প্রতি ॥৩৩৪৯
চৈতন্যক নিয়া পাচে সুধিলন্ত কথা।
কবীৰৰ শৱ কিক বইলা তুমি তথা ॥
হেন শুনি বুলিলা চৈতন্য মহা সন্ত।
কিছু ভাগৱত কথা ৰাজাত কহন্ত ॥৩৩৫০
ব্রাহ্মণ ক্ষত্রিয় আমি নোহো চাৰি জাতি।
দশোদিশে গৈল দেখা আমাৰ খিয়াতি ॥
চাৰিয়ো আশ্রমী দেখা নুহিকহো আমি।
নোহো ধর্ম্মশীল দান ব্রত তীর্থগামী ॥৩৩৫১
দৈৱকীৰ পুত্র যিটো গোপীভর্ত্তা স্বামী।
তাহাৰ দাসৰ দাস দাস ভৈলো আমি ॥
শাস্ত্র মত দেখাই নৃপতিৰ আগে কৈলা।
অনন্তৰে আপুনাৰ ঘৰে চলি গৈলা ॥৩৩৫২
যেনমতে ৰাজা দুখ দিলা কবীৰক।
শঙ্কৰৰ আগে কৈলা সিসব কথাক ॥
বহুতৰ গুণলীলা চৰিত্র অপাৰ।
সাধু গোবিন্দৰ কথা সংসাৰতে সাৰ ॥৩৩৫৩

শুনিয়োক বাপ কথা অন্ন কৰি কৈলো।
নমস্কাৰ কৰি বোলে তযু পদে বৈলো॥
হেন শুনি শঙ্কৰে বুলিলা প্ৰিয়বাণী।
ধন্য ধন্য কবীৰ মহন্ত মহাজ্ঞানী॥৩৩৫৪
কবীৰৰ ধৰ্ম্ম যত প্ৰসংশা কৰিলা।
শঙ্কৰ দেৱতা গুণ যশস্যা কৰিলা॥
অনন্তৰে তোৰছিয়ে নমস্কাৰ কৰি।
অনেক বিনয় বুলি কৃতাঞ্জলি ধৰি॥৩৩৫৫
একখানি বস্ত্ৰ আগে পেলাই আনি দিলা।
শঙ্কৰৰ আগে পৰি কাকুতি বিনাইলা॥
বোলে বাপ পাৱখানি মুচিয়োক আতে।
অভাগীয়া খচমে লৈবেক আছি মাথে॥৩৩৫৬
হেন শুনি বুলিলা শঙ্কৰ মহামতি।
কৰিলা আদেশ ৰামৰামক সম্প্ৰতি॥
মুচিয়োক পায়ে তুমি মোহোৰ বচনে।
উঠা জাণ্টে লৰি সবে যাওঁ এতিক্ষণে॥৩৩৫৭
হেন শুনি ৰামৰাম কৃতাঞ্জলি কৰি।
শঙ্কৰদেৱক চাই বুলিলা সাদৰি॥
তুমি বাপ আপুনি মুচিয়ো পাৱ খানি।
হাতযোৰে নম্ৰভাৱে বুলিলন্ত বাণী॥৩৩৫৮
হেন শুনি শঙ্কৰে মুচিলা ভৰি হাত।
থাকিলন্ত তোৰছি কৰিয়া প্ৰণিপাত॥

তেতিক্ষণে ভক্তসবে আনন্দে লৰিলা।
শুকদেৱ মনপূৰি তৈৰ পৰা গৈলা॥ ৩৩৫৯
কৃষ্ণৰ কীৰ্ত্তন কৰি এহিমতে যাই।
পথে পথে ভক্তসবে ৰামনাম গাই॥
কবীৰৰ নাতিজমাই পথেয়ো আছন্ত।
পৰম বৈষ্ণৱ শঙ্কৰক দেখিলন্ত॥ ৩৩৬০
বাটৰ অন্তৰি যাই কাতি হুয়া ভৈল।
ভক্তে সমে শঙ্কৰে তাহাঙ্ক চৰাই গৈল॥
মহন্ত পুৰুষ দেখি ৰহি আছে চাই।
পুলকিত তনু নেত্ৰ নীৰ বহি যায়॥ ৩৩৬১
শঙ্কৰে বোলন্ত তুমি মাধৱ শুনিয়ো।
গৈল কিবা আছে সিটো উলটি চাহিয়ো॥
হেন শুনি মাধৱে চাহিল উলটিয়া।
দেখে শঙ্কৰক চাই আছে নিৰেখিয়া॥ ৩৩৬২
হেন দেখি মাধৱে মনত অনুৰাগে।
অৱনত ভাৱে কৈলা শঙ্কৰ আগে॥
ৰেণু ৰেণু দেখি মাত্ৰ তভো আছে চাই।
এতেক বোলন্ত সবে আৰ ভৈলা যাই॥ ৩৩৬৩
তেবে চলি গৈলন্ত যৱন মহামতি।
পূৰ্ব্বকথা কহো তাৰ শুনিয়ো সম্প্ৰতি॥
কালমেঁঘ নামে সিটো ৰাক্ষস আছিল।
লঙ্কাৰ যুদ্ধত তাক লক্ষ্মণে মাৰিল॥ ৩৩৬৪

পূর্ব্ব জনমৰ আৰ আছে পুণ্যগণ।
সেহি কাৰ্য্যে শঙ্কৰৰ দেখিলে চৰণ॥
ঘৰে গৈয়া শঙ্কৰৰ বস্ত্র মূৰে লৈলা।
তাকে মাথে বান্ধি গৈয়া বৈকুণ্ঠক গৈলা ॥ ৩৩৬৫
কবীৰৰ নাতি নিত্যজটা নাম যাৰ।
দেখিয়োক ছুয়ো পাৰ পাইলা সংসাৰৰ॥
সি জন্মৰ যাৰ যাৰ সাধন আছয়।
সিসব কথাক গুৰুসকলে জানয়॥৩৩৬৬
অদ্বৈতক জ্ঞান দিয়া এতেকে ফুৰয়।
তীর্থ ক্ষেত্র ছল মাত্র লোক নিস্তাৰয়॥
মাধৱদেৱৰ মুখে যিমত শুনিলো।
তান বাক্য পালি মই তেহ্নয় লেখিলো॥ ৩৩৬
আত অনন্তৰে আৰো শুনা নিৰন্তৰ।
এহিমতে ৰঙ্গে ধঙ্গে ফুৰন্ত শঙ্কৰ॥
বেলমঙ্গলিৰ গ্রাম পাইলা সেহি ঠাই।
ৰহিলন্ত তথা আনন্দৰ সীমা নাই॥৩৩৬৮
সেহি থানে এক সন্ন্যাসীক লাগ পাইলা।
শঙ্কৰৰ আগে কথা কহিবে লাগিলা॥
অনন্ত ভাৱে মহাপ্রেম অনুৰাগে।
মাঙ্গলিৰ কথা কহে শঙ্কৰৰ আগে॥ ৩৩৬৯
ৰাশি যোগ সম্মিলনে পিতৃ গণাইলন্ত।
দৈৱজ্ঞে গণিয়া চাহি সবে কহিলন্ত॥

পঞ্চম পাতক তাৰ সিজিবে নিশ্চয়।
হেনয় সম্ভেদ কথা সবে কহিলয়॥ ৩৩৭০
পঢ়ি শুনি পাচে সিটো ভৈলেক পণ্ডিত।
হেন কথা জানি শুনি ভৈল বিদেশিত॥
কতোদিন ফুৰে পাচে ব্ৰহ্মচৰ্য্য ধৰি।
যেন যোগীগণে ফুৰে ব্ৰতক আচৰি॥ ৩৩৭১
হেন ভাৱে তীৰ্থক্ষেত্ৰ নগৰ গ্ৰামত।
ফুৰন্ত আনন্দ মনে সমস্তে ৰাজ্যত॥
কতোদিন থাকি তান পিতৃৰ মৰিলন্ত।
এক মত্তপায়ী পাচে মাতৃক নিলন্ত॥ ৩৩৭২
কোনে এৰাইবাক পাৰে বিধিৰ বিপাক।
সেহি মত্তপীৰ ঠাই থেকাইলন্ত তাক॥
মণ্ডপত বসি মত্ত দোকান দিয়ন্ত।
বেলমঙ্গলিয়ে যাই তৈতে ৰহিলন্ত॥ ৩৩৭৩
বহুদিন হৈল দুয়ো দুইকো নিচিনয়।
এহিমতে কতোবেলি ৰহিয়া আছয়॥
অনন্তৰে মঙ্গলিৰ পিয়াস লাগিল।
ভোজন কৰিবে পাচে পানীক খুজিল॥৩৩৭৪
সুৰাৰ পাত্ৰত জল কৰজত দিলা।
বিচাৰ নকৰি বিপ্ৰে তাহাক ভুঞ্জিলা॥
দধি চিৰা কিনি খাইলা হাস লাস কৰি।
কথা মাত কহন্তে কামনা গৈল চৰি॥ ৩৩৭৫

ভাইৰ ঘৰে যাই ৰাত্ৰি কৰিলা নিবাস।
শৃঙ্গাৰ কৰিলা পাচে কৰি হাস লাস॥
সেহি থানে আৰো গই বিপ্ৰ ৰহিলন্ত।
মাতৃক সম্ভোগ কৰি আনন্দে আছন্ত॥ ৩৩৭৬
একদিন দুয়ো পাচে বিচাৰ কৰিল।
পূৰ্ব্বাপৰে মাতৃ পাচে কাৰণ কহিল॥
হেন শুনি মঙ্গলিৰ মনে মহাত্ৰাস।
বোলে হৰি হৰি বিধি ভৈলা সৰ্ব্বনাশ॥ ৩৩৭৭
পঞ্চম পাতক মোৰ সিজিল সকলে।
পৰশিলে আসি মোক পূৰ্ব্ব কৰ্ম্মফলে॥
জীৱন্তে মৰিলো মই পাপী কি কৰিলো।
আবেসে জানিলো মই অধোগতি গৈলো॥৩৩৭৮
সংসাৰ মধ্যত মোত পৰে পাপী নাই।
কৰিলা নিশ্চয় মন বিমৰিষি চাই॥
নকহিলা মাতৃত কথাৰ ভাঙ্গি ভেদ।
আপোনাকে গৰিহি কৰিলা বহুখেদ॥ ৩৩৭৯
নাম বিনে গতি নাই জানিলো নিশ্চয়।
চাৰিয়ো বেদৰ সাৰ ভাগৱতে কয়॥
নাই নাই নাই গতি মাধৱত পৰে।
নিস্তাৰিবে জানো মোক সংসাৰ সাগৰে॥ ৩৩৮০
আপোনাকে আপুনি গৰিহি মহামতি।
এহিমতে খেদ বৰ কৰন্ত সম্প্ৰতি॥

যেতিক্ষণে গৈল লৰি পশ্চিম দিশক।
হৃদয়ে ধৰিয়া টানি ঈশ্বৰ কৃষ্ণক॥ ৩৩৮১
মনত বিষাদে এক অৰণ্যে পশিল।
আপোনাৰ দুই চক্ষু আপুনি কাঢ়িল॥
বোলে চক্ষু কৰ্ণ মন বৈৰী ইটো মোৰ।
আত হন্তে পূৰ্ব্বে পাপ সাধিলো দুৰ্ঘোৰ॥ ৩৩৮২
তাতেসে গুচাইলো ইটো চক্ষু ইন্দ্ৰিয়ক।
নেদেখিলে যাইবে কোনে পাপৰ পথক॥
এহি বুলি কৃষ্ণপদ হৃদয়ত ধৰি।
নামক ধৰিল ডাটি একচিত্ত কৰি॥ ৩৩৮৩
হে প্ৰাণপ্ৰভু কৃপাময় যদুৰায়।
পশিলো শৰণ তযু পদে দিয়া ঠাই॥
কৃপাৰ সাগৰ কৃপা কৰিয়ো ইবাৰ।
কৰা নাথ মোক পাপসাগৰে উদ্ধাৰ॥ ৩৩৮৪
তুমি বিনে নাই নাই পতিতৰ গতি।
মোত পৰে নাই নাই পতিত সম্প্ৰতি॥
কিবা ৰাত্ৰি কিবা দিন নিদ্ৰা নকৰয়।
হেন ভাবে অবিচ্ছেদে নামক গাৱয়॥ ৩৩৮৫
ধৰি পাত লুবিবাক যত লোক যাই।
নামক কীৰ্ত্তন সবে বসি থাকে চাই॥
চাউল তৈল লোণ দ্ৰব্য আদি যত যত।
তহিতে দিৱয় লোকে মিলয় সমস্ত॥ ৩৩৮৬

পাপৰ বাসনা তান যতেক আছিল ।
নামৰ কীৰ্ত্তনে তাক সবে সংহৰিল ॥
অৰণ্যৰ মাজে যেন অগনি জ্বলিল ।
ৰাম কৃষ্ণ নামে পাপ সমস্তে দহিল ॥৩৩৮৭
প্ৰেম সাগৰত মন মজিল সমূলি ।
মত্তামত্ত হুয়া কতো নাচে হাতে তুলি ॥
নিষ্পাপ শৰীৰ ভৈল বাঢ়িল বিবেক ।
ৰাগৰি ৰাগৰি কান্দি ডাকন্ত কৃষ্ণক ॥ ৩৩৮৮
হেন দেখি ঈশ্বৰৰ দায়া সম্পজিল ।
তেখনে তাহাৰ হৃদয়ত দেখা দিল ॥
কৃষ্ণ কৃষ্ণ বুলি নাচৈ তুলি দুই হাত ।
দেখিয়া কৃষ্ণক পাচে হিয়াত সাক্ষাত ॥ ৩৩৮৯
কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি এহিমতে নাচে ।
আগতে বৈকণ্ঠ প্ৰভু ভৈলা আসি পাচে ॥
নামৰ লুবুধ কৃষ্ণ বশ্য তাতে হুই ।
তুষ্ট হুয়া তেখনে দিলন্ত চক্ষু দুই ॥ ৩৩৯০
হেন দেখি মঙ্গলিৰ আনন্দ মিলিল ।
কৃষ্ণৰ ৰহস্য লীলা বৰ্ণাইবে লাগিল ॥
বক বধ সীমা কৰি হয় ৰবিষৰ ।
শিশুলীলা পদবন্ধে বৰ্ণাইলা কৃষ্ণৰ ॥ ৩৩৯১
কতেক কহিবো তান চৰিত্ৰ বিশেষ ।
শুনি শঙ্কৰৰ বৰ মনত হৰিষ ॥

এহি বুলি মৌন হুয়া সন্ন্যাসী ৰহিল ।
পুনৰপি আবোবাৰ শঙ্কৰে পুছিলা ॥ ৩৩৯২
কোন গ্রামে থাকাহা কাহাৰ তুমি শিষ্য ।
বৈষ্ণৱ চৰিত্র ইটো কহিলা ৰহস্য ॥
হেন শুনি সন্ন্যাসী হৰিষ বৰ ভৈলা ।
আপুনাৰ কথা শঙ্কৰৰ আগে কৈলা ॥ ৩৩৯৩
আছিলন্ত সন্ন্যাসী মহন্ত অনুপাম ।
কৃষ্ণৰ সেৱক তেন্তে বিষ্ণুপুৰি নাম ॥
তান শিষ্য আছে ব্রহ্মানন্দ অতিশয় ।
তাহান সেৱক আমি জানিবা নিশ্চয় ॥ ৩৩৯৪
হেন শুনি শঙ্কৰে বুলিলা পুনু কথা ।
বিষ্ণুপুৰি নাম তান ভৈল কিক তথা ॥
অনন্তৰে বুলিলা সন্ন্যাসী মহামতি ।
অল্প কৰি কহো কিছো শুনিয়ো সম্প্রতি ॥ ৩৩৯৫
এৰিলন্ত ভাৰ্য্যা নৱগুণ পৰি থাই ।
সন্ন্যাস ধৰ্ম্মক তেহো ধৰিলন্ত যাই ॥
তাতো পাচে এহিমতে কতো দিন আছে ।
শুনিয়োক বাপ যেন কথা ভৈলা পাচে ॥ ৩৩৯৬
একদিন গঙ্গাৰ তীৰত ৰহিলন্ত ।
একজনী স্ত্রী তথা কাপোৰ ধোৱন্ত ॥
হলফল কৰে স্তন গাৱে বস্ত্র নাই ।
বিষ্ণুপুৰি দেখি তবে কৰি আছে চাই ॥ ৩৩৯৭

যৌৱন শৰীৰ তাইৰ গৌৰবৰ্ণ গাৱ ।
সন্ন্যাসীৰ দেখি উপজিল কামভাৱ ॥
মনত বোলন্ত আবে কৰো কোনো কৰ্ম্ম ।
পৰস্ত্ৰীক আলাপিলি ভ্ৰষ্ট হুইবে ধৰ্ম্ম ॥ ৩৩৯৮
কৰিলন্ত থিৰ মন বিমৰিষি চাই ।
বোলে আপোনাৰ স্ত্ৰীক আলাপিবো যাই ॥
এহি বুলি বিপ্ৰবৰ চলি গৈলা ঘৰে ।
আপোনাৰ গৃহ যাই পাইলা অনন্তৰে ॥ ৩৩৯৯
শৃঙ্গাৰ সুখক তেবে ভাৰ্য্যাক খুজিল ।
ব্ৰাহ্মণী শুনিয়া কৃষ্ণ বিষ্ণুক স্মৰিল ॥
নৱগুণ পুৰি খাই সন্ন্যাসী ভৈলাহা ।
ধৰ্ম্ম ভ্ৰষ্ট কৰি কেনে অন্যায় কৰাহা ॥ ৩৪০০
হোৱে নহে মোৰ কথা চোৱা মনে গুণি ।
কৰা মন থিৰ তুমি সৰ্ব্বজ্ঞ আপুনি ॥
এহি বুলি আনি দিলা পানী দিয়া ভাত ।
দিলা তাম্বুল চোৱা তাৰ ওপৰত ॥ ৩৪০১
ভাৰ্য্যাৰ বিতণ্ডা হেন দেখি মহামানী ।
আপুনাক গৰিহি গৈলন্ত মনে জানি ॥
হেন কদৰ্থনা দেখি লাগিল বিকাৰ ।
অগ্নি জাস কৰো বুলি মনে কৈলা সাৰ ॥ ৩৪০২
ইকথা শুনিলে লোক গৰিহা কৰিবে ।
হাসিবেক লোকে হেন দুৰ্যশ ঘোষিবে ॥

জীয়নন্ত কৰি মোৰ মৰণেসে ভাল।
এহি বুলি অগনি জালিলা তৎকাল ॥ ৩৪০৩
জাম্প দিয়া অগনিত পৰিবাক গৈলা।
হেন দেখি হৰি সন্ন্যাসীৰ আগ ভৈলা ॥
বোলে বিপ্ৰবৰ তুমি মৰা কিক জানি।
নমৰিবি কহো মই শুনা মোৰ বাণী ॥ ৩৪০৪
দেহৰ বিকাৰ যত শোক মোহচয়।
জিনিয়ো লোকক ইটো জুৰিয়া আছয় ॥
ব্ৰহ্মা হৰ আদি কৰি যত মহাধীৰ।
কৃষ্ণৰ মায়াৰ আগে কোনে হৈবে থিৰ ॥ ৩৪০৫
শুনিয়োক বিপ্ৰবৰ কহো আবে মই।
ভাগৱত শাস্ত্ৰক অভ্যাস কৰা তই ॥
কৃষ্ণত ভকতি তোৰ হুইবেক প্ৰচুৰ।
কাম ক্ৰোধ লোভ মোহ সবে হুইবে দূৰ ॥ ৩৪০৬
ভাগৱত বন মাজে আছে মহাৰত্ন।
মোৰ উপদেশে তাক লয়ো কৰি যত্ন ॥
কৃষ্ণত বিবেক তোৰ বাঢ়িবেক আতি।
দশোদিশে হুইবে বিষ্ণুপুৰি নাম খ্যাতি ॥
হেন শুনি সন্ন্যাসীৰ ৰোমাঞ্চিত গায়।
পৰি প্ৰণামিলা উপজিল প্ৰেমভাৱ ॥
দণ্ডৱতে পৰি স্তুতি কৰিলন্ত সেৱ।
তুমি আজি ভৈলা মোৰ নিজগুৰুদেৱ ॥ ৩৪০৮

স্তুতি নতি ভক্তি কৰি এহিমতে ৰৈলা।
ঈশ্বৰক গুৰু পাই কৃতকৃত্য ভৈলা ॥
ব্ৰাহ্মণ স্বৰূপে কতোবেলি আসি হৰি।
আগতে অদৃশ্য ভৈলা উপদেশ কৰি ॥ ৩৪০৯
বিষ্ণুপুৰি বোলে পূৰ্ব্ব পুণ্য আছে মোৰ।
ঈশ্বৰ কৃষ্ণক গৈয়া তাতে পাইলো চোৰ ॥
ভাগৱত শাস্ত্ৰ পাচে অভ্যাস কৰিলা।
এহি কথা কহিয়া সন্ন্যাসী চলি গৈলা ॥ ৩৪১০
অনন্তৰে শঙ্কৰদেৱেয়ো ৰঙ্গ মনে।
পৰম আনন্দে লৰি গৈলন্ত তেখনে ॥
ভকতসকলে মুখে ৰামনাম গাই।
গৃহক লাগিয়া ৰঙ্গে আসিলা উজাই ॥ ৩৪১১
শুনা সভাসদ লীলা শঙ্কৰদেৱৰ।
সম্যকে অমৃত ভাণ্ড অন্তক পাপৰ ॥
কলিত শঙ্কৰ বিনে গতি নাহি আন।
তাহান চৰিত্ৰে কৰে পাপক নিৰ্ব্বাণ ॥ ৩৪১২
নমো নমো জগতৰ গুৰু পিতামাতা ॥
গুৰু পিতা মাতা মোৰ বান্ধৱ বিধাতা ॥
হৃদয়ত থাকিয়া সুবুদ্ধি দিয়া মোক।
ইহ পৰলোকে ভকতৰ সঙ্গ হোক ॥ ৩৪১৩
যৈতে তৈতে হোক জন্ম মোৰ কৰ্ম্মভাগে।
নেৰো মই যেন তযু চৰণক আগে ॥

কৰা পৰিত্ৰাণ মোক গুৰু কৃপাময় ।
মই মহা পাতকীত হুয়োক সদয় ॥ ৩৪১৪
শ্ৰৱণ কীৰ্ত্তন হৌক মুখে ৰাম নাম ।
ভকতৰ সঙ্গ দিয়া পূৰা মনকাম ॥
হে প্ৰাণ গুৰু তুমি ভকতৰ গতি ।
মোতপৰে নাহি আন পতিত সম্প্ৰতি ॥৩৪১৫
তুমি বিনে পাপীক তাৰন্তা আন নাই ।
কৰা পৰিত্ৰাণ মোক কৃপা দৃষ্টি চাই ॥
শৰণাগতক মোক নেৰিবাহা জানি ।
গুৰুপদে ধৰি বোলা ৰাম ৰাম বাণী ॥ ৩৪১৬

## ছুলড়ী

আত অনন্তৰে শুনা সবে নৰে
গৃহক যেবে আসিলা ।
তীৰ্থক্ষেত্ৰ কৰি পৰম হৰিষি
শঙ্কৰে ৰঙ্গে ৰহিলা ॥
যত বন্ধুগণ আসিলা যেখন
শঙ্কৰৰ শুনি কথা ।
গাৱে গাৱে দিলা প্ৰসাদে তুষিলা
শঙ্কৰে সবাকে তথা ॥৩৪১৭

এহিমতে আছে শুনা তাত পাচে
কৰিলা যেন শঙ্কৰে।
কৰি সাৰ্ব্বোদ্ধাৰ জনম যাত্ৰাৰ
অঙ্ক কৈলা নিৰন্তৰে ॥
নাচিলেক অন্ত দেখি শঙ্কৰক
প্ৰসংশিলা সামৰাজ।
মহা ৰসময় কৃষ্ণ যশচয়
দেখাই তাহাৰ কাজ ॥ ৩৪১৮
এহিমতে ৰঙ্গে ভকতৰ সঙ্গে
আনন্দে তথাতে আছে।
কৰিয়া প্ৰবন্ধ একাদশ স্কন্ধ
পদ কৰিলন্ত পাচে ॥
উদ্ধৱ মহন্ত মহা মুখ্যতম
কৃষ্ণৰ প্ৰিয় ভকত।
কৃষ্ণসে জীৱন আত্মা প্ৰিয়প্ৰাণ
প্ৰেমধাৰী মহাসত্ত ॥ ৩৪১৯
ভকতৰ চিহ্ন দেখাইলা তেখন
উদ্ধৱত সাক্ষী দিয়া।
কেৱল ভকতি কহিলা সম্প্ৰতি
আপুনি কৃষ্ণে আসিয়া ॥
উদ্ধৱ বিদুৰ তৃতীয় স্কন্ধৰ
সম্বাদ দেখিয়ো তাক।

কবিয়োক মন পাষণ্ড নির্য্যাণ
প্রথম স্কন্ধতে আক ॥৩৪২০
তিনি স্কন্ধ চাই বিচাবিয়া পাই
এক স্কন্ধে সেহি কথা।
বাচকবনিয়া সাগবে যেন
এক ঠাই কবি তথা॥
প্রথম স্কন্ধব পঞ্চ আধ্যা পঢ়ি
কবিলন্ত তাবো পদ।
তাহাবো আশয় কহিবো নিশ্চয়
শুনা সবে সভাসদ॥ ৩৪২১
যাগ যোগ যত তপ জ্ঞান ব্রত
তাহাত কহি আছয়।
এতেকে তাহাব পদক শঙ্কব
নকৈলা জানি নিশ্চয়॥
কলিব কালব লোক নিবন্তব
তপে জপে নাই গতি।
কর্ম্ম ধর্ম্ম খণ্ডি পাষণ্ডক দণ্ডি
এতেকে কৈলা ভকতি ॥৩৪২২
অনন্ত কন্দলি কবি কৃতাঞ্জলি
শঙ্কবত প্রার্থিলন্ত।
দশমব শেষ পদ কবি শেষ
কবিয়া আনি দিলন্ত॥

শঙ্কৰে দেখিয়া বুলিলা হাসিয়া
ভাল তযু কৃত্যখানি।
কিন্তু আৰ তত্ত্ব থাকিল মাজন্ত
কহিলন্ত হাসি জানি ॥৩৪২৩
তাৰ অৰ্থ তত্ত্ব কহি কন্দলিত
এহিমতে সবে আছে।
হৰিবংশ তথা চাহি কৃষ্ণকথা
পদ কৰিলন্ত পাচে।
ৰুক্মিণী হৰণ জগত তাৰণ
কুৰুক্ষেত্ৰে আৰো কৈলা।
কৰিয়া প্ৰবন্ধ সেহি বাৰস্কন্ধ
গীত আৰো বিৰচিলা ॥ ৩৪২৪
আছে যত যত পুৰাণ ভাৰত
ভাগৱত আদি চাই।
মথি তাৰ ৰস ভক্তৰ সৰ্ব্বস
দিলা আনি ঠাই ঠাই ॥
মহা মনোৰম কীৰ্ত্তন দশম
স্বাদতো স্বাদ বিশেষ।
কায়বাক্যে চাইল বৰ সাৰ পাইল
পয়াৰে দিলন্ত ৰস ॥ ৩৪২৫
লিঙ্গ পুৰাণৰ গোপীসকলৰ
আনিলা নাম উদ্ধাৰি।

পৰম যতনে দশম কীৰ্ত্তনে
দিলা নাম পূৰ কৰি ॥
ইটো কথা থওঁ শুনা পুনু কওঁ
শঙ্কৰৰ লীলা যশ।
এক চিত্ত কৰি শুনা কৰ্ণভৰি
ভক্তৰ ইটো সৰ্ব্বস ॥ ৩৪২৬
এহিমতে ৰঙ্গে ভকতৰ সঙ্গে
শঙ্কৰদেৱ আছন্ত।
পুৰাণ ভাৰত ভাগৱত যত
কথাৰূপে ৰচিলন্ত ॥
হেনমতে আছে শুনা তাত পাচে
কৰিলা যে শঙ্কৰে।
এক শশামৃগ পুষিয়া আছন্ত
স্নেহ কৰি আনি ঘৰে ॥ ৩৪২৭
তাক বাঘে নিলে ভকতে দেখিলে
টাটী আসি ফালি বেগে।
হেন কথা শুনি শঙ্কৰে আপুনি
খেদি গৈলা সেহি ছেগে ॥
খেদি গৈয়া বাঘ ভৈলা তাৰ আগ
পাট তুনি বান্ধি তুলি।
দিলা যাৰ পাক হাতে ধৰি তাক
কৈকনেস পশু বুলি ॥ ৩৪২৮

বাঘ ত্ৰাস হয়া      নিশ্বাস তেজিয়া
ঠাইতে পৰি ৰহিল।
শঙ্কৰে দেখিয়া      পশু কোলে লৈয়া
উলটি ঘৰে আসিল॥
ঘৰক আসিয়া      পশুকো জাৰিয়া
বিষক কৰিলা পানী।
উঠিলন্ত শশা      মৰণৰ দেহা
এৰাইলা মৰণ জানি॥ ৩৪২৯

---

## ছবি

শশা জীয়াই ৰঙ্গে ৰৈল      সবাৰো আনন্দ ভৈল
ইসব কথাক আৰে থওঁ।
শুনা সবে থিৰ মনে      যত সমাজিক জনে
পশুৰ সাধনা কিছো কওঁ॥
ৰাসক্ৰীড়া সময়ত      যিবা চন্দ্ৰে আকাশত
শশা কৰ্ণে ৰহি আছিলন্ত।
কৃষ্ণৰ ৰহস্য খেলি      দেখিলেক গোপকেলি
চন্দ্ৰ সমে শশাদ মহন্ত॥ ৩৪৩০
ৰাসোৎসৱে ৰঙ্গে হৰি      গোপীৰ কণ্ঠত ধৰি
পূৰ্ণচন্দ্ৰে আলিঙ্গন কৈলা।

হেনয় কৃষ্ণক দেখি চন্দ্ৰদেৱে ৰথ ৰাখি
ক্ৰীড়া চাহি আনন্দে আছিলা ॥
সেহি সাধনাৰ বলে শঙ্কৰক আসি পাইলে
দেখা কেনে ভাগ্য বিপৰীত ।
অঙ্গৰো নাহিকে হানি ভকতিক ধৰা জানি
গুৰুপাৱে জান্টে দিয়া চিত ॥ ৩৪৩১
ইসব বৃত্তান্ত থওঁ বাঘৰ কথাক কওঁ
শুনা সাধুসব নিৰন্তৰে ।
আছিলন্ত ঋষি ইটো সংসাৰ কাৰণে যিটো
তাতে শাপ দিলা ঋষিগণে ॥
যতকাল বাঘ ভৈল অৱশেষে পাপ বৈল
তাতে আসি জন্মিলা ইবাৰ ।
ঈশ্বৰ সেৱাৰ ছলে লাগ লৈলা সেহি কালে
ভৈল তাৰ আপদ নিস্তাৰ ॥ ৩৪৩২
ভৈলা আসি মহোদৰ ভ্ৰাতৃ হুয়া শঙ্কৰৰ
ৰামৰায় ভক্ত অনুপাম ।
কৃষ্ণৰ সেৱাত ৰতি ভকতত সদা প্ৰীতি
সৰ্ব্বদায় যাৰ মুখে নাম ॥
ইসব কথাক কৈলো শুনা আৰো যেন ভৈল
শঙ্কৰদেৱৰ তৈত পাচে ।
ভকতসবৰ সঙ্গে আনন্দ কৰিয়া ৰঙ্গে
এহিমতে তৈতে যেৱে আছে ॥ ৩৪৩৩

বামৰাম গুৰু সন্ত শঙ্কৰক বুলিলন্ত
একদিনা বচনে সাদৰি।
বোলে দশমৰ সাৰ ঘোষা ছন্দে আৰোধাৰ
পদ কৰি দিয়োা ভেকাগিৰি॥
শুনি ৰঙ্গ শঙ্কৰৰ তেতিক্ষণে দশমৰ
সাৰ কাঢ়ি পদ কৰিলন্ত।
সাধে ধৰ্ম্ম অৰ্থ কাম লীলামালা হেন নাম
ৰঙ্গে গুৰু তাহাৰ থৈলন্ত॥ ৩৪৩৪
বেদ শিৰোৰত্ন যিটো ভকতজনৰ ইটো
সমস্তে শাস্ত্ৰৰ শিৰোৰত্ন।
কৰিয়োা বিশ্বাস আত হৈবেক ভকতি যাত
গলে বান্ধি লৈয়োা কৰি যত্ন॥
জানিবা সাৰতো সাৰ লীলামালা সম যাৰ
ভকতজনৰ নৱনিধি।
কৰা আত দৃঢ় ৰতি কলিত হৈবেক গতি
সাধয় লোকৰ সৰ্ব্বসিদ্ধি॥ ৩৪৩৫
শুনা আতপৰে আৰ লীলা গুণ শঙ্কৰৰ
কৃষ্ণৰ কীৰ্ত্তন কৰি আছে।
পাৰিজাত হেন নাম অঙ্ক মহা অনুপাম
কৰিলা শঙ্কৰ তাত পাছে॥
ৰচিলন্ত অঙ্ক যেবে লোকৰ আনন্দ তেবে
মিলি গৈল দেখন্তে বিস্ময়।

কৰিয়া একান্ত চিত্ত শুনিলা অম্বৰ গীত
সভাসদ যতেক আছয় ॥ ৩৪৩৬
অঙ্ক বচি সাঙ্গ কৰি থাকিলা শঙ্কৰ হৰি
শুনা আৰো আত অনন্তৰে।
একজন ভক্ত আছে তেহো মৰিলন্ত পাচে
শুনা যেন কৰিলা শঙ্কৰে ॥
যমদূতে নেই ধৰি বান্ধি জৰপুৰ কৰি
শঙ্কৰে বাটতে পাইলে লাগ ॥
যমদূত হেন জানি বোলে বহু বহু বাণী
এহি বুলি ভেন্টিলেক আগ ॥ ৩৪৩৭
শঙ্কৰক দেখি ডৰি লৰ দি ভকতক এৰি
মহাভয় হুয়া পলাই গৈলা।
তাৰ জীৱগত আছে বান্ধে সমে পৰি আছে
দেখি তাক শঙ্কৰে মেলিলা ॥
সুতৰ এৰায়া হাত শঙ্কৰৰ চৰণত
নমস্কাৰ কৰিলন্ত যাই।
পুনু আৰো ধৰে বুলি ত্ৰাস হৈয়া মাথা তুলি
কম্পে গাৱ চতুৰ্ভিতি চাই ॥ ৩৪৩৮
শঙ্কৰে বুলিলা চাই আৰো কিছো ভয় নাই
আপুনাৰ ঘৰে যায়ো সুখে।
বিনয় বচন বুলি চৰণৰ লৈলা ধূলি
কৃষ্ণক স্মৰৰে মনে মুখে ॥

সুমৰয় ধৰ্ম্ম ধৰ্ম্ম বোলে হেন পাপ কৰ্ম্ম
আৰ নকৰিবো কিছো আমি।
পৰম বান্ধৱ দেৱ মোৰ মনে নাহি কেৱ
শঙ্কৰত পৰে নিজ স্বামী॥ ৩৪৩৯
তাৰ ভাই বন্ধু যত চিতা সাজি তুলি তাত
শৰগোট দহিবে খোজন্ত।
হেন বেলা জীৱ যাই সোমাইলন্ত নিজকায়
চিতামাজে উঠি বসিলন্ত।
ঘুমটিৰ জাগি যেন দেখিলেক সবে হেন
আথে বেথে চিতাৰ নমাইলা।
নিলা তাক ধৰি ঘৰে শুদ্ধ হুয়া অনন্তৰে
শঙ্কৰৰ কথাক কহিলা॥ ৩৪৪০
শুনিয়া বিস্ময় ভৈলা ধৰ্ম্ম ধৰ্ম্ম সুমৰিলা
থাকিলা আনন্দে সবে মনে।
হেন কথা ভক্তে শুনি কৰিলন্ত হৰিধ্বনি
নিৰন্তৰে সবে মহাজনে॥
দুই দণ্ড ওচৰত তাৰ ঘৰ আছে তৈত
আছিলন্ত ভক্ত একঘৰ।
কিছোমান পাপ তাৰ আছিলন্ত পি জন্মৰ
তাতে দূতে ধৰিলা যমৰ॥ ৩৪৪১

---

## দুলড়ী

শুনা নিৰন্তৰে যিমতে শঙ্কৰ
কৰিলন্ত ৰত্নাকৰ।
বাৰস্কন্ধ সাৰ বিচাৰি তাহাৰ
কৰিলা সাৰ উদ্ধাৰ॥
ভক্তি ৰত্নাকৰ অমৃত প্ৰচাৰ
কৰিলা লোকক প্ৰতি।
একচিত্ত মনে শুনিয়ো যতনে
সাধিবে পৰম গতি॥ ৩৪৪২
শুনা নৰলোক মুকুতি মিলোক
গুৰুপদে হৌক বাস।
দিয়ো সাধু সঙ্গ নৌক মনভঙ্গ
নকৰা মোক নৈৰাশ।
কৰা আবে দয়া দূৰ হৌক মায়া
চৰণে কাকুতি কৰো।
মুখে ৰাম নাম নহৌক বিৰাম
তেবেসে পাপী নিস্তৰো॥ ৩৪৪৩
কলিত শঙ্কৰে শুনা নিৰন্তৰে
ভকতৰ সাধিবে গতি।
তাত বিনে আন সংসাৰ তাৰণ
কলিত নাহি সম্প্ৰতি॥

তৈলন্ত উদিত শঙ্কব বিদিত
প্রকাশিলা নিজধর্ম্ম।
দেৱ তীর্থ ব্রত যাগ যোগ যত
দূব কৈলা আন কর্ম্ম॥ ৩৪৪৪
তাক গুৰু কবি দৃঢ়মনে ধৰি
সংসাৰ তবিয়ো সুখে।
আয়ু বহি যায় দেখিয়ো লোকাই
ঝাণ্টে নাম লোৱা মুখে॥
দৈৱকীনন্দন বিনে মোৰ মনে
নাই নাই আন দেৱ।
কেৱল ভকতি ভকতে পীবিতি
তান্ত বিনে নাহি কেৱ॥ ৩৪৪৫
নামধৰ্ম্ম বিনে ধৰ্ম্ম নাই আন
মহাভাগৱতে কয়।
ভৈলো জড়ো অন্ধ ভজিবে প্রবন্ধ
নবৰো মনে নিশ্চয়॥
এতো কৃপা কৰা গুৰু গদাধৰ
গুচায়ো মোৰ দুৰ্ব্বুদ্ধি।
শ্রৱণ কীর্ত্তন হৌক সৰ্ব্বক্ষণ
কৰায়ো মোক সুবুদ্ধি॥ ৩৪৪৬
কায়বাক্য মনে তোমাৰ চৰণে
কৰোহো পৰি প্রণাম।

কৰোঁহো প্ৰণতি সাধুৰ সঙ্গতি
দিয়োক বাঞ্ছিত কাম॥
কলিৰ যুগত নাম ভকতত
নভৈলা যাহাৰ ৰতি।
জানা কদাচিতো নভৈয় সিটো
নাই নাই তাৰ গতি॥ ৩৪৪৭
গুৰু যশ ৰস ভকত সৰ্ব্বস্ব
ধৰা আক গলে বান্ধি।
এতিক্ষণে আত কৰা আল জাল
পাচে মৰিবাহা কান্দি॥
গুৰুৰ অমূল্য কমল নিৰ্ম্মল
পদতলে মোৰ বাস।
বোলা ৰাম ৰাম ছাড়া আন কাম
কহে ৰাম দীনদাস॥ ৩৪৪৮



# গুৰু-চৰিত

## ষষ্ঠ খণ্ড

শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ওপৰত ব্ৰাহ্মণৰ বিদ্বেষ, নৰনাৰায়ণৰ ৰাজ-সভাত ধৰ্ম-
বিচাৰ, শঙ্কৰদেৱৰ জয়লাভ, ৰত্নাৱলী গ্ৰন্থপ্ৰাপ্তি,
বেহাৰত বাস আৰু ধৰ্ম্ম প্ৰচাৰ

পদ

আত অনন্তৰে কথা শুনা সৰ্ব্বজন।
ধৰ্ম্মকাৰ্য্যে ব্যাঘাত আছয় সৰ্ব্বক্ষণ॥
শিলা আদি গ্ৰামে যত ব্ৰাহ্মণ আছয়।
শঙ্কৰৰ কথাত দুখ কৰে অতিশয়॥ ৩৪৪৯
ধৰ্ম্মৰ ব্যাঘাত কৰিবাক মন কৰি।
বহু চেষ্টা কৰি ধৰ্ম্ম যুদ্ধত নোৱাৰি॥
ৰাজাৰ আশ্ৰয় লৈলা ব্ৰাহ্মণসকলে।
তাৰ বিবৰণ শুনা অতি কৌতূহলে॥ ৩৪৫০
কালীপূজা কৰিলন্ত ব্ৰাহ্মণসকলে।
মূৰ্ত্তিগোট পেলাইলেক ধম্নুখুণ্ডা বিলে॥
পানীৰ পৰশে তাৰ মৃত্তিকা খসিল।
খেৰ মূৰ্ত্তিগোট পাচে ভাসিয়া উঠিল॥ ৩৪৫১
তাক দেখি বিপ্ৰসবে মূৰ্ত্তিক তুলিয়া।
ৰাখিলন্ত সেহি মূৰ্ত্তি ৰাজা আগে নিয়া॥

বাজা নাবায়ণে কাবণ পুছিল।
ব্রাহ্মণসকলে মিছা ঘটনা বুলিল॥ ৩৪৫২
শুনিয়োক মহাবাজ কহো বিৱৰণ।
নবহিবে ধৰ্ম্ম জানা শঙ্কব কাবণ॥
তীৰ্থ ব্ৰত পূজা ঈশ্বৰৰ মূৰ্ত্তি যত।
একোকে নামানে যিবা কহিছে বেদত॥ ৩৪৫৩
অধৰ্ম্ম বাঢ়িল জানা ধৰ্ম্ম নষ্ট ভৈলা।
এহিমতে নানা কথা বাজাত কহিলা॥
ব্ৰাহ্মণৰ কথা শুনি বাজা খঙ্গ ভৈলা।
বন্দী কৰিবাক গৰমলি * আদেশিলা॥ ৩৪৫৪
শুনা গৰমলি তই মোহোৰ বচন।
শঙ্কৰক ধৰি আন সমে সঙ্গীগণ॥
হাবে পুৱাইবো জুই ছালে ডামা সিম।
শৰীৰৰ মাংস তাৰ কুকুৰক দিম॥ ৩৪৫৫
আজ্ঞা পায়া গৰমলি তেখনে লৰিল।
দেৱানে শুনিয়া শীঘ্ৰে লোক পঠাই দিল॥
বুলিলন্ত লৈয়া যাহা চৰা নৌকাখান।
শীঘ্ৰ কৰি নাৱে ভোৰা কৰাহা গমন॥ ৩৪৫৬
বাত্ৰি-দিনে মাৰি বৈঠা আন আগে যাই।
যিমতে বাজাৰ লোকে ধৰিবে নাপাই॥

* গৰমলি—দূত, চৈকেলা।

এহি বুলি ৰাজবংশীলোক আঠ জন।
পঠাইয়া দিলন্ত হুয়া উৎকণ্ঠিত মন॥ ৩৪৫৭
লোকসবে শীঘ্রে গৈলা আদেশক পাই।
আসিলন্ত শীঘ্রবেগে শঙ্কৰক লই॥
আনিয়া গুৰুক পাচে দেৱানক দিল।
দেখিয়া দেৱানে গুৰু চৰণ সেৱিল॥ ৩৪৫৮
সমস্ত বৃত্তান্ত কই ফুলবাৰীত থৈল।
গুৰুকাৰ্য্য সাধি তেহে ৰঙ্গ মন ভৈল॥
ৰাজ-গৰমলি গৈয়া লাগক নপাইল।
পালিবে নাপাৰি আজ্ঞা দুখ মন ভৈল॥ ৩৪৫৯
নাৰায়ণ গোকুলচন্দ্র আতৈ দুইজন।
পন্থতে আছিল আলোচিয়া কৃষ্ণগুণ॥
দেখা পাইলা দুহান্তক নৃপতিৰ চৰে।
কোন তোৰা বুলি পুছিলন্ত উচ্চৈস্বৰে॥ ৩৪৬০
শঙ্কৰৰ দাস বুলি দিলা পৰিচয়।
শুনিয়া ৰাজাৰ চৰে ধৰিয়া বান্ধয়॥
ধৰি নিলা আতাক শুনিলা গৃহিনী।
খেদ কৰি স্বামী সঙ্গে গৈলন্ত আপুনি॥ ৩৪৬১
আতাইয়ো শুদ্ধ মনে সম্মতি দিলন্ত।
আজ্ঞা পাই স্বামী সঙ্গে তেহো চলিলন্ত॥
হেনমতে গৈয়া ৰাজনগৰক পাইলা।
আদি অন্ত কথা দূতে নৃপতিক কৈলা॥ ৩৪৬২

শঙ্কৰক নাপাই আনি আছো দুজনক।
শঙ্কৰৰ দাস বুলি কহিছে আমাক॥
সুধিলন্ত ৰাজা পাচে দুই মহন্তক।
শঙ্কৰেনো কি আচাৰে কৰা ভক্তলোক॥ ৩৪৬৩
সদাচাৰী হয় কিম্বা হয় অনাচাৰী।
এহি কথা কহা তোৰা মোক নিষ্ঠ কৰি॥
আতা বোলে গুৰুজন হয় সদাচাৰী।
আসিছে তাৰিব জীৱ কৃপাময় হৰি॥ ৩৪৬৪
ৰাজা বোলে যদি হয় শঙ্কৰ সদাচাৰী।
ঈশ্বৰ প্ৰতিমা কেনে ফেলে নষ্ট কৰি॥
হোম যজ্ঞ তীৰ্থ ব্ৰত একোৱে নামানে।
ইৰূপ কাৰ্য্যাত সদাচাৰী বোলে কোনে॥ ৩৪৬৫
এহি বুলি নৃপতিয়ে আদেশক দিলা।
অত্যন্ত দুখক দিয়া শাস্তিক কৰিলা॥
আঙ্গুলিক চেপা নখে শলাক সোমাই।
গাত খান্দি পোড়ে দাগে কোদাল তপতাই॥ ৩৪৬৬
এহিমতে নানা শাস্তি দুইকো কৰিলা।
শাস্তি দিয়া পুনু উক্ত কথাক সুধিলা॥
কঠিন স্বৰূপে যি অজত শাস্তি কৰে।
আতা বোলে হস্তেকৃত কাৰ্য্যাক নকৰে॥ ৩৪৬৭
পাৱে গুৰুঘৰে নতু কৰয় গমন।
মাথাগোটে গুৰুপাৱে নকৰে বন্দন॥

সি কাৰণে অঙ্গসবে শাস্তিক পাৱয়।
গৰমলি কৰ শাস্তি যতেক আছয় ॥ ৩৪৬৮
এহি শাস্তি পায়ো কহে শঙ্কৰ সদাচাৰী।
শুনি খঙ্গে অগ্নি যেন ভৈলা গৰমলি ॥
চন্দন কাঠৰ এক আধটিয়া পাই।
বাম হাত ভাঙ্গিলন্ত তাহাৰে কোবাৰ ॥ ৩৪৬৯
অসহ্য তাড়না পায়া গোকুলচান্দই।
সহিবে নাপাৰি কহো বুলিয়া মাতয় ॥
শুনি এহি কথা আতা খঙ্গিলন্ত আতি।
গোকুলচান্দক কথা বুলিলন্ত মাতি ॥ ৩৪৭০
শুন গোকুলচান্দ তই কিবা কথা কবি।
মিছা গুৰু গ্লানি কৈয়া নাৰকীহে হবি ॥
কওঁ কওঁ বুলি তই কবি কিবা কথা।
শৃগালে খাইবে নেকি পশুৰাজ মাথা ॥ ৩৪৭১
যিবা কহ তাকে মই শুনোহো তাক।
পৰিত্যাগ কৰিলোহো আজিয়ে তোমাক ॥
এহি কথা বুলি কাণে আঙ্গুলিক দিয়া।
আছিলন্ত কতোক্ষণ চক্ষুক মুদিয়া ॥ ৩৪৭২
চক্ষু মেলি গোকুলক দেখাক নাপাইলা।
নেদেখিয়া আতা বৰ আনন্দিত ভৈলা ॥
গৰমলি বোলে তুমি কৰা কিবা কাম।
অহৰ্নিশে লোৱা মাত্ৰ ঈশ্বৰৰ নাম ॥ ৩৪৭৩

নাৰাণে ঈশ্বৰে মাত্ৰ পাইবা দুখক।
কিবা লাভ পাই তুমি ধৰিছা নামক॥
শুনি নাৰায়ণে পাচে দিলেক উত্তৰ।
জগত পালন কৰে মায়ায়ে ঈশ্বৰ॥ ৩৪৭৪
কৰ্ম্মবশে সুখ-দুখ দেহৰ আছয়।
কৰ্ম্ম অনুসাৰে তাক ভুঞ্জিবে লাগয়॥
বিনাশী দেহৰ অৰ্থে ভক্তে নবাঞ্ছয়।
ঈশ্বৰৰ ইচ্ছা বুলি সহিয়া থাকয়॥ ৩৪৭৫
ঈশ্বৰৰ পাদপদ্মে মতি নছাড়োক।
তাহান ভক্তৰ সঙ্গে সদা সঙ্গ হৌক॥
এহি মাত্ৰ বাঞ্ছা কৰি নাম লৈয়া থাকো।
তান প্ৰীতি বাকে বাঞ্ছা নকৰোহো একো॥ ৩৪৭৬
পাচে গৰমলি একো মতে নাপাৰিয়া।
আতাক শোধালে নৃপতিৰ আগে নিয়া॥
গৰমলি বদতি শুনিয়ো মহাৰাজ।
ইজনে নকয় কথা কৰো কিবা কাজ॥ ৩৪৭৭
কোনো এটি ছিদ্ৰ নকহয় শঙ্কৰৰ।
যিবা ইচ্ছা তাকে কৰা সাধ্য নাই মোৰ।
ৰাজা বোলে আক নিয়া বন্দীশালে থৈয়ো॥
ভাল ৰূপে হাতে ভৰি লোহাক লগায়ো॥ ৩৪৭৮
শুনিয়া তাহাক গৰমলি কিলাই নিলা।
হাতে ভৰি লোহা লগাই বন্দীশালে থৈলা॥

কিছুদিন পৰে হেমা-পেমা ভোট দুই।
মানুহ বিচাৰে আহি টকা হাতে লই ॥ ৩৪৭৯
ৰাজ নগৰত তাৰা বন্দী বিচাৰয়।
পৰস্পৰ হন্তে কথা ৰাজাই শুনয় ॥
নকহয় ছিদ্ৰ একো কথা শঙ্কৰৰ।
বন্দীক বেচোহো টকা লৈয়া ভোটৰ ॥ ৩৪৮০
পাত্ৰ-মন্ত্ৰী মাতি আনি যুগুতি কৰিলা।
ভোটক বেচিবে সবে সম্মতিক দিলা ॥
সেহি ৰাতি নাৰায়ণে সপোন দেখিলা ॥
আতাৰ সিঠানে বহি গুৰুৱে কহিলা ॥ ৩৪৮১
গৰ্জ্জন কৰিয়া গুৰু বোলে দৃঢ়স্বৰে।
শকতি আছয় কাৰ তোমাক দিবৰে ॥
কিনিবে কাহাৰো জানা নাহিকে শকতি।
কহিলোহো ইটো কথা দৃঢ় কৰি আতি ॥ ৩৪৮২
আতা বোলে যদি বাপ দাসে ভৈল দায়া।
সেৱকৰ সঙ্গে নহি হৰিটিকো লোৱা ॥
এহি কথা শুনি বুলিলন্ত গুৰু বাক।
তোমাক দিছয় দুখ নোৱাৰো লৈবাক ॥ ৩৪৮৩
আতা বোলে ৰাজাজ্ঞা পালিছে সহিহবি।
হুকুম নাপালি তেহো থাকে কেন কৰি ॥
জীৱন থাকিছে মোৰ সহিহবি হন্তে।
এতেকতে বাপ তাক লাগয় ৰাখিতে ॥ ৩৪৮৪

হেন কালে সাৰি পাইয়া আতা উঠিলন্ত।
আথ বেথ কৰি সহিহৰিক মাতন্ত ॥
উঠা গৰমণি মোৰ ছিঙ্গি আছে বেৰি।
ৰাজাই জানিবে লগায়োক যত্ন কৰি ॥ ৩৪৮৫
দেখা পায়া সহিহৰি বিস্ময় মানিলা।
পুনু সপোনৰ কথা মনত ভাবিলা ॥
আথে বেথে আহি আতাৰ চৰণত পৰি।
ক্ষমা মাগিলন্ত বহু স্তুতি নতি কৰি ॥ ৩৪৮৬
নাজানি কৰিলো দোষ ৰাজাৰ অ'জ্ঞায়।
এতেকন্তে বাপ মোক ক্ষমিবে লাগয় ॥
আতা বোলে মই বাপু আছোহো বন্দীত।
ইস্থানে ইহেন কথা নহয় উচিত ॥ ৩৪৮৭
হেন শুনি সহিহৰি নামাতি থাকিল।
ৰাত্ৰি প্ৰভাততে ৰাজা ভোটত বেচিল।
ছয় কুৰি টকা ভোটে নৃপতিক দিয়া।
হাতত ধৰিয়া বলে গৈলন্ত লইয়া ॥ ৩৪৮৮
অনুক্ৰমে গৈয়া ভোটে সীমানক পাইল।
দৈৱক্ৰমে সি ঠাইত চক্ষু অন্ধ ভৈল ॥
দেখাক নাপাই ভোটে কৰে অ'ল জাল।
ভাবিলন্ত এই জনে আমাৰ 'ভল কাল ॥ ৩৪৮৯
কিবা ইটো দেও-মানুহ আমাসাক দিলা।
ইহাৰ কাৰণে যত আপদ মিলিলা ॥

আমাক নালাগে এনে দেও মানুহক।
টকা আনো উলটাই দিয়া ইহাস্তক ॥৩৪৯০
এহি বুলি ভোটে রাজ-নগরক গৈলা।
দেও-মানুহ দিছা ইটো রাজাক কহিলা ॥
নালাগে আমাক রাজা এনে দেও লোক।
টকা উলটাই দিয়া চলিবো দেশক ॥৩৪৯১
শুনি রাজা মহাখঙ্গে খেদিলা ভোটক।
টকা নিদি পঠাইলন্ত বুলি কটুবাক ॥
শঙ্কটত পৰি ভোটে গুণিবে লাগিলা।
সহিহৰি দেখিয়া পাচে ভোটক বুলিলা ॥৩৪৯২
তিনি কুৰি টকা দেওঁ ফিৰাই দিয়া মোক।
কহিলোহো ভোট ইষ্ট কথাক তোবাক।
যদিহে দুনাই আৰু লইয়া যাইবা।
নিশ্চয় কহিলো জানা বিপদে পৰিবা ॥৩৪৯৩
ভাবি চিন্তি ভোটসবে সম্মত হইল।
তিনি কুৰি ৰূপ লৈয়া আতাক এৰিল ॥
আতাক পাইয়া সহিহৰি ঘৰে নিল।
অতিশয় আনন্দতে ঘৰত ৰাখিল ॥৩৪৯৪
সহিহৰি গৃহতেই আইও আছিল।
হৰ্ষ বিষাদতে আসি দেখাক কৰিল ॥
আতাৰ চৰণে আই কান্দিলন্ত পৰি।
তুলিলন্ত আতাই আইক হাতে ধৰি ॥৩৪৯৫

বুজিলন্ত নাকান্দিবা শেষ ভৈল দুখ ।
ঈশ্বৰ কৃপাত দেখা দেখি হলো মুখ ॥
ভাৰ্য্যাক পৰীক্ষা কৰি আতা বুজিলন্ত ।
গুৰু হন্তে যত দুখ আমাৰ ভৈলন্ত ॥৩৪৯৬
ভুঞ্জিলাহা সঙ্গে দুখ তুমিও বহুত ।
কহো গৈয়া সাক্ষাতত্তে ইকথা গুৰুত ॥
শুনি আই আচৰিত মানিয়া বুজিলা ।
এহি কথা কিয় প্ৰভু তুমি নিজে কৈলা ॥৩৪৯৭
অপমান কৰিবাক গুৰুক নাপায় ।
শাস্ত্ৰসবে কহিছন্ত দঢ়াই দঢ়াই ॥
শৰীৰত আছে সুখ দুখ নানা মত ।
অনিত্য শৰীৰে দুখ হোৱয় সতত ॥৩৪৯৮
গুৰুৰ কাৰণে যিবা দুখ আছো পাই ।
অনেক জন্মৰ ভাগ্য হইছে উদয় ॥
ঠাকুৰে শুনিয়া কথা ভাৰ্য্যাৰ মুখত ।
প্ৰশংসা কৰিলা অতিশয় আনন্দত ॥৩৪৯৯
তুমি হেন ভাৰ্য্যা মই সাৰ্থক লভিছো ।
দুখতেও সুখে জানা তোমাহন্তে আছো ॥
পূৰ্ব্ব পুণ্যফলে আৰে পুৰুষসকলে ।
তুমি হেন ভাৰ্য্যা লাভ কৰে ইহকালে ॥৩৫০০
এহি কথা কহি আতা মৌন হুয়া বৈল ।
কথা শুনি সহিহৰি আনন্দিত ভৈল ॥

ভকতক সদা কৃষ্ণে বক্ষা কবি ফুবে।
কৃষ্ণব কৃপাত দুখে কটাক্ষ নকবে ॥৩৫০১
যুক্তি যুক্ত কথা শুনি আতাব মুখত।
চবণ সেৱিলা পবি আই আনন্দত ॥
ইহাব পাচব কথা শুনা সৰ্ব্বজন।
কথা শুনি বাজাব বিস্ময় ভৈলা মন ॥৩৫০২
সহিহবিক আনিয়া বুলিলা বচন।
আনা গবমলি সেহি দেও লোক জন ॥
যাহাক বান্ধিয়া নিতে ভোট হুইল কাণা।
সেহি জনা লোক শীঘ্রে ঐক ধবি আনা ॥৩৫০৩
দেখো মই তাক কেনে সিটো দেও লোক।
কিবাহেতু ভোটসবে এবি গৈলা তাক ॥
শুনি গবমলি গৈলা আথে বেথ কবি।
আনিলন্ত শীঘ্রে আতা ঠাকুবক ধবি ॥৩৫০৪
আনিয়া আতাক বাজাব আগে দিলা।
আতাব শবীবে বাজা মন দিয়া চাইলা ॥
পদহস্তে মস্তকক নিবেখি দেখিল।
পুৰুষ লক্ষণ দেখি নমাত্তি বহিল ॥৩৫০৫
ছত্রাকাব মাথা বাহু আজানুলম্বিত।
দেখিলন্ত আতা গাবে বহু সুশোভিত ॥
আনো নানা গুণ দেখি বিমোহিত হুই।
বাজা দেখিলন্ত সিটো আতি শুভাময় ॥৩৫০৬

ৰাজা বোলে নজানিয়া বহু কষ্ট দিলো ।
আবেগে সিসব দোষ ক্ষমাক মাগিলো ॥
যাইবে পাৰা তুমি আয়ে দিলোহো মেলানি ।
পূর্ব্বৰতে থাকা গাই ৰাম-কৃষ্ণ বাণী ॥৩৫০৭
আতা বোলে মহাৰাজ সদয় যদি হোৱা ।
বিদায় দিয়োক মোক পত্র লেখি দিয়া ॥
শুনি ৰাজা অতিশয় হর্ষ চিত্ত কৰি ।
পৰণা লেখিয়া দিলা সিংহচাব মাৰি ॥৩৫০৮
ধুমচি মাৰেচা চোৰ চাৰাল যতেক ।
সবাকো এৰিলা ৰাজদায়ী ব্যতিৰেক ॥
কাকত পাইয়া আতা বিদায় হৈল ।
সহিহৰি সহ ধীৰগতি চলি গৈল ॥৩৫০৯
এহিমতে গৈয়া সহিহৰি গৃহ পাইল ।
সেহি সময়ত আইৰ প্রসৱ হইল ।
প্রসবিয়া আই একগুটি পুত্র পাইল ।
শুনিয়া আতাই পাচে স্নানক কৰিল ॥৩৫১০
শুভক্ষণ চাই আতা দেখি পুত্রমুখ ।
দুখ অন্তে লভিলন্ত খন্তেকৰ সুখ ॥
ক্রমে খোজ কাঢ়ি আতা ফুলবাৰী পাইল ।
গুৰুৰ খবৰ পাই হর্ষান্বিত হইল ॥৩৫১১
উপস্থিত হইল আতা আসিয়া সভার্মধ্যে ।
সেহি সময়ত গুৰু গৈছে পানী কার্য্যে ॥

কমলিধৰা পৰ্ব্বানন্দে পানা লইয়া আছে ।
এহেন সময়ে গুৰু আতাক দেখিছে ॥৩৫১২
দূৰতে দেখিয়া চাই আছে এক মনে ।
সুখৰ আকৰ উঠিলিছে ঘনে ঘনে ॥
ঠাকুৰ আতা পাইলা গৈয়া শ্ৰীগুৰুৰ পাশ ।
সেৱা কৰি পৰি ৰৈলা চৰণৰ কাষ ॥৩৫১৩
চক্ষুৰ লোতকে গুৰুৰ চৰণ তিতিল ।
হৰিষ বিষাদ মনে শ্ৰীগুৰু থাকিল ॥
গুৰুৱে আকলি ধৰি আতাৰ গলত ।
স্নেহভৰে অমৃত হাত বুলাইলা গাৱত ॥৩৫১৪
গুৰুৰ চৰণ পাই দুখ আতৰিল ।
আতা পাচে আদি অন্ত কথাক কহিল ॥
গুৰু বোলে শুনিয়োক নাৰায়ণ দাস ।
তোমাক পাইবাৰ মনে এৰিছিলো আশ ॥৩৫১৫
আতাও বুলিলে বাপ এহি কথা সাৰ ।
দুনাই যুগল পাৱ নেদেখিবো আৰ ॥
তাৰ পাচে আদি অন্ত কথাক কহিল ।
কৰিলাহা দয়া বাপ দুখ আতৰিল ॥৩৫১৬
শুনি গুৰু মনদুখে নিশ্বাস ত্যজিল ।
হৰষিত মনে পাচে বচন বুলিল ॥
ইহেন কষ্টক সহি ধৰ্ম্মক ৰাখিলা ।
সেহি হেতু ঈশ্বৰৰ প্ৰসাদ লভিলা ॥৩৫১৭

আজি ধৰি ভৈলাহা দাইন বাহু মোৰ।
নিকাৰ ভুঞ্জিয়া বল দেখাইলা ধৰ্ম্মৰ॥
এতেকতে পৰম স্নেহৰ পাত্ৰ তুমি।
আজি ধৰি পাতিলো ধৰ্ম্মৰ খুটি আমি॥৩৫১৮
তাৰ পাচে আইৰ পিনে দৃষ্টিক কৰিলা।
আইৰ কোলাত এটি শিশু দেখা পাইলা॥
পুছিলা আতাক তাৰ বৃত্তান্ত চুনাই।
এনে অৱস্থাত কৈত পুত্ৰ আছা পাই॥৩৫১৯
আতাই কহিলা কথা জুৰি দুই কৰ।
প্ৰভুৰ কৃপাত পুত্ৰ নহে অপৰৰ॥
জন্মি আছে এটি বেচি দিন হোৱা নাই।
দুখৰ উপৰে দুখ মিলিছে চুনাই॥৩৫২০
ভাবিবাহা ইহাক দাসৰ দাস বুলি।
ৰাখিবাহা সদা প্ৰভু চৰণে আকলি॥
এহি বুলি চৰণৰ তলত ৰাখিলা।
ঈশ্বৰেও মাথে বৃদ্ধাঙ্গুলি চিহ্ন দিলা॥৩৫২১
আইও সেবিলা পৰি যুগল চৰণ।
কৰিলা অনেক স্তুতি হুয়া একমন॥
সন্তোষ হইয়া গুৰু উঠিতে বুলিলা।
পুত্ৰৰ কি নাম বুলি আতাক সুধিলা॥৩৫২২
আতা বোলে শুনা প্ৰভু কিবা নাম দিছো।
দুখত জন্মৰ হেতু দুখী নাম থৈছো॥

এহি কথা শুনি গুৰু হাসিয়া বুলিলে ।
নহে দুখ ইটো জানা সুখকেহে বোলে ॥৩৫২৩
যেহেন স্বৰূপে তুমি ধৰ্ম্মক ৰাখিলা ।
আৰো যেনমতে তুমি মোক সুখ দিলা ॥
সেহি হেতু আমি আজি আনন্দ লভিলো ।
সিকাৰণে নাম আৰ পৰমানন্দ দিলো ॥৩৫২৪
জ্ঞানৱন্ত বিদ্যাৱন্ত গুণৱন্ত হৈব ।
জগতৰ মধ্যে সিটো সুখ্যাতি ৰাখিব ॥
এহিমতে কথা গুৰু বুলিলা দুনাই ।
নাৰায়ণ বাপু তুমি থাকা এহি ঠাই ॥৩৫২৫
এনে সময়তে আহি গৰমলি হৰি ।
প্ৰাৰ্থনা কৰিলে দুই চৰণত ধৰি ॥
আতাও প্ৰাৰ্থিলা ভৰণৰ হেতু তাৰ ।
ভৈলন্ত প্ৰসন্ন দোষ কৰি পৰিহাৰ ॥৩৫২৬
তাৰ পাচে আতা গুৰু আদেশক পাই ।
থাকিলন্ত কিছুদিন সুখে সেহি ঠাই ॥
একদিন আতাক গুৰুই মাতি আনি ।
আদৰে সম্বোধি পাচে বুলিলন্ত বাণী ॥৩৫২৭
গৃহে যোৱা নাৰায়ণ বহুদিন হৈল ।
চিন্তাযুক্ত আছে তৱ কুটুম্বসকল ॥
এতেকতে যোৱা তুমি থাকিবে নালাগে ।
আমাৰ বাতৰি কৰা মাধৱৰ আগে ॥৩৫২৮

পাটবাউসীক যাই কৰা সমুদাই।
আমাৰ নিমিত্তে কাৰো চিন্তা একো নাই ॥
সকলোকে কৰা তুমি যত বিবৰণ।
ঘৰত সবাৰে যেন থিৰে থাকে মন ॥৩৫২৯
আদেশ পাইয়া আতা বিদায়ক হুই।
ঘৰ মুখে চলিলন্ত ভাৰ্য্যা পুত্ৰ লই ॥
ক্ৰমে ক্ৰমে আসিয়া নিজগৃহ পাইল।
আনন্দ লভিল ইষ্ট কুটুম্বসকল ॥৩৫৩০
দুই চাৰিদিন আতা থাকি নিজ ঘৰে।
গণককুছিক খোজ লৈলা ধীৰে ধীৰে ॥
শ্ৰীমাধৱদেৱে দূৰহন্তে দেখা পাই।
কোনবা আহিছে বুলি থাকিলন্ত চাই ॥৩৫৩১
বুলিলে আতাক দেখি পাচে হৰ্ষ মন।
কিছু খোজ আগবাঢ়ি হুইল মিলন ॥
আকলিয়া ধৰিলন্ত সখি সখি বুলি।
অতি হৰ্ষচিত্তে দুয়ো কৰে কোলাকোলি ॥৩৫৩২
মাধৱে বুলিলা সখি কোৱা শীঘ্ৰ কৰি।
বেহাৰৰ যত কথা সমস্ত বিবৰি ॥
বুলিলন্ত আতা আদি অন্ত সমস্তক।
শুনিয়া মাধৱে আতি কৰিলন্ত শোক ॥৩৫৩৩
দুই সখিৰ চকুলো নিগৰি পৰিল।
কিছুক্ষণ দুইজনে মামাতি থাকিল ॥

কিছুপৰ এহিমতে থাকি দুইজনে।
সান্ত্বনা লভিল পাচে ধৈৰ্য্য ধৰি মনে ॥৩৫৩৪
গুৰুৰ বাৰ্ত্তাক আতা সমস্তে কহিলা।
শুনিয়া মাধৱে তাক আনন্দ কৰিলা ॥
ভোজন কৰিয়া পাচে হৰ্ষমন হুই।
পাটবাউসীক গৈলা গোসানীৰ ঠাই ॥৩৫৩৫
গোসাইৰ খবৰ আৰো নিজৰ বৃত্তান্ত।
সেৱা কৰি বুলিলন্ত আতা আদি অন্ত ॥
শুনিয়া গোসানী হৰ্ষ বিষাদক কৰি।
চকুলো টুকিলন্ত সিসব সুমৰি ॥৩৫৩৬
আই বোলে শুনা তুমি মোহোৰ বচন।
বৰ সুখ দিলা তুমি ধৰ্ম্মে বিচক্ষণ ॥
এত দুখ সহি তুমি ধৰ্ম্মক নেৰিলা।
এহি কাৰ্য্যে তুমি মোক বৰ সুখ দিলা ॥৩৫৩৭
তোমাৰ সুযশ ইটো থাকিব জগতে।
মনে মুখে কব তাক সমস্ত ভকতে ॥
এহি বুলি আই দুইকো বিদায়ক দিলা।
সেৱা কৰি দুই সখি ক্ৰমে খোজ লৈলা ॥৩৫৩৮
গণককুছিত আতা নিশাক বঞ্চিলা।
পিচদিনা প্ৰভাতে মইৰ্হক আসিলা ॥
ইষ্ট কুটুম ভাৰ্য্যা পুত্ৰাদিক লই।
ঘৰত থাকিল সুখে হৰিগুণ গাই ॥৩৫৩৯

যৈতে ধৰ্ম্ম তৈতে জয় বেদৰ বচন।
শুনা কহো তাৰ কথা কৰি একমন॥
প্ৰহ্লাদৰ কথা যত সবাৰে বিদিত।
ধ্ৰুবেয়ো কৰিছে ভক্তি আতি আনন্দিত॥৩৫৪০
উদ্ধৱ বিদুৰ আৰো ব্ৰজবাসীগণ।
সৰ্ব্বক্ষণে লোকে যাক কৰয় ব্যাখ্যান॥
হেন জানি ভাইসব এৰা আন ধৰ্ম্ম।
ৰামনাম বিনে নাই তৰণৰ কৰ্ম্ম॥৩৫৪১

---

দুলড়ী

তাৰ পাচে কথা শুনিয়ো সৰ্ব্বথা
যিবা ভৈলা বেহাৰত।
শুনিলা নৃপতি শঙ্কৰ আছয়
চিলাৰায় সমীপত॥
দূতক পঠাই মন্ত্ৰক জনাই
বুলিলন্ত ভাজি পাতি।
শুনিছো শঙ্কৰ অসংখ্য শাস্ত্ৰৰ
তত্বজ্ঞ আছয় আতি॥৩৫৪২
মোৰ ইচ্ছা আছে শঙ্কৰৰ কাছে
ধৰ্ম্মৰ কথা শুনিবো।
মোৰ সমীপক আসোক শঙ্কৰ
সাদৰে আমি আনিবো॥

কৈলা দূতে যাই কৰিয়া বিনয়
রাজাৰ সকলে কথা।
শুনি চিলাৰায় নগৈল প্ৰত্যয়
ভাবি গুণি পূৰ্ব্বকথা ॥৩৫৪৩
দূতৰ আগত নকৰি কপট
বুজিলা মনৰ ভাৱ।
বিশ্বাস কৰিবে নপাবো জানিবা
দাদাৰ আছে কুভাৱ ॥
পঠায়া দিয়োক স্নেহৰ পাত্ৰক
ৰাখি থৈবো মই তাক।
দিবো শঙ্কৰক কোৱা গৈ দাদাক
দূতেও কৈলা ৰাজাক ॥৩৫৪৪
ৰাজা শুনি কথা নকৰি অন্যথা
পঠাইল এক পাত্ৰক।
আদৰ বচন কৈলা অগণন
সন্তোষ মনে অনেক ॥
শুক্লধ্বজে পাচে শঙ্কৰৰ কাৰে
কৈলা আনন্দিত মনে।
শঙ্কাক নকৰি যোৱা শীঘ্ৰ কৰি
বাৰ্ত্তাক লবো সঘনে ॥৩৫৪৫
শুনি গুৰুজন বঙ্গ কৰি মন
ৰাজাৰ সভাক গৈলা।

শঙ্কৰ আহিছে শুনি ৰাজা পাচে
আদৰি সভাক নিলা ॥
ধীৰে ধীৰে গৈয়া খোজ কাঢ়ি কাঢ়ি
সিংহাসন কাষ পাইলা ।
সাত ঠাক ভেটি অনুক্ৰমে উঠি
টোটয় এটি মাতিল ॥৩৫৪৬
টোটয়ক মাতি কৰি পৰিপাটি
ভটিমাক গাইলা এটি ।
যত ৰাজাৰ গুণ আছে ভটিমাত
হৈলা আনন্দিত অতি ॥
কৰি আশীৰ্ব্বাদ পুছিলা সম্বাদ
খিয় হৈ থাকিলা গুৰু ।
মনোমুগ্ধকৰ প্ৰশান্ত গম্ভীৰ
পাণ্ডিত্য দেখিলা আৰু ॥৩৫৪৭
বসিবে আসন বিচাৰি ৰাজন
বোলে কম্বল আনিয়ো ।
বসোক শঙ্কৰ আতি শীঘ্ৰতৰ
কম্বল পাৰিয়া দিয়ো ॥
হয় দেখি দেৰি লৰালৰি কৰি
লগুৱা আনা কম্বল ।
ব্ৰাহ্মণসকলে হাতে হাতে দিলা
দেখি আতি অমঙ্গল ॥৩৫৪৮

দেখি গৰমলি হাতে লৈলা তুলি
পাৰিয়া দিলা সভাত।
ৰাজাৰ আদেশে আতি সমাদৰে
শঙ্কৰে বসিলা তাত ॥
ভটিমা টোটয় যিবা বুলিছয়
অৰ্থ জিজ্ঞাসিলা ৰাজ।
শঙ্কৰে বোলয় সিটো অৰ্থচয়
কহোক ব্ৰাহ্মসমাজ ॥৩৪৪৯
সকলো ব্ৰাহ্মণে বোলে মনে মনে
কেহোৱে অৰ্থ নকৰে।
দেখি মনে গুণি চাৰিৰূপে ভণি
কৰিলা অৰ্থ শঙ্কৰে ॥
আতি প্ৰীতিমন ভৈলন্ত ৰাজন
বুলিলা কৰি প্ৰশংসা।
মহা সুখ পাইলো অৰ্থক বুজিলো
পূৰিল মনৰ আশা ॥৩৫০০
ৰাজা অৱশেষে পুছিলা গুৰুক
শুনা আৰে মোৰ কথা।
সকলো ব্ৰাহ্মণে কয় সৰ্ব্বক্ষণে
নানানা বেদৰ কথা ॥
পূজা হোম যাগ যজ্ঞ প্ৰতিমাক
গীতা তুলসী যত।

একোকে নামানা নকৰা অৰ্চ্চনা
প্ৰতিমা কৰিছা হৃত ॥৩৫৫১
বুলিলা শঙ্কৰ শুনা নৰবৰ
অসত্য সিসব কথা ।
হৰিভক্ত মই তুলসী আছয়
দৃষ্টি কৰি চাৱা মাথা ॥
গীতা শাস্ত্ৰ চাই এক শৰণক
কৰিছো আমি প্ৰচাৰ ।
বিষ্ণুত বিনায় মোহোৰ মনত
সকলো দেৱ অসাৰ ॥৩৫৫২
কলিকালে মাত্ৰ বেদৰ সম্মত
বিষ্ণুত বাহিৰে নাই ।
সমস্ত দেৱদেৱী সবেয়ো উপাসি
সকলো বিষ্ণুতে পাই ॥
সাত্বত তন্ত্ৰ আৰু পঞ্চৰাত্ৰ
বেদ বেদাঙ্গ বিচাৰি ।
প্ৰচাৰ কৰিছো ধৰ্ম্মক বিহিছো
মই কেনে অনাচাৰী ॥৩৫৫৩
এহেন উত্তৰ শুনি ব্ৰাহ্মণৰ
মুখ মলিন হইলা ।
অসঙ্গত কথা বুলিছে সৰ্ব্বথা
ৰাজা অসন্তুষ্ট ভৈলা ॥

বোলে আজি আৰ কথাক সাম্বৰো
মীমাংসা হৈবেক কালি।
সভা ভঙ্গ কৰি সবেয়ো চলিলা
জয় মহাৰাজ বুলি ॥৩৫৫৪
পিচদিনা পুত্ৰ ৰাজাৰ সভাত
ৰাজা প্ৰজা এক ভৈল।
সিংহাসনে বসি ৰাজা মহাজ্ঞানী
ব্ৰাহ্মণে সম্বোধি কৈল ॥
বোলা তোমাসবে শঙ্কৰে কিমতে
বিষম কাৰ্য্য কৰিলা।
ব্ৰাহ্মণসকলে আথেবেথে বোলে
কালীৰ মূৰ্ত্তি ভাঙ্গিলা ॥৩৫৫৫
বুলিলা শঙ্কৰ শুনা নৰেশ্বৰ
পাটবাউসী ধামত।
ব্ৰাহ্মণসকলে বাদক কৰিলে
নোৱাৰিলে বাদে মোক ॥
মূৰ্ত্তিৰ চোহঙ্গা পানীত উপঙ্গা
তুলি আনি পাচে তাক।
মহাৰাজ আগে দিছে সেহি চেগে
হিংসিছে তাৰা আমাক ॥৩৫৫৬
প্ৰবৃত্তি নিবৃত্তি শাস্ত্ৰ দুইভিতি
বেদৰ বিহিত কাম।

নিবৃত্তি মাৰ্গত চলাহে যুগুত
মাত্ৰ তাত হৰিনাম ॥
প্ৰবৃত্তি মাৰ্গত পূজা অন্তৰ্গত
দেৱক সন্তুষ্ট কৰে ।
নাই নিবৃত্তিৰ বাহিৰে বিষ্ণুৰ
পূজা অৰ্চ্চনাত পৰে ॥৩৫৫৭

সংসাৰ সাগৰ বিষ্ণুৰ নামৰ
বাহিৰে তৰণ নাই ।
কলিৰ কালত লোক সমাজত
তাকেহে বুলিছো মই ॥
তাক নজানিয়া বিদ্বেষ কৰিয়া
মোহোৰ বিৰুদ্ধে কয় ।
সোধা মহাৰাজ ব্ৰাহ্মণ সমাজ
দ্বিজবন্ধু কাহাক কয় ॥৩৫৫৮

বুলিলা ব্ৰাহ্মণে লোক শাস্ত্ৰগণে
বিধৱা পুত্ৰক কয় ।
শুনিয়া শঙ্কৰ দিলন্ত উত্তৰ
ফুৰাহা পণ্ডিত বোলাই ॥
শাস্ত্ৰৰ কথাৰ উত্তৰ দিবাৰ
অলপো ক্ষমতা নাই ।
দ্বিজবন্ধু মানে বেদ শাস্ত্ৰগণে
অধম দ্বিজক কয় ॥৩৫৫৯

কন্যা বিক্রী কৰে নিত্যকৰ্ম্ম এৰে
দ্বিজবন্ধু কয় তাক।
জানা মহাজন কৰয় অকাজ
এহিসে বেদৰ বাক॥
ইকথা কহিয়া পুনশ্চ সুধিলা
মোৰ কথা মনে লোৱা।
দন্ত নখ কেশ তিনিয়ো বিশেষ
শুচি বা অশুচি কোৱা॥৩৫৬০
ব্ৰাহ্মণে বোলয় অশুচি হোৱয়
কলো আমাসাৰ মত।
শঙ্কৰে বুলিলা সম্বিধান দিলা
পোৱা নাই শাস্ত্ৰৰ তত্ত্ব॥
কহিলা হুনাই শুনা সমুদায়
কোন শাস্ত্ৰে আছে কই।
দ্ৰব্য সেহি তিনি শাস্ত্ৰ চোৱা আনি
অশুচি কহিতো নাই॥৩৫৬১
বাঘৰ নখক লোক সমাজক
দেখা সোণা খাটে লয়।
চামৰে ব্যজন দাতে সিংহাসন
ৰাজা প্ৰজা কৰি লয়॥
প্ৰকৃত অৰ্থক নজানিয়া তোৰা
অশুচি কিয় বুলিলা।

ৰাজানিয়া মত কথাৰ সম্মত
কিয়বা হেন কৰিলা ॥ ৩৫৬২
আমি যিবা কলো সন্নিধান দিলো
হয় নহয় বিচাৰি চোৱা ।
সন্দেহ থাকয় শাস্ত্ৰ মেলি চাই
ইকথা প্ৰমাণ লোৱা ॥
ব্ৰাহ্মণসকলে অতি লাজ পাই
ৰাজাক বুলিলা পাচে ।
বোলে মহাৰাজ ভাবি চোৱা কাজ
আৰো কত শাস্ত্ৰ আছে ॥ ৩৫৬৩
আমাৰ তিমান নাহি শাস্ত্ৰ জ্ঞান
আনা আন পণ্ডিতক ।
বিদেশবপৰা আহ্বানক কৰা
ভজাইবেক শঙ্কৰক ॥
এহি কথা শুনি ৰাজা মনে গুণি
নিমন্ত্ৰণ দিলা পাচে ।
কাশী প্ৰয়াগৰ অনেক দেশৰ
যতেক পণ্ডিত আছে ॥ ৩৫৬৪
বাসা সিধা দিলা সবাকে তুষিলা
পাচে আয়োজন কৰি ।
চন্দন চৌৰাত কৰি উত্তপাত
হৈলন্ত অৰিয়া অৰি ॥

নানা তর্ক কৰি চালে দৃঢ় কৰি
শঙ্কৰক নাপাৰিল।
পণ্ডিতসকলে পৰাস্ত মানিলে
প্ৰশংসা বহু কৰিল ॥৩৫৬৫
গতিক বুজিয়া পণ্ডিতে উঠিয়া
অনন্ত কন্দলি আদি।
ৰাজাক বুজালে সমিধান দিলে
যাৰা সব সত্যবাদী ॥
বোলে মহাৰাজ দেখিলাহা কাজ
শঙ্কৰক শাস্ত্রে নবে।
এৰি দিয়া বাদ আমাৰ কথাক
ধৰা তুমি সমাদৰে ॥ ৩৫৬৬
ৰাজা বোলে মই বুজি আসো তাক
তথাপি অভিপ্ৰায় মোৰ।
দেখোহো কিমান সম্বল কত্তমান
আছে ব্ৰাহ্মণসবৰ ॥
হেন সময়ত সেহি সমাজত
একগুটি লোক আহি
টুপলি জালুক দিলন্ত ৰাজাক
সেৱা কৰি বৈল ৰহি ॥ ৩৫৬৭
সেহি জালুকক লোক সমাজক
দিয়ালে ৰাজা ভগাই।

ব্ৰাহ্মণসকলে সমাদৰে ললে
পেলালে সমস্তে খাই ॥
শঙ্কৰে তেতিয়া আদৰ কৰিয়া
টুপলি বান্ধিয়া লৈল ।
দেখিয়া ব্ৰাহ্মণ কৰি ৰঙ্গমন
কলে পাই সেই ছল ॥ ৩৫৬৮
দেখিয়ো ৰাজন আমি সৰ্ব্বজন
ৰাজ প্ৰসাদক পাইলো ।
সন্মান দেখাই আমি সমুদায়
জালুক সন্তোষে খাইলো ॥
আগতে দেখিলা শঙ্কৰে নখাইলা
অৱজ্ঞা কৰি তোমাক ।
এনে গৰ্ব্বৱন্ত শঙ্কৰ মহন্ত
মানিব কিয় আমাক ॥ ৩৫৬৯
শুনিয়া শঙ্কৰ দিলন্ত উত্তৰ
শুনা শুনা সব কথা ।
শুনিয়োক ৰাজ মোৰ আছে কাজ
আছে জালুকৰ লেঠা ॥
জালুক পকিলে গৃহস্থ সকলে
পাৰি আনি ৰৌদ্রে দেই ।
লগাই আঠু ভৰি বাঢ়নিৰে সাৰি
যতে ততে দিয়ে থই ॥ ৩৫৭০

সেহি বস্তু মই সুধুই ঈশ্বৰে
কিমতে কৰো অৰ্পণ।
ঈশ্বৰক নেদি মই খাও যদি
হুইবে দুষ্ট ভোজন ॥
এহি কথা শুনি ৰাজা মনে গুণি
পুছিলে সবে দ্বিজক।
শঙ্কৰে যি কৰে সঁচা মিছা বিচৌ
তোৰাসবে কোৱা মোক ॥ ৩৫৭১
শুনিয়া ব্ৰাহ্মণে থাকি মনে মনে
সিদ্ধান্ত একো নেদিল।
পাচে কন্দলীয়ে অকপট ভাৱে
সন্নিধান ভাব দিল ॥
যি কলে শঙ্কৰ শুনা নৰবৰ
অলপো মিছা নহয়।
এহি কথা শুনি বিপ্ৰসবে গুণি
নমাতি থাকিল ৰই ॥ ৩৫৭২
তাত অনন্তৰে যি ভৈলা ঘটনা
এদিন ৰাজসভাত।
হৰিণ মাৰিলা মাংস আনি দিলা
ভকতি কৰিয়া তাত ॥
দেখি মহাৰায় মাংসক বিলাই
দিলা সব সমাজক।

বুলিলা দঢ়াই জানা কালিলৈ
আহিবা শীঘ্রে সভাক ॥ ৩৫৭৩
ব্ৰাহ্মণসকলে আতি ৰঙ্গমনে
ভুঞ্জিলন্ত ৰাতি দিনে।
পাচদিনা সবে ৰাজা দৰবাৰে
আসিলন্ত অল্পক্ষণে ॥
সেহি ছল পাই বিপ্ৰ সমুদায়
আসিলা ৰাজ সভাক ।
পাচে ডেকাগিৰী কৰি বাহু দেখি
গোচৰিলে মহাৰাজ ॥ ৩৫৭৪
বুলি আছা কালি শীঘ্ৰে আহা বুলি
শঙ্কৰে অৱজ্ঞা কৰি ।
দেখি কৰি আছে অৱজ্ঞা কৰিছে
কথাক কটাক্ষ কৰি ॥
হেন সময়ত ৰাজাৰ সাক্ষাত
হল আহি গুৰুজন ।
সুধিলন্ত ৰাজ কোৱা কিবা কাজ
আহিলা কৰি গহন ॥ ৩৫৭৫
বুলিলা শঙ্কৰ শুনা নৰবৰ
কালি যিবা বস্তুক দিলা।
তাকে বান্ধি বাঢ়ি সদাচাৰ কৰি
খোৱাতে সময় গৈলা ॥

ব্ৰাহ্মণসকলে মাতিলা তেখনে
আমি জানো খোৱা নাই।
সেহি কথা শুনি শুক মনে গুণি
চিন্তিলা তাৰ উপায় ॥৩৫৭৬
বোলে মহাৰাজ এক কথা কাজ
দিয়াহা এটিকৈ চৰু।
পানী খৰিকাক দিয়োক সবাক
আচমন কৰোক বাৰু ॥
মহাৰাজে শুনি চাৰু-পানী আনি
সবাকো দিয়াইলা পাচে।
মুখ পখালিয়া চৰুত পেলাইলা
মাংসক আনিয়া পাচে ॥ ৩৫৭৭
সবাৰো চৰুক আনি দেখিলেক
মাংস ভাত পৰি আছে।
শঙ্কৰৰ চৰু দেখি আতি বাৰু
নিৰ্ম্মল পানী পৰিছে ॥
মহাৰাজে দেখি মুদিলন্ত আখি
ব্ৰাহ্মণৰ কাৰ্য্য জানি।
বোলে ব্ৰাহ্মণক জানো তোমালোক
অতিশয় অগিয়ানী ॥ ৩৫৭৮
শঙ্কৰক নিন্দা কৰিছা সৰ্ব্বদা
জানিলোহো মই তাক।

অনাচাৰী মাত্ৰ তোৰাসব হোৱা
মিছা তোমাসাৰ বাক ॥
শুনা নৰলোক ভকতি মিলোক
গুৰুৰ চৰিত্ৰচয় ।
সংসাৰ তৰিবা সুখক লভিবা
হুইবেক অভ্যুদয় ॥ ৩৫৭৯
কহে ৰামচৰণে জীৱনে মৰণে
নাই নাম বিনে গতি ।
কাকুতিক কৰো চৰণত ধৰো
নামত কৰিয়ো ৰতি ॥ ৩৫৮০

---

মহাৰাজ নৰনাৰায়ণৰ ৰাজ-সভাত শ্ৰীশঙ্কৰ

পদ

এহিৰূপে ৰাজাৰ সভাত তিনি মাহ ।
ব্ৰাহ্মণৰ বাদে থাকি কৰিছে নিৰ্ব্বাহ ॥
ব্ৰাহ্মণে কৰয় তৰ্ক যিবা যিবা জানি ।
শঙ্কৰৰ মুখত সকলো হোৱে পানী ॥ ৩৫৮১
খণ্ডন কৰন্ত তাক খণ্ড খণ্ড কৰি ।
ৰাজায়ো শুনিয়া থাকে মহাৰঙ্গ কৰি ॥
মহা সংস্কৃতজ্ঞ পণ্ডিত ৰাজাও আছিল ।
আঠ গোটা শ্লোক কৰি নিজেই আনিল ॥ ৩৫৮২

ব্ৰাহ্মণসবক দিলা অৰ্থ কৰিবাক।
মোৰাৰি ব্ৰাহ্মণ সবে কৰে আক বাক॥
শঙ্কৰক দিলন্ত পাচে কৰিবে অৰ্থক।
চাৰি বিধ অৰ্থ কৰি বুজাইলন্ত তাক॥ ৩৫৮৩
হেন দেখি ৰাজা প্ৰশংসিলা বাৰম্বাৰ।
বোলন্ত প্ৰভাৱ মই জানো শঙ্কৰৰ॥
যাৰ ভকতিৰ শক্তি ভোটে দেখা পাই।
এৰি থৈ গৈলা পলাই টকাক নলয়॥ ৩৫৮৪
এহি বুলি প্ৰশংসা কৰিলা বহুতৰ।
হৃদি ফাটি গৈলা শুনি ব্ৰাহ্মণসবৰ॥
সন্তুষ্ট হুইয়া ৰাজা সমাদৰ কৰি।
স্বৰ্ণ ৰচিত ডগলা এক দিলন্ত সাদৰি॥৩৫৮৫
শুনিয়ো শঙ্কৰদেৱ মোহোৰ বচন।
পুৰস্কাৰ দিলো তাক কৰিও গ্ৰহণ॥
শুনিয়া শঙ্কৰদেৱে হেলাক নকৰি।
ৰাজ প্ৰসাদক লৈলা সমাদৰ কৰি॥ ৩৫৮৬
ৰাজসভা ভঙ্গ হুইল গুৰু আহে থানে।
বাটে পথে লোকে দেখি হৰি হৰি ভণে॥
বাটতে আছিল এক দলং বিশেষ।
লোকৰ ভীৰত দলং ভাঙ্গিল নিশেষ॥ ৩৫৮৭
দুই তিনি লোক পৰি মৰিলন্ত তাত।
হৰিধ্বনি দিলা দেখি ঘাটৈয়ে হঠাৎ॥

শঙ্কৰে শুনিয়া হৰ্ষান্বিত হৈলা আতি।
দিলন্ত ডগলা তাক সন্তোষতে যাতি॥ ৩৫৮৮
হৰিৰ নামক নৈলে পাপী লোক তবে।
ঘাটৈৰ নামত তৰিলন্ত মৃত্যু নবে॥
ৰাজাৰ হেলাত জানা দলং ভাঙ্গিল।
সেহি হেতু নৰহত্যা পাপ পৰশিল॥৩৫৮৯
ৰাজাৰ পাপক খণ্ডি পুণ্য উপজোক।
সেহি হেতু দিলা চোলা ঘাটৈ ভকতক।
পাচ দিনা গুৰু যেবে স্নান দান কৰি।
ৰাজাৰ সভাত থিয় হৈলন্ত আদৰি॥ ৩৫৯০
ব্ৰাহ্মণসকলে বহু শাস্ত্ৰক বিচাৰি।
প্ৰশ্ন কৰিলন্ত শঙ্কৰক লক্ষ্য কৰি।
তন্ন তন্ন কৰিয়া খণ্ডন কৰিলন্ত।
শঙ্কৰেও ব্ৰাহ্মণক প্ৰশ্নক দিলন্ত॥ ৩৫৯১
সিদ্ধান্ত নোৱাৰি দিব সবে হাই কৰে।
দেখিয়া ৰাজাৰ খং উঠিলন্ত বৰে॥
খঙ্গিয়া বুলিলা ব্ৰাহ্মণৰ মুখ চাই।
কি কাৰণে সভা মাজে কৰাহা অন্যায়॥ ৩৫৯২
শুনা শুনা দ্বিজগণ কেনে কৰা গৰ্ব্ব।
শঙ্কৰক নাপাৰিবা জানো তোৰা সৰ্ব্ব॥
পূৰ্ব্বহন্তে জানো শ্ৰীশঙ্কৰ বিজ্ঞবৰ।
মিছাতে দিলাহা আনি তোমৰা গোচৰ॥ ৩৫৯৩

ব্ৰাহ্মণ নভৈলে দণ্ডবেসে যোগ্য হোৱা।
এতিক্ষণে সভাৰ উঠিয়া সবে যোৱা॥
যিসব ব্ৰাহ্মণে সদভাৱে আলাপয়।
শঙ্কৰৰ মত শুদ্ধ বুলিয়া কহয়॥ ৩৫৯৪
সিসব ব্ৰাহ্মণক উপঢৌকণক দিল।
শঙ্কৰদেৱকো বহু সম্মান কৰিল॥
তাৰ কতক্ষণে ৰাজা মনত বিচাৰি।
বুলিলা সবাকো পাচে সমাদৰ কৰি॥ ৩৫৯৫
ভাগৱত শাস্ত্ৰৰ সমস্ত কথা সাৰ।
সংক্ষেপ কৰিয়া পুথি লেখি আবোবাৰ॥
এক দিনমধ্যে কোনে শুনাইবা কথাক।
কহিয়ো পণ্ডিতসবে এতিক্ষণে মোক॥ ৩৫৯৬
শুনিয়া পণ্ডিতসবে উত্তৰক দিলা।
অসাধ্য কথাক ৰাজা আমাক বুলিলা॥
হাতী মাৰি ভুককাত ভৰাব নপাৰি।
ভাগৱত গ্ৰন্থ তেনে কৰিবে নোৱাৰি॥ ৩৫৯৭
উত্তৰ শুনিয়া ৰাজা প্ৰত্যাহাৰ কৰি।
পুছিল প্যাৰিবা বাক কতদিন যুৰি॥
কেহো বোলে দহ কেহো বোলে ছয় সাত।
কোনো কোনো পণ্ডিতৰ নাই বোল মাত॥ ৩৫৯৮
শঙ্কৰৰ কালে চাই ৰাজা বুলিলেক।
আপুনি বা কত দিনে দিবা পাৰিবেক॥

শঙ্করে বুলিলা লাগে রাজাজ্ঞা পালিতে।
চাম মই যত শীঘ্রে পাবো আনি দিতে ॥৩৫৯৯
সভা ভঙ্গে সবলোক নিজস্থানে গৈল।
রাজার সভার লোক ক্ষণে অন্ত হৈল ॥
শ্রীশঙ্করে রাত্রিভাগে শাস্ত্রক লিখিলা।
গুণমালা নাম দিয়া ভুককাত ভরালা ॥ ৩৬০০
প্রভাততে উঠি গুরু নিত্যকর্ম্ম করি।
রাজার সভাত যায় উঠে দরাদরি ॥
রাজা দেখি রঙ্গমনে বৈসাইলা সাদরি।
শঙ্করে ভুককা নিয়া দিলা আগবাঢ়ি ॥ ৩৬০১
দেখিলন্ত রাজা তাত আছে ভূর্জপত্র।
তাহাত দেখিলা রাজা আছে ভাগবত ॥
আনন্দিত মনে রাজা ঠগী এক আনি।
রাখিলা তাহাত নিয়া সেহি শাস্ত্র খানি ॥৩৬০২
মহারাজা বোলে বাপ পাঠ করিয়োক।
কৃষ্ণকথা রস পিয়া লভো আনন্দক ॥
রাজার আদেশে পাঠ করিলা শঙ্কর।
ভাগবত সার শুনি সুখী নৃপবর ॥ ৩৬০৩
রাজা বোলে তুমি বাপ ঈশ্বর সাক্ষাত।
বৃন্দাবন কৃষ্ণলীলা বস্ত্রে আকা এত ॥
শঙ্করে বুলিলা বহু আয়োজন লাগে।
বস্ত্রত তুলিতে সূতা লাগে ভাগে ভাগে ॥ ৩৬০৪

সেহি সব সুতা আবে শীঘ্রে আনি দিয়া।
সমস্ত হিচাব তাৰ দিলন্ত লেখিয়া॥
লেখা অনুযায়ী সুতা ভাগ ভাগ কৰি।
লৈলে যত্ন কৰি তাক শঙ্কৰ শ্ৰীহৰি॥ ৩৬০৫
ৰাজাৰ আদেশ মাগে যাইতে শঙ্কৰ।
বিদায় দিলন্ত ৰাজা সম্ভ্ৰম বিস্তৰ॥
বৰপেটা মহলৰ দিলা অধিকাৰ।
তাৰ অৰ্থে ৰাজা বাক্য কলে আৰোবাৰ॥ ৩৬০৬
চলিয়োক ঘৰে আবে দিলো ৰাজ্য খণ্ড।
গুণত সন্তোষ হুবা দোষে দিবা দণ্ড॥
তোমাৰ আজ্ঞাত সবে চলিবেক প্ৰজা।
বিদায় দিলন্ত এহিমতে মহাৰাজা॥ ৩৬০৭
শুনিয়া সকলো কথা ভুবনেশ্বৰী ৰাণী।
পতি সমে আদৰিলা চৰণ দুখানি॥
বিদায় দিলন্ত পাচে গুৰুক সাদৰি।
আসিলন্ত গুৰুজন হৰ্ষ মন কৰি॥৩৬০৮
ইষ্ট কুটুম্ব সবে আনন্দিত হইল।
মহা সমাৰোহে সবে আগবঢ়াই লৈল॥
পাটবাউসী হন্তে গুৰু তাতীকুচি আহি।
ৰাজকাৰ্য্য দিনমান থাকে চৰ্চি বহি॥ ৩৬০৯
ৰাজকাৰ্য্যে পৰি গুৰু অশান্তিক পাইল।
তাহাক ছাড়িতে গুৰু চিন্তিবে ধৰিল॥

এহিমতে চিন্তা কৰি উপায় লাগিলা।
তাতীসকলক আনি কাপোৰক বুইলা ॥৩৬১০
বৃন্দাবনীয়া নামে বস্ত্র অতি মনোহৰ।
বুৱাইলা প্ৰৱন্ধে তাক শ্ৰীমন্ত শঙ্কৰ ॥
বৃন্দাবন মথুৰাৰ যতমানে লীলা।
কৰি লক্ষ পট তাত চিত্ৰক তুলিলা ॥৩৬১১
কৃষ্ণৰ জন্মৰ হন্তে কংসবধ মানে।
নাৰাখিলে বাকী একো তুলিলা যতনে ॥
দীৰ্ঘে ছয়কুৰি হস্ত প্ৰস্থে কুৰি তিনি।
এহি পৰিমাণে বস্ত্র বুৱাইলা আপুনি ॥ ৩৬১২
যত পট আছে মানে নিজেই তুলিলা।
এবেগেত পৰিমাণে দৈনিক বুৱালা ॥
একদিনা শ্ৰীগুৰু শাস্ত্ৰক লিখিলে।
মাধৱক বস্ত্র বুইবাক আদেশিলে ॥ ৩৬১৩
ব্ৰজমোহন লীলা সেহি দিন আছিল।
খৰধৰ কৰি তাক শেষক কৰিল ॥
মাধৱৰ বোৱা হল ষোড়শ আঙ্গুল।
শ্ৰীশঙ্কৰ গুৰু পাচে তাক নিবেদিল ॥ ৩৬১৪
এবেগেত চাৰি আঙ্গুল আজি বুই আছো।
কোনমতে বাপ মই বাক্যক পালিছো ॥
এহি বুলি মাধৱে সেৱাক কৰিলা।
শুনিয়া শঙ্কৰে অতি হৰষিত হৈলা ॥ ৩৬১৫

অধিক বোৱা দেখি প্ৰশংসা কৰিলে।
সেহি হেতু মাধৱক বঢ়াৰ পো বোলে॥
শেষ কৰিলন্ত ক্ৰমে কাপোৰক বুই।
যতনে ৰাখিলে তাক উদ্দেশ্যক লৈ॥ ৩৬১৬
আত অনন্তৰে আৰো শুনা কথা আন।
যিবা যিবা কথা ভৈলা পাটবাউসী থান॥
কণ্ঠভূষণ নামে আছে বিপ্ৰবৰ।
শঙ্কৰৰ লগে বাক কৰিলা বিস্তৰ॥৩৬১৭
বাদত নোৱাৰি বিপ্ৰে দুখ মন কৰি।
কৰিবন্ত বাদ পাচে কাশীধামে পঢ়ি॥
এহি ভাবি বিপ্ৰে কাশী গমন কৰিল।
ব্ৰহ্মানন্দ পণ্ডিতৰ সমীপ চাপিল॥ ৩৬১৮
ব্ৰহ্মানন্দে বোলে শুনা কণ্ঠভূষণ।
পঢ়িবাহা ভাগৱত শাস্ত্ৰৰ গহন॥
পণ্ডিতে পঢ়াই ভাগৱত বিপৰীত।
ব্ৰহ্মাস্তুতি পালে গৈয়া হেন সময়ত॥ ৩৬১৯
নোৱাৰে লগাব দেখি পঢ়াৰ সঙ্গতি।
মাতিলন্ত পদক ভূষণ মহামতি॥
শঙ্কৰে কৰিছে পদ জানিবাহা তাক।
ব্ৰহ্মানন্দে শুনি তাক পালে আনন্দক॥ ৩৬২০
সুধিলন্ত কোনে পদ কৰিয়া আছয়।
সন্তোষিত ভৈলো পদে দিয়া পৰিচয়॥

কহিলন্ত শুনি কণ্ঠভূষণ বিপ্ৰবৰ ।
কৰিছে পদক জানা নামত শঙ্কৰ ॥ ৩৬২১
বটদ্ৰৱা নামে গ্ৰামে জনম তাহাৰ ।
একশৰণ ধৰ্ম্ম তেহে কৰিছে প্ৰচাৰ ॥
কৰিলোহো তৰ্ক মই তাহাৰ লগত ।
নাপাৰি তাহাক মই জিনিতে বাদত ॥৩৬২২
শাস্ত্ৰ চৰ্চ্চা কৰো বুলি আসিলো ইঠাই ।
দিয়া শিক্ষা গুৰুদেৱ সেৱো তযু পায় ॥
ভূষণ দ্বিজৰ কথা পণ্ডিতে শুনিয়া ।
অতি হৰ্ষমনে বোলে গুৰুক স্মৰিয়া ॥৩৬২৩
বিষ্ণুপুৰী গুৰুৰ ৰত্নাৱলী আনি ।
ব্ৰহ্মানন্দে মেলি দেখে সত্য গুৰুবাণী ॥
আছিলন্ত বিষ্ণুপুৰী সন্ন্যাসী মহন্ত ।
ভাগৱত ভক্তি শ্লোক আনি লেখিলন্ত ॥৩৬২৪
ৰত্নাৱলী নাম দিয়া ভাগৱত সাৰ ।
ৰাখিলন্ত শ্লোক লিখি উপৰে তাহাৰ ॥
বকাৰ আদি গ্ৰাম শকাৰ নাম ধৰি ।
কায়স্থ কুলত জন্মিবন্ত শ্ৰীহৰি ॥ ৩৬২৫
সিকালত ৰত্নাৱলী আপুনি উলটিব ।
আমাৰ কথাৰ তুমি প্ৰমাণ বুজিবা ॥
আসিব পণ্ডিত এক পূৰ্ব্ব দেশ হন্তে ।
ই শাস্ত্ৰক দিবা তুমি পণ্ডিতৰ হাতে ॥ ৩৬২৬

আসিলাহা তুমি জানা লাধুৰ বাক্যত।
শাস্ত্র লইয়া শীঘ্রে দিয়া শঙ্কৰ হাতত ॥
এহিক্ষণে চারা তুমি উপৰত আছে।
যি কথা কহিছে গুৰু সম্পূর্ণ মিলিছে ॥৩৬২৮
এতেকত্তে বাপু তুমি থাকিবে নালাগে।
পুথি মাথে কৰি নিয়া শঙ্কৰৰ আগে ॥
মোহোৰ প্রার্থনা আৰু শ্রীগুৰুৰ কথা।
সমস্তকে কৰা তুমি নকৰা অন্যথা ॥৩৬২৯
এহি বুলি দুটি শ্লোক নিজেও লেখিলা।
পুথি সমে লগ কৰি ভূষণক দিলা ॥
কণ্ঠভূষণেও পাচে আথ বেথ কৰি।
পেৰা তুলি লৈলা বস্ত্রে মূৰৰ উপৰি ॥৩৬৩০
ক্রমে খোজ কাঢ়ি পাটবাউসীক পাইলা।
সেৱা কৰি পুথি শ্লোক শঙ্কৰক দিলা।
দুই হাতে চৰণত ধৰিলা আকলি।
শঙ্কৰে মতিলা বাপু উঠা উঠা বুলি ॥৩৬৩১
কণ্ঠভূষণে বোলে দোষক কৰিছো।
সেহি হেতু প্রভু মই ক্ষমাক মাগিছো।
যদি দয়া কৰা তেন্তে ক্ষমিলো বুলিবা।
তেবেসে উঠিম বাপ নিশ্চয় জানিবা ॥৩৬৩২
বিসঙ্গতি দেখি গুৰু ক্ষমিলো বুলিলা।
কণ্ঠভূষণেও তেবে উঠি থিয় দিলা ॥

আদি অন্ত কথা পাচে সমস্তে কহিলা।
পেৰাক মেলিয়া গুৰু পুথিক দেখিলা॥
পাচে গুৰু পুথিখানি আদি অন্ত চাই
হৰ্ষমনে মাধৱক কৈলা সমুদায়॥৩৬৩৩
শুনিও মাধৱ ইটো ভক্তিগ্ৰন্থ সাৰ।
এক শৰণ বিনে পাবা ভকতি ভাণ্ডাৰ॥
থাকে যদি এহি গ্ৰন্থে এক শৰণ জানা।
জগতে নহয় ভক্তি ইহাৰ তুলনা॥৩৬৩৪
কথা শুনি গুৰুমুখে গ্ৰন্থ সবিশেষ।
আদি অন্ত পঢ়িলন্ত কৰিয়া নিশেষ॥
মাধৱ বোলন্ত বাপ আছে সমুদায়।
শৰণ বিৰোচন ধৰ্ম্ম অদ্ভুত আছয়॥৩৬৩৫
এহি বুলি দেখাইলা গুৰু শঙ্কৰক।
শঙ্কৰে দেখিয়া পুথি লৈলা মস্তকত॥
বুলিলন্ত মহা দিব্যগ্ৰন্থ এহি সাৰ।
আন কোন শাস্ত্ৰ আছে সমান ইহাৰ॥৩৬৩৬
আগত যদিহে পাওঁ এহি গ্ৰন্থখান।
বস্থাকৰ লেখিবাৰ নাই প্ৰয়োজন।
হেন মনে চিন্তি গুৰু পদ কৰো বুলি।
মহী কাকত ঠিক কৰি হাতে লৈলা তুলি॥৩৬৩৭
দুটি পদ লেখি গুৰু ভকতি ভাৱত।
অস্থিৰ হইয়া পৰে হাতৰ কাকত॥

হেন বিমৰিষি গুৰু চিত্ত থিৰ কৰি।
মাধৱক বুলিলন্ত বচনে সাদৰি ॥৩৬৩৮
কৰিবাহা পদ তুমি পুথিখান নিয়া।
আজি শীঘ্রে পদ কৰি মোক আনি দিয়া ॥
আদেশ পাইয়া পুথি মাধৱে নিলেক।
নানা ছন্দবন্ধে তাৰ পদ কৰিলেক ॥৩৬৩৯
শুনা সভাসদ পদ কৰি এক মন।
গুৰুৰ চৰিত্র কথা অত্যন্ত গহন ॥
গুৰু পদপঙ্কজক হৃদয়ত ধৰি।
বোলা ৰাম ৰাম পাপ যাওক অন্তৰি ॥৩৬৪০

---

## ছবি

শুনা কথা সৰ্ব্বজন থিৰ কৰি এক মন
গুৰুৰ চৰিত্র মধুময়।
শঙ্কৰ স্বৰূপে হৰি আছে অৱতাৰ ধৰি
তাৰিব কলিৰ লোকচয় ॥
কবলা বাঢ়ৈ নামে পাটবাউসীৰ ধামে
আছয় সন্ন্যাসী একজন।
ৰাঘৱেন্দ্র নাম তাৰ ধৰ্ম্ম ধৰি শঙ্কৰৰ
আছে তেহো পৰম গহন ॥৩৬৪১

একাদশী ব্ৰতে বাটৈ উপবাস কৰিছয়
সন্ন্যাসী জানিলা সিকথাক।
কিবা কৰি আছে বুলি দেখা এই যুগ কলি
তীৰ্থ ব্ৰত নাই শুনা বাক ॥
গুৰু ধৰ্ম্ম আজ্ঞা ধৰি কলি ধৰ্ম্ম পৰিহৰি
কিয় কৰা আন ব্যৱহাৰ।
শ্ৰীমন্ত শঙ্কৰ গুৰু কি লিখিছে চাবা বাক
একাদশ স্কন্ধে সাক্ষী তাৰ ॥৩৬৪২
গুৰুৱে লিখিছে তাতে নপায় একাদশী ব্ৰতে
নপায় মোক যোগ আৰ যাগে।
খাই লই পুষ্ট হই থাকিবা নামক লই
কষ্টব্ৰত কৰিব নালাগে ॥
সন্ন্যাসীৰ কথা শুনি বাটৈ পাচে মনে গুণি
মাছ বিচাৰিয়া আনিলন্ত।
বাটতে পাইয়া লাগ শঙ্কৰে সুধিলা তাক
কিয় হেন কৰা বুলিলন্ত ॥৩৬৪৩
আজি একাদশী ব্ৰত শাস্ত্ৰৰ আছয় মত
অন্ন ভুঞ্জিবাক নলাগয়।
মৎস্যক আনিলা কিয় কিবা ইচ্ছা আছে কয়ো
এনে কৰা উচিত নহয় ॥
ইকথা শুনিয়া বাটৈ কৃতাঞ্জলি কৰি কৰৈ
ব্ৰহ্মানন্দে কোৱা কথা যত।

বোলে বাপ নখণ্ডিবা নিজতে প্রমাণ সোরা
একাদশে আছয় সমস্ত ॥৩৬৪৪
শুনি গুরু তুষ্টি রইল মন করি উত্তারল
একাদশ স্কন্ধ লইলা আনি।
পঢ়ি চাই দেখিলন্ত কোরা কথা আছে তৈন্ত
কাটিবে ধরিলা পুথি খানি॥
হেন সময়ন্ত দেখি পাইলা আসি দুই সখি
সেরা করি বসে কাষরন্ত।
সুধিলন্ত ইটো তত্ত্ব গুরু বোলে শাস্ত্র-মত
শুনিয়া মাধরে দিলা মাত ॥৩৬৪৫
প্রার্থনা করিয়া বোলে শ্রীগুরু চরণ তলে
প্রভু লেখা সবে সত্য হয়।
যেয়ে যিবা অর্থ বুজে করিলন্ত সামরাজে
কলিধর্ম্মে নহব অন্যায়॥
নারায়ণো কলে মাত্তি পদ বাক হৈছে আত্তি
গুরুবাক্য নহয় খণ্ডন।
অল্পগতা কলি প্রাণ শক্তি নাই ব্রত ধ্যান
নামে সাধে সবারে কল্যাণ ॥৩৬৪৬
নামধর্ম্ম প্রকাশিয়া সবাকো ভকতি দিলা
জীরক করিলা দয়া আত্তি।
শক্তি অনুযায়ী ভক্তি নামে মাত্র গতি মুক্তি
বিহিলাহা করি লোক প্রতি॥

গুরুজনে কথা শুনি মনে মনে চাইলা গুণি
বোলে দুয়ো ভাল কথা কৈলা।
গুচোরা সকাম নাই ভাল পদ আছে হয়
তোরা দুই ধর্ম্মক বাখিলা॥ ৩৬৪৭
পাচে পুথি বান্ধিলন্ত কৃষ্ণকথা আলাপন্ত
বেলি অবসান হইলা আসি।
বিদায় হইল দুই পাইলা আসি নিজঠাই
সদালাপে থাকিল হবিষি॥
আবো পাচকথা শুনা তাব পাচে একদিনা
একাদশী ব্রতব নিদান।
আছে বলোবাম নামে বিশিষ্ট ভকত ধামে
যায় নিতে ভিক্ষাব কাবণ॥৩৬৪৮
কিবা এক কাবণত ভিক্ষা মাগিবাক প্রতি
নোৱাবিল যাইবে গ্রামক।
উপবাসে থাকিলন্ত বলবাম মহাসন্ত
প্রবোধিয়া থাকিল মনক॥
তাব পাচ দিনা ভৈল একাদশী ব্রত হৈল
সেই দিনো নভৈল ভোজন।
ক্ষুধাতে আকুল হৈল অচেতনে পবি বৈল
অতিশয় কবি দুখ মন॥৩৬৪৯
পিচদিনা প্রসঙ্গত নেদেখিলা সময়ত
গুরুজনে বিচাব কবিল।

শুনিলন্ত আছে পৰি অনাইলন্ত হাতে ধৰি
বুলিলন্ত বিসজ্ঞতি হৈলা ॥
সুধিয়া জানিলা মৰ্ম্ম কি কৰিলা কৰি ধৰ্ম্ম
মাথে পাচে পানীক ঢালিলা।
জলপান কৰাইলন্ত সুস্থ ভৈল মহাসন্ত
পাচে গুৰু বচন বুলিল ॥৩৬৫০
ভিক্ষা নাই যেহি দিনা বলোৰাম কথা শুনি
আসিবাহা তুমি মোৰ ঠাই।
ভড়ালৰ বস্তু নিয়া মনে আন নকৰিয়া
ভুঞ্জিবাহা আদেশিলো মই ॥
মাধৱে আছিল বসি গুৰুৰ কথাক লক্ষি
প্ৰাৰ্থনা কৰিয়া বুলিলন্ত।
নিবেদন কৰো মই নাম বিনে গতি নাই
আপোনাৰ এহি অভিমত ॥৩৬৫১
সকলো ধৰ্ম্মৰ মূল নামধৰ্ম্ম সম তুল
নাই আৰো সংসাৰৰ মাজ।
হৃদি ধৰি নাম সুখে সদায় নামৰ মুখে
হাতে কৰা সংসাৰৰ কাজ।
কলিকাল মহাক্ষীণ বল শক্তি সবে হীন
অন্নে হয় ইন্দ্ৰিয় বিকল।
সেহি দেখি মাগো মই জীৱপ্ৰতি দয়া হই
একাদশী দিনে দিয়া ফল ॥৩৬৫২

আদেশ দিয়োক বাপ নোহে যেন কোন পাপ
ফলাহাৰে একাদশী কৰি।
মনে মুখে এক কৰি বুলি ৰাম কৃষ্ণ হৰি
অনায়াসে জীৱ যায় তৰি ॥
কথা শুনি মাধৱৰ আনন্দ হইলা বৰ
প্ৰশংসিয়া বুলিলা মাধৱে।
কহিলা যিবা তুমি সিকথাৰ মৰ্ম্ম আমি
কহিবোহো শুনা তুমি আৰে ॥৩৬৫৩
বেদান্তেও কয় তাকে কহিলোহো মই আৰে
ইটো কথা অবিধি নহয়।
শুনা সবে সাধুগণ মোৰ বাক্যে দিয়া মন
নামে দোষ সবে হোৱে ক্ষয় ॥
গুৰুৰ আজ্ঞাক পাই ভক্ত যত সমুদায়
মনে অতি আনন্দ লভিলা।
তাত পাচে যিবা ভৈলা শঙ্কৰৰ লীলা খেলা
শুনা যেন লোকক তাৰিলা ॥৩৬৫৪
এহি সময়ত গুৰু ভকতৰ কল্পতৰু
বহু নাট গীতক ৰচিলা।
ব্ৰহ্মপুৰাণক চাই উৰেষা অধ্যায় লই
কীৰ্ত্তনত যোগ কৰি দিলা ॥
এহিৰূপে গুৰুজনে নাম ধৰ্ম্ম বিতৰণে
সাধিলা লোকৰ মোক্ষপন্থ।

ৰাম নাম দিয়া ধন ভকতৰ পূৰি মন
ভকতিৰ মেলাত থাকিলন্ত ॥৩৬৫৫
কহয় ৰামচৰণ এৰি সবে একমন
দৃঢ়ে ধৰা গুৰুৰ চৰণে।
সংসাৰ তৰণ হেতু মনে ধৰি ধৰ্ম্মসেতু
ৰাম ৰাম বুলিয়ো সঘনে ॥৩৬৫৬

---

পদ

ভাব পাচে আৰো কথা শুনা দিয়া মন।
অনন্ত কন্দলি বিপ্ৰ অত্যন্ত গহন॥
দেখিলন্ত স্বপ্ন তেহো এক সময়ত।
ভোজন কৰিবে লাগে শঙ্কৰ উচ্ছিষ্ট॥৩৬৫৭
স্বপ্ন দেখি কন্দলিয়ে উৎকণ্ঠিত হুই।
উচ্ছিষ্ট খুজিলে যাই স্বপ্ন কথা কই॥
শুনিয়া শঙ্কৰে বোলে অৱগত হুই।
ভাগৱত অৱশেষ যিবা কৰা নাই॥৩৬৫৮
তাকে তুমি কৰিবাহা নকৰোহো মই।
এতেকে উচ্ছিষ্ট হব জানা গুৰু এই॥
কথা শুনি কন্দলিয়ে আনন্দ লভিল।
হৰ্ষমন কৰি পুনু প্ৰাৰ্থনা কৰিল॥৩৬৫৯

বুলিলন্ত যদি মোৰ প্ৰতি আছে দয়া।
মোৰ পদ কীৰ্ত্তনত যোগ দিব দিয়া ॥
শুনিয়া শঙ্কৰে কথা আনন্দ লভিলা।
পদ ৰচনাৰ তেহে অনুমতি দিলা ॥৩৬৬০
পদ্মপুৰাণৰ মাজে নামধৰ্ম্ম পাবা।
কীৰ্ত্তনৰ ছন্দে তুমি তাহাক ৰচিবা ॥
শুনিয়া কন্দলি ভৈলা হৰষিত মতি।
লিখিবে ধৰিলা তাক আতি শীঘ্ৰগতি ॥৩৬৬১
কি কৰিলো কি কৰিলো ভকতি নকৰি।
অন্তকে পাইলেক পৰা ৰক্ষা কৰা হৰি ॥
এহি অধ্যায়ৰ হন্তে ছয়টি অধ্যায়।
লিখিয়া দিলন্ত শঙ্কৰৰ হাতে যাই ॥৩৬৬২
দেখিয়া দিলন্ত আতি আনন্দ লভিলা।
কীৰ্ত্তনৰ সঙ্গে তাক মিলাই ৰাখিলা ॥
তাৰ পাচে কন্দলিয়ে মনোযোগ দিয়া।
ভাগৱত লিখিলন্ত স্কন্ধ চাৰি নিয়া ॥৩৬৬৩
আসিলন্ত কন্দলি গুৰুৱে দেখিলা।
দেখা পাই গুৰুজনে কথাক পুছিলা ॥
মুখত তোমাৰ দেখো ভয় ভাবৰ চিন।
কিহেতু হইছে তয়ু উৎকণ্ঠিত মন ॥৩৬৬৪
কন্দলিয়ে বোলে পন্থে বুৰক দেখিলো।
দেখিয়া তাহাক মই আচৰিত ভৈলো ॥

ইতিপূৰ্ব্বে এনে বৃষ মই দেখা নাই।
পদুলি মুখত থাকি আছে উৰ্দ্ধে চাই ॥৩৬৬৫
শুক বোলে উভতিয়া পুনু চোৱা যাই।
আছে কি নাই সিটো পদুলি গুলাই ॥
উভতি কন্দলি আসি বোলে শঙ্কৰক।
নেদেখিলো বাপ মই সেহি বৃষভক ॥৩৬৬৬
শঙ্কৰে বোলয় সিটো বৃষভ নহয়।
সিটো ধৰ্ম্ম জানা তযু গৃহত পশয় ॥
প্ৰকৃতিৰ অংশ জানা তোমাৰ গৃহিনী।
তাতে পুনু শ্ৰীহৰিত লভিছে শৰণি ॥৩৬৬৭
হেন সহধৰ্ম্মিনীক কৰিছা প্ৰহাৰ।
সিকাৰণে ধৰ্ম্ম জানা হুইছে বিদুৰ ॥
শীঘ্ৰে গৃহে যাই তুমি ভাৰ্য্যাক আদৰা।
আসিব উভতি ধৰ্ম্ম নিজক পাহৰা ॥৩৬৬৮
কন্দলিয়ে শুনি কথা বিস্ময় মানিলা।
ঠঠ্মঠ হুয়া পাচে প্ৰণাম কৰিলা ॥
কন্দলি বোলয় গুৰু আপুনি ঈশ্বৰ।
যিবা দোষ হৈছে মোৰ কৰা পৰিহাৰ ॥৩৬৬৯
এহি বুলি কন্দলি সেৱাক কৰিলা।
ঘৰে যাই গৃহিনীক আদৰ কৰিলা ॥
এহিমতে কতোদিন কৰিলে যাপন।
উজনীৰ হন্তে আসে মুদৈ লোকজন ॥৩৬৭০

ধৰ্ম্ম হ্রাস ক্রমে হয়া আসিল সিথানে।
ভূঞা সমস্তই দুখ ভাবিলন্ত মনে॥
লোকসবে আসি বোলে প্রার্থনা আমার।
ধৰ্ম্মর ব্যাঘাত হৈল উজান রাজ্যর॥৩৬৭১
ভূঞাসবে নাও দিয়া পঠাইলা আমাক।
প্রার্থনা করিছে বাপ নিবাক তোমাক॥
এতেকতে যাইবে লাগে আমার লগত।
জন্মভূমি নষ্ট হয় অধৰ্ম্ম বলত॥৩৬৭২
প্রার্থনা শুনিয়া গুরু মনত ভাবিল।
হেনকালে মাধৱ উপস্থিত ভৈল॥
যুক্তি করিলন্ত গুরু মাধৱর সঙ্গে।
মাধৱক বোলে বাপ যাইবাক লাগে॥৩৬৭৩
তুমি গলে হব পারে ভকতি প্রচার।
শুনি চোৱা কিবা আমি কহিবো বিস্তর॥
ঠাকুরে শুনিয়া বোলে গুরু জগতর।
সখির সহায় আত লাগে আমাসার॥৩৬৭৪
অনন্ত শকতি ধরি জগত উদ্ধারা।
তভো মোর মত কৈলো যিবা ইচ্ছা করা॥
হেনকালে ভূঞালোক হই উপস্থিত।
পুছিলন্ত ভক্তিভাবে হইয়া বিনীত॥৩৬৭৫
আমাসার প্রতি বাপ হুয়োক সদয়।
দিয়োক আদেশ কোন দিন যাত্রা হয়॥

গুৰু বোলে যিটো থান এৰিলো পূৰ্ব্বত ।
নাহিকে আমাৰ আৰো আসকতি তাত ॥৩৬৭৬
শুনি সবে বোলে বাপ ভূঞাৰ আদেশ ।
যদি গুৰু নাহে নৌকা এৰিবা সিদেশ ॥
সাত বেৰ নৌকাখান আনিছোহো আমি ।
নৌকাত উঠিয়া প্ৰভু দয়া কৰা স্বামী ॥৩৬৭৭
এহিমতে নানাভাৱে গুৰুক প্ৰাৰ্থিলা ।
ভক্তিভৰে নাওখান গুৰুত অৰ্পিলা ॥
গুৰু বোলে ভাল নাও ৰাখিলোহো মই ।
ভূঞাসকলক কৰা ভোৰাসবে যাই ॥৩৬৭৮
শিৰোমণি ভূঞা কোনো একজনক পাতি ।
মানিব কথাক তাৰ ধৰিব সুনীতি ॥
কিছুকাল পৰে যাইব মহন্ত বিশেষ ।
কহিবা সি ৰাজ্যে সবে তৰিব নিশেষ ॥৩৬৭৯
উজনীয়া লোকসবে শঙ্কৰ চৰণে ।
বিদায় মাগিল সবে সজল নয়নে ॥
গোপাল নামৰ এক ব্ৰাহ্মণৰ লৰা ।
আসিছিল মুদৈ সঙ্গে উজনীৰপৰা ॥৩৬৮০
শঙ্কৰৰ ৰূপে গুণে তেহো মুগ্ধ ভৈলা ।
মুদৈ সঙ্গে ফিৰিবাক ইচ্ছা নকৰিলা ॥
তাক জানি মুদৈসবে প্ৰাৰ্থনা কৰিল ।
আদি অন্ত বৃত্তান্তক গুৰুত কহিল ॥৩৬৮১

গুৰু শুনা এহিজন লৰা ব্ৰাহ্মণৰ ।
এৰি গৈলে দিব বাপ ৰাজাত গোচৰ ॥
শীঘ্ৰে ধৰি নিয়া গুৰু কাটিব আমাক ।
সেহি হেতু এৰিবাক নপাৰো ইহাক ॥৩৬৮২
শুনিয়া শঙ্কৰ গুৰু বুলিলেক বাক ।
স্নেহে গুৰু উপদেশ দিলন্ত তাহাক ॥
শুনিয়ো গোপাল তুমি মোহোৰ বচন ।
নলাগে থাকিবে এথা যোৱা এতিক্ষণ ॥৩৬৮৩
উপযুক্ত কাল ভৈলে আসিবা ইহাক ।
ভক্তি ধৰ্ম্ম আচৰিবা বোলো নিষ্ঠবাক ॥
গুৰুবাক্য গোপালদেৱ সন্তোষ লভিলা ।
ৰঙ্গমনে মুদৈ সঙ্গে স্বদেশে চলিলা ॥৩৬৮৪
এহিমতে গুৰু যেবে ধৰ্ম্মক প্ৰচাৰি ।
পাটবাউসী ধামে আছে ৰঙ্গমন কৰি ।
এক নাও ৰাখিছিল ধনুখুন্দা বিলে ।
জাম্পদিয়া লোকে তাৰ টিঙ্গক ভাঙ্গিলে ॥৩৬৮৫
ভাঙ্গিলন্ত টিং তাক কেৱে নেদেখিল ।
গুৰুজনে সেহি কথা সবাকো পুছিল ॥
নাজানো বুলিয়া কৈলে সবে ভক্তলোক ।
মনতে ভাবিয়া গুৰু নকৈলা তাহাক ॥৩৬৮৬
হেনকালে বড়াবপো আহি দেখা দিলা ।
গুৰুৰ দুখমন হেতু মাধৱে পুছিলা ॥

টিং ভাঙ্গা কথা আৰে সমস্ত কহিলা ।
ভক্তসকলৰ কেৱে সত্য নকহিলা ॥৩৬৮৭
মাধৱে বোলন্ত বাপ পুছা গোবিন্দক ।
শঙ্কৰে বুলিলা মিছা মাতি আছে মোক ॥
মাধৱে কৌশল কৰি গোবিন্দৰ মুখে ।
প্রকাশ কৰালে সত্য কথা অৱশেষে ॥৩৬৮৮
শুনি গুৰু আতিশয় ক্রোধ কৰিলন্ত ।
মিছা কথা সম পাপ নাহি বুলিলন্ত ॥
সমূহ ভকত মাজে বুলিলা মিছাক ।
এহিসে কাৰণে মই ত্যজিলো তোমাক ॥৩৬৮৯
শুনিয়া গোবিন্দ দুখে সেৱাক কৰিলা ।
কানি কাম্থা বান্ধি তেহে বাহিৰে চলিলা ॥
দেখি তাৰ ইষ্ট মিত্র ভক্ত একজন ।
তালি টোপলাক বান্ধি কৰিলা গমন ॥৩৬৯০
সুধিলা গুৰুৱে তুমি কিয় যোৱা বুলি ।
বুলিলা ভকতে ধৰি চৰণ আকলি ॥
আপোনাৰ মুখে বাপ শুনি আছো বাণী ।
দুখে সুখে এৰা এৰি নাই দুই প্রাণী ॥৩৬৯১
এতেকতে মোৰ বান্ধৱ যি দিশকে যায় ।
গুৰুবাক্য পালি মৱো যাওঁ সেহি ঠাই ॥
কথা শুনি সন্তোষিত হইল গুৰুজন ।
বৰ সুখ পালো আৰে থাকা দুয়োজন ॥৩৬৯২

ইকথা শুনিয়া হুয়ো গুৰুসেৱা কৰি।
সঙ্গতে থাকিলা সুখে আসিলন্ত ফিৰি ॥
এহিমতে মহাৰঙ্গে গুৰুজন আছে।
শুনিয়োক যিবা কথা ভৈলা তাৰ পাচে ॥৩৬৯৩
কমললোচন পুত্ৰ অতি ৰূপবান।
ৰূপে গুণে দেখিবাক পিতৃৰ সমান ॥
একদিন কমলে গাহত উঠি আছে।
বিতোপন ৰূপ সূৰ্য্য সম জিলিকিছে ॥৩৬৯৪
ভকতসকলে দেখি বিমোহিত হৈলা।
দেখি সবে সেহি কথা পিতৃ আগে কৈলা ॥
শুনিয়া গুৰুৱে কথা দেখি বিসঙ্গত।
বুলিলা প্ৰকাশি তাক ভক্তৰ আগত ॥৩৬৯৫
অপেক্ষা নকৰি সিটো প্ৰকাশ কৰিল।
জানিলোহো তাক মই নাথাকিব ভাল ॥
তাৰ মাতৃ আগে কেহো ইকথা নকবা।
মনে দুখ পাব তোৰা মনে গুণি চাবা ॥৩৬৯৬
অল্প দিন অন্তে কমলৰ মৃত্যু হৈল।
শোকে দুখে মাতৃ তাৰ হৈলন্ত আকুল ॥
জ্যেষ্ঠপুত্ৰ ৰমানন্দৰ জন্মিল পুত্ৰ গুটি।
পুৰুষোত্তম নাম থৈল চাই পাজি পুথি ॥৩৬৯৭
কনিষ্ঠ তনয় আছে হৰিচৰণ নাম।
মাধৱৰ ভাগিনক বিহাইলন্ত তান ॥

চতুৰ্ভুজ নামে তান পুত্ৰ ভৈল এটি।
ৰূপে গুণে খ্যাতিমন্ত শঙ্কৰৰ নাতি ॥৩৬৯৮
যিবা যিবা কৰিছিল পাটবাউসী ধামে।
তান কিছু কথা কহো যি পালো সুগমে ॥
অনেক ভকত আসি গুৰু সমীপক।
সবলোকে ধৰ্ম্ম লৈলে নিয়মি মনক ॥৩৬৯৯
চান্দসা শিৱানন্দ গোপাল হৰিদাস।
লৈলা ধৰ্ম্ম ভক্তি কৰি শঙ্কৰৰ পাশ ॥
অনেক ব্ৰাহ্মণসবে ধৰ্ম্মক ধৰিল।
হেলা নকৰিয়া ধৰ্ম্ম সকলোকে দিল ॥৩৭০০
নাৰায়ণ আতা আদি বহু ভক্তগণ।
সঙ্গে বসি থাকে তথা ভক্তিত মগন ॥
তাত পাচে শুনা কথা হৈলা বিপৰীত।
শিলা হস্তে চাৰি বিপ্ৰ হৈলা উপস্থিত ॥৩৭০১
সবে পণ্ডিতৰ মাজে পূজা অগ্ৰগণ্য।
দেখিয়া শঙ্কৰে বৈসালেক কৰি মান্য ॥
গুৰু সমে তাসম্বাৰ শাস্ত্ৰকথা ভৈলা।
ছল কৰি একবাৰ ব্ৰাহ্মণে পুছিলা ॥৩৭০২
যিটো পৰমব্ৰহ্ম হয় আকাৰ ৰহিত।
অতএব নাহি কোনো ৰূপ কদাচিত ॥
শঙ্কৰে বুজিলা নিৰাকাৰ সত্য হয়।
জীৱৰ তাৰণ হেতু আকাৰ লভয় ॥৩৭০৩

অৱতাৰে নাম ৰূপ গুণ প্ৰকাশয় ।
সিসবক চিন্তি লোকে সংসাৰ তৰয় ॥
আকাৰ নহলে চিন্তিবাৰ হেতু নাই ।
আকাৰ বিহীনে নাই তৰণ উপায় ॥৩৭০৪
এহি যুক্তি নমানিয়া তৰ্কবাদ কৰে ।
কথা শুনি চান্দসাই বুলিলা সত্বৰে ॥
মই অতি হীন জাতি ম্লেচ্ছ মধ্যে গণ্য ।
এক কথা পুছো কোৱা নকৰিবি অমান্য ॥৩৭০৫
যৱন বৈষ্ণৱে কথা পুছিলেক যেৱে ।
লাগিল অগনি যেন বিপ্ৰসব গাৱে ॥
অস্পৃশ্য যৱন তোৰ কথা শুনে কোনে ।
নমাতিয়া থাকা বহি শুন মনে মনে ॥৩৭০৬
চান্দসায়ে ব্ৰাহ্মণৰ মুখে শুনিয়া কথা ।
পুনু প্ৰাৰ্থিলন্ত মোক নকৰা অন্যথা ॥
এহিৰূপ প্ৰাৰ্থনাত ব্ৰাহ্মণসকলে ।
ক্ৰোধমনে অনিচ্ছাত সম্মতক দিলে ॥৩৭০৭
কিবা পুছিবাক খোজা পুছা আৱে তই ।
সত্বৰে কহিয়ো তোৰ মনৰ আশয় ।
আদেশ পাইয়া চান্দসাই ৰঙ্গ কৰি ।
বুলিবে লাগিলা কথা বিলম্ব নকৰি ॥৩৭০৮
শুনা গুৰুসব মোৰ কথা সবিনয় ।
প্ৰথম ত বেদ আছে কৈৰূপৰা হুই ॥

দ্বিতীয়ে ব্রহ্মা তৃতীয়ে গঙ্গার উৎপত্তি।
এহি তিনি কথা আরে কহিয়ো সম্প্রতি ॥৩৭০৯
হেন শুনি উত্তর দিলন্ত বিপ্রগণ।
শুনহে যবন তোর কথার সমিধান ॥
বিষ্ণুর মুখত বেদ ব্রহ্মা নাভি কমলে।
গঙ্গা হুইল পদে বেদ শাস্ত্রাদিয়ে বোলে ॥৩৭১০
কথা শুনি চান্দসাই করিলা উত্তর।
আরো অঙ্গ আছে নাই বোলা ঈশ্বরর ॥
যদি তিনি অঙ্গে হৈল তিনির উৎপত্তি।
তেন্তে কোরা কিয় নাই বিষ্ণুর আকৃতি ॥৩৭১১
চান্দসার কথাত বিপ্র তিনিজন।
উত্তর নাপাই সবে করে আন মন ॥
লজ্জিত হুইয়া বিপ্রে বিষাদিত মন।
তথাহন্তে গৃহমুখে করিলা গমন ॥৩৭১২
আরো এক কথা সবে শুনা কর্ণভরি।
একাদশী দিনে গুরু ব্রত আছে ধরি ॥
শুকাই আছয় মুখ দেখিলন্ত আই।
আনিলন্ত বলরাম ভকত মতাই ॥৩৭১৩
আয়ে বোলে কোরা গৈয়া গুরুর আগত।
রাত্রিকালে ফলাহার করোক গৃহত ॥
আইর কথাসব বলরাম নিবেদিলা।
ক্রোধ করি গুরু তাক বাইধাক বুলিলা ॥৩৭১৪

ভয়ে ভয়ে বলৰাম ঘৰক নগৈলা ।
ৰাতিগোট বাহিৰতে পৰিয়া থাকিলা ॥
ৰাতি উঠি গুৰু তাক দেখিলা তহিত ।
কাৰণ জানিয়া গুৰু ভৈল হৰষিত ॥৩৭১৫
ধন্য মোৰ ভক্ত বুলি প্ৰশংসা কৰিলা ।
কথা মাত্ত বুলি তাক ভিতৰে আনিলা ॥
আত্তপৰে সবে কথা শুনা মাধৱৰ ।
শাস্ত্ৰ লেখিবাক আজ্ঞা পাইলা শঙ্কৰৰ ॥৩৭১৬
ৰাজসূয় গ্ৰন্থক লেখিবে কৰি মন ।
মহী-পাত-কাপ আদি কৰিলা যতন ॥
শঙ্কৰৰ খুবা-পুত্ৰ ৰত্তিকান্ত নাম ।
সুধিলন্ত মাধৱক কিবা কৰা কাম ॥৩৭১৭
শাস্ত্ৰক লেখিবো বুলি সম্বিধান দিলা ।
উপালম্ভ কৰি ৰত্তিকান্ত বুলিলা ॥
দাদায়ো কৰে শাস্ত্ৰ তুমিও নকৰিবা ।
শুনিলেনো লোকে তুমি কিবা ভাল পাবা ॥৩৭১৮
কথা শুনি মাধৱে মনক সামৰিলা ।
শঙ্কৰে শুনিয়া কথা বেজাৰক পালা ॥

শ্ৰীশঙ্কৰদেৱৰ বেহাৰ যাত্ৰা

ভক্তগণ ৰহি আছে সদানন্দ ভাৱে ।
শঙ্কৰে বুলিলা কথা শ্ৰীমাধৱদেৱে ॥৩৭১৯

শুনিয়ো মাধৱ তুমি জানিবা নিশ্চয় ।
তোমাৰ আমাৰ এবে ভিন পৰ নাই ॥
মন্দমতি লোকে এহি কথাক নজানি ।
নানা ৰূপ কল্পনাক কৰয় অজ্ঞানী ॥৩৭২০
যত শাস্ত্র গীত পদ আমাক লাগয় ।
ৰচনা কৰাহা তুমি এৰিয়া সংশয় ॥
দিলো মই আজি ধৰি সব অধিকাৰ ।
শীঘ্রে বেহাৰক যাইবে লাগয় আমাৰ ॥৩৭২১
ৰামানন্দ সঙ্গে লৈয়া কিছুদিন থাকি ।
সবিশেষ কৰিবোহো যত আছে বাকী ॥
শুনা বড়াৰপো মোৰ খেদ ৰৈল এটি ।
চাৰিদিশে পঠাইছিলো চাৰি ভক্ত গুটি ॥৩৭২২
তিনি দিক হন্তে ফিৰি আসিল তিনিটি ।
এক দিক হইতে ফিৰি নাহিল একেটি ॥
সেইটি চপাবা তুমি তাক মই পাম ।
তেওঁক কৰিবা তুমি ধৰ্ম্ম বস্তু দান ॥৩৭২৩
শুনা বাপু নাৰায়ণ মোহোৰ বচন ।
নাও সজাবাক তুমি কৰা আয়োজন ॥
সেৱক সকল আনা মোহোৰ থানক ।
কথা মাত দিয়া যাওঁ শীঘ্রে বেহাৰক ॥৩৭২৪
চাৰিদিন অন্তৰে নৌকাত আৰোহিয়া ।
বেহাৰক গৈলা ভক্তক প্রবোধ দিয়া ॥

মাধৱক পঠাইল গণককুছি লাগি।
অল্পক্ষণ পৰে গুৰু গৈলা তৈক লাগি ॥৩৭২৫
মাধৱে আগবঢ়াই নিলন্ত সাদৰি।
উপযুক্ত আসনে বৈসাইলা ৰঙ্গ কৰি ॥
তামোল-পাণ টকা-বস্ত্ৰ ঠগিত ৰাখিলা।
জানু পাৰি হাতযোৰে বাৰ্ত্তাক পুছিলা ॥৩৭২৬
শঙ্কৰে বোলন্ত মাধৱ কিকাম কৰা।
এহি আসিলাহা তুমি আমাথেৰ পৰা ॥
বাতৰি সুধিব আৰে কিসক লাগয়
এই কথাৰ আমাক দিয়া পৰিচয় ॥৩৭২৭
মাধৱে বুলিলা বাপ কিবা ক্ষণকতে।
তাতেসে সুধিলো মই কোৱা অপকটে ॥
কথা শুনি মাধৱক প্ৰশংসা কৰিলা।
এহি সজ আৰ্হি তুমি কৰিয়া ৰাখিলা ॥৩৭২৮
বেদান্তৰ সাৰ ইসে জানিবা নিশ্চয়।
চিনা-চিনি জীৱবেসে এই পৰিচয় ॥
সেহি ৰাতি গুৰুজন তথাতে থাকিলা।
পিচদিনা বেহাৰক নাৱক মেলিলা ॥৩৭২৯

শ্ৰীশঙ্কৰদেৱৰ চিলাৰায়ৰ পত্নীসকলক শৰণ দান

ক্ৰমে গৈয়া পাইলা গুৰু বেহাৰ ৰাজ্যক।
নিয়ালে নৌকাক চিলাৰায়ৰ ঘাটক ॥

সাজ-পাৰ কৰি ঘাটে নৌকাক বান্ধিলা ।
চিলাৰায় দেৱানক সম্বাদক দিলা ॥৩৭৩০
শুনি চিলাৰায় ৰাজা আথ বেথ কৰি ।
নৌকা হন্তে তুলি নিলা ধূপে দীপে ৰৰি ॥
চিলাৰায় দেৱানৰ শতেক ৰমণী ।
সেৱিলন্ত সকলোৱে বিত্ত-বস্তু আনি ॥৩৭৩১
একো যোৰা কাপোৰ আক টকা ফুল মালা ।
হাতে হাতে আনি সবে গুৰুক সেৱিলা ॥
গুৰুৱেও সেই মালা ললে হাত তুলি ।
প্ৰতিজনীকে দিলা কুশল হ'ক বুলি ॥৩৭৩২
পূৰ্ব্বে আনিছিল মালা জনে একোধাৰ ।
গুৰুৱেও দিলা হাতে হাতে সবাকাৰ ॥
দেখিলন্ত আবে সবে দুধাৰি বাঢ়িল ।
সি দুই ধাৰি মালা গুৰু নিজে মাথে লৈল ॥৩৭৩৩
তাৰ পিচে ৰাণীসবে প্ৰাৰ্থনা কৰিলা ।
এক চিত্ত জানি গুৰু শৰণক দিলা ॥
পাচে চিলাৰায়ে গই বজাত জনাইল ।
শুনিয়া ৰাজায় অতি আনন্দ লভিল ॥৩৭৩৪

কোচবিহাৰত শ্ৰীগুৰুৰ থান নিৰ্ম্মাণ ।

বুলিলা আমাৰ কেনে সৌভাগ্য মিলিল ।
গুৰুখৰক পাচে ফুলবাৰীত বাস দিল ॥

সঞ্চৰা কাজীৰ বাৰীৰ গছক কটাই।
নাম-ঘৰ মণিকূট দিয়ালে সজাই ॥৩৭৩৫
হাটি বাটি সকলোকে কৰি পৰিপাটি।
দিলন্ত সজাই সুন্দৰ কৰি আতি ॥
সভাক নিলন্ত ৰাজা দূতক পঠাই।
আদৰি বসাইলা তাত আসন পতাই ॥৩৭৩৬
বৃন্দাবনীয়া বস্ত্র উলিয়াই দিলা।
দেখিয়া ৰাজাৰ মন হৰষিত হৈলা ॥
কাপোৰ দেখিয়া ৰাজা হল বিমোহিত।
সভাসদসবে দেখি হইল আচৰিত ॥৩৭৩৭
ৰাজা বোলে কালি শুনিম ইহাৰ বৰ্ণনা।
সকলে আহিবা শীঘ্রে কৰিল ঘোষণা ॥
এহি বুলি ৰাজা পিচে সিংহাসন এৰি।
অন্তঃপুৰে চলি গৈল ৰাম নাম স্মৰি ॥৩৭৩৮
শ্ৰীশঙ্কৰ গুৰু আৰু আনো সভ্যগণ।
নিজ নিজ স্থানে সবে কৰিলা গমন ॥
পিচদিনা আসি বসিলন্ত সভা স্থলে।
প্ৰথমে বৃন্দাবনীয়া কাপোৰ অনালে ॥৩৭৩৯
প্ৰতি পটে যিবা ঘটনা ৰাজা বুজাইল।
শুনি দেখি ৰাজা মহা আনন্দ লভিল ॥
ৰাজাৰ সভাত থাকা পণ্ডিতসকল।
বাদ কৰিবাক লাগি অনুমতি চাইল ॥৩৭৪০

বাজা বোলে পূর্ব্বে কত বাদক কবিলা।
নোৱাবি পণ্ডিতসবে ভোটা হৈয়া বৈলা॥
এবে বাদ সভামধ্যে আৱশ্যক নাই।
নিদিওঁ অনুমতি বাদ নকৰা হুনাই॥৩৭৪১
এহিৰূপে উত্তবিলে বাজা পণ্ডিতক।
মান সতকাবে পুৰিলেক শঙ্কবক॥
গুৰু বোলে মহাবাজ শুনা অভিপ্রায়।
ইসব দ্রব্যত মোৰ প্রয়োজন নাই॥৩৭৪২
যদি দয়া আছে ভেন্তে এটি বস্তু দিয়া।
যিবা মিছা বাজকার্য্য ওভোতাই লোৱা॥
ধর্ম্মকার্য্যে থাকিবাক নপাবোহো আমি।
বাজ্য শাসনত আমি নহওঁ সকামী॥৩৭৪৩
এতেকতে সেহি পদ নলাগে আমাক।
দয়া কবি মহাবাজ ফিবায়া নিয়োক॥
বাজা বোলে উপযুক্ত দেখিয়া তোমাক।
নিশ্চিন্ত হৈছোহো বুলি দিছিলোহো তাক॥৩৭৪৪
একান্ত অনুবোধত বাজা অনিশ্চায়।
তাম্ৰীকুছি মহলক লৈলন্ত ফিবাই॥
বাজসভায় এহিমতে কত্তদিন আছে।
ব্রাহ্মণসকলে বুদ্ধি আলোচিলা পাচে॥৩৭৪৫
পণ্ডিতসকলে বাজাব আদেশ নাপাই।
ছাত্র পঠাই শঙ্কবক পৰীক্ষিবে চাই॥

শঙ্কৰৰ আবাসক ছাত্ৰসব যাই।
নানা শাস্ত্ৰৰ নানা যুক্তি তত্ত্বক সোধয় ॥৩৭৪৬
সমস্ত প্ৰশ্নকে গুৰু দিলন্ত বুজায়।
শুনিয়া সবেও তাক অদ্ভুত মানয় ॥
সেহি কথা কয় ছাত্ৰে পণ্ডিতসবক।
বলে নোৱাৰিব তৰ্কে শঙ্কৰদেৱক ॥৩৭৪৭
উপায় চিন্তিলে এক পণ্ডিতসকলে।
ৰাজাৰ আগত শঙ্কৰক বখানিলে ॥
ৰাজাই সন্তোষ পাই ধন বস্ত্ৰ দিব।
এহি উপায় ভিন্ন আৰ উপায় নহব ॥৩৭৪৮
এহি যুক্তি কৰিয়া ৰাজসভাক যাই।
শঙ্কৰদেৱক সবে প্ৰশংসা কৰয় ॥
বুজিলোহো আমি যুগধৰ্ম্ম অনুসাৰে।
যি ধৰ্ম্মক প্ৰৱৰ্ত্তাইছে শ্ৰীমন্ত শঙ্কৰে ॥৩৭৪৯
এহি ধৰ্ম্মে তাৰিলন্ত লোক সমস্তক।
তাক নুবুজিয়া নৰে মৰে অনাহক ॥
এহিৰূপে আনো নানা প্ৰশংসা কৰিল।
শুনিয়া ৰাজাৰ মনে হৰিষ মিলিল ॥৩৭৫০
ধন-বস্ত্ৰ দিয়া ৰাজা সবাকো তুষিল।
সব কথা কৈ সবে সমাদৰ পাইল ॥
প্ৰতিদিন ৰাজসভাক আসয় শঙ্কৰ।
কৃষ্ণ কথা আলাপিয়া থাকে নিৰন্তৰ ॥৩৭৫১

বৃন্দাবনীয়া বস্ত্রখন উলিয়াই লই।
দৃশ্যসব চাই চাই বর্ণনা করয় ॥
ক্রমে ক্রমে ৰাজাৰ আগ্রহ চৰি গৈল।
সকলোকে এৰি মাত্র ধর্ম্মে মন হৈল ॥৩৭৫২
শুনা সর্ব্বজন এহি শঙ্কৰৰ লীলা।
ৰাজা প্রজা সকলোকে ধর্ম্ম শিক্ষা দিলা ॥
কহে ৰামচৰণ অজ্ঞান শিশুমতি।
গুৰুৰ চৰণ ভিন্ন নাহি আন গতি ॥৩৭৫৩

---

# গুৰু-চৰিত

## সপ্তম খণ্ড

### শ্ৰীশঙ্কৰৰ পাটবাউসী আগমন

পদ

হেন শুনি প্ৰশংসা কৰিলা নৰেশ্বৰ ।
বোলে ধন্য ধন্য কিবো পণ্ডিত শঙ্কৰ ॥
এহিমতে আদেশে থাকিলা সবে তথা ।
শুনা আতপৰে আৰো যেন ভৈল কথা ॥৩৭৫৪
একদিনা ৰাজা শঙ্কৰক মাতি আনি ।
কোমল মধুৰ কৰি বুলিলন্ত বাণী ॥
কৃষ্ণত শৰণ তুমি কৰায়ো আমাক ।
নিশ্চয় কৰিয়া আমি বুলিলো তোমাক ॥৩৭৫৫
হেন শুনি শঙ্কৰে বুলিলা মনে গুণি ।
ৰাজাৰ শৰণ কোন শাস্ত্ৰে আছা শুনি ॥
ৰাজা ভৈলে দেৱ-দেৱী পূজিবে লাগয় ।
প্ৰজা পালি ৰাজনীতি ধৰ্ম্ম প্ৰৱৰ্ত্তয় ॥৩৭৫৬
কিসক অধৰ্ম্ম তুমি কৰিবাক খোজা ।
দেৱ-দেৱী শাপ দিবে নকৰিলে পূজা ॥
হেন জানি ৰাজা নকৰিবা ইটো কৰ্ম্ম ।
হৰি ভজি কি কৰিবা সিজিবে অধৰ্ম্ম ॥৩৭৫৭

একান্ত শৰণ যিটো লৱয় কৃষ্ণত।
হৰিময় দেখে সিটো সমস্ত জগত ॥
শৰণ ভজন ভক্তি ব্ৰহ্মাণ্ডৰ বাজ।
হেন জানি ৰাজা তুমি এৰা ইটো কাজ ॥৩৭৫৮
হৰিক ভজিয়া যিটো আন কৰ্ম্ম কৰে।
জানিবা নিশ্চয় সিটো নৰকত পৰে ॥
কদাচিতো তুমি নকৰিবা ইটো কাম।
পৰম পণ্ডিত তুমি গুণে অনুপাম ॥৩৭৫৯
হেন জানি তুমি মোৰ বচন ধৰিয়ো।
ৰাজনীতি ধৰ্ম্মে থাকি প্ৰজাক পালিয়ো ॥
হেন শুনি ৰাজা বুলিলন্ত শঙ্কৰক।
যেহি হোক আৰে আমি ভজিবো কৃষ্ণক ॥৩৭৬০
দেৱ-দেৱী সবাৰে এৰিলো মই আশ।
তোমাক মানিয়া গুৰু গাইবো কৃষ্ণ যশ ॥
নিশ্চয় কৰিয়া আৰে হৰিক ভজিবো।
কদাচিতো আমি আন কৰ্ম্ম নকৰিবো ॥৩৭৬১
হেন শুনি শঙ্কৰে মনত গুণিলন্ত।
একখানি কথা পাচে গুণিয়া পাইলন্ত ॥
একোৱে প্ৰকাৰে পাচে এৰাবে নপাৰি।
চিন্তিলা উপায় পাচে মনত বিচাৰি ॥৩৭৬২
বোলে আৰ হাত এৰাইবে শক্তি নাই ॥
বুলিলন্ত তাঙ্ক পাচে আগ পাচ চাই ॥

গৃহক লাগিয়া আৰে ৰাজা যাওঁ আমি।
কৰাইবো শৰণ যদি পাওঁ কৃষ্ণবাণী ॥৩৭৬৩
হেন শুনি নৃপতিৰ আনন্দ মিলিলা।
তেতিক্ষণে শঙ্কৰে আপুন গৃহে গৈলা ॥
মনত গুণিয়া গুৰু বাটে বাটে যায়।
ৰাজাক লাগিয়া একো নাপায় উপায় ॥৩৭৬৪
নৰনাৰ্ট এৰিবাৰ মনে কৈলা সাৰ।
বোলে তেবে এৰাইবোহো হাতক ইহাৰ ॥
হেন কথা শঙ্কৰে মনত আলোচিয়া।
আত অনন্তৰে পাটবাউসী পাইল গৈয়া ॥৩৭৬৫
দেখি বন্ধু বান্ধৱৰ আনন্দ মিলিলা।
মনে দুখ শোক কৰি এহিমতে ৰৈলা ॥
শুনা সভাসদ পদ গুৰু যশ ৰস।
ভকতজনৰ ইটো পৰম সৰ্ব্বস ॥৩৭৬৬
শঙ্কৰ মাধৱ দুই পৰলোক বিত্ত ॥
দুইৰো চৰণ চিন্তা কৰি এক চিত্ত ॥
হৰিগুৰু চিন্তি কৰা বৈকুণ্ঠত বাস।
আপুনি লৈবন্ত হৰি কৰি নিজদাস ॥৩৭৬৭
শঙ্কৰ মাধৱ দুই পাৱে মোৰ গতি।
জনমে' জনমে হৌক হৰিত ভকতি ॥
দৈৱকীনন্দন মোৰ তুমি নিজ দেৱ।
তুমি বিনে মোহোৰ বান্ধৱ নাহি কেৱ ॥৩৭৬৮

বিষয় বসন্ত মোৰ নিমজিল চিত্ত।
শৰণ ভজন হেৰুৱাইলো মূল বিত্ত॥
পশু যেন ভৈলো বন্দী মায়াজালে পৰি।
কৰোহো কাকুতি নিস্তাৰিয়ো দেৱ হৰি॥৩৭৬৯
পতিত পাৱন নাম কৰিয়ো সফল।
কৰিয়ো উদ্ধাৰ মোক ভকত বৎসল।
ভকতি মিনতি স্তুতি নজানো দুৰ্ম্মতি।
চৰণে শৰণ লৈলো কৰা মোৰ গতি॥৩৭৭০
ইহপৰলোকে গুৰু নছাৰিবা মোক।
জনমে জনমে ভকতৰ সঙ্গ হৌক॥
চৰণত ধৰো এহিমানে কৰা দায়া।
বোলা ৰাম ৰাম দূৰ হৌক মোহ-মায়া॥৩৭৭১

---

## লেচাৰী

শ্ৰীমন্ত শঙ্কৰ দেৱহৰি বাউসীত আছে দিন চাৰি
কৃষ্ণৰ কীৰ্ত্তন কৰিয়া হৰিষ মনে।
হৰি কথা বিনে আন নাই ৰাত্ৰি দিনে হৰিগুণ গাই
পৰম আনন্দে যতেক ভকতগণে॥
শঙ্কৰে কহন্ত ভাগৱত বুঢ়াভাষ্যখানি পঢ়িলন্ত
উঠিল যুগুতি তাহাৰ অৰ্থ বিচাৰ।

মাধৱে সুধিলে শঙ্কৰক বোলে বাপ তাৰ কোন্না ভৰ
দেৱাপি মৰুৰ থান কৈত তাসম্বাৰ ॥৩৭৭২
কোনোদিশে আছে কয়ো তাক শুনো ভাল কৰি আমি তাক
কোন ৰাজ্য আছে কহিত কলাপ গ্ৰাম।
শঙ্কৰে বোলন্ত শুনা পাচে কহো তাৰা দুই বৈত আছে
পৰম পৱিত্ৰ থান সিটো অনুপাম ॥
হেমন্তগিৰিৰ দক্ষিণত ব্ৰহ্মাৰ পুত্ৰৰ উত্তৰত
তাক লোকজন বোলয় কল্যাণপুৰ।
পৃথিবী পাতাল পশি দুই যোগ চিন্তি আছে উৰ্দ্ধমুই
অসম দেশৰ সুহিকয় সিটো দূৰ ॥৩৭৭৩
আশ্ৰম সহিতে তল গৈল উপৰত বৰ বিল ভৈল
যোগবলে সিটো জলক খেদিয়া থৈল।
তাক লোকজনে নজানয় আনসে দেশৰ কথা কয়
দেখা তাৰা দুইকো উপৰে জলে ঢাকিল ॥
পৰ্ব্বত শিখৰে আছে বিল তৃণ বনে কৰে হুলফল
তাৰ লোক যত সুখী সবে নিৰন্তৰ।
সেহি বিল হন্তে বহি যাই জলসব হুয়া একঠাই
তাক ব্ৰহ্মজল কহে সবে নাৰীনৰ ॥৩৭৭৪
দিক্‌ৰঙ্গে গৈয়া আছে পৰি কহিলোহো তাক নিষ্ঠ কৰি
প্ৰবীৰ পুৰাণে কহিয়া আক আছয়।
গঙ্গাৰ ভাগিন পিচলাক তাহাৰ উপৰে দেখা তাক
সিয়ো দিক্‌ৰঙ্গে বহিয়া আসি পৰয়।

ইকথা জানিবা মিছা মুই     সত্যযুগে আছে গঙ্গা দুই
হবিবেক পাপ লোকসব নিস্তাবিব।
পাণ্ডু নৃপতিব পত্নী তথা     আছে তৈতে তাব কহো কথা
নাবায়ণপুবে তেহেন্তে আছে জানিবা॥ ৩৭৭৫
মাদ্রীনামে এক আছে বিল     তেহেন্তে তাহাত জল তৈল
যোগবলে তৈতে আছয় কৃষ্ণক চিন্তি।
তাব মাদ্রীনাম জানা তৈলা     পিছো দিক্বঙ্গে পবি ঠৈলা
ইটো কথা জানা আছে পূর্ব্বাপব বীতি॥
কল্কী শবীবক গোচ্ছ পাই     উঠিবে দেবাপি মরুবাই
সেহিকালে উঠিবেক মাদ্রী আই।
তাব কথা কহো থাকা শুনি     ঋষ্যশৃঙ্গ নামে মহামুনি
তাহান আছিল শিঙ্গবী পর্ব্বতে ঠাই॥ ৩৭৭৬
শিঙ্গবীব কৈলো এহি কার্য্য     আছিলেক তাত বাজিবাজ
তাহাব নামেসে পর্ব্বতব নাম তৈল।
দক্ষিণকূলব কহো কথা     আছিলন্ত ব্রহ্মঋষি তথা
পবম মহন্ত বশিষ্ঠ মুনি কপিল॥
দিখৌব বশিষ্ঠ গঙ্গা নাম     আছিলন্ত ঋষি অনুপাম
কোপিলিকা তাতে কোপিলী গঙ্গা বোলয়।
দেখিয়া নেদেখে অন্ধলোকে     কেবলেসে নিন্দা কবে লোকে
নিকটতে গঙ্গা থাকন্ত গাব ধুবয়॥ ৩৭৭৭
কলিযুগে ধর্ম্ম নির্ণয়ত     ইটো কথা শাস্ত্রে দেখিলোক
পঢ়ি শুনি ভৈলা অনেক মনত বুজে।

কিনো জ্ঞানহীন মূৰ্খ নৰ অজ্ঞানী পাষণ্ড খটচোৰ
দুই চক্ষু খাই ঈশ্বৰ কৃষ্ণ নভজে।
মূল বিত্তখানি হুকৰাই মুখে পাপীসবে কাঠ খাই
দেখিয়ো নেদেখে মহামোহে ভৈল অন্ধ।
খাজমাৰ্গ এৰি গোসাই বন বাট নাপাই মুখে কণা কেৰ
পৰম পাষণ্ড নাহি ভকতিৰ গোন্ধ॥ ৩৭৭৮
ঈশ্বৰ কৃষ্ণৰ জন্ম জাতি শুনা সৰ্ব্বজনে কৰ্ণপাতি
আদি অন্ত তাৰ কহিবেক কোন জন।
তাহান মহিমা নজানয় কুল ক্ৰিয়া যিটো বিচাৰয়
শাস্ত্ৰৰ সমস্ত জানা সিটো ভাগ্যহীন॥
কুৎচিত শূকৰ ৰূপ ধৰি আনি পৃথিবীক দেৱহৰি
শূকৰ বুলিয়া তাহাক কোনে নকহে।
যাৰ গুণ গায়া ভৱ তৰি তাক মুখে পাপী নিন্দা কৰি
এতেকে আমাক শূদ্ৰ বুলি কোনে কহে॥ ৩৭৭৯
ৰজতো বিকাৰ দেখে যিটো নৰকে পৰিবে গৈয়া সিটো
শাস্ত্ৰৰ টীকাত কহিলো সাৰ সাক্ষাত।
মৎস্য কূৰ্ম্ম নৰসিংহ হৰি কুৎচিত ৰূপক অৱতৰি
তাৰিলা ভকত নাহিকে সংশয় আত॥
আঠাইশ সহস্ৰ ঋষি যত সূতমুখে শুনি ভাগৱত
ব্ৰহ্মাসন দিয়া আচাৰ্য্য পাতিয়া লৈলা।
অকুলীন সূত সেৱা কৈলা তাসম্বাৰ জাতিকুল গৈলা
ব্ৰাহ্মণসবৰ শকতি হেন টুটিলা॥ ৩৭৮০

হোৱে নোহে চোৱা মন ক      বোলো চৰণত ধৰি ধৰি
মহা মহন্তক কোটিবাৰ নমস্কাৰ।
কলা অৱতাৰে ব্যাস ভৈলা      আপুন ইচ্ছায়ে শাস্ত্র কৈলা
ঈশ্বৰ কৃষ্ণক কৰিলে সাক্ষাতকাৰ॥
তথাপি তোমাত ভেদ ভৈলা      ঈশ্বৰ কৃষ্ণক নজানিলা
তাত কৰি কোনে শাস্ত্রক পঢ়িব আৰ।
নাৰদে আসিয়া জ্ঞান কৈলা      ধৰ্ম্ম কৰ্ম্ম সবে দূৰ গৈলা
উপদেশ দিলা হৰিৰ ভকতি সাৰ॥ ৩৭৮১
আৰো কুশীতলে লোৱা সাক্ষী      গৰ্ব্ব মদ এৰাইলা আসি
তাহাত কৰিয়া পঢ়িবেক কোনজনে।
ভতো ঈশ্বৰক নজানিলে      ইন্দ্ৰ দেৱতাক বৰ কৈলে
এতেকতে পণ্ডিত বুলিব তাক কেমনে॥
চাণ্ডালী দেখিয়া তাৰ কৰ্ম্ম বোলে পাপী কৈলে কিনো ধৰ্ম্ম
আক সম পাপী সংসাৰত আক নাই।
নাৰদে আসিয়া লগ পাইলা      চাণ্ডালী দ্বিজৰ কথা কৈলা
ঋষিৰ চৰণে নমিলন্ত পাপী যাই॥ ৩৭৮২
নাৰদে বোলন্ত শুনা আই      তোৰ সম ভক্ত আন নাই
তোহোৰ চৰণে প্ৰণাম কৰোহো আমি।
দ্বিজত অধিক ভৈলি তই      নিশ্চয় কৰিয়া কৈলো মই
ইতিনি জগত পবিত্ৰ কৰিলা তুমি॥
অগাধ সাগৰ ভাগৱত      নজানয় কিছো তাৰ তত্ব
এতেকেসে নিন্দা কৰি বুৰে যিটো নৰ।

সন্ত মহন্তক নিন্দা করি নরক ভুঞ্জিব মরি মরি
নাহিকে নিস্তাৰ কৰিবেক যমে ডৰ ॥ ৩৭৮৩
যেন তুলসীক নজানয় কুকুৰে তাহাত প্ৰস্ৰাবয়
তাত পৰে নাই ভকতি মহা বিহীন।
নৰকৰ বাট লৈলে সাক্ষি ভকতি নৱেল এক কাক্ষি
জানিবাহা সিটো আতি মন্দমতি দীন ॥
মহন্তক নিন্দা কৰে যিটো নৰকত গৈয়া পৰে সিটো
জানিবা পাচত হুইবে যম কিঙ্কৰ।
একোকালে তাৰ গতি নাই কহি আছে শাস্ত্ৰে ঠাই ঠাই
হেন জানি এৰিয়োক নিন্দা ভকতৰ ॥ ৩৭৮৪
নিজ অংশে আসি অৱতৰি শ্ৰীমন্ত শঙ্কৰদেৱ হৰি
তান গুণ সব জগতত্তে প্ৰচাৰিলা।
মনুষ্যৰ ছলে লীলা কৰি লোকক ছলিলা ছদ্ম কৰি
বাৰে বাৰে পৃথিৱীত কৰিলন্ত লীলা ॥
মই মহাপাপী সেৱা চোৰ গুৰুপাৱে ভক্তি নাহি মোৰ
কৰা মোক দয়া দৈৱকীনন্দন দেৱ।
তবু কৃপা মিলে মোক যেবে সংসাৰৰ পাৰ পাওঁ তেবে
তুমি বিনে মোক তাৰন্তা নাহিকে কেৱ ॥ ৩৭৮৫
দীন দুখী হেন মোক জানি কৃপা কৰা মোক চক্ৰপাণি
তোমাৰ চৰণে শৰণ কৰিলো সাৰ।
তবু পদতলে মোৰ ঠাই দিয়ো মোক তুমি যদুৰায়
মোক নাৰায়ণ ইবাৰ কৰা উদ্ধাৰ ॥

হৃদয়ে থাকিয়া হৃষীকেশ দিলা মোক বেদ উপদেশ
তাকেসে ৰচিলো তোমাক হৃদয়ে ধৰি ।
গুৰুৰ চৰণে কৰি ৰতি কহে ৰামচৰণ মূঢ়মতি
ডাক ছাৰি সবে বুলিয়োক হৰি হৰি ॥ ৩৭৮৬

### শ্ৰীমাধৱদেৱৰ ভগৱন্ত ধৰ্ম্মৰাজ্য স্থাপন

#### পদ

শুনা সৰ্ব্বজনে কথা শঙ্কৰদেৱৰ ।
কহো যেনমতে গৈলা বৈকুণ্ঠ নগৰ ॥
নৱনাট সামৰিবে মনে ইচ্ছা কৰি ।
মনত আলচ পাচে কৰিলন্ত হৰি ॥ ৩৭৮৭
গণককুছিত দেৱ মাধৱ আছন্ত ।
ভকত পঠাই তান্ক মতাই আনিলন্ত ॥
উত্তৰে দক্ষিণে যত ভক্ত সব আছে ।
সমস্তকে মতাইয়া আনিলন্ত পাচে ॥ ৩৭৮৮
আৰো গাৰে গায়ে দিলা সবাকে প্ৰবোধ ।
আমি নাসো মানে নমিবাহা মাধৱক ॥
জগন্নাথ ক্ষেত্ৰক কৰিয়া আসো যাই ।
তোমাসবে মোৰ বাক্য মানিবা সদায় ॥ ৩৭৮৯
এহি বুলি মাধৱৰ মাথে মালা দিলা ।
আচাৰ্য্য পাতিলো বুলি সবাত কহিলা ॥

গুৰু পুৰোহিত মুখ্য ভকত আছে যত।
পুষ্প তাম্বুল অন্ন সবাক দিলন্ত ॥ ৩৭৯০
হেন শুনি লোকসবে বিষাদ কৰয়।
বোলে জানিলোহো গুৰু উলটি যাসয় ॥
এহি বুলি লোকসব কৃতাঞ্জলি কৰি।
মহাদুখে কান্দে চৰণত পৰি পৰি ॥ ৩৭৯১
বোলে জানিলোহো বাপ যাসিবা ইবাৰ।
অন্ধ ভৈলো আশা ছেদ কৰিলা আমাৰ ॥
শঙ্কৰে বোলন্ত কেহো নকৰা ক্ৰন্দন।
নিচুকাইলা বুলি সবে প্ৰবোধ বচন ॥ ৩৭৯২
অনন্তৰে ভকতক দিলন্ত বিদায়।
হেন দেখি মাধৱৰ মনে সুখ নই
নমস্কাৰ কৰি পাৱে নমিলন্ত যাই।
বোলে তুমি বিনে মোৰ বন্ধু আন নাই। ৩৭৯৩
মোক এৰি বৈকুণ্ঠলোকক যাইবা তুমি।
নিশ্চয় কৰিয়া আক জানিলোহো আমি ॥
শঙ্কৰে বোলন্ত তুমি নকৰিবা দুখ।
বক্ষে ধৰি মাধৱৰ মুচিলন্ত মুখ ॥ ৩৭৯৪
গণককুছিক লাগি দিলন্ত বিদায়।
কেমনক যাইবোহো আমি তোমাক জনাই ॥
এহিমতে দুখে দুখে মাধৱৰ গৈল।
আপুনাৰ ঘৰে ৰহি শঙ্কৰ ৰহিল ॥ ৩৭৯৫

আনিলা তেখনে বন্ধু বান্ধৱক মাতি।
সবাক দিলন্ত বোধ প্ৰবোধ সম্প্ৰতি॥
এহিমতে ভৈলে যেবে একমাস আছে।
ক্ষেত্ৰক যাইবাক মনে আলোচিলা পাছে॥ ৩৭৯৬
ক্ষেত্ৰক যাইবাৰ কথা সবে শুনিলন্ত।
সমস্তে ভকত আবোবাৰ আসিলন্ত॥
সমস্তকে মাত বুলি প্ৰবোধ বোলন্ত।
মই যদি যাওঁ তেবে মাধৱ আছন্ত॥ ৩৭৯৭
মাধৱৰ বাক্য তোৰা সকলে কৰিবা।
ভকত পীৰিতি ৰতি কদাপি নেৰিবা॥
ভকতিৰ আদিমূল ভকত পীৰিতি।
হৰি কথা শ্ৰৱণত কৰিবেক ৰতি॥ ৩৭৯৮
ভকত জনৰ কিন্তু ভকতেসে ধন।
হৰিগুণ নাম লাভ শ্ৰৱণ কীৰ্ত্তন॥
হেনজানি নামকেসে নেৰিবা মুখত।
দঢ়াই কহিলন্ত গুৰু সবাৰে আগত॥ ৩৭৯৯
পুষ্প তাম্বুল বস্ত্ৰ সবাকো দিলন্ত।
গুৰু আজ্ঞা পায়া সবে তেখনে গৈলন্ত॥
ভকতসকলে যেবে গৈলা এহিমতে।
সেহিদিনা মাত্ৰ গুৰু থাকিলা গৃহতে॥ ৩৮০০
বলৰাম আতৈক আনিলা পাছে মাতি।
মধুৰ বচন তাক বুলিলা সম্প্ৰতি॥

মাধৱৰ আগে তুমি কথা কহা যাই।
কালি আমি যাইবোহোঁ কহিয়োক ঠাই ॥ ৩৮০১
হেন শুনি বলৰাম তেতিক্ষণে গৈলা।
শ্ৰীধৰৰ আগে শঙ্কৰৰ কথা কৈলা ॥
ৰামানন্দ ঠাকুৰক লগতে লৈলন্ত।
ভকত সহিতে পাচে যাত্ৰা কৰিলন্ত ॥ ৩৮০২
গোসানীৰ দেখি সন্তাপৰ সীমা নাই।
কান্দন্ত সন্তাপে তাপে ৰুক্মিণী জীয়াই ॥
আনো লোক ভকত কান্দন্ত পৰি পৰি।
এহিমতে সবেয়ো ৰহিলা দুখ কৰি ॥ ৩৮০৩
অনন্তৰে শঙ্কৰে গণককুছি পাইলা।
মাধৱদেৱৰ যাই গৃহত ৰহিলা ॥
মাধৱে বৈসাইয়া পাচে পখালিলন্ত ভৰি।
ভকতসৱক থান দিলন্ত সাদৰি ॥ ৩৮০৪
সমস্ত ভকতক পাচে সিধা পাতি দিলা।
পৰম সন্তোষে সবে ভোজন কৰিলা ॥
শঙ্কৰে বুলিলা পাচে মাধৱক চাই।
ভুঞ্জিবো তোমাৰ হাতে অন্ন ৰান্ধা যাই ॥ ৩৮০৫
হেন শুনি মাধৱে কৰন্ত অসন্তোষ।
শঙ্কৰে বোলন্ত আত কিছু নাহি দোষ ॥
মাধৱে বোলন্ত ৰামৰাম আদি যত।
জ্ঞাতি মিত্ৰ বন্ধু ভক্ত অনেক আছন্ত ॥ ৩৮০৬

কাহাৰো ঘৰত তুমি নকৰা ভোজন।
কৰিবেক নিন্দা শুনি বুলিলো বচন॥
বুলিবে মাধৱ কেৱলীয়া উদাসীন।
তাৰ হাতে খাইলা গুৰু নকৰিয়া ঘিন॥ ৩৮০৭
আমাত কৰিয়া সিটো কেন বৰলোক।
এহি বুলি নিন্দা সবে কৰিবেক মোক॥
এতেকন্তে বাপ মই বোলো হাক বাণী।
মোৰ হাতে অন্ন খোৱা অনুচিত জানি॥ ৩৮০৮
লোক অপযশ কথা মোৰ বৰ চিন্তা।
আমাৰ বচন বাপ নেদেখিবা তিতা॥
ভষু পাত্রে ভাত দিবে মোৰ যোগ্য নাই।
কেনে বোলা অধমৰ হাতে অন্ন খাই॥ ৩৮০৯
কদাচিতো ইটো কাম কৰিবে নোৱাৰো।
ক্ষমা কৰা বাপ দুই চৰণত ধৰো॥
ৰমানন্দে অন্ন সিদ্ধ কৰন্তোক যাই।
কৰন্ত কাকুতি গুৰু চৰণক চাই॥ ৩৮১০
হেন শুনি ৰমানন্দে অন্ন ৰান্ধিলন্ত।
তিনিখানি পাত পাৰি অন্ন বাঢ়িলন্ত॥
শঙ্কৰে সহিতে পাচে স্নান কৰি আসি।
দুইজনে ভুঞ্জিবে লাগিলা ৰঙ্গে বসি॥ ৩৮১১
এহিমতে তিনিজনে অন্ন ভুঞ্জি আছে।
আধা ভুঞ্জা হুইয়া শুনা যেন কৈলা পাচে॥

মাধৱে বোলন্ত অৱশেষ অন্ন দিয়ো।
চৰণত ধৰো মোৰ বচন কৰিয়ো॥ ৩৮১২
হেন শুনি গুৰু দিলা অৱশেষ অন্ন।
মাধৱে আনন্দমনে কৰিলা ভোজন॥
মাধৱৰ অন্ন পাচে শঙ্কৰে খুজিলা।
তাহাৰ পাতৰ অন্ন আপুনি ভুঞ্জিলা॥ ৩৮১৩
মাধৱে বোলন্ত কেনে কৰাহা অন্যায়।
ভল গৈলো বাপ মোৰ গতি আৰ নাই॥
শঙ্কৰে বোলন্ত আত কিছু দোষ নাই।
ভিন্ন ভাৱ নাই তুমি আমি একে কায়॥ ৩৮১৪
এতেকেসে ভুঞ্জিলোহো তযু অন্ন আমি।
থাকিয়োক শঙ্কা কিছো নকৰিবা তুমি॥
আত অনন্তৰে ভুঞ্জি যেবে উঠিলন্ত।
আসনে বসিয়া মুখশুদ্ধি কৰিলন্ত॥ ৩৮১৫
শঙ্কৰে বুলিলা মাধৱৰ মুখ চাই।
মোৰ লগে শয়ন কৰিবা আজি থাই॥
মাধৱে বোলন্ত বাপ নুবুলিবা আক।
চৰণত ধৰি স্তুতি কৰোহো তোমাক॥ ৩৮১৬
অনন্তৰে পাৰিলন্ত শয্যা শয়নৰ।
মাধৱক হাতে ধৰি নিলন্ত শঙ্কৰ॥
দুইজনে থাই পাচে শয্যাত বসিলা।
মাধৱ দেৱতা গুৰু পাৱক জানিলা॥ ৩৮১৭

অনন্তরে শয়ন করিলা যথানন্দ।
দুইহাতরো চাই আছে পীরিতি আনন্দ॥
ভকতসকলে থানে থানে শুতিলন্ত।
ইসব কথাক তাবাসবে নজানন্ত॥ ৩৮১৮
শঙ্কর গুরুরে মাধবক ধরি আনি।
আপোন আসনে বৈসাইলা মহামানী॥
মহাপ্রেমে থাকি দুয়ো একঠাই ভৈলা।
শঙ্করর গারে মাধব লীন গৈলা॥ ৩৮১৯
রমানন্দে দেখি পাচে বিস্ময় মানিলা।
মনে মনে যাই পাচে ভকক কহিলা॥
হেন শুনি ভক্তে পাচে জিজ্ঞাসিয়া চাইল॥
শঙ্করদেৱক মাত্র শয্যাত দেখিল॥ ৩৮২০
বিস্ময় দেখিয়া সবে এহিমন্তে বৈলা।
আবোবার দুই জনে আবির্ভাব ভৈলা॥
আত অনন্তরে যেবে এহিমন্তে আছে।
মাধব দেৱতা কথা পুছিলন্ত পাচে॥ ৩৮২১
শ্রবণ ভোজন ভক্তি তত্বক কহিয়ো।
হরি ভক্তি মহাবস্তু মোক আবে দিয়ো।
হেন শুনি গুরু ধরিলন্ত নিজরূপ।
দেখিয়া মাধৱে পাচে আতি ভৈলা চুপ॥ ৩৮২২
শঙ্খ চক্র গদা পদ্ম ধরি চারিহাতে।
হেন রূপ ধরি ব্যক্ত ভৈলন্ত আগতে॥

চারি শৰণক পাচে কহিলা দঢ়াই।
থাকিলা মাধৱদেৱ মাথা চপৰাই ॥ ৩৮২৩
আৰো সুধিলন্ত দশ নামৰ অন্বয়।
কহিলন্ত গুৰু পাচে তাহাৰ নির্ণয় ॥
সাতখান বৈকুণ্ঠৰ থান থিতি কৈলা।
আৰো দশ হাজাৰ ঈশ্বৰ দেখা দিলা ॥ ৩৮২৪
কৈলা বৈকুণ্ঠক আৰো দশ যে হাজাৰ।
যাৰ যিবা থান আৰো লেখা দিলা তাৰ॥
ওঠৰ হাজাৰ শ্লোক ভাগৱতচয়।
ওঠৰ হাজাৰ আৰো পুৰাণ আছয় ॥ ৩৮২৫
যুগে যুগে অৱতৰি লীলা কৰিলন্ত।
ঈশ্বৰ কৃষ্ণৰ কোনে পাৱে আদি অন্ত ॥
দশ হাজাৰ বৈকুণ্ঠ দশ হাজাৰ ঈশ্বৰ।
ইসব সকলো কথা কহিলা শঙ্কৰ ॥ ৩৮২৬
অৱতাৰ যত আছে ভক্ত অনুপাম।
কহিলন্ত তাসম্বাৰ যাৰ যিবা নাম ॥
যাদৱ পাণ্ডৱ বংশে ভৈলা যত যত।
চাৰিবিধ গোপীৰ কাৰণ কহিলন্ত ॥ ৩৮২৭
যাদৱ পাণ্ডৱ ঐক যিবা আসি আছে।
তাসম্বাৰ গুণ নাম কহিলন্ত পাচে ॥
আপোনাৰ পুত্ৰ পত্নী নাতিসকলৰ।
কহিলন্ত আৰো নানা কথাক বিস্তৰ ॥ ৩৮২৮

তাসম্বাৰ সঙ্গী ভক্ত হুইবেক যতেক।
বোলে তাৰাসবে যদুবংশে আসিবেক ॥
সাত পুৰুষক লাগি ধৰ্ম্ম প্ৰৱৰ্ত্তিব।
জীয়াৰীৰ পুত্ৰে মোৰ ভকতি ৰাখিব ॥ ৩৮২৯
মোৰ সাত পুৰুষৰ যেবে সীমা ভৈলা।
বৰ দোকান জানা তেবে ভাঙ্গা গৈলা ॥
দশম কীৰ্ত্তন পুথি থাকয় যথাত।
জানিবা নিশ্চয় মই থাকোহো তথাত ॥ ৩৮৩০
বৃন্দাবনে গোপমুখে অন্নক খোজাইলো।
কৰ্ম্মী ব্ৰাহ্মণৰ সবে গৰ্ব্ব চূৰ কৈলো ॥
সেহি বিপ্ৰ আসি আছে ঐত দেখিয়োক।
অনেক বিতণ্ডা বাদ কৰিলেক মোক ॥ ৩৮৩১
ব্ৰাহ্মণৰ বাক্যশৰ প্ৰহাৰৰ খোচে।
হৃদয় কলীয়া পৰি সাঞ্চ বান্ধি আছে ॥
আঠ আঙ্গুলক লাগি মজ্জা ভেদি গৈলা।
দেখিলা আমাক কোন কৰ্ম্ম নকৰিলা ৩৮৩২
ধন বস্ত্ৰ দিয়া গীতা শাস্ত্ৰক পঢ়াইলো।
তাহানে মুখত ভক্তি বেকত কৰাইলো ॥
যেহেন শৰ্কৰা খুৱায় ছোৱালসবক।
তেনমতে লোভ লগাই ব্ৰাহ্মণসবক ॥ ৩৮৩৩
যেন ভূমি হাবি কাটি মুকলি কৰয়।
তেনমতে বুজা ইটো শাস্ত্ৰতত্ত্ব নয় ॥

ইসৱ কথাক আৰে এহিমানে থওঁ।
শুনিয়োঁ মাধৱদেৱৰ আৰো কিছু কওঁ ॥ ৩৮৩৪
ৰব থব নটুৱাক তুমি নকৰিবা।
তাক যদি কৰা তেৱে দুখক লভিবা ॥
তিনিজন লোকৰ নুহিকো গুৰু আমি।
নিশ্চয় কৰিয়া তাক কহো শুনা তুমি। ৩৮৩৫
ৰাজা স্ত্রী কর্ম্মকাণ্ডী ব্রাহ্মণসৱৰ।
কদাচিতো আমি গুৰু নোহো ইসৱৰ ॥
ৰাজনীতি ৰাজকর্ম্ম কৰিবে লাগয়।
হাঁহ ছাগ কাটি ব্যভিচাৰী প্ৰবৰ্ত্তয়। ৩৮৩৬
এতেকতে ৰাজাৰ শৰণ আছে কৈত।
কিমতে হইবেক ৰাজা কৃষ্ণত ভকত।
পৰম অধৰ্ম্মী স্ত্রী পাপৰ শৰীৰ।
তাই কিবা জানিবে মহিমা ভকতিৰ। ৩৮৩৭
অসত্যত পৰে আৰো সত্যবাণী নাই।
কামকেসে মন পাপকেসে বুৰে যাই ॥
পাপ কৰি আসি তাতো শপত কৰয়।
দেখিয়োঁ সাক্ষাতে তেন কিছো নাহিকয় ॥ ৩৮৩৮
কর্ম্মকাণ্ডী বিপ্রে প্রেতকার্য্যক কৰয়।
প্রেতক উৎসর্গি বস্তু আনিয়া ভুঞ্জয় ॥
এতেকে অধৰ্ম্মী সিটো পৰম দুৰ্ম্মতি।
ইহ পৰকালে তাৰ নাই নাই গতি। ৩৮৩৯

তাতেসে তোমাত কৈলো ইসব আশয়।
এহি তিনি জনৰ শৰণ নাহিকয়॥
হেন জানি তুমি আৰ নেদিবা শৰণ।
নিষ্ট কৰি তনু আগে বুলিলো বচন॥ ৩৮৪০
আঠৰ কোটি লোকসব নৰকক যাইব।
মোক গুৰু মানি হিটো আনক ভজিব॥
এতেকে জানিবা সবে যাইব নৰকক।
নিশ্চয় জানিবা আমি কহিলো তোমাক॥ ৩৮৪১
তোমাত কহিলো ইটো ৰহস্য ভকতি।
পুৰুষোত্তমক দিবা কহিলো সম্প্ৰতি॥
পদ ছুলড়ী জানা ছবিৰ অৰ্থক।
ঝুমুৰী লেহাৰী ছন্দ তাহাৰ ৰচক॥ ৩৮৪২
নমস্কাৰ শৰণ ভজন অনুস্মৃতা।
অনুনাথ হৰবাৰ প্ৰসদৰ স্থিতা॥
নামৰ মহিমা যত কাৰুণ্য আছয়।
মোৰাৰ মাজত তাক দিব'হা নিশ্চয়॥ ৩৮৪৩
ইসব প্ৰমুখ্যে যত আছয় পটল।
তোমাৰ আগত তাক কহিলো সকল॥
নৌকাৰ কাণ্ডাৰী মই আপুনি ধৰিবো।
সকল ভকতক নিয়া বৈকুণ্ঠত থৈবো॥ ৩৮৪৪
নৰাইবো কহিলোহো মই তোমাক এৰিয়া।
কহিলো তোমাক আমি নিশ্চয় কৰিয়া॥

ঘোৰা বস মন্দ দশ হাজাৰ ঈশ্বৰ।
নাম কৰি লিখি থৈবা তুমি তাসম্বাৰ॥ ৩৮৪৫
মাধৱে বোলন্ত আৰো কৰযোৰ কৰি।
সপ্তদ্বীপা পৃথিবীক কোনে আছে ধৰি॥
শঙ্কৰে বোলন্ত শুনিয়োক মহাশয়।
সবাৰ তলন্ত ঈশ দ্ৰবিড় আছয়॥ ৩৮৪৬
তাহান উপৰে শাল নামে অনুপম।
তাৰ উপৰন্ত ঈশ বিশাল যে নাম॥
তাৰ উপৰন্ত ঈশ লগ্ন নামে এক।
তাহাৰ উপৰে আছে জানা মহা ভেক॥ ৩৮৪৭
ভেকৰ ওপৰে কূৰ্ম্ম ভুজঙ্গ উৰ্দ্ধত।
ভুজঙ্গম ওপৰে বিৰাট ভগৱন্ত॥
বিৰাটৰ উপৰে কয় মহাশয়।
বিৰাটৰ গুহ্যক যে নালা বুলি কয়॥ ৩৮৪৮
নালাহন্তে বৈতৰণী নদী বহি যায়।
চৌৰাশী নৰক তাত পাপীসবে খাই॥
শঙ্কৰ মাধৱে যত কথা ভৈলা তয়।
তাক কহিবাৰ কাৰ শকতি আছয়॥ ৩৮৪৯
ইসব কথাক আৱে এহিমানে থওঁ।
যেনমতে গৈলন্ত শুনিয়ো তাক কওঁ॥
পুহাইল ৰজনী জানি উঠিলা তেখন।
জলে নামি বাই পাচে কৰিলন্ত স্নান॥ ৩৮৫০

কৃষ্ণ সেৱা কৰিলন্ত পৰম আনন্দে।
অন্ন সিদ্ধ কৰিলন্ত যাই ৰমানন্দে ॥
মাধৱে সহিতে পাচে ভোজন কৰিলা।
হৃদয় ভাণ্ডাৰ মেলি মাধৱক দিলা ॥ ৩৮৫১
জয়ধ্বনি কৰি লৰিলন্ত তেতিক্ষণে।
ভকতসবক দিলা প্ৰবোধ বচনে ॥
মাধৱে কান্দিয়া দুই চৰণত পৰি।
সাৱটি ধৰিলা গুৰু বুকে বান্ধি ধৰি ॥ ৩৮৫২
আনো লোক আছয় ভকত নিৰন্তৰ।
সমস্তে কান্দিলা পাৱে পৰি শঙ্কৰৰ ॥
এহিমতে শোকে সবে ৰহিলন্ত যেৱে।
গৈলন্ত শঙ্কৰদেৱ পশ্চিমক তেৱে ॥ ৩৮৫৩
শূদ্ৰ নামে পাটগিৰি ভক্ত এক আছে।
তাহাৰ ঘৰত যাই ৰহিলন্ত পাচে ॥
শঙ্কৰ আসন্ত দেখি শূদ্ৰ মহামতি।
দেখি আগবাঢ়ি আসি নিলন্ত সম্প্ৰতি ॥ ৩৮৫৪
প্ৰণাম কৰিলা চৰণত পৰি পৰি।
আসনে বৈসায়া পাচে পখালিলা ভৰি ॥
সেহি গ্ৰামে আছে এক শাক্তী নাৰীৱৰ।
তাই মোক দিবে লাগি ৰহিলা শঙ্কৰ ॥ ৩৮৫৫
সেহি গ্ৰামে লোকসব আছে যত যত।
শঙ্কৰদেৱক আসি সেৱা কৰিলন্ত ॥

আসিলন্ত ৰামপুৰী তাসম্বাৰ সঙ্গে ।
শঙ্কৰে দেখিয়া বাৰ্ত্তা পুছিলন্ত ৰঙ্গে ॥ ৩৮৫৬
ভাল-মন্দ সুখ-দুখ কথা কহিলন্ত ।
চৰণে প্ৰণামি শান্তী কান্দি কহিলন্ত ॥
শঙ্কৰে বোলন্ত শুনা ৰামপুৰী আই ।
তুমি সম আন মোৰ প্ৰিয়তম নাই ॥ ৩৮৫৭
বৈকুণ্ঠক যাইবে আজি হুয়ো সাৱধান ।
আজি ৰাত্ৰিভাগে আসিবেক নৌকাজান ॥
এহিবুলি শুক তাক দিলন্ত বিদায় ।
ৰামপুৰী শুনি ভৈল আনন্দ হৃদয় ॥ ৩৫৮৮
কৰিলা অনেক স্তুতি নতি পাৱে ধৰি ।
ভকতক সেৱা কৈলা চৰণত পৰি ॥
অনন্তৰে উঠি গৈলা আপুনাৰ ঘৰে ।
শূদ্ৰৰ ঘৰত পাচে ৰহিলা শঙ্কৰে ॥ ৩৮৫৯
ভোজন কৰিয়া যেবে শয়ন কৰিলা ।
মধ্য ৰাত্ৰি ভাগে শুনা যেন কথা ভৈলা ॥
বৈকুণ্ঠৰ পৰা আসিলেক নৌকাজান ।
অনন্তৰে পাইলা ৰামপুৰীয়াৰ থান ॥ ৩৮৬০
নাম কাঢ়ি লগাইলা গৈয়া মাত ।
এতিক্ষণে আসি তেবে উঠিয়ো নৌকাত ॥
হেন শুনি ৰামপুৰী নমস্কাৰ কৈলা ।
দেহ এৰি তেতিক্ষণে নৌকাত উঠিলা ॥ ৩৮৬১

ভক্তসবে হৰিধ্বনি কৰি নাম গায়।
বৈকুণ্ঠ পাইলন্ত পাচে নাৱ মেলি যাই॥
শঙ্কৰ সহিতে ভক্ত আছে যত যত।
নামৰ কীৰ্ত্তন ধ্বনি সবে শুনিলন্ত॥ ৩৮৬২
ইসব কথাক আবে এহিমানে থওঁ।
পূৰ্ব্বৰ সাধনক ৰামপুৰীয়াৰ কওঁ॥
ৰাধা সমসৰ গোপী পৰম ভকত।
ক্ৰীড়াৰ সময়ে পাপ সিঞ্চিল কৃষ্ণত॥ ৩৮৬৩
তাতেসে আসিয়া ঐত লভিল জনম।
পাইলন্ত মুকুতি আবে গতি মোক্ষতম॥

মহাৰাজ নৰনাৰায়ণৰ কৃষ্ণত শৰণ লবলৈ একান্ত ইচ্ছা প্ৰকাশ·

শুনা সাধুসব কথা আত অনন্তৰ।
শূদ্ৰৰ ঘৰৰপৰা গৈলন্ত শঙ্কৰ॥ ৩৮৬৪
আৰোদিনা যাই পাচে ৰাজাক ভেটিলা।
দেখি নৰেশ্বৰে বহু সাদৰ কৰিলা॥
শঙ্কৰে দিলন্ত যড় লাক গন্ধ তৈল।
হেন দেখি ৰাজা বহু আনন্দিত ভৈল॥ ৩৮৬৫
ভাল মন্দ কথা যত পুছিলা নৃপতি।
শঙ্কৰে শুনিয়া কথা কহিলা সম্প্ৰতি॥
বিদায় দিয়োক আমি জগন্নাথে যাওঁ।
চান্দ মুখ চাই আমি ফিৰিয়া আসওঁ॥ ৩৮৬৬

নৃপতি বোলন্ত দিনা চাৰি থাকিয়োক।
কৃষ্ণত শৰণ আবে কৰি যোৱা মোক॥
হেন শুনি গুৰু কিছো সুবুলি ৰহিলা।
গুণি গাম্থি আপুনাৰ বাসাক আসিলা ৩৮৬৭
এহিমতে যেবে একাদশ দিন আছে।
একদিনা ৰাজা শঙ্কৰক নিলা পাচে॥
বসিলা শঙ্কৰ যাই আশীৰ্ব্বাদ কৰি।
ৰাজা দেখি বুলিলন্ত বচন সাদৰি॥ ৩৮৬৮
একান্ত শৰণ তুমি কৰায়ো আমাক।
নিশ্চয় কৰিয়া আমি বুজিলো তোমাক॥
শঙ্কৰে বোলন্ত শুনা ৰাজা মহাশয়।
শৰণ হৈবাক খোজা সুবুজি আশয়॥ ৩৮৬৯
হাঁহ ছাগ কাটি তুমি দেৱ-দেৱী পূজা।
মূৰ্খৰ স্বভাৱ হেন ভৈলাহা সুবুজা॥
ৰাজ-নীতি ধৰ্ম্ম তুমি কিমতে এৰিবা।
হৰি ভক্তি ধৰি ৰাজা কিমতে চৰ্চ্চিবা॥ ৩৮৭০
পূজা নাপাই দেৱতা সমস্তে দিবে শাপ।
আমাতে সিজিব যত অমোচন পাপ॥
হেন শুনি ৰাজা বুলিলন্ত শঙ্কৰক।
সবাক এৰিয়া আমি ভজিবো কৃষ্ণক॥ ৩৮৭১
নিশ্চয় কৰিয়া আমি বুলিলো তোমাক।
হেন জানি বাধা বাপ নকৰা আমাক॥

গৃহক গৈলন্ত গুৰু উঠি হেন শুনি ।
উপায় নপান্ত একো মনে গুণি গুণি ॥ ৩৮৭২
সিজিবেক মোত আবে অমোচন পাপ ।
এহি বুলি অনেক কৰিলা মনে তাপ ॥
অনন্তৰে আপোনাৰ থান পাইলা যাই ।
উগুল থুগুল মনে সুখ শান্তি নাই ॥ ৩৮৭৩
মই তাৰ হাত আবে কিমন্তে এৰাওঁ ।
নৰলোক এৰিয়া পৰলোকে যাওঁ ॥
এহি বুলি তথাতে ৰহিলা মহামতি ।
বৈকুণ্ঠক যাইবে মন ভৈলন্ত সম্প্রতি ॥ ৩৮৭৪
শুনা সভাসদ ঈশ্বৰৰ কেন দেখা ।
সামান্য জনত তাক কোনে কৰে লেখা ॥
আপুনি শঙ্কৰদেৱ জগতৰ পতি ।
তাহাৰ মৰণ হেন মিলিলা সম্প্রতি ॥ ৩৮৭৫
সামান্যজনৰ আবে কি কহিবা কথা ।
কৃষ্ণৰ ৰামৰ মৃত্যু দেখিয়োক তথা ॥
মোৰ মনে নেৰোক গুৰুৰ পাদপদ্ম ।
কৰোহো কাকুতি মোক নকৰিয়ো ছদ্ম ॥ ৩৮৭৬
মনুষ্যৰ চেষ্টা দেখাই ভাণ্ডিলা লোকক ।
কোনে বুজিবাক পাৰে কৃষ্ণৰ মায়াক ॥
হেন জানি হুয়ো জাণ্টে কৃষ্ণৰ সম্মুখ ।
তেবেসে এৰাইবা যম-যাতনাৰ দুখ ॥ ৩৮৭৭

দৈৱকী নন্দন দেৱ পতিতৰ গতি।
তুমি বিনে তাৰস্তা নাহিকে যদুপতি ॥
জীৱনে মৰণে মোৰ নছাৰোক নাম।
গুৰুক হৃদয়ে ধৰি বোলা ৰাম ৰাম ॥ ৩৮৭৮

---

শ্ৰীমন্ত শঙ্কৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণ

দুলড়ী

আত অনন্তৰে শুনা শঙ্কৰৰ
বৈকুণ্ঠপ্ৰয়াণ গতি।
পৰিলা নাপৰা গাৱত ফোহৰা
ভৈলেক তান সম্প্ৰতি ॥
ৰাত্ৰি দিন নাই বিষে ধাতু যাই
গায় ধৰফৰ কৰে।
ভৈলে অথান্তৰ যাৱৰ ৰিষত
ধৰিলেক ঘোৰ জ্বৰে ॥ ৩৮৭৯
দেখি ৰমানন্দে কৰন্ত ৰিষাদ
মনত লাগিল চিন্তা।
নাহি অন্ন পানী পিতৃৰ ভাৱনে
বোলে হৰাইবেক পিতা ॥
আনো ভক্ত যত আছয় জগত
তাসম্বাৰ মনে দুখ ॥

কৰে নাম কথা উজাগৰে তথা
কাৰো নাই মনে সুখ ॥ ৩৮৮০
শঙ্কৰে মনত চিন্তিয়া আছন্ত
কৃষ্ণপাৱে দিয়া চিত্ত।
তিনি গুটি শ্লোক বৰ্ণাই ঈশ্বৰক
কৰিলন্ত এক গীত ॥
পাৱে পৰিহৰি কৰোহো কাতৰি
প্ৰাণ ৰাথ বিমোৰে।
এহি গীত গাই বিলাপ বৰ্ণাই
ঈশ্বৰক স্তুতি কৰে ॥৩৮৮১
এহি কথা শুনি ৰাজা মনে গুণি
বুলিলন্ত কৰি দুখ।
মই জ্ঞানশূন্য নাহি মোৰ পুণ্য
নেদেখোহো তান মুখ॥
বঞ্চিলেক বিধি নভৈলেক সিদ্ধি
হৰি হৰি কিনো কৈলো।
মই মহা দীন গুৰুসেৱা হীন
শৰণ আগে নলৈলো ॥ ৩৮৮২
এহিবুলি খেদ কৰি অবিচ্ছেদ
থাকিলন্ত যেবে তথা।
শুনা সাধুজন কৰি থিৰ মন
শঙ্কৰদেৱৰ কথা ॥

ভকতসবক দিলা শিক্ষা বোধ
সবাহাকে পাৰে পাৰে।
হৰিৰ কীৰ্ত্তন কৰিয়া যতনে
থাকিবা পীৰিতি ভাৰে ॥ ৩৮৮৩
শুনা ভক্তগণ আমাৰ বচন
বোলো আমি তোমাসাক।
আমি যেন নয় মাধৱো তেনয়
জানিবাহা সবে আক ॥
কৃষ্ণগুণ গাই থাকিবা সদায়
মনক নিয়ম কৰি।
মোৰ বাক্য লৈয়া মাধৱক গৈয়া
জানিবা বুলিয়া হৰি ॥৩৮৮৪
মোৰ পুত্ৰ নাতি মানিবা সম্প্ৰতি
হাত পাৱ বুলি মোৰ।
মোৰ ভাৰ্য্যা সতী ৰমানন্দ মাতৃ
জানিবা ভৰি আমাৰ ॥
শুনি ৰমানন্দে মহাশোকে কান্দে
পিতৃৰ চৰণে পৰি।
কৰি স্তুতি নতি কৰয় মিনতি
হাতে কৃতাঞ্জলি কৰি ॥ ৩৮৮৫
নেদিলাহা তুমি নাপাইলোহো আমি
তোমাৰ কিছো সৰ্ব্বস্ব।

ব্যৰ্থে বহি গৈল মনত নবৈল
ইসব মোৰ বয়স ॥
শুনা ৰমানন্দ শঙ্কৰে বোলন্ত
কৰা তুমি মন থিৰ ।
যিবা ধন বিত্ত আছয় সমস্ত
মাতৃৰ হাতত তোৰ ॥ ৩৮৮৬
নিবে কোনে কাক শুনা বোলো বাক
পাইবা ধন-বিত্ত সবে ।
শুনা ৰমানন্দ কৰিবা আনন্দ
দুখ কৰা কেনে আবে ॥
ৰমানন্দে শুনি বুলিলন্ত পুণি
নোখোজোহো আমি কাক ।
পৰলোক বিত্ত মাগোহো তোমাত
দিয়োক বাপ আমাক ॥ ৩৮৮৭
হেন বাণী শুনি বুলিলন্ত পুণি
শঙ্কৰ দেৱতা স্বামী ।
কৃষ্ণৰ ভকতি নকৰিলা ৰতি
সুপুছিলা মোত তুমি ॥
জানিলো নিশ্চয় আমাৰ তনয়
জানিলো আজিসে আমি ।
নাহিকয় জ্ঞান ভকতিত মন
নকৰিলা আবে তুমি ॥ ৩৮৮৮

দিলো নাৰে ভৰা অৰ্দ্ধখানি মৰা
তোহোক কি দিম মই।
শোধা আৰে মোত কি কৈবো তোমাত
দেখিয়ো নেদেখ তই॥
ইসব কথাক বুলি উতপাত
নকৰিবা তুমি মোক।
পৃথিবী এৰিয়া সকল ত্যজিয়া
যাওঁ মই পৰলোক॥ ৩৮৮৯
কৈবো কিবা তোত একখানি বিত
লগত মোহোৰ নাই।
ভাণ্ডাৰ সহিতে মাধৱৰ হাতে
দিছো মই উবোৱাই।
থৈলো বাপ মই মাধৱৰ ঠাই
নাম গুণ যত আছে।
যদি আছে মন কৰিয়া যতন
সুধি লৈবা তাত পাচে॥ ৩৮৯০

## ছবি

শঙ্কৰৰ বাক্য শুনি ঠাকুৰে মনত গুণি
ৰহিলন্ত কৃতাঞ্জলি কৰি।
অনেক কাকুতি কৰি চৰণত ধৰি ধৰি
থাকিলন্ত মনে দুখ কৰি॥

পুনৰপি বুলিলন্ত ঠাকুৰক কহিলন্ত
শঙ্কৰে নিশ্বাস ত্যাজি সুখে।
কহিবাহা মাধৱত আনো ভক্ত আছে যত
নকৰোক কেহো চিন্তা দুখ ॥ ৩৮৯১
আমাৰ পাচত মাত্ৰ এক বৰিষেকে তুমি
চলি যাইবা বৈকুণ্ঠ নগৰ।
কহিলো নিশ্চয় কৰি কৃষ্ণক হৃদয়ে ধৰি
পাইবা তুমি সংসাৰৰ পাৰ ॥
শুনিয়োক ৰামৰায় তুমি প্ৰিয়তম ভাই
তোমাৰ আগত কহো আমি।
পালিবাহা জ্ঞাতি মিত্ৰ কৰা তুমি দৃঢ় চিত্ত
নকৰিবা চিন্তা দুখ তুমি ॥৩৮৯২
হেন শুনি ৰামৰায় চৰণে পৰিলা যাই
বুলিলন্ত কৃতাঞ্জলি কৰি।
চটকসকলে যেন ছৱালক ৰক্ষা কৰি
আছিলন্ত ছায়া ছত্ৰ ধৰি ॥
দিলাহা অভয় দান পৰম ভকতি জ্ঞান
তুমি বিনে গতি মোৰ নাই ॥
দণ্ডৱত হুয়া পৰি হাতে কৃতাঞ্জলি কৰি
এহিমতে কান্দে ৰামৰায় ॥ ৩৮৯৩
ধেনু হেনমতে বৎস পালিলাহা তেনমত
প্ৰাণ প্ৰভু জগতৰ পতি।

পৃথিৱীত দিয়া মাথ বোলো হেৰা প্ৰাণনাথ
সত্যে সত্যে তুমি মোৰ গতি।
অনন্তৰে ধৰ্ম্মাৰামে পৰিলন্ত তেতিক্ষণে
গুৰুৰ চৰণ হাতে ধৰি।
বোলে হেৰা প্ৰাণনাথ চৰণত থৈয়া মাথ
জানিলো যাইবা তুমি এৰি ॥ ৩৮৯৪
আনো ভক্ত নিৰন্তৰ পাৱে পৰি শঙ্কৰৰ
কান্দিলন্ত প্ৰেম অনুৰাগে।
কৰি সবে যোৰহাত মাথা দিয়া চৰণত
কাকূতি কৰয় পৰি আগে ॥
তুমিসে পৰম গুৰু ভকতৰ কল্পতৰু
জানিলো নিশ্চয় কৰি মনে।
ভকত বান্ধৱ দেৱ তুমি বিনে নাহি কেৱ
জানিলোহো ইতিনি ভূৱনে ॥ ৩৮৯৫

---

ছুলাড়ী

শুনা সৰ্ব্বজন গুৰুপাৱে মন
দিয়া ত্যাজি আন কাম।
নমবাহা ভুলে গুৰুপাৱ কোলে
চাপি ধৰা মুখে নাম ॥
হুয়া সাৱধান গুৰুৰ চৰণ
গলে বান্ধা দৃঢ় কৰি।

পাপ কৰি হত তৰিবা কলিত
বৈকুণ্ঠক যাইবা লৰি ॥৩৮৯৬
শঙ্কৰ মাধৱ পৰম বান্ধৱ
হৃদয়ৰ বস্তু সৰি ।
কলিযুগে আসি ভকতি প্ৰকাশি
কৰিলা লোক নিস্তাৰ ॥
বেদৰ গুপুত দৈৱকীৰ সুত
কৰিলা তাঙ্ক বিদিত ।
ধৰা তান পাৱে মহা প্ৰেমভাৱে
কৰি সাৱধান চিত ॥৩৮৯৭
ইহলোকে নতি পৰলোকে গতি
দাতা তাস্ত বিনে নাই ।
তাঙ্ক গুৰু এৰি নৰকত পৰি
ভুঞ্জিবে যাতনা যাই ॥
কৰা মোক দায়া দূৰ কৰা মায়া
কৃপাৰ সাগৰ তুমি ।
এৰি আন কাম বোলা ৰাম ৰাম
কৰোহো কাকুতি আমি ॥ ৩৮৯৮

---

## পদ

শুনা সভাসদ সব কথা নিৰন্তৰ ।
বৈকুণ্ঠ প্ৰয়াণ ইটো লীলা শঙ্কৰৰ ॥

অণ্ডকোষ তলে গুহ্য ভূমি উপৰত।
বিষ ফোহৰা ভৈল দুইবো মধ্যত ॥ ৩৮৯৯
হোৰে নহে তাক লোকসবে নজানয় ।
হেন কথাখানি গুৰু লোকত কহয় ॥
নাপৰা পৰিয়া দিন চাৰি যেবে আছে।
বৈকুণ্ঠৰ নৌকা যান আসিলন্ত পাচে ॥ ৩৯০০
আকাশৰ পৰা আসি নৌকা যে আছয়।
গুৰু মাত্র দেখে তাক আনে নেদেখয় ॥
পৰম শোভন সিটো নৌকা মনোহৰ ।
আসি আছে তাত সবে ভক্ত নিৰন্তৰ ॥ ৩৯০১
দেখন্তে বিস্ময় যেন সূর্য্য কৰে কান্তি ।
কৰন্ত প্ৰকাশ যেন জ্বলে ৰত্ন পান্তি ॥
সুবৰ্ণ ৰত্নে কৰি আছে নানা কাম।
দুই শাৰী হুয়া তাত বসি লয়ে নাম ॥ ৩৯০২
সিংহাসন আসন তাহাতে প্ৰকাশয়।
আগে গুৰি উচ্ছ্রিত কাণ্ডাৰ ধৰিছয় ॥
একান্ত ভকতে তাতে ভৈলা পিড়িপাট ।
নটলে নভাগে সিটো নৌকাৰৰ ডাঠ ॥ ৩৯০৩
নাৰদ প্ৰহ্লাদ যম জনক ভকত ।
বাঢ়য় বৈষ্ণৱ তাত বসিয়া আছন্ত ॥
সবাৰ হাতত বৈঠা সুখে নাম গাই ।
কৰন্ত আনন্দ তাল মৃদঙ্গ বজাই ॥ ৩৯০৪

বাৰে গাৰে নাচি কৰে কৌতূহল কেলি।
এহিমতে বসিয়া আছন্ত কতো বেলি॥
শঙ্কৰ দেৱতা দেখি বোলে তাসম্বাক।
তোৰাসবে কেনমতে নিবাহা আম্বাক॥ ৩৯০৫
ভকতসকলে চিতা সাজিবাক গৈলা।
নদীৰ তীৰক সবে শঙ্কৰক নিলা॥
ভাদ্র মাহত শুক্লা দ্বিতীয়া তিথি ভৈলা।
সেহিদিনা গুৰু নৰ-নাটক এৰিলা॥৩৯০৬
দেব বছৰৰ মন্দ আৰু ছয় কুৰি।
তেবে চলি গৈলা গুৰু নৰ-দেহা এৰি॥
অনন্তৰে নৃপতি আপুন গৃহে গৈলা।
অগৰু চন্দন ঘৃতে সবে আনি দিলা॥ ৩৯০৭
তেতিক্ষণে ৰামৰায় চৌদল সাজিলা।
তাতে তুলি চাৰি জন ভক্তে কান্ধে লৈলা॥
ৰাম ৰাম হৰি ৰায় ৰাম হৰি জয়।
এহি চাৰিজন ভক্ত শ্রেষ্ঠ অতিশয়॥ ৩৯০৮
তোৰোচা নদীৰ তীৰে চিতাক নির্ম্মিলা।
শঙ্কৰদেৱক নিয়া তাহাত তুলিলা॥
ৰমানন্দে গৈয়া পাচে মুখাগ্নি কৰিলা।
অগৰু চন্দন ঘৃত উপৰে ঢালিলা॥ ৩৯০৯
জ্বলিলা অগনি আকাশক গৈলা উৰি।
তিলেকতে তাহান শৰীৰ গৈলা পুৰি॥

দেখি দেৱগণে আসি কৰে পুষ্পবৃষ্টি।
পৰম আনন্দ মনে মহা মন তুষ্টি ॥ ৩৯১০
দেৱৰ মন্দাৰ পুষ্প মহা মনোৰম।
সিঞ্চিলা তথাত দেৱে আঠু কৰি সম॥
তোৰোচাৰ নাম পাচে ভৈলা পুষ্পকান্তি।
তাতেসে নোৰোলে লোকে তোৰোচা সম্প্ৰতি ॥৩৮১১
দাহ কাৰ্য্য সমাপিয়া কৰে জয়ধ্বনি।
বৈকুণ্ঠৰ লোকে ভৈলা আনন্দিত শুনি ॥
তাসম্বাৰ মিলি গৈলা আনন্দ উৎসৱ।
সাতো বৈকুণ্ঠক চানি হৰি কৰে ৰৱ ॥ ৩৯১২
মৃদঙ্গ গোমুখ শঙ্খ বাদ্যগণ আছে।
নাম গীত গাই বাই থাকিলন্ত পাচে ॥
শঙ্কৰদেৱক তৈতে কৰি সমাপত।
কান্দি কাটি ভকতসব গৃহক গৈলন্ত ॥৩৯১৩
অনন্তৰে পাইলা পাচে বৰপেটা যাই।
ৰমানন্দে পশিলন্ত মাধৱৰ ঠাই ॥
ধীৰে ধীৰে যাই মাধৱক ভেট পাইলা।
ঠাকুৰৰ মাথে মাধৱ গামচা দেখিলা ॥৩৯১৪
আজিসে জানিলো মোৰ বুৰিল সমূলি।
কান্দিবে লাগিলা মহা মৰ্ম্মে এহি বুলি॥
সাৱটি ধৰিলা ৰমানন্দৰ লগত।
পৰম সন্তাপ তাপে দুহাত কান্দন্ত ॥ ৩৯১৫

মাধৱে বোলন্ত অন্ধ ভৈলা আজি আমি।
এৰি গৈলা মোক আৰে প্ৰাণ প্ৰভু স্বামী॥
গুৰু অবিহনে মই কি কাম কৰিলো।
জগত নগৈয়া মই কি কাম সাধিলো॥ ৩৯১৬
কান্দন্ত মাধৱে গুণ সুমৰি সুমৰি।
কাক চাই থাকিবো নগৈলো কিয় মৰি॥
এহি বুলি কান্দি কাটি কতো বেলি আছে।
মনক নিয়ম কৰি থিৰ ভৈল পাচে॥ ৩৯১৭
ৰমানন্দে মাধৱক কৰে কান্দি কান্দি।
যেনমতে পিতৃক ধৰিলা গলে বান্ধি॥
শঙ্কৰে দিলন্ত তাক শিক্ষা বোধ যত।
সিসব কথাক সবে কৈলা মাধৱত॥ ৩৯১৮
যাক যেনমতে গুৰু বাক্য কৰি গৈলা।
মাধৱৰ আগে পাচে তাহাক কহিলা॥
গ্ৰামবাসী লোক যত ভক্ত নিৰন্তৰ।
হেন শুনি লোকসবে কান্দিলা বিস্তৰ॥ ৩৯১৯
সেহিবেলা পাইলা কণ্ঠভূষণ পণ্ডিত।
শঙ্কৰদেৱৰ হেন কথা শুনিলন্ত॥
বসাইলা মাধৱ তাঙ্ক কৰি শতকাৰ।
বোলে কি কাৰণে আইলা গৃহক আমাৰ॥ ৩৯২০
শুনি বিপ্ৰবৰে পাচে কহিলন্ত কথা।
শঙ্কৰ গুৰুক লাগ কাজি পাইলো তথা॥

সেহি হেতু গুরু আমি দেখিতে আসিলো।
স্বৰূপ বচন মই তোমাত কহিলো॥ ৩৯২১
এক প্ৰহৰ বেলা আছন্তে আসিলা।
মোৰ ঘৰে যাইবা বুলি আমাক মাতিলা॥
পৰলোক গৈলা হেন অহিতে শুনিলো।
দণ্ড চাৰি মানে বসি তথাতে আছিলো॥ ৩৯২২
জানিলো আমাৰ কিবা আছিল দুৰ্ব্বুদ্ধি।
ছয়ৰূপে আমাত গুরু কৰিলন্ত শুদ্ধি॥
হেন কথা শুনি লোকে বিস্ময় মানিলা।
জয়ধ্বনি কৰি সবে নামক ডাকিলা॥ ৩৯২৩
এহি কথা শুনি বিপ্ৰে ঘৰে চলি গৈলা।
শোকে দুখে মাধৱ তথাত ৰহিলা॥
দশা কৰিবাক পাচে আলচ কৰিলা।
গ্ৰামে গ্ৰামে মাধৱে ভক্ত পাচি দিলা॥ ৩৯২৪
আপুনাৰ ঘৰে চলি গৈলন্ত ঠাকুৰ।
আই গোসানীয়ে দেখি ভৈলন্ত আতুৰ॥
দেখন্ত গামচা লৈয়া আছন্ত মূৰত।
ধৰিলন্ত আই আসি সাৰটি গলত॥ ৩৯২৫
ভৱানাও খানি মোৰ বুখিল জানিলো।
ইজন্মক লাগি গোসাইক হেৰুৱালো॥
শাখা যে সিন্দুৰ যত আছিলা গাৱত।
খাৰু-মণি তেতিক্ষণে সব খসাইলন্ত॥ ৩৯২৬

কান্দিবে লাগিলা আই কৰিয়া বিলাপ।
সুমতি কব্মিণী কান্দে কৰিয়া সন্তাপ॥
হা প্রাণনাথ মোক কৈক এৰি গৈলা।
আসিবো বুলিয়া প্ৰভু আমাক ভাণ্ডিলা॥ ৩৯২৭
এহি বুলি কান্দে আই গুণক বর্ণাই।
যত মিত্রসকলে কান্দন্ত ঠাই ঠাই॥
অনেক কান্দিলা সতী মহামর্ম্মে পৰি।
ৰমানন্দে দেখি প্রবোধিলা পাৱে ধৰি॥ ৩৯২৮
তথাপিতো সতী আই নিচুক নোহন্ত।
সুমৰি স্বামীৰ গুণ ফুকিতে কান্দন্ত॥
কাক অন্ন ব্যঞ্জন ৰান্ধিয়া আমি দিবো।
পানী পিবা দিয়া কাৰ আলক ধৰিবো॥ ৩৯২৯
শয়ন সময়ে কাৰ জাণ্ডিবোহো পাৱ।
এহি বুলি পৃথিবীক পৰি কান্দে মাৱ॥
কাক সেৱা কৰিয়া থাকিবো আৰে আমি।
মোক এৰি কৈক গৈলা প্ৰাণপ্ৰভু তুমি॥ ৩৯৩০
তুমি অবিহনে দেখো দিনতে আন্ধাৰ।
নেদেখিলো আৰ চান্দ বদন তোমাৰ॥
কোন কৰ্ম্ম কৰো মই যাওঁ কোন ভিতা।
তুমি বিনে কোনে মোৰ গুচাইবে চিন্তা॥ ৩৯৩১
এহি বুলি দীৰ্ঘৰাৱে কান্দে কৰি দুখ।
ইজনত নেদেখিবো প্ৰভুৰ চান্দ মুখ॥

ৰমানন্দ ঠাকুৰে ধৰন্ত তুলি তুলি।
নাকান্দিবা আই তুমি সুস্থ হোৱা বুলি॥ ৩৯৩২
শোক পৰিহৰা আই থিৰ কৰা চিত্ত।
বিস্তৰ ক্ৰন্দনে মৃতকৰ নহে হিত॥
নাকান্দিয়া ৰহিলা পুত্ৰৰ শুনি বাণী।
এহিমতে শোকে দুখে থাকিলা গোসানী॥ ৩৯৩৩
অনন্তৰে আসিয়া দশাৰ দিন ভৈলা।
গুৰুক মাতিয়া পাচে ঠাকুৰে আনিলা॥
মাধৱ দেৱতা ভক্ত সমে আসিলন্ত।
আসিলন্ত গ্ৰামবাসী লোক অপৰ্য্যান্ত॥ ৩৯৩৪
ৰামৰামে বুলিলন্ত ঠাকুৰক চাই।
আঙ্গুলিৰ মাজে তুমি কুশ পিন্ধা যাই॥
হেন শুনি ৰমানন্দে কুশ লৈলা হাতে।
শ্ৰাদ্ধ কৰাইলন্ত ৰামৰাম বিধিমতে॥ ৩৯৩৫
পিণ্ডজল দিলা বিধি ব্যৱহাৰ কৰি।
আসিলন্ত ৰমানন্দে তিল কুশ ধৰি॥
কৰিলন্ত সাঙ্গ দশা বিধিৰ নিয়মে।
অনন্তৰে গৃহক গৈলন্ত ৰামৰামে॥ ৩৯৩৬
তান্ত পাচে হৰিনাম কীৰ্ত্তন কৰিলা।
ব্ৰাহ্মণ সজ্জন যত সবাকে অৰ্চ্চিলা॥
গণককুছিক পাচে মাধৱেয়ো গৈলা।
মাস শুদ্ধি কৰিবাক যতন লৰিলা॥ ৩৯৩৭

নৈবেদ্য সম্ভাৰ সবে এক ঠাই কৰি।
পাটবাউসীক পাচে সবে গৈলা লৰি॥
অনন্তৰে ঠাকুৰে গুৰুক মাতি আনি।
বিধিয়তে দিলন্ত পিতৃৰ পিণ্ড-পানী॥ ৩৯৩৮
ব্ৰাহ্মণ ভকতগণ যত আছে মানে।
তুষিলন্ত সমস্তকে অন্ন পানে দানে॥
ভকত সহিতে ৰঙ্গে আসিয়া মাধৱ।
কৰিলা কৃষ্ণৰ কীৰ্ত্তন মহোৎসৱ॥ ৩৯৩৯
গায়ে গায়ে ভকতক দিলা বস্ত্ৰ দান।
এহিমতে সমস্তৰে তুষিলন্ত মন॥
তাত পাচে শুনা যেবে সভা বিসৰ্জ্জিলা।
পৰম সন্তোষ মনে ঘৰা ঘৰি গৈলা॥ ৩৯৪০
মাধৱ মহন্ত গৈলা থানে আপোনাৰ।
গোসানী সহিতে ঘৰে থাকিলা ঠাকুৰ॥
এহিমতে তৈতে যেবে মাস দুই আছে।
পুত্ৰ স্নেহে গোসানীয়ে আলোচিলা পাচে॥ ৩৯৪১
সুধা সজা গোট আছে হংস নাহিকয়।
হংস অবিহনে সজা শোভা নকৰয়॥
পিতৃ বিনে অঙ্গিনা চোতাল সবে বন।
কিসক নকৰা আই তুমি আক মন॥ ৩৯৪২
সুৱৰ্ণ পিঞ্জৰ আমি বাখি আছো কিক।
মাধৱক মাতি আই আনাহা অহিক॥

এহি বুলি গৈলা পাচে মাধৱৰ ঠাই।
কাকুতি কৰিয়া তান্ত মাগিলন্ত যাই ॥ ৩৯৪৩
পাটবাউসীক তুমি চলা এতিক্ষণ।
ধৰা যদি তুমি গুৰু মাতৃৰ বচন ॥
পিতৃ বিনে অনাথ ভৈলোহো সবে আমি।
আমাসাক যাই অবে পালিয়োক তুমি ॥ ৩৯৪৪
পিতৃৰ হাতত আমি দুখক নপাইলো।
দেখিয়োক আমি আবে জীৱন্তে মৰিলো।
হৰিৰ মন্দিৰ ঘৰ সবে শূন্য ভৈলা।
এতেকে তোমাক আই নিবাক পঠাইলা ॥ ৩৯৪৫
বোলে বৰ পুত্ৰ তেহো আমাৰ আছয়।
এতেকেসে আমাসাক পালিবে লাগয় ॥
ঠাকুৰৰ হেন বাণী মাধৱদেৱে শুনি।
কতোবেলি থাকি পাচে মাতিলন্ত গুণি ॥ ৩৯৪৬
গুৰুৰ শৰীৰ অৰ্দ্ধ আছে মোৰ আই।
তাহান বচন মোৰ পালিবে যুৱাই ॥
তত্ত সমে কালি আমি তৈতে চলি যাইবো।
হৰিৰ মন্দিৰ চাঙ্কি কাঠি চিকণাইবো ॥ ৩৯৪৭
এহি বুলি ঠাকুৰক ঘৰে পঠাই দিলা।
পাটবাউসীক লাগি আবো দিনা চলি গৈলা ॥
নমস্কাৰ কৈলা গৈয়া গোসানীৰ পাৱে।
আসনে বসিলা পাচে অৱনত ভাৱে ॥ ৩৯৪৮

মাধৱদেৱত আই কহিলন্ত কথা।
ভকত সহিতে তুমি পালিয়োক এথা॥
মাধৱে বুলিলা যাই কৰি কৃতাঞ্জলি।
থাকিবোহো আই আমি তযু আজ্ঞা পালি॥ ৩৯৪৯
এহি বুলি মাধৱে থাকিলা যেবে তথা।
আত অনন্তৰে আৰো শুনা পাচ কথা॥
শঙ্কৰ দেৱৰ আসি ছয় মাস ভৈলা।
হেন জানি মাধৱে লোকক জ্ঞান দিলা॥ ৩৯৫০
সেহিবেলা ঠাকুৰে সবাকে কহিলন্ত।
যাক যেনমতে গুৰু বাক্য বুলিলন্ত॥
মাধৱক বোলে আমি আচাৰ্য্য পাতিলো।
সবাৰ আগত সেহি কথাক কহিলো॥ ৩৯৫১
মাধৱক যত যত জনে নমানয়।
সিটো কদাচিতো জানা আমাৰ নহয়॥
হাজো সীমা কৰি বেহাৰৰ যত লোক।
যাৰা সবে গুৰু কৰি মানি আছে মোক॥ ৩৯৫২
সবাতো কহিলো পিতৃবাক্য শিৰে ধৰি।
এহি বুলি থাকিলন্ত নমস্কাৰ কৰি॥
হেন শুনি লোকে কৰিলন্ত জয়ধ্বনি।
মাধৱক মানিলন্ত গুৰুবাক্য শুনি॥ ৩৯৫৩
যাৰ যিবা মনে কিছো সংশয় আছিল।
ঠাকুৰৰ বাক্য শুনি সবে দূৰ ভৈল॥

হেন জানি লোকে নমস্কাৰ কৰিলন্ত।
মাধৱক আজ্ঞা লৈয়া তেখনে গৈলন্ত॥ ৩৯৫৪

### শ্ৰীমন্ত শঙ্কৰদেৱৰ সাম্বৎসৰিক তিথি মহোৎসৱ

বহুৰি সপিণ্ডি আসি ভাত পাচে ভৈলা।
ভক্তসকলক মাধৱদেৱে জান দিলা॥
কৰিলন্ত শ্ৰাদ্ধ বিধি ব্ৰাহ্মণ আসিয়া।
দিলন্ত দক্ষিণা দান আনন্দ কৰিয়া॥ ৩৯৫৫
চৌৰাশী লস্কৰ যত লোক নিৰন্তৰ।
হেন মহোৎসৱ শুনিলন্ত শঙ্কৰৰ॥
বাল্য বৃদ্ধ দুখী সুখী লোক যত যত।
নাথাকিল ঘৰে কেহো সবে আসিলন্ত॥ ৩৯৫৬
হুল বল কৰে সবে বাউসী নগৰ।
সবাকো মাধৱদেৱে দিলা বাসা ঘৰ॥
অনন্তৰে ঠাকুৰে বুলিলা মাধৱক।
অনায়োক মাটি দামোদৰ ব্ৰাহ্মণক॥ ৩৯৫৭
শুনিয়া মাধৱে ভকতক পাঠিলন্ত।
দামোদৰ গুৰুত ভকতে কহিলন্ত॥
হেন শুনি বুলিলন্ত ভকতৰ আগে।
আমাৰ অহিতে বাপু বহিবাক লাগে॥ ৩৯৫৮

হেন কথা আসি ভক্তে কৈলা ঠাকুৰত।
তেতিক্ষণে যাই কহিলন্ত মাধৱত॥
মাধৱে বোলন্ত বাপু তুমি মাতা যাই।
নাহে যদি আসি জনাইবাহা মোৰ ঠাই॥ ৩৯৫৯
হেন শুনি ৰমানন্দ মাতিবাক গৈলা।
মাধৱৰ আজ্ঞা দামোদৰত কহিলা॥
দামোদৰে বোলন্ত ঠাকুৰ শুনিয়োক।
অহিতে বসিবো তৈক নমাতিবা মোক॥ ৩৯৬০
ৰমানন্দে কৈলা আসি মাধৱৰ আগে।
বোলে তাৰ তৈক আৰ যাইবাক নালাগে॥
হেন শুনি মাধৱে মনত দুখ কৰি।
নিশ্বাস তেজিয়া পাচে গুৰুক সুমৰি॥ ৩৯৬১
ওচৰতে নাৰায়ণ ঠাকুৰ আছন্ত।
সখি বুলি মাধৱে তাহাক মাতিলন্ত॥
বোলে তেতিক্ষণে তুমি জাণ্ট কৰি যায়ো।
দামোদৰ ব্ৰাহ্মণক মাতিয়া আনিয়ো॥ ৩৯৬২
ভালমতে বাক্য তুমি তাহাঙ্ক বুলিবা।
মধুৰ বচন তাৰ আগত কহিবা॥
এহি বুলি মাধৱে তাহাঙ্ক পঠাই দিলা।
হেন শুনি নাৰায়ণে তেখনে চলিলা॥ ৩৯৬৩
অনন্তৰে যাই পাচে পাইলা তান ঘৰ।
আসন দিয়াইলা আনি দেখি দামোদৰ॥

বসিলন্ত নাৰায়ণে আসনত যাই।
পুছিলন্ত দামোদৰে তান মুখ চাই॥ ৩১৬৪
আমাৰ থানক তুমি কিসক আসিলা।
নাৰায়ণে শুনি পাচে কহিবে লাগিলা॥
কি কাৰণে পিঠি দিলা গুৰুৰ গৃহক।
ইসব সম্পত্তি কোনে দিলেক তোমাক॥ ৩১৬৫
আজিয়ো আছয় খাবি হাতত তোমাৰ।
পাসৰিলা গুণ সিটো গুৰু শঙ্কৰৰ॥
কাম কৰি ফুৰিলা লোকৰ ঘৰে ঘৰে।
তোমাৰ সিসব দুখ গুচাইলা শঙ্কৰে॥ ৩১৬৬
পাসৰিলা কেনে তুমি সিসব গুণক।
নমানন্তে যাইবা লাগে গুৰুৰ গৃহক॥
হেন শুনি বিপ্ৰবৰ ভৈলন্ত বিমন।
বোলে মোক আৰ মুবুলিবা নাৰায়ণ॥ ৩১৬৭
তোমাৰ পাচতে এতিক্ষণে যাওঁ আমি।
খানিতেক আগ হুয়া চলা আবে তুমি॥
হেন শুনি নাৰায়ণে আগ হুয়া গৈলা।
মাধৱদেৱক সবে কথাক কহিলা॥ ৩১৬৮
অনন্তৰে দামোদৰ গুৰু চলি গৈলা।
আসন পাৰিয়া যাই সভাত বসিলা॥
বাওসী বিলাত ঠাই দলদপ কৰে।
হৰিগুণ নাম নাই ভক্ত নিৰন্তৰে॥ ৩১৬৯

এহিমতে মহোৎসর সাঙ্গ হেবে হৈলা।
ঠাকুৰে দক্ষিণা দান কৰিবাক লৈলা॥
ব্ৰাহ্মণ সজ্জন লোক যৰা যৰি গৈলা।
দামোদৰ গুৰুক যে মাধৱে বুলিলা॥ ৩৯৭০
বোলে কেনমতে গুৰু প্ৰৱৰ্ত্তাহা তুমি।
তিনি গুটি কথা আবে কোৱা শুনো আমি॥
হেন শুনি দামোদৰে কৈলা মাধৱন্ত।
বোলে প্ৰৱৰ্ত্তোহো আমি ভাগৱত মত॥ ৩৯৭১
আবো দুই গুটি তাক পাচে কহিলন্ত।
হেন শুনি মাধৱে তাহাঙ্ক বুলিলন্ত॥
বৰিবেক হৈছে গুৰু বৈকুণ্ঠে যাইবাৰ।
এতেকে লৰিল মতি জানিলো তোমাৰ॥ ৩৯৭২
কাৰ্ম্মিৰ ধৰ্ম্মৰ মত ধৰিলাহা বাই।
কলিযুগে তাক আচৰণে গতি নাই॥
পকৱায়ে পাইলে তুমি গুৰুক এৰিলা।
অৰণ্যে পশিয়া তুমি পথ হৰুৱালা॥ ৩৯৭৩
এহি বুলি কলা বস্ত্ৰ একযুৰি দিলা।
নিচাত কৰিয়া তাঙ্ক বচন বুলিলা॥
আপুনাৰ মতে তুমি প্ৰৱৰ্ত্তাহা বাই।
তোমাৰ আমাৰ আৰ সম্ভাষণ নাই॥ ৩৯৭৪
গুৰুৰ কামক নাসা তাতেসে জানিলো।
তোমাৰ মনৰ কথা আজি আমি পাইলো॥

ভোগ ভকতিক তুমি পূজা ফলে পাইবা।
কদাচিতো তুমি আৰো আমাক নপাইবা॥ ৩৯৭৫
এহি বুলি মাধৱ নমাত্তি যেবে ৰৈলা।
দামোদৰ গুৰু শুনি বুলিবাক লৈলা॥
গৃহস্থৰ বন্দী বন্ধা অনেক আছয়।
আজ্ঞা লৈয়া হাল বায়া পথাৰ কৰয়॥ ৩৯৭৬
একদিনা গৃহস্থে বুলিলা হালোৱাক।
ফুৰি যাই দেখাইলন্ত ভূইৰ সীমাক॥
বোলে তই ভালমতে হালক বাইবি।
বত্তৰ বুজিয়া মাত্র কৃষিক কৰিবি॥ ৩৯৭৭
এহি বুলি তাক যেবে গৃহস্থে পাঞ্চিলা।
তাকো কই বুৰ্হ পাচে আৰো ভূমি লৈলা॥
পৰম চতুৰ সিটো হালোৱা মহন্ত।
এহি বুলি মাধৱক দিলন্ত সিদ্ধান্ত॥ ৩৯৭৮
মাধৱে বোলন্ত আৰো বুলিবাহা কিক।
জানিলোহো ভৈলা তুমি গুৰুতো অধিক॥
আন গোপগণে থৈলে সীমাক নমাই।
প্ৰলম্বে বলোক নিলা সীমাত চেৰাইলা॥ ৩৯৭৯
গুৰুৰ বাক্যক তুমি সীমাক চেৰাই।
গুৰুতো কৰিয়া তুমি ভকতি বঢ়াইলা॥
বেজী বুলি আঙ্গুলিৰে ফটা কানি শিলা।
ইসব দৃষ্টান্ত মোক তাতে তুমি দিলা॥ ৩৯৮০

এহি বুলি মাধৱ নমাত্তি যেবে ভৈলা।
দামোদৰ তেবে উঠি ঘৰে চলি গৈলা॥
সাধু সভাসদ ইটো কথাক জানিবা।
কদাচিতো শঙ্কৰৰ মস্তক নেৰিবা॥ ৩৯৮১
হেন জানি গুৰু পাৱে কৰিয়ো ভকতি।
গুৰুবিনে আন কোনে সাধিবেক গতি॥
গুৰুৰ চৰণ চাপি জাণ্ট কৰি ধৰা।
কৰোহো কাকুতি পৰি বিপাঙ্গে নমৰা॥ ৩৯৮২
পৰম পাতকী মই মন্দমতি হীন।
শঙ্কৰত পৰে মোৰ গুৰু নাহি ভিন॥
কহে ৰামচৰণে গুৰুৰ পাৱে ধৰি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি॥ ৩৯৮৩

## ৰমানন্দৰ বৈকুণ্ঠ প্ৰয়াণ

### ছবি

এহিমতে যেবে আছে গুনা যেন ভৈলা পাচে
শঙ্কৰৰ পুত্ৰ ৰমানন্দ।
ভৈলা তান আয়ু ক্ষীণ আহিনৰ ছয় দিন
গুনা তাৰ মিলিল প্ৰমাদ॥
নপৰা পৰিয়া পাচে দিন চাৰিমান আছে
তাত পাচে বৈকুণ্ঠক গৈলা।

শঙ্কৰৰ পত্নী আই কান্দিলন্ত তাক চাই
ভাৰ্য্যা পুত্ৰ আকুলিত ভৈলা ॥ ৩৯৮৪
পুৰুষোত্তমক চাই কান্দন্ত সুমতি আই
স্বামীৰ পাৱত পৰি যাই।
বোলে হৰি হৰি বিধি হাতত হৰাইল নিধি
মোৰ আৰ গতি নাই নাই ॥
কৰয় বিলাপ শোকে কান্দে পৰি আন লোকে
অনন্তৰে নিচুকিয়া বৈলা।
মাধৱে কৰিয়া দুখ ভৈলন্ত বিবৰ্ণ মুখ
চিতা সাজি অগ্নিত দহিলা ॥ ৩৯৮৫
মাস শুদ্ধি কৰিলন্ত সুখে দুখে থাকিলন্ত
এহিমতে কতোদিন তথা।
তাত পাচে ভৈলা যেন শুনা সামাজিক জন
কহো কিছুমান তাৰ কথা ॥
পাচে বনগঞাগিৰি মাধৱক যেন কৰি
সুন্দৰীদিয়াক খেদাইলন্ত।
শুনা সবে কহো তাক যত সামাজিক লোক
দেখা কেনে বিঘিনি ধৰ্ম্মত। ৩৯৮৬
বনগঞা বোলে আতি আঠ তিনি জনীৰ প্ৰতি
তাসম্বাৰ লগত মাধৱ আছে।
বোলে ভাল নাহিকয় লোকৰ আগত কয়
এহি বুলি নিন্দিলন্ত পাচে ॥

ধৰ্ম্মক দিলন্ত তাক নিন্দিলেক আমাসাক
ৰমানন্দ লগতে আছিল।
বাৰবাৰ আছিলন্ত তাকো ধৰ্ম্ম নেদিলন্ত
দাদা কিনো অধৰ্ম্ম কৰিল ॥ ৩৯৮৭
মাধৱ কিহৰ পাত্ৰ তথাপিতো দিলে তাক
কেৱলীয়া সিটো উদাসীন।
পাতিলেক তাক গুৰু তোমাক নেদিলা বাৰু
তাতো কৰি আমি ভৈলো হীন।
এহিমতে বহুতৰ নিন্দা কৰে নিৰন্তৰ
তাক পাচে মাধৱে শুনিলা।
লাগিল মনত দুখ নাহি তান শান্তি সুখ
বাক্যে যেন হিয়া বিদাৰিলা ॥ ৩৯৮৮

শ্ৰীমাধৱদেৱৰ সুন্দৰী গমন

## ছুলড়ী

কতোক্ষণ মানে মাধৱে তেখনে
গোসানীৰ পাৱে ধৰি ॥
বোলো শুনা আই নাথাকো ইঠাই
কহিলোহো নিষ্ঠ কৰি॥
যেন শুনি আই পৰিল সুধাই
নাহি মাতবোল মুখে।

পৃথিবীত পৰি দীৰ্ঘৰাৱ কাঢ়ি
কান্দিবে লাগিলা দুখে ॥ ৩৯৮৯
হায় কি কৰিলো আজিসে মৰিলো
অনাথিনী ভৈলো আমি ।
ভৈলো সৰ্ব্বনাশ নাহি মোৰ আশ
থোৱা মোক এৰি তুমি ॥
মাধৱে বোলন্ত আমাৰ গাৱত
বাক্যবাণে বিন্ধি আছে ।
থাকা বুলি আই আগবাঢ়ি যায়
চৰণত পৰি পাচে ॥ ৩৯৯০
সুন্দৰীদিয়াত মাধৱে তথাত
ৰহিলন্ত গৈয়া ভেবে ।
শুনা সাধুজন কৰি একমন
কহো এক কথা আৰে ॥

বনগঞাগিৰিৰ উৎপীড়ন

বনগঞা ভূঞা লোকক পঠায়
গোচৰ দিয়াইলা পাচে ।
একখানি কন্যা ৰূপে গুণে ধন্যা
আমাৰ নগৰে আছে ॥ ৩৯৯১
আনিয়ো দেৱান দিলো আমি জান
দূত পঠাই এতিক্ষণ ।

শুনি হেন কার্য্য বুলিলন্ত ৰাজ
তাহাক চাইবে মন।
তোমাৰ লগত দিলো দুই দূত
এতিক্ষণে যাস তই।
আন গৈয়া ধৰি তাইক শীঘ্র কৰি
নিশ্চয় বুলিলো মই॥৩৯৯২
শুনি দূতগণে গৈয়া তেতিক্ষণ
ৰাজাৰ আজ্ঞাক লৈয়া।
শঙ্কৰৰ ঘৰ বাউসী নগৰ
তেখনে পাইলন্ত গৈয়া॥
দূতে কৈলা কথা শুনি হেন তথা
বুঢ়াআইৰ ভৈলা ভয়।
ৰাজাৰ দূতক কথা কহিলন্ত
লাহে লাহে পাচে যাই॥৩৯৯৩
শুনি দূতগণে কহিলা তেখনে
সব কথা আইৰ আগে।
তোমাৰ বোৱাৰী মহা সুকুমাৰী
ৰাজাক দিবাক লাগে॥
হেন শুনি আই মুখে পানী নাই
কান্দিবে লাগিলা দুখে।
পুৰুষোত্তমক ধৰিলা গলত
নিশ্বাস ত্যজিলা মুখে॥৩৯৯৪

গোসানীক চাই বোলে শাণ্ড আই
দুখ নকৰিবা মনে।
বিধিৰ বিপাক জানিবা তাহাক
এৰাইবেক কোন জনে॥
সীতা হেন দেৱী ৰামপাৱে সেৱি
নোৱাৰিলে এৰাইবাক।
বিধিৰ লিখিত আছে কপালত
কিমতে এৰাইবা তাক॥ ৩৯৯৫

## ছবি

এহি বুলি সতী ৰৈলা ৰাজদূতে লৈয়া গৈলা
পুৰুষোত্তম লাগে নিলা।
ৰাজাৰ নগৰে যাই পাইলা যেবে গৈয়া আই
দূতে নিয়া ভাল কৰি থৈলা॥
ৰাজাৰ আগত যাই কহিলন্ত আঠু লই
বোলে কন্যা আনি দিছো এথা।
ৰাজা ভাল বুলি কৈলা দূত নিজঘৰে গৈলা
শুনা পাচে যেন ভৈলা তথা॥ ৩৯৯৬
আইৰ ভ্ৰাতৃসব আছে খেদি গৈ পাইলা পাচে
তৈতে যাই লগ ধৰিলন্ত।
মাদৈসকলৰ মেল ধৰিলন্ত তাৰাসবে
তোৰাসবে মাতিবা ৰাজাত॥

আছিল শঙ্কৰ হৰি তাহান বোৱাৰী ধৰি
কিসক আনিয়া আছা তুমি।
আয়ু শ্ৰী হৰিবেক এৰি যেবে দিয়া তাঙ্ক
বুলিলো তোমাক সবে আমি ॥৩১১৭
ঈশ্বৰৰ আনি ভাৰ্য্যা কেনে তুমি পাপ আৰ্জ্জ্য
কৰা তুমি কিসক অকৰ্ম্ম।
তুমি মহাসাধু সন্ত মহাগুণে গুণৱন্ত
জানা তুমি শাস্ত্ৰ বেদ ধৰ্ম্ম॥
হেন শুনি ৰাজা পাচে কৈলা তাসম্বাৰ আগে
বোলে আমি নাজানো ইকথা।
সুধিবে নালাগে আৰ পঠাই দিয়া যাউক বৰ
আপোনাৰ থান আছে যথা ॥৩১১৮
অনন্তৰে দূতে যাই কৈলা চৌধাৰীৰ ঠাই
ৰাজাৰ আদেশ হেন ভৈলা।
নৃপতিৰ আজ্ঞা পাই আইক লৈয়া দুই ভাই
আপুনাৰ ঘৰে চলি গৈলা॥
ইসব কথাক থওঁ পাচে যিবা ভৈলা কম্ম
যত সামাজিক সাধু সন্ত
নাহি সুখ ঈশ্বৰৰ কিবা সাধ্য অপৰৰ
কোনজনে থিৰ হৈব আত ॥৩১১৯
হেন জানি কৰা সাৰ শঙ্কৰত বিনে আৰ
নেদেখিবা কতো আন জন।

ধৰা তান পাৱে ডাটি যাউক বাসনা কাটি
শিক্ষা শাস্ত্ৰ কৰিয়া যতন ॥
শ্ৰৱণ কীৰ্ত্তন কৰা সুখে সংসাৰত তৰা
নেৰিবা মুখত ৰাম নাম ।
ৰামচৰণে কয় যত সামাজিকচয়
নিৰন্তৰে বোলা ৰাম ॥৪০০০

---

পদ

শুনা সভাসদসব কথা নিৰন্তৰ।
যেনমতে গৈলন্ত খোৱাৰী শঙ্কৰ ॥
পিতৃৰ ঘৰত যাই কতদিন আছে।
আত অনন্তৰে শুনা যেন ভৈলা পাচে ॥৪০০১
শঙ্কৰৰ পত্নী আই মনে কৰে দুখ ।
ৰাত্ৰি দিনে তাহাৰ মনত নাহি সুখ ॥
শঙ্কৰৰ পুত্ৰ হৰিচৰণক আনি।
কোমল মধুৰ কৰি বুলিলন্ত বাণী ॥৪০০২
বোলে বাপ তুমি মোৰ বচনক শুনা ।
মাতৃ সমে যাই পুৰুষোত্তমক আনা ॥
কথা বাৰ্ত্তা কহি তাক পঠাইলন্ত আই ।
পাইলন্ত ঠাকুৰ পাচে চৌধাৰীৰ ঠাই ॥৪০০৩

ঠাকুৰক দেখিয়া দিলন্ত পিৰা আনি।
সুধিলা চোধাৰী কথা বুলি প্ৰিয়বাণী ॥
কি কাৰণে আসি আছা তুমি মোৰ ঠাই
কহিয়োক কথা মোক শুনো বহিনাই ॥৪০০৪
হেন শুনি ঠাকুৰে বুলিলা পাচে তাঙ্ক।
বউক নিবাক আই পঠালে আমাক ॥
চৌধাৰী শুনিয়া তাঙ্ক বুলিলন্ত পাচে।
শুনা বহিনাই তুমি এক কথা আছে ॥৪০০৫
দুইকুৰি টকা আমি বেহাৰে আছো ভৰি ॥
তোমাৰ ঘৰত আমি পঠাবো কেন কৰি ॥
হেন কথা শুনি আই সিঠায়ে আসিলা।
শাহুআই কেনে আছে বাৰ্ত্তাক সুধিলা ৪০০৬
থিয় হই আই মহা মৰ্ম্মে কথা কয়।
দেৱৰক দেখি আই আনন্দ কৰয় ॥
হেন দেখি চৌধাৰী বোলন্ত যোৱা আই।
আপোনাৰ ঘৰে তুমি সুখে থাকা আই ॥৪০০৭
অনন্তৰে আই দেৱৰৰ লগে গৈলা।
পুত্ৰসমে যাই নিজ ঘৰত ৰহিলা ॥
গোসানীৰ দেখি আনন্দৰ সীমা নাই।
শাহুৰ চৰণে পৰি কান্দিলন্ত যাই ॥৪০০৮
পুৰুষোত্তমৰ গলে ধৰি বুঢ়ীআই।
কান্দিলা আনক স্বামী পুত্ৰক বিনাই ॥

এহিমতে সুখে দুখে থাকিলন্ত তথা।
আত আনন্তৰে পাচে শুনা পাচ কথা ॥৪০০৯
বান্দী গোলাম লোক আছিল যত যত।
শঙ্কৰৰ পাচতে সকলে গুচিলন্ত ॥
পাত খৰি থালিক দিয়ন্তা আৰ নাই।
এহিমতে দুখে কত দিন বহি যাই ॥৪০১০
পুৰুষোত্তমৰ ভৈলা বৰিষ যে সাত।
এক দিনা তেহো কাটিবাক গৈলা পাত ॥
দাৰ জুৰি বেপা দিলা কলাৰ পাতত।
পাত খানি আসি তাৰ পৰিলা বুকুত ॥৪০১১
বহিবে লাগিলা তেজ গাৰে ঘাৱ ভৈলা।
গোসানী দেখিয়া যাই সাৱটি ধৰিলা ॥
কান্দি কাতি দুখ কৰি আসিলন্ত ঘৰে।
তেজ ঘাৱ দেখিয়া কান্দিয়া সবে মৰে ॥৪০১২
আশা ছেদ আমাসাৰ কৰ কেনে বাপ।
এহি বুলি দুয়ো আই কৰন্ত বিলাপ ॥
কান্দি কাতি সবে যেবে এহিমতে ৰৈলা।
শঙ্কৰদেৱৰ কথা এহিমানে গৈলা ॥৪০১৩
ভাৰ্য্যা পুত্ৰ নাতিক একেটি বুলি ধৰা।
শঙ্কৰৰ শৰীৰতে এক ঠাই কৰা ॥
হেন জানি কেহো নকৰিবা ভিন্ন পৰ।
দেখিয়োক সবে হাত পাৱ শঙ্কৰৰ ॥৪০১৪

শঙ্কৰদেৱক যিটো মনুষ্য বোলয় ।
কত জনমক লাগি দুৰ্ঘোৰ সাঞ্চয় ॥
যাৰ কটাক্ষতে হোৱে জগত বিনাশ ।
কংসভয়ে তেহো গোকুলত লৈলা বাস ॥৪০১৫
জৰাসন্ধ ভয়ে যাই সাগৰৰ মাজে ।
নিৰ্ম্মিলা দ্বাৰকাপুৰী প্ৰভু যদুৰাজে ॥
এতেকে কি তাঙ্ক কেহো মনুষ্য বোলয় ।
যাহাৰ চৰণে মহা মুকুতি মিলয় ॥৪০১৬
পাইলন্ত তেনয় শঙ্কৰ যে ভয়ত্তৰি ।
এতেকে কি ভৈলা তান মনুষ্যৰ সৰি ॥
দেখিয়োক তাত কেন কৰ্ম্ম অদভুত ।
জানিবা নিশ্চয়ে তেহোঁ দৈৱকীৰ সুত ॥৪০১৭
হেন জানি কেহো জনে নিন্দা নকৰিবা ।
এহি দোষে যাই ঘোৰ নৰকে পৰিবা ॥
মই মহা পাতকী পৰম দুৰাচাৰ ॥
গুৰুৰ যশলীলা ইটো সমুদ্ৰ অপাৰ ॥৪০১৮
কুত্তা হুয়া মই তাত সান্তোৰ মেলিলো ।
মহামূৰ্খ হুয়া তান চৰিত্ৰ বৰ্ণাইলো ॥
বঢ়া টুটা বহুতো হুইলা ঠাই ঠাই ।
মূৰ্খ-পশুৰ দোষ ইটো ক্ষমিবে যুৱাই ॥৪০১৯
অনাদি ঈশ্বৰ কোনে পাইবে তান সীমা ।
কিমতে জানিবো মই তাহান মহিমা ॥

শঙ্কৰৰ কথা নমস্কাৰ কৰি থওঁ।
মাধৱদেৱৰ গুণ যশ কিছো কওঁ ॥৪০২০
জয় জয় মাধৱ দেৱক নমস্কাৰ।
নধৰিবা দোষ সাধু সমস্তে আমাৰ ॥
মই অতি মূঢ়মতি অজ্ঞানী পশুজাতি।
ক্ষমিবাহা গুৰু মোৰ দোষক সম্প্ৰতি ॥৪০২১
আগ পাচ বঢ়া টুটা দোষ যেবে হয়।
অজ্ঞানীৰ দোষ বুলি ক্ষমিবে লাগয় ॥
দেখা দেখা মই কেনে অজ্ঞানী বৰ্ব্বৰ।
গলে শিলা বান্ধি মই মেলিলো সাম্বোৰ ॥৪০২২
শিলা সমে তলে যাওঁ সাগৰত পৰি।
চপায়ো কোষৰ মোক দয়াময় হৰি ॥
কৰিলোহো তথু যশ যিবা মনে ধৰে।
পদ কৰিবাৰ দোষ ক্ষমিবা শঙ্কৰে ॥৪০২৩
হৃদয়ত থাকিয়া মোক শিক্ষা দিলা যিবা।
তাকেসে লিখিলো আবে চৰণে নেৰিবা ॥
নধৰিবা পাপ দোষ মই কুকুৰৰ।
এতেকে মোহোক কৃপা কৰিয়ো শঙ্কৰ ৪০২৪
হে প্ৰাণ দৈৱকীনন্দন দেৱপতি।
তোমাৰ চৰণে কৰো সহস্ৰ প্ৰণতি ॥
শঙ্কৰ চৰিত্ৰ আতি গঙ্গা জল প্ৰায়।
আটায়ে অমৰ হোৱে তাক যিবা খাই ॥৪০২৫

হেন জানি পেট ভৰি কৰিয়োক পান ।
শঙ্কৰত বিনে মোৰ গুৰু নাই আন ॥
মোৰ পদাৱলী বুলি নধৰিবা দোষ ।
শঙ্কৰ চৰিত্ৰ শুনি হুয়োক সন্তোষ ॥৪০২৬
ইসব কথাক থৈলো কৰি স্তুতি নতি ।
মাধৱ দেৱৰ কথা শুনিয়ো সম্প্ৰতি ॥
শঙ্কৰৰ আজ্ঞা পাচে ধৰি মহামতি ।
প্ৰচাৰ কৰিলা তেহো কৃষ্ণৰ ভকতি ॥৪০২৭
শঙ্কৰৰ যশ গুণ নাম যত যত ।
প্ৰচাৰ কৰিলা তাক মাধৱে পাচত ॥
সুন্দৰীদিয়াত যেবে এহিমতে আছে ।
শুনিয়োক যেন কৰ্ম্ম কৰিলন্ত পাচে ॥৪০২৮
যেন যোগ ব্ৰহ্মচৰ্য্য ধৰি আচৰন্ত ।
ভাল মন্দ কাকো একো নেদন্ত সিদ্ধান্ত ॥
সপ্তম বৰিষ যেবে এহিমতে আছে ।
আত অনন্তৰে শুনা যেন ভৈলা পাচে ॥৪০২৯
দামোদৰ যাই পাচে সত্ৰক পাতিলা ।
শ্ৰমতে প্ৰৱৰ্ত্তি আপুনি গোটা ভৈলা ॥
হৰিনাম ভাগৱত ভকত কৰিলা ।
হেনমতে সত্ৰ পাচে প্ৰৱৰ্ত্তাইবে লৈলা ॥৪০৩০
ব্ৰাহ্মণ সজ্জনলোক আছে যত যত ।
শৰণ কৰায়া ভক্তি উপদেশ দেন্ত ॥

লোকৰ আন্দোলে সত্ৰ সল দোপ কৰে।
হেনমতে ভাগিলন্ত লোক নিৰন্তৰে ॥৪০৩১
হেন দেখি নাৰায়ণ ঠাকুৰ মহন্ত।
মাধৱ দেৱৰ আগে কথা কহিলন্ত।
শুনিয়োক বাপ তুমি আমাৰ বচন।
জানিলো গুৰুৰ ধৰ্ম্ম কৰিলা উচ্ছন্ন ॥৪০৩২
বসি আছা কিবা হেতু মনে জানি তুমি।
আগ পাচ কথাসব কহো শুনা আমি॥
দেখিয়োক ব্ৰাহ্মণে কেনে কৰে অনুগুত।
আমাৰ গুৰুৰ ধৰ্ম্ম কৰিলে লুপুত ॥৪০৩৩
যেনমতে মহাধৰ্ম্ম ৰাখিবাক পাৰা।
জাণ্ট কৰি বাপ তুমি হেন কাম কৰা॥
ভল কৰি আনিলে চাহিয়ো মন কৰি।
মনে মনে আছা কেনে ব্ৰহ্মচৰ্য্য ধৰি ॥৪০৩৪
মাধৱে বোলন্ত আৰে কি কৰিবো আমি।
একখানি কথা কহো শুনিয়োক তুমি॥
চাৰি গুটি কথা গুৰু বুলিলন্ত মোক।
নকৰিবা বাপু আৰে হাক দিলো তোক ॥৪০৩৫
বৰ ঘৰ বৰ মেল নকৰিবা তুমি।
নটুৱাক নচোৱাবা হাক দেওঁ আমি॥
কহিয়োক সখি আৰে আমি কি কৰিবো।
কেনমতে আৰে গুৰু ধৰ্ম্মক ৰাখিবো ॥৪০৩৬

দেখিয়োক লোকসবে ভয় মহিমাক।
গুৰুবাক্য পেলাই আবে কৰে চাটুবাক ॥
হেন জানি দৰশাওঁ নটুৱাক আবে।
মহিমা দেখিলে লোক ভজিবেক তেবে ॥৪০৩৭
এহি কথা আলোচিয়া ভূয়োজন লৈলা।
গুৰুবাক্য নকৰিয়া নটুৱা সজাইলা।
বৰ ঘৰ সজাইবোহো ৰাঙ্গপাটা মাৰি।
তাক চাহিবাক যেন আসে ৰঙ্গ কৰি ॥৪০৩৮
শুনিবাক সবে লোকে মহিমা খবৰ।
নাসিবাৰ লোকে আসিবেক নিৰন্তৰ ॥
এহি কথা আলোচিয়া গণককুছিত।
নটুৱা সজাইবাকলাগি ঘৰ সজাইলন্ত ॥৪০৩৯
সাজিলন্ত হাটি বাটি শিল্পী কৰ্ম্ম কৰি।
থাকিলন্ত আনন্দে তথাতে মাধৱ গিৰি ॥
ঘৰ প্ৰতিষ্ঠাক পাচে যতন কৰিলা।
মাধৱদেৱেয়ো পাচে লোকক জনাইলা ॥৪০৪০
নটুৱা খবৰ সবে কথা শুনিলন্ত।
কামৰূপৰ লোকসবে ভাগি আসিলন্ত ॥
বোলে বঙ্গীয়াল ঘৰ নটুৱাক চাইবো।
মাধৱদেৱৰ ঠাই কথাক শুনিবো ॥৪০৪১
এহি বুলি আসিলন্ত লোক নিৰন্তৰ।
দেখি লোকসবে পাচে বঙ্গীয়াল ঘৰ ॥

পণ্ডিত ব্ৰাহ্মণসব আছে যত যত ।
হেন কথা শুনি তাৰাসবো আসিলন্ত ॥৪০৪২
নাম গাইবে হৰি নামক নাচিলন্ত ।
নটুৱাক দেখি সবে মোহিত ভৈলন্ত ॥
যেন কৃষ্ণ বৃন্দাবনে শিশুসব সঙ্গে ।
হাতে বেণু মাথে পাখী কৃষ্ণ ফুৰা ৰঙ্গে ॥৪০৪৩
গৰু চাৰি ফুৰে যেন শিঙ্গা বাঁশী বাই ।
নটুৱা নাচয় সেই ভাৱক দেখাই ॥
হেন দেখি মাধৱে প্ৰেম সাগৰে মজিলা ।
উঠি যাই নটুৱাক সাৱটি ধৰিলা ॥৪০৪৪
মাটিত পৰিয়া সবে বাগৰি কান্দয় ।
দেখি নৰনাৰী সবে হৰি সুমৰয় ॥
বিহাৰ নাচিয়া যেবে এহিমতে বৈলা ।
ৰাত্ৰিভাগে আৰো দধি মথন কৰিলা ॥৪০৪৫
নৰ-নাৰী লোক দেখি কৰন্ত উৎসৱ ।
এহিমতে সাঙ্গ কৰিলন্ত মহোৎসৱ ॥
মাধৱে কৰিলা দান দক্ষিণাক পাচে ।
পণ্ডিত ব্ৰাহ্মণলোক আন যত আছে ॥৪০৪৬
সভা বিসৰ্জ্জিয়া সবে ঘৰা ঘৰি গৈলা ।
মাধৱে আপুন গৃহে আনন্দে ৰহিলা ॥
ভাত অনন্তৰে যেৱে এহিমতে আছে ।
ৰাঘৱেন্দ্ৰ পণ্ডিতে গোচৰ দিলা পাচে ॥৪০৪৭

শুনা মহাৰাজা তুমি বচন আমাৰ।
মাধৱ নামে শিষ্য আছয় শঙ্কৰৰ ॥
অকৰ্ম্ম কৰয় সিটো ৰাজ্যত তোমাৰ।
তাক তুমি আনি তাৰ কৰিয়ো বিচাৰ ॥৪০৪৮
ষোড়শ বছৰীয়া সব কন্যাগণ আনি।
সমজ্যাৰ মাজে থাকে সাৱটিয়া টানি ॥
পৰম অধৰ্ম্মী সিটো কামুক নিলাজ।
দেখা কেনে সিটো জনে কৰয় অকাজ ॥৪০৪৯
হেন শুনি ৰাজা ক্ৰোধ কৰিয়া উঠিলা।
সুৰানন্দ কটোৱাল মাটিয়া আনিলা ॥
আমাৰ বচনে তুমি এতিক্ষণে যায়ো।
মাধৱক শীঘ্ৰ কৰি ধৰিয়া আনিয়ো ॥৪০৫০
সুৰানন্দে শুনিয়া গৈলন্ত তেতিক্ষণে।
অনন্তৰে পাইলা গৈয়া বৰপেটা থানে ॥
হৰি মন্দিৰৰ বাহিৰে বসিলন্ত যাই।
তেতিক্ষণে মাধৱক আনিলা মতাই ॥৪০৫১
ভকতসকলে তাক বেঢ়ি বসিলন্ত।
সুৰানন্দে দেখি দ্বাৰ মাৰিবে দিলন্ত ॥
ৰাজাৰ আদেশে কৈলা মাধৱৰ আগে।
নৃপতিৰ থানক তোমাৰ যাইবাক লাগে ॥৪০৫২
ঘৰ সাজি তাহাত ৰূপাৰ বজ দিলা।
ইটো কথা ৰাজাত গোচৰ লোকে দিলা ॥

যুৱতীক আছা তুমি নটুৱা সজাই।
কি কাৰণে কৰা তুমি ইসৱ অন্যায় ॥৪০৫৩
হেন শুনি মাধৱে বুলিলা প্ৰিয়বাণী।
কি কাৰণে দোষা মোক নাজানি সুশুনি ॥
ঘৰক ঢুকিয়া তুমি কন্যাক চাহিয়ো।
ইসব কথাক তুমি প্ৰমাণ কৰিয়ো ॥৪০৫৪
হেন শুনি গৃহত উঠিলা সুৰানন্দ।
দেখে বালিচন্দা দিছে কৰিয়া প্ৰবন্ধ ॥
চাহিলন্ত ৰূপা নহে ফুৰিয়া দেখয়।
মনত বোলন্ত বিপ্ৰে মিছাসে কহয় ॥৪০৫৫
ঘৰ চাহি সুৰানন্দে আসিলন্ত নামি।
ৰূপা সুহিকয় তাক জানিলোহো আমি ॥
মাধৱৰ আগে এহি কথা কৈয়া ৰৈলা।
তাত পাচে নটুৱাক আনিবাক চাইলা ॥৪০৫৬
হৃদয়ত স্তন খোপা কপালে সিন্দুৰ।
নয়নে কাজল দিলে দেখিতে প্ৰচুৰ ॥
হাতে খাৰু গলে মণি কুণ্ডল কৰ্ণত।
দিলা চাৰি জেঠি আৰু অলে কপালত ॥৪০৫৭
পাটশাৰী পিন্ধাই কাপেলি দিলা মাথে।
স্ত্ৰী হেন দেখে লোকে বুলিলা সাক্ষাতে ॥
হেন ভাৱে নাচিলন্ত খোল তাল বাই।
পৰম আনন্দে ভক্তসবে গীত গাই ॥৭০৫৮

মাধৱে বোলন্ত সুবানন্দ শুনিয়োক।
স্ত্রী বা পুৰুষ সমজ্যাতে চাহিয়োক ॥
হেন শুনি সুবানন্দে তেতিক্ষণে গৈলা
নটুৱাৰ কাচসব খসাইয়া চাহিলা ॥৪০৫৯
স্ত্রীহেন দেখে সবে পুৰুষৰ অঙ্গ।
তেতিক্ষণে মনৰ গুচিলা সবে ৰঙ্গ ॥
মাধৱক প্ৰতি পাচে ভৈলন্ত সন্তোষ।
বোলে তুমি আন নধৰিবা কিছো দোষ ॥৪০৬০
ৰাজাৰ আদেশে আমি তোমাক ধৰিলো।
মিছা কথা বাদ মাত্ৰ সমস্ত দেখিলো ॥
মাধৱে বোলন্ত এই ভক্তসমে আমি।
হৰি গুণ গাই থাকো দেখিলাহা তুমি ॥৪০৬১
হেন শুনি সুবানন্দে বোলে উঠা বাওঁ।
ৰাজাৰ আগত নিয়া তোমাক ভেণ্টাওঁ ॥
এহি বুলি ঘৰখানি পুৰিবাক দিলা।
হেন শুনি যাই পাচে জুইক লগাইলা ॥৪০৬২
মাধৱে বোলন্ত গুৰুবাক্যক পেলাইলো।
তাতেসে জানিলো ইটো দুখক লভিলো ॥
পাইলোহো ধিকাৰ মই ঘোৰ মিছা বাদে।
এতেকে জানিলো মোক পাইলেক প্ৰমাদে ॥৪০৬৩
এহি বুলি ৰাজাৰ নগৰে চলি গৈলা।
বেঙ্গেনাহাটিত সুবানন্দে নিয়া থৈলা ॥

ভকতসকলে মনে মনে চিন্তা কৰে।
বোলে ভাল নকৰিলা জানো সাৰে সাৰে ॥৪০৬৪
হেন কথা মাধৱ দেৱতা মনে জানি।
কোমল মধুৰ কৰি বুলিলন্ত বাণী ॥
ৰাম কৃষ্ণ নামক সততে যিটো লয়।
যমকাল মৃত্যুক আৰ কাক আছে ভয় ॥৪০৬৫
এহি বুলি এক গোট ঘোষা কৰিলন্ত।
ভকতক দিলা বোধ মাধৱ মহন্ত।
সুৰানন্দে যাই কথা ৰাজাত কহিলা।
নৃপতি শুনিয়া ভাল মন্দ নকহিলা ॥৪০৬৬
এহিমতে তৈতে যেবে দিশ দশ আছে।
ৰাজাৰ আগত লোকে কহিলন্ত পাচে ॥
সুৰানন্দ কহিলন্ত সকল বৃত্তান্ত।
হেন শুনি মাধৱক বিদায় দিলন্ত ॥৪০৬৭
হাজোত থাকোক বুলি কহিলন্ত ৰায়।
এহি বুলি মাধৱক দিলন্ত পঠাই।
বধু ৰাজা যেবে কালে মৰিলন্ত পাচে।
সুন্দৰীদিয়াত আসি কতদিন আছে ॥৪০৬৮
ঘোষা পুথিখানি পাচে তৈতে কৰিলন্ত।
কৰিলন্ত ৰাজসূয় তাহাৰ পাচত ॥
শুনা সাধুসব কথা আত অনন্তৰ।
কহো কথা কিছোমান আই গোসানীৰ ॥৪০৬৯

দুখ মনে সদায়ে থাকন্ত বসি আই।
ভাগি গৈলা ঘৰ সাজন্তা কেহো নাই ॥
হেন কথা মাধৱ মনত আছে জানি।
ভকতসবক পাচে বুলিলন্ত বাণী ॥৪০৭০
ভকতসকলে যাই খেৰ কাটিলন্ত।
ঘৰ সাজিবাক পাচে চলিয়া গৈলন্ত ॥
হাতে হাতে ধৰি খুটা কামি বাহ আনি।
সাজিলন্ত সবে গোসানীৰ ঘৰ খানি ॥৪০৭১
আসিলা মাধৱ পুনু সুন্দৰীদিয়াক।
তাত পাচে যেন ভৈলা কহো শুনা তাক ॥
সেহি নৱ ঘৰে আই লাউক তুলিলা।
মাধৱ দেৱতা সেই কথাক শুনিলা ॥৪০৭২
গোসানীক লাগিয়া কৰিলা ক্ৰোধ মন।
মথুৰাদাসক আনি পাঞ্চিলা তেখন ॥
লাউ কাটি গুচা গৈয়া ঘৰ নষ্ট হৈব।
আৰ বাৰাণ্ডক সাজি তাঙ্ক কোনে দিব ॥ ৪০৭৩
হেন শুনি মথুৰাদাস মনত অসুখ।
লাউডালি কাটিলে লাগিব আইৰ দুখ ॥
মাধৱে বোলন্ত নিষ্টে বুলিলো বুজাই।
ঘৰক মুকলি কৰিয়োক তুমি যাই ॥৪০৭৪
হেন শুনি মথুৰা গৈলন্ত তেতিক্ষণ।
বাটে বাটে গুণি ভেহো যায় মনে মন।

কেনমতে আতাৰ বচন ৰক্ষা পাই।
এহি বুলি মনে এক চিন্তিলা উপায় ॥৪০৭৫
গোসানীৰ মনে যেন নপাৱয় দুখ।
যেনমন্তে আতায়ে নাপান্ত অসন্তোষ ॥
হেডালি কৰিয়া লাউ মাটিত নমাইবো।
সবাৰ মনত আমি তেবেসে থাকিবো ॥৪০৭৬
হেন কথা মনতে আলচি আছে যাই।
ক্ৰমে গৈয়া পাইলন্ত গোসানীৰ ঠাই ॥
আতাক দেখিয়া আই আসনক দিয়া।
লাউ কাটিবাৰ কথা গোসানীক কৈলা ॥৪০৭৭
হেন শুনি আই বোলে কাটিয়োক যাই।
তাক লাগি মোৰ মনে কিছো স্পৃহা নাই ॥
খানিতেক থাকা আমি ৰান্ধো যাই অন্ন।
লাউ কাটি খাইবা তুমি কৰিয়া ভোজন ॥৩০৭৮
এহি বুলি আই অন্ন ৰান্ধিবাক গৈলা।
মথুৰা আতাই যাই হেডালি সাজিলা ॥
চালৰ নমাই লাউ হাতে হাতে ধাৰ।
হেডালি উপৰে থৈলন্ত ভাল কৰি ।৪০৭৯
ভাত পাচে গৈয়া অন্ন ভোজন কৰিলা ॥
হেন দেখি আই বৰ হৰিষ লভিলা ॥
নমস্কাৰ কৰি পাচে গোসানীক যাই।
আসিলা মথুৰাদাস মাধৱৰ ঠাই ॥৪০৮০

মাধৱে সুধিলা লাউ কাটিবাৰ কথা ।
হাতযোৰ কৰি পাচে চপৰাইলা মাথা ॥
হেনমতে হেডালি সাজিয়া লাউ খৈলা
মাধৱৰ আগে সেহি কথাক কহিলা ॥৪০৮১
মাধৱে বোলন্ত কিনো উপকাৰ কৈলি ।
সাৰটি ধৰিয়া বোলে কিনি মোক থৈলি ॥
গুৰুপত্নী জানিবা গুৰুৰ সৰ্ব্ব অঙ্গ ।
শাপ দিলে হন্তে হুহানক কৰি খঙ্গ ॥৪০৮২
গুৰুদ্ৰোহী ভৈলো হন্তে মই মন্দমতি ।
তাত হন্তে তুমি মোক ৰাখিলা সম্প্ৰতি ॥
এহি বুলি তাঙ্ক বৰ প্ৰশংসা কৰিলা ।
তাতো পাচে শুনা আৰো যেন কথা ভৈলা ॥৪০৮৩
পুৰুষোত্তমক মাধৱদেৱে পঢ়াইলন্ত ।
শঙ্কৰদেৱৰ নাতি মহাভাগৱত ॥
একদিনা পঢ়িবাক ফলি গুটি নাই ।
ভাণ্ডাৰীত ফলি মাটি খুলিন্ত যাই ॥৪০৮৪
বুলিলন্ত শুনি সিটো ঠাকুৰৰ আগে ।
কৈত পাইবো মাটি তোক দিনে দিনে লাগে ॥
মনপুৰ বুলি তাত তথাপি খুজিলা ।
তভু দুৰাচাৰে মাটি তাহাঙ্ক নেদিলা ॥৪০৮৫
গৈলন্ত ঠাকুৰ শুনি মনে দুখ কৰি ।
বোলে তাত একো মুখু জোহো আজি ধৰি ॥

এহি কথাখানি পাচে মাধৱে শুনিলা।
মনপুৰ ভৰালীক মাতিয়া আনিলা ॥৪০৮৬
বোলে কাৰ ভাণ্ডাৰী কহিয়ো মে ত তই।
ভাল কৰি কহিবি শুনিয়া থাকো মই ॥
শঙ্কৰৰ গোলাম সমস্ত দেখো আমি।
চক্ষু থাকন্তেও তই নেদেখা তথাপি ॥৪০৮৭
যাৰে ভাত খাস তাক তই কৰ গুটি ॥
ক্ষুধা থাকে আধাখাওয়া হৈ যাই উঠি ॥
ইসক বৃত্তান্ত তই কিসক মুবুজ।
কথা যদি আছে কহা কোন সঙ্গে যুজ ॥৪০৮৮
হেন শুনি মনপুৰে নমস্কাৰ কৰি।
শুনা সাধুসবে কথা আনন্দ লহৰী ॥
লিখক ককাই নামে আছে এক ভক্ত।
ভাগৱত পয়াৰক ভেহেন্তে লেখন্ত ॥৪০৮৯
একদিনা দশম স্কন্ধক লেখি আছে।
তিনি গুটি অক্ষৰ পৰিলন্ত পাচে ॥
মাধৱ দেৱতা যাই দেখিলে তাহাক।
বোলে কি কাৰণে তই লেখি আছে আক ॥৪০৯০
খঙ্গ দেখি উঠি ককাই অন্তৰি পলাইলা।
পুথা তুলি গোট আছে তাহাত লুকাইলা ॥
মাধৱে বোলন্ত আৰে আক কি কৰিবো।
বিচাৰিয়া আনি মই ইহাক কোবাইবো ॥৪০৯১

যৈতে লুকাই আছে মাধৱে তৈতে জানি।
কোব ছুই মাবিলন্ত তাব পৰা আনি।
কতো বেলি থাকি তৈলন্ত প্ৰসন্ন।
দয়া কৰি তাৰ পাচে বুলিলা বচন॥ ৪০৯২
বিবা কিছু অশুভত আছিলাহা তই।
তাক সবে গুচাইলোহো আজি হন্তে মই॥
এহিমতে মাধৱে বুলিলা প্ৰিয়বাণী।
আহাৰ আগত পাতিলাহা কুচ খানি॥ ৪০৯৩
হেন কৃপা বাণী শুনি লেখক ককাই।
দিলো বুলি নমস্কাৰ কৰিলন্ত যাই॥
মাধৱে দেখিয়া যাই বচনে আশ্বাসি।
পৰম আনন্দ মনে থাকিলা হৰিষি॥ ৪০৯৪
শুনা সভাসদ মন কৰিয়া উৎসৱ।
দেখা দেখা কেনে দয়া কৃপাল মাধৱ॥
বৈষ্ণৱো বৈষ্ণৱ কৃষ্ণৰ নিজভৃত্য।
ৰাত্ৰি দিনে সমস্ত লোকৰ চিন্তা হিত॥ ৪০৯৫
যাহাক স্মৰণে মহা মোক্ষ-পদ পায়।
শঙ্কৰ মাধৱ বিনে গুৰু আন নাই॥
শঙ্কৰ মাধৱ দুইকো লোৱা এক কৰি।
নাহিকে সংশয় যাইবা বৈকুণ্ঠ নগৰী॥ ৪০৯৬
দৈৱকীনন্দন বিনে দেৱ আন নাই।
তৰিবা কলিত তান গুণ নাম গাই॥

যাহাক স্মৰণে পাতকত লাগে জুই।
যেয়োক শৰণ তাত্তে এক মন হুই॥ ৪০৯৭
হেন জানি ধৰা ডাঠি হৰি গুৰু পাৱে।
গলত চামৰ দিয়া নতু ধৰে ধাৱে॥
মই মহা পাতকী অজ্ঞানী বৰবৰ।
ক্ষমা কৰা দামোদৰ দয়ালু শঙ্কৰ॥ ৪০৯৮
কৰোহো কাকুতি তুৱা চৰণত ধৰি।
কৃষ্ণক হৃদয়ে ধৰি বোলা হৰি হৰি॥ ৪০৯৯

—ঃ সমাপ্ত ঃ—